# ভূমিকা

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ শতবাৰ্ষিকী জন্মোৎসৱ উপলক্ষে অসম প্ৰকাশন পৰিষদৰ পক্ষৰপৰা এই গ্ৰন্থখন আমাৰ শ্ৰদ্ধাৰ্ঘ্য হিচাপে নিবেদন কৰিছোঁ। এই উপলক্ষে পৰিষদে প্ৰকাশ কৰা আন স্মৃতি-গ্ৰন্থখনি হ'ল 'নবীনচন্দ্ৰ বৰদলৈ' ।

এই 'ৰচনাৱলী'ত নবীনচন্দ্ৰ বৰদলৈৰ প্ৰকাশিত আৰু অপ্ৰকাশিত প্ৰায় সকলোবোৰ ৰচনা সন্নিবিষ্ট হৈছে। ৰচনাসমূহৰ ভিতৰত আছে ঃ নবীনচন্দ্ৰ বৰদলৈৰ গীত আৰু কবিতা পুথি—'তীৰ্থযাত্ৰী' ; গদ্য-কবিতা- 'দিবাস্বপ্ন' ; নাটসমূহ—'গৃহলক্ষ্মী', 'কৃষ্ণ-লীলা', 'দস্যুৰী দমন' আৰু 'তৰুণ কাঞ্চন' ; সাধুকথা—'অমাতৰ মাত' আৰু 'হাতেমতাই' ; গল্প—'ভাই' ; উপন্যাস—'শেৱালি' আৰু আখ্যান 'অনীতা গেবিবল্ডি' ; কেইখনমান অভিভাষণ, নটা প্ৰবন্ধ, স্বৰাজ আশ্ৰমৰ দুটামান ৰচনা ; 'বিলাত যাত্ৰীৰ দিনলেখা' আৰু তেখেতৰ কিছুমান চিঠি-পত্ৰ ।

দুখৰ বিষয়, বৰদলৈ ডাঙৰীয়াৰ ভালেকেইখন গ্ৰন্থ পাণ্ডুলিপিতে হেৰাল। এনে ধৰণেৰে পাণ্ডু-লিপিতে হেৰাই যোৱা দুখন উল্লেখযোগ্য নাট হ'ল—'জয়মতী', আৰু 'বিষাদ কাহিনী"। প্ৰথমোক্ত নাটখনি বুৰঞ্জীপ্ৰসিদ্ধ সতী জয়মতীৰ কাহিনীৰ ওপৰত ভিত্তি কৰি বৰদলৈদেৱে ৰাধানাথ ফুকনৰ সৈতে যুটীয়াভাৱে ৰচনা কৰিছিল। গুৱাহাটী আৰু আন ঠাইৰ ৰঙ্গমঞ্চত এই নাটকখন বহুবাৰ অভিনীত হৈছিল বুলি জনা যায়। দ্বিতীয় নাটখনি শ্বেক্সপীয়েৰৰ নাটৰ ছাঁ লৈ তেখেতে ৰচনা কৰিছিল। শ্বেক্সপীয়েৰৰ আন এখনি নাট—'Troilus and Crossida'-ৰো তেখেতে অসমীয়া ভাঙনি কৰিছিল। এইখন নাটকৰো কেৱল পঞ্চম অংকৰ দুটামান অসম্পূৰ্ণ দৃশ্য পোৱা গৈছে। অসম্পূৰ্ণ বাবে এই ৰচনাৱলীত সন্নিবিষ্ট কৰা নহ'ল ।

শিলচৰ কাৰাবাসতে বৰদলৈয়ে ৰচনা কৰা এখনি উপন্যাস আছিল 'প্ৰশান্ত-শান্তি' । ছপা পুথি 'অনীতা গেবিবল্ডি'ৰ শেষ পৃষ্ঠাত 'প্ৰশান্ত-শান্তি' যন্ত্ৰস্থ বুলি লেখা হৈছিল। দুৰ্ভাগ্যৰ কথা এই উপন্যাসখনৰো প্ৰতিলিপি পোৱা নগ'ল ।

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ কেৱল এগৰাকী দেশবৰেণ্য কৰ্মবীৰেই নাছিল, লগতে তেওঁ আছিল এগৰাকী সুসাহিত্যিক আৰু গীতিকাব্যে। এই দেশৰ মাটি, এই দেশৰ বা-বতাহক তেওঁ হৃদয়ে ভাল পাইছিল, হৃদয়ে তেওঁ পৰাধীন জাতিৰ মৰ্মবেদনা উপলব্ধি কৰিছিল, আৰু দেশৰ স্বাধীনতা আৰু কল্যাণৰ

সাধনাত আত্মত্যাগ কৰিছিল, সেই একেই অনুপ্ৰেৰণাৰে তেওঁ ৰচিছিল দেশভক্তিমূলক গীত, দেশৰ মানুহক ধৰ্মীয় আৰু নৈতিক শিক্ষা দিব পৰা নাট আৰু আলেখ্য। তেওঁৰ ৰচনাবোৰৰ আন এটি উল্লেখযোগ্য দিশ হ'ল—শিশু-কবিতা আৰু শিশুৰ উপযোগীকৈ সাধুকথা আদিৰ ৰচনা। আনহাতে প্ৰবন্ধ আৰু অভি-ভাষণসমূহত আমি পাওঁ বৰদলৈদেৱৰ মননশীল ব্যক্তিত্বৰ পৰিচয়।

নবীনচন্দ্ৰ বৰদলৈৰ এই ৰচনাৱলী আৰু চিঠি-পত্ৰৰ ঐতিহাসিক আৰু সামাজিক মূল্যৰ উপৰিও, এইবোৰৰ সাহিত্যিক মূল্যায়ন কৰাৰ দিন আজি সমুপস্থিত। সেই মূল্যায়ন সহৃদয় পাঠক আৰু সমা-লোচকসকলে কৰিব। আমি মাথোন ৰবীন্দ্ৰনাথৰ ভাষাৰে ইয়াকে কওঁ—"তোমাৰ কীৰ্তিৰ চেয়ে তুমি যে মহৎ।"

বৰদলৈদেৱৰ ৰচনাৰাশি অশেষ কষ্টেৰে সংগ্ৰহ কৰি আৰু সম্পাদনাত আমাক সহায় কৰা বাবে শ্ৰীনন্দ তালুকদাৰৰ প্ৰতি আমাৰ গভীৰ কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ। বৰদলৈদেৱৰ এটি চমু জীৱনী লেখি দিয়াৰ বাবেও শ্ৰীতালুকদাৰ আমাৰ অশেষ ধন্যবাদৰ পাত্ৰ হৈছে। তেওঁৰ বিনা সাহায্যত এই গ্ৰন্থ সম্পূৰ্ণ নহ'লহেঁতেন। এই ক্ষেত্ৰত বৰদলৈদেৱৰ নাতি ডঃ প্ৰবীৰকুমাৰ বৰদলৈয়েও আমাক পাৰ্যমানে সহায় কৰিছে।

বৰদলৈ-ফুকন জন্ম-শতবাৰ্ষিকী উৎসৱ সমিতিৰ সভাপতি, অসমৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহদেৱ আৰু অসমৰ শিক্ষামন্ত্ৰী আৰু অসম প্ৰকাশন পৰিষদৰ সভাপতি শ্ৰীহৰেন্দ্ৰনাথ তালুকদাৰদেৱে আমাক এই মহৎ কাৰ্যত অনুপ্ৰাণিত কৰিছে। তেওঁলোকৰ প্ৰতি আমাৰ শ্ৰদ্ধাঞ্জলি আগবঢ়ালোঁ।

গুৱাহাটী
২০ অক্টোবৰ, ১৯৭৫

চন্দ্ৰপ্ৰসাদ শইকীয়া

# সূচী



কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ

## গীতিকা ভাগ

### গীত

শ্যাম-জেউতীয়া অসম আই ধুনীয়া।
ভাৰতৰ নুমলী জী,
বীৰ সন্তানকে কোলাত তুলিলি,
আজি তোৰ বিলাই কি?

গছৰ ডালতে কুলি-কেতেকীয়ে আজিও আৰতি গায়;
তোৰে পো-জীয়ৰী কানীয়া-ভঙুৱা
তোকে যে নোবোলে আই।

সোণালী পথাৰ ধানে হাঁহিছে, ভৰিব পৰৰে ঘৰ,
তোৰ যে সন্তানে নিছলা-হজুৱা, হাড়ে-ছালে কলেৱৰ।

পৰ-পদাঘাত কতনো সহিবি, বাঙলী লৰনু গাৱ?
তোৰ যে দুখতে হিয়া মোৰ বাঙলী
হেৰ মোৰ হাৰলী মাৱ।

ইননি-বিননি শোকতে কান্দিলি,
হিয়া মোৰ সুলকি গ'ল
হিয়াতলি ভেদি তপত শোণিত বই বই শেষ হ'ল।

কৰুণা-মূৰুতি এৰি ভগৱতী। শকতি ৰূপকে ধৰ—
হাজাৰ-বিজাৰ তোৰে সন্তানে লভোক হেৰোৱা বল।

ধনে-ধানে তোৰ উপচি পৰোক বীৰ সন্তানৰে দল,
হিয়াৰ তেজেৰে ৰাজোক সদায় তোৰ চৰণৰে তল।

### জাতীয়-সঙ্গীত

নীল আকাশত জোনৰ দৰে
ভাৰতৰ পতাকা উৰ।
প্ৰতি ঘৰে ঘৰে অতি পয়োভৰ
বিজয় নিচান উৰ॥

কোটি সন্তানৰ প্ৰেমৰ চানেকি
তিনি বৰণীয়া উৰ।
সহস্ৰ লাঞ্ছনা অপমান ঠেলি
বিজয় জয়ন্তী উৰ॥

তোৰ যে তলত আজি ভাৰতত
সন্তানৰ সমাবেশ।
কত অপমান কত অত্যাচাৰ
লাঞ্ছনাৰ নাই শেষ॥

তথাপি ওখত মূৰ্ত স্বাধীনতা
ত্ৰিৰঙ্গা লহৰি তোৰ।
উৰাই ৰাখিছু প্ৰাণ পণ কৰি
উৰ ঔ লাহৰি উৰ॥

শত বজ্ৰপাত মেঘৰ গাজনি
ধুমুহা বতাহ ঘোৰ।
মূৰ পাতি লৈ উৰি উৰি থাক
মূৰ যেন নোদোঁৱে তোৰ॥

স্বাধীন ভাৰত, স্বতন্ত্র ভাৰত
বজ্ৰাহত বাজে সুৰ।
ভাৰত সন্তান জীয়াই থাকোঁতে
ই সুৰ নপৰে ওৰ ॥

কুমাৰী কাশ্মীৰ সদিয়া সিন্ধু
সুদূৰ লঙ্কা পুৰ,
ডঙ্কা উঠক স্বাধীন ভাৰত
উৰ ঔ লাহৰি উৰ ॥

## পণ

আমাৰ বিষম পণ
পূর্ণ স্বাধীনতা লভিম লভিম
আগত থৈ মৰণ ॥

দুখৰ করুণ কথা
গাম মাতিৰিব অমৰ ভাৰতী
সন্তানৰ বীৰ গাঁথা ॥

ভায়ে লগাব সুৰ
ভনী সকলোৱে গাই যাব গীত
মাতৃ প্রেমে ভৰপূৰ ॥

যমৰ নিচিনা দূত,
টাঙোনেৰে মাৰি মূৰ ফালি দিব
দেহাত মাৰিব 'বুট' ॥

হৃদয়ৰ তেজ ব'ব
সেই তেজ ধাৰা মাতৃ চৰণত
সচন্দন ফুল হ'ব ॥

মাতৃত মাগিম বৰ
ক্ষমা দোষ আই মূৰ্খ পুত্ৰৰ
মূঢ়-মতি সন্তানৰ ॥

অসীম যাতনা পাই
হাঁহি মুখে গাম মাতিৰিৰ জয়
(আই ঔ) তোৰে মুখলৈয়ে চাই ॥
হাতত শিকলি দি,
ডাঙৰ ডোলেৰে কঁকাল বান্ধিব
কাৰাত থবগৈ নি ॥
কাৰাৰ ৰক্ষক জনে,
দাণ্ডাবেৰি দিব নিজান ফাটেক
দণ্ড যত পাৰে মানে ॥
সকলো সহিম হেলে,
আই ঔ তোৰ মুখখনি ভাবি
"বন্দে মাতৰম্" বোলে ॥
জয় মা ভাৰতী আই,
সন্তান তোৰ প্রেমত বিকল
চৰণত দে ঠাই ॥
গোৰাঁ ভাৰতৰ জয়,
আকাশ পৃথিৱী বিয়পি বাজোক
জয় ভাৰতৰ জয় ॥

আই ঔ চেনেহী গুৱনী আই ঔ
কেনেকৈ পূজিম তোক।
মন্দিৰ দুৱাৰ ৰোধ কৰি আছে
সমিধান দে ঐ মোক ॥
শত সহস্র নবীন পূজাৰী
দুৱাৰত আছে বৈ।
আই ঔ দুৱাৰত আছে বৈ
ভক্তি কুসুমৰে নৈবেদ্য সজাই
তৰুণ তেজেৰে কৰণি ৰঙাই
মাতৃ মন্ত্র জপিছে সঘনে
পূজা মতলীয়া হৈ।
আই ঔ পূজা মতলীয়া হৈ ॥
পাৰ হৈ যায় আৰতিৰ বেলি
হিয়াত ৰুধিৰ উঠিছে উথলি
অধীৰ সন্তানে আই আই বুলি
মাতিছে বিকল হৈ।
আই ঔ মাতিছে বিকল হৈ ॥

আই ঔ ভাৰতী তোৰ যে গগণ
তোৰ যে পৱন নদ-নদী বন
কৌটি সন্তানৰ মাতৃ সম্বোধন
খলকি উঠিছে গৈ ।
আই ঔ খলকি উঠিছে গৈ ॥

শোক যুগ আজি পাৰ হৈ যায়
দুৱাৰ মোকলা ৰাণী মোৰ আই
কোটি সন্তানৰ ৰক্ত অৰ্ঘ্যেৰে
চৰণ পূজিব ঐ ।
আই ঔ চৰণ পূজিব ঐ ॥

## বন্দনা

নমো নমো নমো সাধনা দীপ্ত
বীৰ কৰ্মীৰ দল ।
নমো নমো যাৰ চৰণ পৰশে
পূত ধৰণী তল ॥

অত্যাচাৰ অসীম দহন
অকথ্য অপমান ।
ক্ষুদ্ৰ মানৱৰ অসীম তাড়না
তুচ্ছ কৰিলা জ্ঞান ।

হাতত নিগড়, ভৰিত শিকলি
কত বিনিদ্ৰ ৰাতি,
কাৰা ৰক্ষীৰ কতনো প্ৰহাৰ
ল'লা বীৰ মূৰ পাতি ॥

মাতৃৰ ভকত মাতৃৰ চকুলো
ভাতৃৰ অনাহাৰ
দেখি তুলি ল'লা অহিংসা ব্ৰত
স্বাধীনতা সাধনাৰ ॥

পঁয়ত্ৰিশ কৌটি ভাই-ভনীটিয়ে
গাই ভাৰতৰ জয় ।
সাগৰ খলকে পৃথিবী চমকে
গোৰ্খা মাতিৰিৰ জয় ॥

## আহ্বান

ডেকা-গাভৰুৰ দল
বীৰ বীৰাঙ্গনাৰ দল
নতুন তেজেৰে ৰাঙলী ৰূপটী
কৰহি ধৰণী তল ॥

খোজৰ ভৰত কঁপোক ধৰণী
তৰুণ চকুত জ্বলোক অগনি
শত সহস্ৰ মৃত্যু নেওচি
বল আগুৱাই ব'ল ।

যুগ-যুগান্ত পাৰ হৈ গ'ল
মাতৃ অনাথা তোৰ
পৰ-পদাঘাত কতনো সহিবি
নপৰিল তাৰ ওৰ ॥

বুকুত বাজোক বীণ অগনিৰ
রুদ্ধ হিয়াৰ তপত ৰুধিৰ
বৈ যাওক আজি অৰুণ বোলেৰে
বোলাই ধৰণী তল ॥

আকাশ মৰ্ত্য দিগ-দিগন্ত
মাতৃ মন্ত্ৰে কৰি মুখৰিত
মাতৃৰ পাশ ছিন্ন কৰহি
তীৰ্থ যাত্ৰীৰ দল ॥

## ভিক্ষা

কোন ক'ত আছ জনমভূমিৰ
ভকত সন্তান
আজি আইৰ পূজা হ'ব
আহ লৈ আহ
কোনে কি কৰিবি দান
যাৰ আছে সোণ, যাৰ আছে ৰূপ
আঁজলি ভৰাই আন
যাৰ একো নাই দিয়ক মাথোন
ব্যথিত হৃদয় দান ।

# কবিতা ভাগ

## ল'ৰা-ছোৱালী

গৃহস্থৰ ঘৰ শুৱা কিবা আছে এনেকুৱা
শিশু হেন অতি সুশোভন,
শিশুৰ আনন্দময় সৰল হাঁহিত হয়
অমৃতৰ ধাৰা বৰিষণ ।
অজলা চকুৰে চায় নিৰ্দোষ কতকি গায়
কত হাঁহে কত নাচি ফুৰে
বনৰ হৰিণা যেনে উমলি-জামলি তেনে
দৰ্শকৰ মন মুগ্ধ কৰে ।
নীলা আকাশৰ তল শোভাময় জলস্থল
ফুলে ফলে কৰি শোভাময় ।
পৰিবাৰ ফুলবাৰী ৰাখিছে শুৱনী কৰি
শিশুমুখ হাঁহিৰে সদায় ।
যেনে দৰে গছপুলি সময়ত উঠে ফুলি
পালে সাৰ যত্ন মনোযোগ ।
ল'ৰা সময়ত তেনে উচিত যতন পালে
হয় ল'ৰা জ্ঞানবান লোক ।
বাগিচাত এটি ফুল বাগিচা আমোল-মোল
ঘৰত একোটি গুণবান,
একোটিৰ যশে হয় সমস্তে জগৎময়
সুপবিত্ৰ জনমৰ থান ।

## চিৰ প্ৰৱসুৱা

আহিলা সূৰুয দেৱ ভ্ৰমি ভূমণ্ডল
বহুদূৰ নাই আৰু পাবা অস্তাচল
তোমাৰ লগতে হায়
ধৰাৰ পোহৰ যায়
মনৰ পোহৰো মোৰ সবে মাৰ যায়,
নেজানো কি দৰে মোৰ ৰাতিটো পুৱায়
পুৱা বেলি আকাশত সহস্ৰ কিৰণ
উদি তুমি আলোময় কৰা ই ভুবন
বগা মেঘ ভুখৰিত হৈ ৰশ্মি নিপতিত
কি মোহন সোণোৱালী ৰূপ সুশোভন
দেখুৱাই মোহি যায় মোৰ ই নয়ন ।

পুবফালে এইদৰে মোৰ স্বদেশত
সদায় উদিত তুমি হোৱাঁ প্ৰাতসত
নিৰ্মল নদীৰ সোঁত, বই যায় অবিৰত
পৰি সি সোঁতত ৰশ্মি কৰে তিৰ্‌বিৰ্‌
ভাঙি যেন গঢ়ি উঠে সোণৰ মন্দিৰ ।

শীতল মৃদুল বাও একোছাটি বৈ
কি চঞ্চল কৰি যায় নদীৰ হৃদয়
ৰিপ্‌ ৰিপ্‌ লহৰিত
চক্‌মকি বিপৰীত
চক্‌মক্‌ কৰি যেন সোণালী বিজুলী
চমকাই আকৌ উঠে চৌটি উজলি

তোমাৰ উদয় চাগে নৌ হওঁতেই
নানান পখীয়ে গীত নৌ গাওঁতেই
ঘৰুৱাৰ ঘৰে ঘৰে
বোৱাৰী-জীয়াৰীবোৰে
কৰিছিল সমাপন ঘৰুৱা খি বন
পানী অনা, ঘৰ মচা, গুৰুৰ সেৱন ।

দেখিতো আহিছো দেৱ মোৰ জন্ম ঠাই
এই কিৰণকো তাতে আহিছা বিলাই
লাগে সি দেশৰ মাজ
পুৱা দুপৰীয়া সাঁজ
এইদৰে সি দেশতো শেষে অস্ত যোৱা
সি দেশত কি দেখিলা কোৱাঁ মোক কোৱাঁ ।

দেখিলানে সি দেশত নৈৰ দাঁতিত
মোৰ নিজ পঁজা ঘৰ গছেৰে বেষ্টিত
আগত ফুলৰ বাৰী
ফুল গছ শাৰী শাৰী
গোলাপ, তগৰ, জুঁই, মালতী, শেৱালি
এজুৰি উমলি থকা ল'ৰা-ছোৱালী ।

দেখিলানে সি ঘৰত বৃদ্ধ একজন
বিষাদেৰে পূৰ্ণ মুখ চিন্তাত মগন
আৰ্ত্তভাৱে নাৰায়ণে
সুমৰিছে ঘনে ঘনে
ক্ৰীড়াশীল শিশুমুখ চাই বাৰে বাৰে
পৰম ব্যথিত হৈ হুমুনিয়া ছাৰে।

পৰম করুণাময়ী শোকৰ প্ৰতিমা
জগতৰ সতী তীৰ্থ মূৰ্ত্তিমতী ক্ষমা
দেখিলানে মাতৃ মোৰ
অন্ত নাই চকুলোৰ
অবিৰল বৈ আছে প্ৰেমৰ নিজৰা
এটুপিয়ে যাৰ কৰে সুপবিত্ৰ ধৰা।

দেখিলানে গৃহলক্ষ্মী প্ৰণয়িনী মোৰ
নিৰাশ অৱশ হিয়া শোকে-দুখে ঘোৰ
জাহ্নৱী, যমুনা প্ৰায়
দুধাৰি চকুলো বয়
ধৈৰ্য্য ধৰি নিজ কাজ কৰে ৰাতি দিন
সুঁৱৰি ই অভাগাক সুখ শান্তিহীন।

চকুৰে নমনি সীমা অপাৰ সাগৰ
মিলিছে কোনোবা থলে লগত স্বৰ্গৰ
সেই জোৰা ভেদ কৰি
পথী এটি আছে উৰি
পুৰা বেলি আকাশৰ গাত মিল খাই
অনিমেষ নেত্ৰে তাকে থাকোঁ চাই চাই।

বছৰৰ পাছে যায় বছৰ বাগৰি
তাৰ লগে কত ঘূৰে ঘটনা চকৰি
দিন গৈ ৰাতি হ'ল
জাৰ আহে জহ গ'ল
সুখে-দুখে দেখা দি হাঁয় সকলোকে
মাথোন নিদিলে সুখে দেখা মাত্ৰ মোকে

কলৈ যোৱা দিনমণি ক্ষন্তেক জিৰোৱা
এটি সমিধান মোক দি থৈ যোৱা
তোমাৰ লগতে হায়
ধৰায় পোহৰ যায়
মনৰ পোহৰো মোৰ লগতে লুকায়
নেজানো কি দৰে মোৰ ৰাতিটো পুৱায়।

## শিশুৰ প্ৰথম বেজাৰ

[ Child's First Grief কবিতাৰ ভাঙনি ]

ওলোটাই আনা ভাইটিক মোৰ
ধেমালিৰ বেলি হ'ল
বসন্ত আহিছে ফুল-ফলে ভৰা
ভাইটি কেনিবা গ'ল।

পখিলাটি উৰে জিলিকায় পাখি
সুকমৰ কিৰণত
নেলাগে নধৰোঁ খেদি খেদি তাক
ভাইটিনো আছে ক'ত ?

কত যতনেৰে কলোঁ দুয়ো ফুল
সিয়ো বনৰীয়া হ'ল
গুটিৰ ভৰত ওলমিছে দ্ৰাক্ষা
ভাইটিনো ক'ত ৰ'ল ?

কেলেই মাতিছা ৰূপহী সোণাই
আহিব নোৱাৰে তেওঁ
যেয়ে য'তে যায় সেই থললৈ
ফিৰি নাহে কেতিয়াও।

হাঁ:হা হাঁহো কৰা শুৱনী সি মুখ
মৃত্যুৱে কৰিলে আঁৰ
এই জীৱনত আৰু কেতিয়াও
দেখা যে নাপাবা তাৰ।

বৰ কুমলীয়া ধুনীয়া উজ্জ্বল
গোলাপ এপাহি যেনে
ঈশ্বৰে তেওঁক বৰ মোহ লগা
কৰি সৃজিছিল তেনে।

নাহিব নাহিব তোমাৰ লগত
,উমলি ফুৰিবলৈ
যোৱাঁ যোৱাঁ হেৰা অজলা বোপাটি
অকলে ওমলা গৈ।

কিবা কোৱাঁ তুমি এৰিলেনে তেওঁ
ফুল পখি মৰমৰ,
এৰিলেনে তেওঁ চিৰকাললৈ
এই শোভা বসন্তৰ।

অকলে ফুৰিম অকলে খেলিম
কোন আৰু লগ মোৰ,
নিজৰা কাষত হাবিৰ মাজত
ফুৰা চকা হ'ল ওৰ।

হায় ভাই তেনে জীৱন কালত
লগত থাকোঁতে তই
মৰম চেনেহ হেঁপাহ গুচাই
কিয়নো নিদিলো মই।

## সিংহ আৰু নিগনি

জহকালি দুপৰীয়া নিতাল জগত
স্নিগ্ধ সুশীতল হাবিয়নি
নিৰল গছৰ ছাঁত শুই পশুৰাজ
অকাতৰে লইছে জিৰণি।

এনে সময়ত এটি নিছলা নিগনি
আহাৰ বিচাৰি ফুৰি ফুৰি
অকস্মাত উপস্থিত হ'ল সি থলত
শব্দ হ'ল সুৰ সুৰ কৰি।

শবদত সাৰ পাই উঠিল কেশৰী
নিগনিক ধৰিলে থাপত
কাবৌ-কোকালি কৰি মাগে প্ৰাণ দান
নিগনিটি ভয়তে বিতত।

নেজানো মৃগেন্দ্ৰ তুমি শুই আছা বুলি
সি কাৰণে আহিলো পামৰ
হাত যুৰি মাগো প্ৰভু দিয়া প্ৰাণ দান
এইবাৰ এই অধমৰ।

ক্ষুদ্ৰ প্ৰাণী অতি মই তথাপিও কওঁ
কৰি আজি ভাঠ অঙ্গীকাৰ
চিন্তিম তোমাৰ হিত সাধ্যমতে সদা
কৰিম তোমাৰ উপকাৰ।

কথা শুনি দয়া কৰি হাঁহি ঘৃণা হাঁহি
মাতিলে সিংহই গহীনাই
যা পামৰ দিলোঁ আজি তোক প্ৰাণ দান
ক্ষুদ্ৰ তোক বধি ফল নাই।

নেলাগে সাধিব তই মোৰ একো হিত
জানো মই তোৰ বুদ্ধি বল
ঘৃণনীয় জীৱ তই থাক প্ৰাণ লই
ভয়ে-দুখে সদায় বিকল।

এৰা মাত্ৰ ল'ৰি গৈ সোমাল গাঁতত
নিগনি ভয়তে মৰা প্ৰায়
ধন্যবাদ ঈশ্বৰক দিলে লক্ষ বাৰ
মৰা প্ৰাণ আহিল দুনাই।

ভাওৰে পাহৰে কথা অলপ কালতে
সকয়েহে কৃতজ্ঞ সদায়
পাহৰিলে ই ঘটনা সিংহে ততালিকে
নিগনিয়ে সোঁৱৰে সদায়।

ক্ৰমে ক্ৰমে বহুদিন অতীত হ'লত
এদিন দৈৱৰ ঘটনাত
ব্যাধৰ জালত পৰি সিংহ খালে বান্ধ
নাপাই বিচাৰি কোনো বাট।

বান্ধ খালে চাৰি ভৰি বান্ধ খালে মুৰ
লৰচৰ নোৱাৰে কৰিব
জালৰ চেপাত পৰি সিংহ নিৰুপায়
শেষত ধৰিলে চিঞৰিব।

গাঁতৰ মাজৰপৰা নিগনিয়ে শুনি
সিংহৰ ভীষণ আৰ্তনাদ
ভাবিলে মনত কোনো বিপদ মুখত
নিশ্চয় পৰিছে পশুৰাজ।

লাহে লাহে সাৱধানে চাপিল কাষৰ
দেখিলেহি সিংহৰ দুৰ্গতি
উঠি সি ডোলৰ জাল লৰালৰিকৈ
পেলালে সকলো বান্ধ কুটি।

বান্ধৰ মুকলি হৈ সিংহে প্ৰশংসিলে
পূৰ্ব কথা সুঁৱৰি মনত
পূৰ্বৰ দুৰ্বাক্য হেতু ক্ষমা ভিক্ষা কৰি
দুয়ো সখি হ'ল সিথলত।

অতএব কোনো কালে কাকো কেতিয়াও
নিঘিণাবা নিঃকিন বুলি
ভাওৰেও প্ৰাণ পায় নীচ সহায়ত
নিৰুপায় যেতিয়া সমূলি।

## শিশুৰ হাঁহি

ক'ত পালি তই ৰূপহী মইনা,
এনে সুকোমল হাঁহি
ৰিব্ ৰিব্ কৰি বকি বকি থাকি
হাঁহি পেলা মন মুহি।
তোৰ সি হাঁহিত ফুটি উঠে ফুল
স্বৰগৰ জোন তৰা
তোৰ সি হাঁহিৰ জেউতিক লৈ
ধৰা জেউতিৰে ভৰা।
তোৰ সি হাঁহিৰ সুৰভি সঞ্চাৰে
জগত আমোল-মোল
মৰতত কিবা আছে যিবা হয়
তোৰ সি হাঁহিৰ তুল।
ঘোৰ নিঠুৰৰ মোহিনী ঔষধ
তোৰ আধা ফুটা মাত
ঘোৰ সন্তাপতো তোৰ সেই মাতে
কৰি যায় হিয়া শাঁত।
আ দোনাবাই আ দোনাবাই
হাঁহিৰ লহৰি তাত
সেইহে জোনৰে তয়ো একণিকা
শুনি হাঁহে তোৰ মাত।
যি ঘৰত তই নিদিয়হি দেখা
সি ঘৰ এন্ধাৰময়
ৰজাৰ প্ৰাসাদো তোৰ অবিহনে
মৰিশালি যেন হয়।
ঘৰ শুৱনীয়া হিয়া জুৰণিয়া
আলসুৱা ফুল কলি
তোৰ চেনেহত বিশ্ব প্ৰেমময়
তয়ে 'প্ৰেমৰ পুতলী'।

## প্ৰকৃতিৰ বাগিচা

কুমলীয়া বন পাত শ্যাম বৰণীয়া
গজি আছে জুৰি হাবিয়নি
কোনো কালে মানুহৰ নাপায় যতন
তথাপিও কেনেনো শুৱনী।
মানুহৰ যতনৰ যত ফুলবাৰী
কত ফুল ফুলি থাকে তাত
তৰহে তৰহে কৰে শাৰী শাৰীকৈ
নানা বৰণৰ ফুল পাত।
ক্ষুদ্ৰ অতি মানুহৰ অলপ বুধিৰে
যত পাৰে ধুনকে লগায়
কিন্তু হায় ক'ত সেই মোহন জেউতি
বননিত যিটি দেখা যায়।
সুদূৰ পৰ্বত শ্ৰেণী আছে থিয় হৈ
আয়ু লৈ লক্ষ বছৰৰ
ফলে ফুলে সুশোভিত তৰুলতা মুকুলৰ
বিৰিখেৰে ভৰা কলেৱৰ।
ওপৰ টিঙৰপৰা থাক পাতি পাতি
গছ শ্ৰেণী আছে তললৈ
যেন কোনো সুনিপুণ বিশ্ব কৰ্ম্মীয়ে
কই দিছে সৰু-বৰকৈ।
ভৈয়ামৰ দাঁতিলৈ কাষৰৰ হাবিয়নি
লাহে লাহে আহিছে ঘনাই
কতোবা নিবিড় ঘন সৰু সৰু বন
নিলগত দেখি ভুঁই প্ৰায়।
সুন্দৰ দলিচা যেন থৈ দিছে পাৰি
শুৱনী প্ৰকৃতি শুৱলৈ
শান্তিৰ আবাস ভূমি হিয়া জুৰণিয়া
পাই দুখ অশান্তি বিলই।
হৰিণা-হৰিণী যুৰি থাকে সুখে তাত
নাই মানুহৰ কোলাহল।
মনোহৰ ঘাঁহ-পাত মন সুখে খায়
নাই চিন্তা সুখত খিতোল।

নাই হিংসা-দ্বেষ আৰু নাই কপটতা
দুষ্ট মানুহৰ কু-মন্ত্ৰণা
সৰল জীৱন তাৰ দিন বই যায়
প্ৰকৃতিৰ পোহনীয়া পোনা ।

কতোবা গহীন হাবি ঘোৰ ঘন বন
কঠোৰ স্বভাৱ অতি তাৰ
নানা জন্তু পৰিপূৰ্ণ হিংসুক ভীষণ
হাতী, মহ, বাঘ, বৰা, গড় ।

কতোবা পুখুৰী আছে স্বচ্ছ পানী তাৰ
পক্ষী-মাছ কত ৰৰণীয়া
সুৱলা চাৰিওফালে প্ৰকৃতিৰ ক্ৰিয়া
গছে, ঘাঁহে, শ্যাম জেউতীয়া ।

কতোবা বইছে নই কুল কুল কুল
নিজৰণী বাগিচা শুৱাই
পাৰে পাৰে মানুহৰ সুন্দৰ নগৰ
বয় নৈ সম্পদ বিলাই ।

মৰতীয়া চকু মোৰ চৰ্ম আবৰণ
কি বুজিম কি সৌন্দৰ্য তাৰ
বিশ্ব জুৰি লীলা ভূমি অনন্ত যুগীয়া
জ্যোতিৰ্ময় বিশ্ব বিধাতাৰ ।

ৰ'দত তপত খোলা দগ্ধ ধৰণীত
শোভে কিবা ৰূপহী জোনাই
কেনেনো কোমল প্ৰভা লাখে লাখে তৰা
হাঁহি হাঁহি মিটি মিটি চায় ।

হে ঈশ্বৰ, ধন্য শক্তি অসীম তোমাৰ
ধন্য প্ৰভু তোমাৰ সি প্ৰেম
তোমাৰ প্ৰেমৰ চিন অনন্ত জগত
প্ৰেমময় তোমাৰে সম্পদ ।

## লাহে লাহে

এখোজ এখোজ কৰি খোজ বহুৱাই
পোৱাগৈ টিং পৰ্বতৰ
এভৰি এভৰি কৰি আগ বাঢ়ি বাঢ়ি
পোৱাগৈ দেশ দেশান্তৰ ।

এডাল এডাল কৰি সুতা বৈ বৈ
বোৱা হয় দীঘল কাপোৰ
এটোপ এটোপ কৰি পানী গোট খাই
হয় শেষে গভীৰ সাগৰ ।

একোটা একোটা কৰি আখৰ জোটাই
লেখা হয় বহু পুথি-পাঁজি
এডোপ এডোপ কৰি বাঢ়ি গৈ গৈ
দেখা পোৱা বৰগছ জুপি ।

এটি দুটি কৰি কথা ফুটি ফুটি আগে
আজি দেখা কত সুপণ্ডিত
এষাৰ দুষাৰ কৈ বক্তৃতাৰ সোঁত
নৈ যেন হয় প্ৰৱাহিত ।

আগত বহুত বাট শিক্ষাও অসীম
তাৰ বাবে ভয় পৰিহৰি
এষাৰ-দুষাৰকৈ পঢ়ি পঢ়ি যোৱা
জান ভাৱ সকলো পাহৰি ।

লাহে-লাহে আগবাঢ়া কৰি মন ভাঠ
আধৰুৱা এষাৰো নেৰিবা
তোমাৰ অধীন আজি বহু পুথি-পাঁজি
সময়ত আপুনি দেখিবা ।

## ধুমুহা

নিজম আকাশ নিজম জগত
ধুঁৱলী-কুঁৱলী ধৰা
মাজে মাজে আছে চেঁচা বা এছাটি
উটি ক'ৰবাৰ পৰা।
পশ্চিমৰ ফালে ঘোৰ নীলিমাত
সোণালী বিজুলী নাচে
চক্‌মক্ কৰি হাঁহি লৰ মাৰে
এই নাই এই আছে।
বৰ বৰ গছ নিঠৰ নীৰৱ
ভয়ত নিতাল প্ৰায়,
পক্ষী উৰি উৰি মুকলিৰপৰা
বৰগছলৈ যায়।
বাটৰুৱা গৈ গৃহস্থ ঘৰত
পলাই আশ্ৰয় লয়,
গৰু ঘোঁৰা যায় নিজ ঘৰলৈ
সংসাৰ বিয়পি ভয়॥
দেখোঁতে দেখোঁতে প্ৰবল বতাহ
চেঁচা ছাটি বয় ঘনে,
দূৰ ক'ৰবাত কিহবাই মাতে
শুনে সবে ভীত মনে॥
দেখোঁতে দেখোঁতে শুনোতে শুনোতে
শবদ ওচৰ চাপে,
লগে লগে পানী টুপ্ টাপ্‌কৈ
পৰে বৰ বৰ টোপে॥
দেখোঁতে দেখোঁতে হুৰ্ হুৰ্ হুৰ্
বতাহে পেলালে আগ
দীঘল ধৰীয়া লেথাৰি নিছিগা
বৰষুণে ল'লে লাগ॥
দেখোঁতে দেখোঁতে ঠন ঠন ঠন
কপহুৱা শিল পৰে
কত বেৰ ফুটে কত গছে গছে
কেঁচা পকা গুটি সৰে॥

ঘৰ মেট্ মেট্ বেৰ চট্ চট্
ওপৰে হো হো হো মাত।
বতাহত নুই হালি পৰে গছ
ছিগি যায় ডাল পাত॥
গছ বতাহৰ হয় মহাল্লাস
দেখোঁতে লাগিছে ভয়।
কোনো কোনো গছ থিয়দি থাকিল
কোনোবা পৰিল ভঁয়॥
বৰ বৰ গছ ভাগি ছিগি গ'ল
কত চৰাই বাহ লৈ।
কত কত ঘৰ বেৰ চাল নাই
ৰ'ল লঠা-মুঠা হৈ॥
ওপৰত ঘন মেঘৰ গাজন
সঘনে বিজুলী খেলে।
কড় কড় কড় বৰগম মাত
যেন বা প্ৰলয় মিলে॥
পৰ্বতৰ দৰে বৰ ওখ ওখ
টিং বগা বগা হৈ।
ঢৌউৰ কোবত দল দোপ্ দোপ্
খলকি উঠিছে নই॥
নাৱৰ মাজত বহি নাৱৰীয়া
হৰিক চিন্তিছে মনে।
পানী সিচি সিচি তৎ বুদ্ধি নাই
মহা ভয় মনে মনে॥
দেখোঁতে দেখোঁতে কমিল শবদ
বতাহ বৰষুণৰ।
শিল বৰষুণ মেঘৰ গাজন
ক্ৰমাত পৰিল ওৰ॥
অলপ আগতে এৰূপ আছিল
এতিয়া এৰূপ লৈ।
নতুন ৰঙেৰে গুলাল পৃথিৱী
আকৌ শোভিতা হৈ॥

সেউজীয়া পাত আৰু সেউজীয়া
নদীত আছিল বান ।
ভুঁইৰ মাজত হালি জালি ৰ'ল
শ্যামল শোভন ধান ।।
তিতা গছ পাত বোকা আলিবাট
ধৰাৰ কোমল ভাব ।
নাই সৰগৰ মাত ভয়ঙ্কৰ
প্ৰকাশে জুৰ স্বভাৱ ।।
প্ৰথমে গৰ্জন পাছত বৰ্ষণ
খঙৰ পাছত জুৰ ।
বৈ আছে এনে স্বভাৱৰ গুণে
সুন্দৰ জগত পুৰ ।।

## প্ৰেম পত্ৰ

[বহু শতাব্দীৰ পূৰ্বে ফৰাচী দেশৰ এজন ডাঙৰ মানুহৰ ছোৱালী এজনীৰ তেওঁৰ শিক্ষকৰ লগত গুপ্ত প্ৰণয় হয়। শিক্ষকজন অলপ তল শ্ৰেণীৰ মানুহ আছিল। এই কথা ব্যক্ত হ'লত ডাঙৰীয়াজনে আত্ম-গৌৰৱত বৰ আঘাত পাই ছোৱালীজনীক এটা 'কনভেণ্ট'ত (Convent) বন্দী কৰি থলে আৰু শিক্ষকজনক মানুহ লগাই অস্ত্ৰাঘাত কৰাই বহুত অপমান কৰালে। ছোৱালীজনীয়ে আৰু এই জীৱনত বিয়া নকৰালে। বহুতদিন এইদৰে থকাৰ পাছত দুয়োৰে এবাৰ চিঠি-পত্ৰ লিখা-লিখি হৈছিল। এই বিষয়ে ফৰাচী ভাষাত এটা বৰ সুন্দৰ কবিতা আছে। লিখকে এই গল্পটি লৈ স্বাধীনভাৱেৰে এই কবিতাটি লিখিছে।]

প্ৰিয়তমে ! কি বুলিনো সম্বোধন কৰিম তোমাক
কিবা ভাষা কৰিম আশ্ৰয়
মৰতীয়া ভাষা এনে কিবা আছে দেৱী
যাৰে মোৰ ভাব ব্যক্ত হয়,
মনুষ্য ভাষাৰে ভাব নোৱাৰো বৰ্ণাব
দেৱভাষা নাজানো যে তাক,
দেৱকন্যা শাপভ্ৰষ্টা নাৰী ৰূপা তুমি
কিবা কথা জনাম তোমাক,
যিদিনা প্ৰথমে তুমি ছাত্ৰীৰূপে মোৰ
সোমালাহি শিক্ষাৰ আলয়,
মনত আছেনে দেৱী, আজি সেই কথা
নাছিল ভাবৰ বিনিময় ।
(তুমি) স্বভাৱ চপলা ক্ষুদ্ৰ দেৱবালা যেন
হাঁহি-মাতি নাচি ফুৰিছিলা
(মই) আদৰৰীয়া শুকদেৱ অতি যতনেৰে
শিকালো জ্ঞানৰ কত কলা ।
অলপ দিনতে পাছে দেখিলোঁ তোমাৰ
কি সৌন্দৰ্য নৰ জগতত,
অপূৰ্ব অমূল্য জ্যোতি স্নেহৰ ভঁৰাল
জিলিকিছে তোমাৰ দেহত ।
লাহে লাহে মুগ্ধ হিয়া মন্ত্ৰ মুগ্ধ যেন
আকৰ্ষিত হ'ল তোমালই
কত যত্ন, কত শ্ৰম, কৰিলোঁ কতনা
নোৱাৰিলোঁ ঘূৰাব যে মই ।
নজনা নুশুনা এটি আনন্দৰ ঢৌৱে
হিয়া মোৰ দিলে ওপচাই ।
জগত সংসাৰ জুৰি দেখিলো সুন্দৰ
এনে সুখ আৰু ক'তো নাই ।
মনে মনে চাই চাই কত সুখ পাওঁ
নিদিলো তোমাক জানিবলৈ,
অন্তৰত গঢ়ি লৈ সোণৰ প্ৰতিমা
পূজিছিলো সুখে মত্ত হৈ
আসক্তি বিহীন মোৰ পবিত্ৰ প্ৰেমৰ
নাছিল যে প্ৰতিদান আশ
তোমাৰ হাঁহিত মোৰ প্ৰাণৰ পিয়াহ
গুচিছিল, নাছিল হেঁপাহ ।
ৰাতিপুৱা পখীবোৰে সুমধুৰ গায়
তাতে শুনো তোমাৰ মাতটি,
ফুলনিত ফুলি থাকে লাহৰী গোলাপ
তাতে দেখোঁ তোমাৰ ৰূপটি ।
পৰ্বতৰ জুৰি এটি কুল কুল কই
কই যায় তোমাৰ কথাটি
নীলিমাত সুশীতল ৰূপহী জোনায়ে
পৰকাশে তোমাৰ আভাটি ।
শুকান হৃদয় মোৰ মৰুভূমি যেন
তোমাৰ ছাঁয়াটি পৰি তাত,
স্বৰ্গীয় নন্দন বন কৰিলে সৃজন
দেৱবালা তোমাৰ কৃপাত ।

দেখা পালোঁ অকস্মাত পৰ্চোঁতে পৰ্চোঁতে
উচুপি উঠিলা তুমি কান্দি,
মুগ্ধ হ'ল হিয়া মোৰ ব্যাকুল তৰাসে
ধৰিলো তোমাক আকোঁৱালি।

ভাগি গ'ল, উটি গ'ল শিষ্যৰ বান্ধোন
প্ৰেমে কৰে সকলোকে জয়,
সিদিনাৰ পৰা মোৰ নতুন জগত
সিদিনাই শেষ মৃত্যু ভয়।

গভীৰ কৰ্তব্য জ্ঞান কেনিবা পলাল
প্ৰাণত বাজিল প্ৰেম বাঁহী
নতুন বসন্ত হ'ল উদয় প্ৰাণত
তোমাৰ প্ৰেমত গলো ভাঁহি।

তাৰ পিছে অজানিতে কেনেবাকে প্ৰিয়ে
ব্যক্ত হ'ল এই সমাচাৰ
পবিত্ৰ নিৰ্দোষ এই প্ৰেমৰ কাহিনী
বুজ পালে পিতাৰে তোমাৰ।

সিদিনাই অন্ত হ'ল সুখৰ জীৱন
কিয় প্ৰাণ নগ'ল সিদিনা ?
ধৰি নি তোমাক হায় নিঠুৰ ভাৱেৰে
বন্দিনী কৰিলে প্ৰিয়তমা।

শেষ হ'ল কত কাল তাৰ পিছে আজি
আশ্ৰমত তুমি সন্ন্যাসিনী
(মই) লক্ষ্যহাৰা লক্ষ্যভ্ৰষ্ট বাতুল স্বৰূপ
জ্ঞান গৰ্ব অতীত কাহিনী।

অলপ সান্ত্বনা পাওঁ শুনো যদি তুমি
ধৰ্ম চৰ্চি সুখে আছা বুলি।

তুমি সুখী হলে সুখী, ময়ো সুখী হও
নাই আন কামনা সমূলি।
(তুমি) জগতৰ সৌন্দৰ্যৰ সাৰ বস্তু যেন
ধনে মানে বৈভৱে অতুল,
নিচলা দৰিদ্ৰ এই পণ্ডিতৰ প্ৰতি
কিয় এনে আসক্তি ব্যাকুল।

কত ৰজা-ৰাজপুত্ৰ তোমাৰ কাৰণে
এতিয়াও প্ৰেমে দিশহাৰা
পাহৰাই অভাগাক অতীতৰ স্মৃতি
আঁতৰোৱা হৃদয়ৰপৰা।

পোহৰোৱা দেৱকন্যা গুণে অতুলনা
ভাগ্যৱান ধনীৰ প্ৰাসাদ।
পোহৰোৱা পিতৃকুল বঢ়াই সন্মান
ভোগ কৰা প্ৰাণৰ সোৱাদ।
(মই) নিহকিন শিক্ষাগুৰু থাকিম সততে
আশীৰ্বাদি প্ৰভুৰ আগত
তোমাৰ সুখত মোৰ প্ৰাণে শান্তি পাব
বিয়াকুল তোমাৰ দুখত।

তুমি সুখে আছা দেৱী ইয়াকে জানিলে
নকৰোঁ যে মৃত্যুলৈকো ভয়।
নগ্ন শৰীৰত পালোঁ কত অস্ত্ৰাঘাত
পুনু ল'ম আনন্দে নিশ্চয়।
পাহৰা, পাহৰা দেৱী, অতীতৰ ভাৱ
দুৰ্ভগাৰ এটি অনুৰোধ
নহ'লে কতনো প্ৰিয়া, কন্দাবা, কান্দিবা
প্ৰাণে মোৰ নামানে প্ৰবোধ।

প্ৰিয়তম,

মাৰ যায় বেলি যেন সাগৰ বুকুত
মোৰো সুখ আশা বহুদিন হ'ল আজি
অস্তমিত অনন্তৰ অনন্ত গৰ্ভত।
নাজানিলা প্ৰিয়তম, নাৰীৰ হৃদয়
কিবা সজুলিৰে সজা কোমল পৰাণ
নিচেই প্ৰেমেৰে ভৰা, মৰমৰ সোঁতে
বই যায় বাৰিষাৰ ভৰা নই দৰে।
এই প্ৰেম প্ৰস্ৰবন সৃষ্টিৰ কাৰণ
সৃষ্টি স্থিতিৰ কাৰণ; জননীৰ হিয়া
কিবা অনুপম অতুলন প্ৰেম ভৰা।
যৌৱনৰ প্ৰথম বিকাশ কাল হলে
জীৱনৰ বসন্ত যেতিয়া, কি অপূৰ্ব
জগত সংসাৰময় হয় অনুমান।

সকলোতে ৰূপহী জেউতি, সকলোতে
সৌন্দৰ্য, বিশ্বময় আনন্দ লহৰি
হয় প্ৰবাহিত। বসন্তৰ কোকিলৰ
কুহু মাত কেনে মনোহৰ বোধহয়!
ফুলৰ জেউতি কি অপূৰ্ব শোভাময়
সুনীল আকাশ স্নিগ্ধ মনোমোহা।
এতিয়া যদি হিয়াত পৰেহি প্ৰতিবিম্ব
মোহন মূৰুতি প্ৰেমৰ ছবিৰ কোনো
মুহূৰ্ত্তত নাৰীৰ জনম ধন্য হয়।
অভাগিনী ময় সংসাৰৰ অপাৰ্থিৱ
বস্তু যদি জীৱনৰ সাৰ হয় প্ৰভু;
ধন্য মই শতবাৰ বখানো নিজক
শতবাৰ ধন্যবাদ দিওঁ বিধাতাক
এই জীৱনত পবিত্ৰ প্ৰেমৰ স্বাদ
পালো দেখি।

যৌৱনৰ আৰম্ভত ধীৰে
মানসিক বৃত্তিবোৰ হ'ল প্ৰস্ফুটিত
উদ্দাম লালসা, উদ্দাম সকলো ভাৱ,
ধীৰে ধীৰে সেই সময়ত পৰিলহি
মূৰতি তোমাৰ হিয়াৰ পটত মোৰ।
আদৰীয়া তুমি, ধনহীন গুৰুদেৱ।
কিন্তু কি সৌন্দৰ্য অন্তৰ্জগতত তব।
কিবা সৌম্য ধীৰ মূৰ্তি সাগৰ গম্ভীৰ
প্ৰশস্ত ললাটে বিকাশিছে কিবা জ্ঞান।
কিবা চাৰু স্নিগ্ধ চিকু জুড়ি অঞ্চল।
মুহূৰ্ত্তেকে হই গ'ল প্ৰাণ তুমি ময়।
নাজানিলা তুমি মোৰ হৃদয়ৰ এই
ৰহস্য মধুৰ বহুদিন। পঢ়াওঁতে
মোক বহুদিন পাহৰি সমুলি কথা
চাই থাকোঁ মই স্বৰ্গীয় জেউতিপূৰ্ণ,
পুণ্যময় শিৱময় সি মুখমণ্ডল।
কোকিল-কাকোলি যেনে কোমল কথাৰে
বুজাওঁতে ৰহস্য বিশ্বৰ, প্ৰকৃতিৰ
আধা ফুটা মধুৰ মোহিনী ভাববোৰ—
ভাবত বিভোৰা আপোন পাহৰি যাওঁ।
তাৰ পাছে, শৰীৰ ৰোমাঞ্চ, পুলকিত
হয় তনু ভাবিলে সি মধুময় কথা।
কি আবেশ, কি আবেগ প্ৰাণৰ কি সুখ;
গুপুত প্ৰণয় জনাজনি হ'ল উভয়ৰে।
মূৰ থই তোমাৰ বুকুত কি আনন্দ,
চুমি মৌসনা ওঁঠ দুটি শিয়ঁৰি উঠা,
চাই চাই মোহন মহিমাময় সেই
মুখখনি আপোন পাহৰি যোৱা কথা
জাগিলে মনত, এতিয়াও ভোল যাওঁ
লোপ পায় জগৎ সংসাৰ একেবাৰে
চকুৰ আগৰ পৰা, হিয়াতল ভেদি
জাগি উঠে লুপ্ত স্মৃতি, কৃপণৰ ধন
মোৰ সযতনে সাঁচি থোৱা মহাবস্তু
প্ৰাণৰ লগত ডাঠি বান্ধ খাই থাকা।
কত ৰাজ পুত্ৰ ৰাজা ডাঙৰীয়া কত
নানা বিচিত্ৰ সাজে ঐশ্বৰ্যৰ গৰিমাত
দেখা দিলে মোক, ক'লে কত কাণে কাণে
প্ৰেমৰ কাহিনী, দেখুৱালে কত শত
সুখ ছবি—কিন্তু মই অতি সযতনে
লুকুৱাই হৃদয় তলিত ছবিখনি,
তাকেহে পূজিলোঁ, তাকেহে জঁপিলো দেৱ।
মুহূৰ্ত্তেকো নাভাবিলোঁ আন কাকো আৰু।
অসম্ভৱ সেই কথা; তুমিময় প্ৰাণ
নাই একো মোৰ তুমি বিনে জগতত।
চকু মুদিলেই স্বপ্নদেৱী দয়া কৰি
আহি, আনি দিয়ে তোমাক কাষত মোৰ।
কি সুখে কটাওঁ নিশা, দেখোঁ সেই বন,
উপবন, নিৰ্ঝৰিনী প্ৰাসাদ নিচয়
য'ত য'ত ফুৰিছিলোঁ লগত তোমাৰ।
শুনোঁ আৰু তোমাৰ পবিত্ৰ প্ৰেম কথা।
পিওঁ প্ৰাণভৰি তোমাৰ অমৃত কণ্ঠ
নিসৃত মধুৰ জ্ঞানৰ অপূৰ্ব বাণী।
বৰ সুখে কাটে নিশা, পুৱা হলে সখা,

ঋষিকন্যাগণে উপাসনা মন্দিৰত
কৰে ঈশ আৰাধনা ময়ো থাকো তাতে
সংযত চিত্তেৰে ভাবোঁ বিশ্ব নিয়ন্তাক।
কিন্তু ভাবোঁতে ভাবোঁতে অজানিতে মোৰ
তোমাৰ ছবিটি পৰে হিয়া দাপোণত।
তন্ময় চিত্তেৰে চাই থাকো সেই ছবি।
আৰাধনা শেষ হ'লে উঠি যাওঁ সখা
পুলকিত হিয়া আনন্দে আপ্লুত মন।
নিৰ্দয় পিতাই কাটি নিলে যদিওবা
মোৰ ভূজবান্ধনীৰপৰা তোমাক বলেৰে
কিন্তু, কি সাধ্য ই প্ৰেম মূৰ্তি আঁতৰাব
এই হৃদয়ৰ পৰা জীৱনে মৰণে।
কি সতেৰে সখা তুমিও নিৰ্দয় হ'লা।
কলা আন মানুহক অৰ্পিব পৰাণ।
ক'ত আছে প্ৰাণ মোৰ তুমি অবিহনে।
বিয়া? ইটো সমাজৰ বান্দনী মাথোন।
দুখনি হিয়াৰ হলে প্ৰেম পৰিণয়
কেলেই লাগিছে বিয়া? পাৰ্থিব মিলন
বৰ মধুময় সকলো সুখৰ সাৰ
যদি প্ৰথমতে মনৰ মিলন হয়।
নহলে বিয়া কি? অসৎ অসতী সঙ্গ
অপবিত্ৰ বাৰ-বনিতাৰ খেলা মাথোঁ।
সমাজৰ অভিমত সতে; কোন সতে
অপবিত্ৰ মিলনৰ দিলা উপদেশ।
তোমাৰ কাকতখনি ক'ৰ পৰা কেনি
পালেহি বিচাৰি মোক ভাবিলে বিস্ময়;
আনন্দৰ বাৰ্ত্তাবাহী দূত প্ৰেমৰ নিজৰা
আখৰে আখৰে কি পবিত্ৰ প্ৰেম ভাৱ।
এশবাৰ পঢ়ি পঢ়ি হেপাহ নুগুচে
মোৰ; কিন্তু কোনে নগ্ন শৰীৰত দিলে
অস্ত্ৰাঘাত প্ৰভু। পঢ়িবৰে পৰা কথা
ভাহি আছে চকুৰ পানীৰে দিনে ৰাতি।
নিঠুৰ পিতাৰ কতনো সহিম শাস্তি।
নবধেনো কিয় মোক। সংসাৰৰ যত
আপদ কলঙ্ক আৰু পৰিব যে ওৰ
অভাগীৰ পাপ জীৱনৰ লগে লগে।
ইচ্ছা হয় এৰি নাৰী বেশ ততালিকে
চামুণ্ডাৰূপিনী হই তৰোৱাল লই
খণ্ড খণ্ড কৰো সেই পাষণ্ডক যিটো
নৰাধমে অস্ত্ৰাঘাত কৰিলে তোমাক।
মোৰ দুখ নাই সখা যদি শুনো তুমি
সুখে আছা বুলি, কিন্তু তোমাৰ দুখত
হিয়া মোৰ ফাটি যায়। খাটোঁ বিধাতাক
তোমাৰ মূৰুতি হৃদয়ত ভাবি ভাবি
তোমাৰ নামটি জপি জপি থাকোঁতেই
অতি সোনকালে যেন প্ৰাণ বায়ু শেষ হয়।
তেনেহলে স্নেহহীন অভিমানী জনকৰ মোৰ
পূৰ্ণ হব মনস্কাম ধন্য হব তেওঁ।

## গদ্য কবিতা

### দিবা স্বপ্ন

বসন্তৰ আগমনত আজি প্ৰকৃতিৰ কি মাধুৰী। যেনি চাওঁ, দেখোঁ কেৱল ৰূপ, ৰস, গন্ধ, শব্দৰ কি বিতোপন উচ্ছ্বাস। বাহিৰলৈ ওলালোঁ, দেখোঁ ৰ'দৰ কিৰণত নানা ৰকম পোক পখিলা উৰি ফুৰিছে। চৰাইবোৰে যোৰা-যুৰিকৈ অতি মৰমেৰে ইটোৱে সিটোৱে যোৰা বান্ধিছে। ক'ৰবাত এটা সখিয়তি চৰায়ে উশাহ নোহোৱাকৈ মাতিব লাগিছে "বৌ, কাকা ক'ত?" বিশ্বৰ সমগ্ৰ বিৰহৰ প্ৰতি-মূৰ্ত্তি সেই মাতষাৰিত প্ৰতিফলিত হৈছে। টেঙাৰ ফুল ফুলিছে, কি সুন্দৰ গোন্ধ বতাহৰ চেৱে চেৱে উটি আহিব লাগিছে। ফুলনিত কত ফুল—ঘাঁহনিত কেনে সেউজীয়া ন ন পাত ওলাব লাগিছে। দিগ-দিগন্তব্যাপী সোণোৱালী জেউতি। পৰ্বতৰ জুৰি এটিৰ কাষত দীঘল হৈ পৰি ভাবি আছিলোঁ কত কথা। অত ৰূপ, অত গন্ধ, অত সৌন্দৰ্য, অত তৃপ্তি--কিন্তু তথাপিও কেৱল চাৰিওফালে অশান্তি —কেলেই?.....টোপনি আহিল সপোন দেখিলোঁ, যেন মহাশূন্যেৰে অকলশৰে উৰি উৰি গৈ আছোঁ। কিছু দূৰলৈ দেখিলোঁ, ৰঙা, নীলা কত সূৰ্য, কত চন্দ্ৰ, কত তৰা আৰু গৈ গৈ দেখোঁ, কত জ্যোতিষ্ক খহি পৰিব লাগিছে, কত আকৌ ন ন গ্ৰহ-নক্ষত্ৰ মুহূৰ্তে মুহূৰ্তে জন্মিব লাগিছে। আৰু ওপৰলৈ গ'লো, গৈ দেখোঁ কেৱল জ্যোতি কেৱল জ্যোতি আৰু নিবিড় আনন্দম্। কোনোবাই যেন সুধিলে -জীৱনৰ ৰহস্য কি? মই একো মাতিব নোৱাৰিলোঁ। আকৌ সেই বাণীয়ে সুধিলে—ভঙা মানে কি? মই কলোঁ ভঙা মানে শেষ। উত্তৰত শুনিলোঁ--মূৰ্খ। শেষ ক'ত? ভঙা মানে গঢ়া, মৃত্যু মানে জীৱন। ৰূপ, ৰস, গন্ধ—সকলো সঁচা। শত শতাব্দী অসীমৰ এক ৰেণু। একৰ অভিব্যক্তিত বহুৰ সমাবেশ। ফুলৰ মৌ লৈ, গোন্ধ লৈ, শব্দৰ মাধুৰী লৈ, ৰূপৰ জেউতি লৈ যে তোৰ জন্ম। ক্ষণে ক্ষণে পৰিবৰ্তনৰ মাজেদি তই যাব লাগিছ সেই অসীমত মিলিবলৈ, যাৰ আদি নাই, অন্ত নাই, মধ্য নাই। পৃথিবীৰ জীৱ, আনন্দত আশ্ৰয় লৈ সচ্চিদানন্দক জানিবলৈ চেষ্টা কৰ—সাৰ পালোঁ।

# উচ্ছৰ্গা

যিজনৰ অকৃত্রিম চেনেহ আমি সাত বছৰ সমানে পাই আছিলোঁ, যিজনৰ ঘৰৰ গৃহিণী আচলতে এগৰাকী মূৰ্তিমতী গৃহলক্ষ্মী, ঔদাৰ্য্য যাৰ প্ৰত্যেক কাৰ্য্যতে বিকাশ পাইছে, সত্যতা যাৰ জীৱনৰ অলঙ্কাৰ, অসমীয়া সাহিত্যৰ অদ্বিতীয় লেখক, সেই সুধীৰাগ্ৰগণ্য, ধৰ্ম্ম ব্ৰতী, শ্ৰীযুত সত্যনাথ বৰা ডাঙৰীয়াৰ পবিত্ৰ কৰ-কমলত এই ক্ষুদ্ৰ কিতাপখনি সাদৰেৰে অৰ্পণ কৰিলোঁ। ইতি—

শুক্ৰবাৰ
১৯ ফাগুন ১৮৩২
১৯১১ খ্ৰীষ্টাব্দ।

নবীন

# পাতনি

শ্ৰীশ্ৰী৺দুৰ্গা পূজাৰ বন্ধত ঘৰলৈ গৈ পূজাৰ উৎসৱ সম্পূৰ্ণ উপভোগ কৰিবলৈ লেখকে বৰ আশা কৰিছিল। বিদেশৰপৰা ঘৰলৈ গলে উদৰ-দেৱতাৰ ওপৰত কেনে অত্যাচাৰ হয়, লেখকৰ মতেৰে, তাক পাঠকসকলৰ ভিতৰত বহুতে জানে। কাজেই পূজাৰ উৎসৱত সামাজিক আৰু আৰ্থিক অত্যাচাৰ উপভোগ কৰাৰ লগে লগে এবাৰলৈ উদৰ-দেৱতাৰ অত্যাচাৰো নীৰৱে সহিবলগীয়াত পৰিছিল। এনে আহুকলীয়া সময়তো লেখকৰ সুযোগ্য বন্ধু ডাক্তৰ শ্ৰীযুত ৰবিনাৰায়ণ বৰাৰ আৰু ডেকা বন্ধু ৰোহিনীকুমাৰ চৌধুৰীৰ খুচীয়া উৎপীড়ণে তেওঁৰ প্ৰাণবায়ু কণ্ঠগত কৰি তুলিছিল। উপদ্ৰৱ এই যে দিন নাই ৰাতি নাই কেৱল তেওঁবিলাকক হেনো এখন ফাৰ্চ (farce) লিখি দিব লাগে। এই ফাৰ্চৰ নিমিত্তে তেওঁক যে কিয় বিশেষকৈ বাছি ধৰা হৈছিল, তাক তেওঁবিলাকেইহে জানে। পিছে এজন হৈছে ডাক্তৰ, [illegible] কল্পনা-শক্তিৰ কিয়া বিশেষ বিকাশ হোৱা কথা যদি কোনো ডাক্তৰী শাস্ত্ৰত পাই থাকে তাকো তেওঁহে জানে। যি কি হওক প্ৰাণবিনাশক অত্যাচাৰ ঘুচাওঁ বুলি ঘুচাব নোৱাৰি; কিন্তু কিতাপ লেখা অত্যাচাৰটি ভালেবেয়াই কিবা এখন লেখিলেই ঘুচে। কাজেই "আত্মানং সততং ৰক্ষেৎ"—এই মহাবাক্য আষাৰি স্মৰণ কৰি মৰি মৰজাহ দি দুদিনৰ ভিতৰত এই ক্ষুদ্ৰ কিতাপখনি লেখি আপদৰ হাত সৰা হ'ল।

সেই সময়ত শ্ৰীশ্ৰী৺লক্ষ্মী পূজা আছিল। অসমীয়া মানুহে লক্ষ্মীৰ পূজাকেহে কৰে, কিন্তু লক্ষ্মী আইয়ে হলে অসমীৰ পূজা গ্ৰহণ কৰে বুলি বিশ্বাস নহয়—কাৰণ, অসমীয়াৰ ঘৰত লক্ষ্মী আইৰ গতি বিৰল। কিন্তু লক্ষ্মীবিৰলা হলেও যথাৰ্থতে অসমত গৃহলক্ষ্মীৰ অভাৱ বিশেষ নাই। তাৰ বাহিৰেও পূজাৰ সময়ত সচৰাচৰ যিবিলাক ঘটনা দেখা যায় তাৰপৰাও কিছুমান চিত্ৰ এই কিতাপত লোৱা হৈছে। এই কিতাপখনি ছপাৰৰ উপযুক্ত হৈছে বুলি লিখকে নাভাবে। কিন্তু, গুৱাহাটীৰ আৰু কলিকতাৰ ডেকা বন্ধুসকলে ইয়াক বিশেষ পছন্দ কৰিছে। এনেকি তেওঁবিলাকৰ কেইজনমানে কিতাপখনি নকল কৰি, বৰ্ণাশুদ্ধি চাই, আৰু ছপাৰৰ বন্দবস্ত কৰি দিয়ো লেখকৰ সকলো শ্ৰম দূৰ কৰিছে। শ্ৰীযুত ৰবিনাৰায়ণ বৰা, শ্ৰীযুত নীলমণি ফুকন, শ্ৰীযুত ৰোহিণীকুমাৰ চৌধুৰী, শ্ৰীযুত পদ্মধৰ চলিহা, শ্ৰীযুত অম্বিকা নাথ বৰা ও শ্ৰীযুত পূৰ্ণানন্দ শৰ্মা আদি লেখকৰ সোদৰ-প্ৰতিম বন্ধুসকলৰপৰা তেওঁ বিশেষ সহায় পাইছে।

সৰশেষত গুণগ্ৰাহী পাঠক-পাঠিকাসকলে বিশেষকৈ অসমীয়া গৃহলক্ষ্মীসকলে এই কিতাপখনি মৰমৰ চকুৰে চালে লিখক কৃতাৰ্থ হ'ব। ইতি—

কলিকতা
৩ মাৰ্চ ১৯১১

নবীন

# অভিনেতাসকল

**পুৰুষ ঃ**

| | |
|---|---|
| হৰিচৰণ | ধনী মানুহৰ ল'ৰা, শিক্ষিত যুৱক |
| হীৰালাল<br>জগন্নাথ<br>ধনেশ্বৰ | হৰিচৰণৰ বন্ধু |
| প্ৰভাকৰ | হৰিচৰণৰ পিতাকৰ বন্ধু |
| দিবাকৰ | এজন ভদ্ৰলোক |
| সুবল | ঐ |

পুলিচ কনিষ্টবল, জমাদাৰ, চাপ্ৰাচী, বেহাৰা, মেতৰ, হাকিম, উকীল, চিৰস্তাদাৰ

**তিৰোতা ঃ**

| | |
|---|---|
| গোলাপী | হৰিচৰণৰ বৈণীয়েক |
| বিমলা ওৰফে পাৰুল | এজনী বেশ্যা |

হৰিচৰণৰ দাসী, নৰ্তকীসকল।

# প্ৰথম অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক

[হৰিচৰণৰ ঘৰ। গোলাপী মন মাৰি বহি থাকে। এনেতে হৰিচৰণৰ প্ৰবেশ।]

হৰি ঃ প্ৰিয়তমে গোলাপী! Rose, Rosalind, my darling, কেলেই এনেকৈ মন মাৰি আছা? You don't know my love, মোৰ হিয়াখন কিমান love ৰে পৰিপূৰ্ণ। প্ৰিয়তমে! ৰবি ঠাকুৰৰ ভাষাৰে কওঁ "জনম অবধি, বিৰহে দগধি, এজীৱন হয়েছিল ছাই; তোমাৰ অপাৰ প্ৰেম পাৰাবাৰে জুৰাইতে আমি এনু তাই।" সেই ৰাজীৱ চৰণত আশ্ৰয় দি অলপ true love ৰ চিনাকি দি মোৰ শুকান বালি, চাহাৰা মৰুভূমিৰ নিচিনা এই কৰ্কশীয়া হিয়াখনি অলপ শীতল কৰিবানে?

গোলাপী ঃ মোৰ ঈশ্বৰ প্ৰভু! আপোনাৰ এনেবোৰ কথা শুনিলে মই বৰ ভয় খাওঁ আৰু লাজ পাওঁ। মই আপোনাৰ দাসী; মোকনো এনে কথা ক'ব লাগেনে? আপোনাৰ চৰণ দুখানি সেৱিবলৈকে মোক অনুমতি দিয়ক প্ৰভু!

হৰি ঃ আকৌ সেই Old ideas and old style of talk! সেইবোৰ কথা পুৰণি, ৰসহীন, গদ্যময়; illiterate মানুহৰ কাণতহে ভাল লাগে। মই কি সুন্দৰ কবিতাৰে মোৰ হৃদয়ৰ true love জনালোঁ, তুমি ক'ব লাগিছিল "আজি মোৰ মন, কি জানি কেমন, বসন্ত আজি মধুময়।" তেতিয়া মই কলোঁহেঁতেন, "কাৰ নাম তুলে, মালতী মুকুলে, বায়ু ক'ৰে যায় অনুনয়।" তাকে নকৈ সেই ধৰ্ম কথা, মোৰ চৰণ সেৱা কৰা, মই প্ৰভু ইত্যাদি। মই কওঁ তুমি দাসী নোহোঁৱা; but my love, my darling. মই তোমাক slave কিনি অনা নাই।

গোলাপী ঃ প্ৰভু! মই অৱশ্যে আপোনাৰ দাসী। জনমে মৰণে তিৰোতাৰ স্বামীয়েই গতি, স্বামীয়েই মুক্তি বুলি গীতা-ভাগৱতত শুনিছোঁ। সেইবোৰনো ইংৰাজীৰে কি কৈছে?

হৰি ঃ গীতা ভাগৱত! damn those superstitious books. আজি কালি সেইবোৰ সব মিছা বুলি proved হৈ গৈছে। এতিয়া কবিতাৰ দিন, প্ৰেমৰ দিন। তুমি নাগৰী প্ৰিয়তমে! আৰু মই নাগৰ। তুমি জুলিয়েটৰ নিচিনাকৈ প্ৰেমৰ কথা ক'বা, মই ৰ'মিয়ৰ নিচিনাকৈ তোমাৰ সেই বচন সুধা-পান কৰিম। কোৱাঁ darling, কোৱাঁ "my dear, I love you."

গোলাপী ঃ এইবোৰ কি কৈছে মই হলে একো ভু পোৱা নাই।

হৰি ঃ কেলেই ভু পোৱা নাই? মই আমাৰ শুভ মিলনৰ পিচৰপৰা ক্ৰমান্বয়ে এইবিলাক শিকাবই লাগিছোঁ, তোমাৰ একো মনত নাথাকিলনে? নহয়, নহয়; dear! You don't love me. তোমাক কত যত্ন কৰিও যেতিয়া আজিলৈকে peg, whisky খুৱাব নোৱাৰিলোঁ, তেনেহলে reformation অৰেই বা আশা ক'ত?

গোলাপী ঃ প্ৰভু! মই নিচেই মূৰ্খ। মোক ভালকৈ কথাবিলাক শিকাওক, আপুনি যিহকে ভাল পাই তাকে কৰিম। কিন্তু প্ৰভু! বেয়া বস্তুবিলাক খাবলৈ মোক নধৰিব। মোৰ মূৰ্তিমতী ভগৱতীৰ নিচিনা শাহু, দেৱতাৰ নিচিনা শহুৰৰ কুলত, মোৰ ধৰ্মপ্ৰাণ পিতৃকুলত এনে অধৰ্ম কোনেও কৰা নাই। এনে কথা কৰি দুয়োকুল নৰকত পেলাবলৈ নক'ব। আপুনি মতা মানুহ, আপোনাৰ কিবা অভ্যাস থাকিলেও সিমান দোষণীয় নহ'ব পাৰে, কিন্তু ঘৰৰ তিৰোতাই তেনেবোৰ আচৰণ কৰিলে ঘৰ যে নৰক হ'ব প্ৰভু!

হৰি ঃ Hopeless, hopeless আকৌ সেইবোৰ superstitious কথা, আকৌ সেইবোৰ useless nonsense "আমাৰ সাধনা মিটিল, আশা না পূৰিল"।

[বাহিৰৰপৰা হীৰালাল—"হৰি ঘৰত আছানে?"]

হৰি ঃ আছোঁ, আহাঁ। গোলাপী! বন্ধু হীৰালাল আহিছে, তুমি এতিয়া যোৱা। "Let Hira in, let life out; হৃদয়ক আঁতৰি থাকা হৰিৰ জীৱন।
[গোলাপীৰ প্ৰস্থান আৰু হীৰাৰ প্ৰৱেশ]

হৰি ঃ (দূৰতে হীৰাক দেখা পাই) Good evening Hira, my diamond, my dear friend.

হীৰা ঃ Good evening to you হয় দেও, ঘৰত বহি বহি আমনি লাগিল, সেই দেখি তোমাৰ সঙ্গত সুখেৰে অলপ সময় কটাওঁ বুলি আহিলোঁ। ভালে আছা?

হৰি ঃ শাৰীৰিক ভাল, কিন্তু ভাই, mind কিছু troubled হৈ আছে।

হীৰা ঃ কেলেই, সেই পুৰণি কাৰণত নেকি? আজি কালি আমাৰ তিৰোতাবিলাক সমাজৰ দোষত dump, driven cattle অৰ নিচিনা হৈ আছে। কি কৰিবা, কোনো উপায় নাই। পিছে আমাৰ সৰ্বসন্তাপ-হাৰিণী কাৰণ ক'তা?

হৰি ঃ O, I beg your pardon. কই হায়?
(ভিতৰৰপৰা—"হাঁ হুজুৰ"।)

হৰি ঃ Peg লে আও।
(ভিতৰৰপৰা বেহাৰা—"বহুত আচ্ছা হুজুৰ।")

[জগন্নাথ আৰু ধনেশ্বৰৰ প্ৰৱেশ। হৰিয়ে প্ৰত্যেককে handshake আৰু অভিবাদন কৰে]

হৰি ঃ বহা ভাইহঁত। বহাহঁক। অলপ আমোদ কৰা যাওক। তোমালোক নোহোৱা হলে মোৰ পক্ষে "Life would have been as tedious as a twice told tale."

বন্ধুহঁত ঃ (একেলগে) অৱশ্যে, অৱশ্যে।
[গিলাচত মদ আৰু থালত খানা লৈ বেহাৰাৰ প্ৰৱেশ]

হৰি ঃ বন্ধুহঁত! help yourselves please.
[আটায়ে মদ খায় আৰু খানা খায়]

হীৰা ঃ আমাৰ দুখীয়া দেশৰ বন্ধু হৰিচৰণ। তুমি ভাই যথাৰ্থতে দাতাকৰ্ণ।

হৰি ঃ Don't mention বন্ধু Don't mention. তোমালোকৰ good company য়েই মোৰ unhappy জীৱন অলপ সহিব পৰা কৰি থৈছে।

হীৰা ঃ ভাই ধনেশ্বৰ! এটি গান গোৱাঁ।

ধনেশ্বৰ ঃ বাৰু——

গীত

ইমন কে দাৰা—আড় খেম্‌টা।
গোৱাঁ কুলি গোৱাঁ
মধুৰ পঞ্চম তুলি গোৱাঁহে।
প্ৰিয় সমাগমে প্ৰাণ মতলীয়া
সুৰলা মাতেৰে সাদৰি কথা কোৱাঁহে।
কত জোনালী সুখময়ী নিশা
বিৰহে দগ্ধ তনুচিত,
আজি মিলন মাধুৰী মধুৰ বসন্তে
সুৰলা গীতে উজলোৱা হে।

হৰি ঃ Bravo, bravo "কত জোনালী সুখময়ী নিশা বিৰহে দগ্ধ তনুচিত"। How poetic! মোৰ হৃদয়ৰ cord একাল vibrate কৰি গ'ল। কিন্তু "নিৰাশকাতৰ" মই "শূন্য হৃদয় নিয়ে।" মিছাতে অতবোৰ নাটক নভেল পঢ়িলো। "আমাৰ সাধনা পূৰিল"।

হীৰা ঃ Pathos! pathos! কি আপুছোচৰ কথা! ইয়াৰ এটা solution অৱশ্যে ঠিক কৰিব লাগিব। বন্ধু একো চিন্তা নকৰিবা। নাটক, নভেল্ বুজা, কবিতাৰ সোৱাদ পোৱা এনে এঠাইলৈ তোমাক লৈ যাম য'ত তোমাৰ প্ৰেমৰ হেঁপাহ তত্তালিকে মিটিব।

হৰি ঃ Really, ধন্যবাদ বন্ধু। তুমিয়েই মোৰ আচল বন্ধু।

ধনেশ্বৰ, জগন্নাথ ঃ Good night বন্ধু।

হৰি ঃ ভাই যোৱাইনে? Good night, বাৰু যোৱা।
[ধনেশ্বৰ আৰু জগন্নাথৰ প্ৰস্থান]

হীৰা ঃ ভাই হৰি! মই এটা বৰ লেঠাত পৰিলোঁ। তুমি অলপ সহায় কৰা যদি ৰক্ষা পাওঁ।

হৰি ঃ মই সদায় তোমাক সহায় কৰিবলৈ সাজু।

হীৰা ঃ এটা ধৰুৱাক মই ২,০০০ টকা দিব লাগে। সি মোৰ ঘৰ-দুৱাৰ ক্ৰোক দিছে। তুমি মোৰ friend, philosopher and guide থাকোতে মই houseless মগনীয়া হ'ব লাগিলে "তোমাৰ অযশে ভৰিব ভূমণ্ডল।"

হৰি ঃ তালৈকে এনে ভয় কৰিছানে? কুচ পৰোৱাই নাই। ধননো কেলেই? তোমাৰ নিচিনা সাধু মানুহক সহায় কৰিবলৈহে। (কেঞ্চাৰ গোলালৈ এখন চেক্ লেখি দিয়ে)। এয়া ধৰা, এই-খন দিলেই ফেঁচামল কেঞ্চাই তোমাক ২,০০০ ৰূপ দিব।

হীৰা ঃ Thank you, thank you, যথাৰ্থতে তুমিয়েই মহাপুৰুষ, এতিয়া যাও Good night.

(দুয়োৰে প্ৰস্থান)

## দ্বিতীয় দৃশ্য

[ আলিবাট। এটা মেটৰৰ প্ৰবেশ ]

মেতৰ : এইচা ভাঙ্গাবাজ্ ময়লা আদ্‌মী হাম কভি দেখা হাঁয় নেহি। ৰোজ ৰোজ ৰাস্তামে বমি আউৰ ময়লা কৰ্‌তা। চালালোক ঘৰ্‌মে আপ্‌না কাম কৰওব নেহি, মৰ্‌তা হাঁয় ৰাণ্ডা কা উপৰ। কভি মিলেগা তো ঝাড়ু মাৰ্‌কে উচ্ লোঁককো তবিয়ত ঠিক কৰ দেঙ্গে।
[সুবল আৰু দিবাকৰৰ প্ৰবেশ]

সুবল : কি হ'ল অ' মিতা? এইখন কাক গালি শাপিছ?

মেতৰ : দেখিয়ে বাবু চাহেব, এক ৰোজ নেই, দুৰোজ নেই বদ্‌মাচ লোক ৰোজৰোজ ৰাস্টা ময়লা কৰ্‌তা হাঁয়। মিউনিচিপেল্‌কা বাবুলোক ৰাস্টা ময়লা দেখ্‌নেচে ফেৰ্ হামাৰা জন্‌মানা হো যায়েগা। চব্ ৰাস্টামে যেতনা পাথৰ নিকালকে হাঁয় উচ্‌মে এই চব চাফ্ কৰনাভি বহুত মুস্কিল হাঁয়। মিউনিচিপেল্‌কা বাবুলোক মেতৰ কা উপৰ ভাৰি ওস্তাদ; ৰাস্টাচব বেমেৰামত্‌মে ৰহেগা উচ্‌মে নজৰ নেহি, লেকিন থোৰা কচুৰ মে মেতৰ কা চাজাই।

সুবল : হয় অ' মিতা খিক কৈছ। এনেই বাটবোৰত শিলবিলাকে যেনেকৈহে দাঁত চেলাই আছে, তাৰ তাপতে খোজ দিবকে নোৱাৰি; তাতে কেইটামান হতভাগা মদপীয়ে এইদৰে দিনে দিনে বাট বেয়া কৰিলে মানুহ অহা-যোৱা কৰিব কেনেকৈ?

দিবাকৰ : মাতোৱাল কেইটানো কোন?

সুবল : নকবা ভাই! এই কুৰি শতিকাৰ সভ্যতাৰ খুন্দাত আমাৰ প্ৰাণ নিটিকাতে পৰিল। হৰিচৰণ বাবু আৰু কেইটামান বদ্‌মাচে সদায় সদায় আহি সেই তাতে থকা মানুহজনীৰ ঘৰত মদ্ খাব আৰু উত্তৱালি কৰিবহি। তাতে থাকি সন্তোষ নহয়, ৰাতি হলে আকৌ বাটলৈ আটাইবিলাক ওলাই আহি চিঞৰি-বাখৰি, বতিয়াই-উকিয়াই বাটপথ তেনেই চেৰেঠ কৰেহি। ওচৰতে ঘৰ, অত দৰ্খাস্ট দিয়ো বেশ্যাজনীক তাৰপৰা তুলিব নোৱাৰিলোঁ। ঘৰত ল'ৰা-তিৰোতা লৈ থকাই অসম্ভৱ হৈ উঠিছে। আইন মতে হেনো তাইক তুলিব নোৱাৰি। সভ্য জগতৰ আইনৰ খুন্দাত আমাৰ অসভ্য মানুহৰ এতিয়া প্ৰাণ যায়!

মেতৰ : হামৃচে একদফে ভেট হোনেচে উচ্ লোককো ঠিক কৰণে চক্‌তা।

দিবাকৰ : তেতিয়ানো তুম্ থাক্‌তা হাঁয় কাঁহাৰে?

মেতৰ : বাবু চাহেব! দিন ভৰ ময়লা উঠাকে হাম্‌ভি থোৰা নিচা কৰ্‌কে খোচ্ মিজাজিমে ৰহ্‌তা।

দিবাকৰ : তেন্তে বাবু লোক মদ খাইকে অল্প বতিয়া—নেচে আৰু বাহ্য-ওহ্য কৰ্‌নেচে কিয়া জগৰ লাগ্‌তা হাঁয়?

মেতৰ : বাবু! হাম চাৰাপ্ পীকে কভি বমি ময়লা নাই কৰ্‌তা।

দিবাকৰ : তুম্ সৰু আদ্‌মি হাঁয়। বড়া আদ্‌মি হোনেচে বেচিকৈ মদ খাইকে অলপ বতিয়ানে হোতা হাঁয়; নহলে বড় আদ্‌মি কিছৰ্‌কা?

মেতৰ ঃ তুম্ কেচা আদ্‌মি হাঁয় বাবু! বড়া আদ্‌মি হোনেচে ঘৰকা ভিতৰ যো খুচি ওই কৰণে দেও; বাহাৰ আকে এইচা বদ্‌মাচি কাহেঁ। পাহাৰাৱালা লোগ্ দেখনেচে পাকাড় লেগা।

দিবাকৰ ঃ বাবুহঁতকা জেপ্‌মে টকা থাক্‌তা হাঁয়। পাহাৰাৱালা কেলেই পাক্‌ড়েগা? কল্‌মে গা ধোৱা বল্‌কে আৰু ৰাতি-পুৱা হাবিমে বাহ্য কৰা বল্‌কে দুখীয়া মানুহ আৰু বেশ্যা লোক্‌কো পাহাৰা-ৱালা ধৰেগা; আৰু যে গৰু আৰু ছাগলী অর্থাৎ বক্‌ৰী-উক্‌ৰী ধৰা দেতা হাঁয়, সিহঁত লোক্‌কো ধৰ্‌কে ফাটকমে দেতা হাঁয়। তুম্ কেইচা বুৰ্‌বক্ হায়? কেলেই এনেকৈ মোলৈ চাওতা হাঁয়? কাম কৰ, কাম কৰ।

মেতৰ ঃ হাম্ জান্‌তা; তুম ভি ঐ বদ্‌মাচ্ লোক্‌কা দোস্ত হাঁয়, গালি দেতা হাঁয় কাঁহাবে?

দিবাকৰ ঃ কাঁহে গালি নেই দেগাবে? তুম্ মদ্ খাওতা আৰু বাবুলোক নেই খায়েগা।

মেতৰ ঃ কাঁহে খায়েগা? কমজোৰ বাবুলোক থোৰা পীকে একদম্ মাতোৱালা হো যাতা; পিছু ৰাস্টা-ওস্তা ময়লা কৰ্‌তা, এ ক্যা বাত হাঁয়? ইধাৰ দিন মে বড়া ভাৰি হিন্দু হো যাতা।

দিবাকৰ ঃ চুপ্‌ৰও গেধা! বাবুলোক মদ খানেচে পেট্‌কা ভিতৰ ভাতবিলাক খুন্দিয়া-খুন্দি কৰি থাক্‌তা হাঁয়। পিছে বতিয়াই উকিয়াইকে মুখচে সেই-বিলাক উলিয়াই দেতা হাঁয়। তুম্ ক্যা বুজিবিবে গৰু?

মেতৰ ঃ বাবু! এইচা গালি ফেৰ দেনেসে (ঝাড়ু তোলে)

(দিবাকৰৰ পলায়ন।)

সুবল ঃ নহয় মিতা, নহয়, সেই বাবু বদ্‌মাচ নহয়। তেওঁ বৰ ধেমেলীয়া, ফুর্তি-বাজ —চম্‌জা? লেকিন্ মাতোৱালা কেইটাক পানেচে দিবিনা এক ঘা লগাই।

(প্রস্থান)

## তৃতীয় দৃশ্য

[বিমলাৰ ঘৰ। হীৰালাল, হৰিচৰণ আৰু বিমলা বহি থাকে]

হীৰা ঃ বাঃ বাঃ কি শুভ মিলন! কি অপূর্ব দৃশ্য! যেনে সুন্দৰী তেনে সুন্দৰ, যেনে কবি তেনে কবিয়নী, যেনে প্রেমিক তেনে প্রেমিকা। এতিয়াহে সমানে সমানে মিলিছে। ভাই হৰি! তোমাৰ তিৰোতাজনীক মনে মনে divorce কৰি দি জীৱন যৌৱন এই প্রেমিকাতে অর্পণ কৰা।

হৰি ঃ তোমাৰ বাক্য শিৰোধার্য। সংসাৰৰ সাৰ বস্তু প্রিয়তমে বিমল! তুমি Cleopatra মই Antony; তুমি দুর্গেশ নন্দিনী মই জগৎ সিংহ। কোঁৱা তুমি কাক ভাল পোৱা।

বিমলা ঃ "তোমাকেহে ভাল পাওঁ মৰমৰ সখি! বিপিনে চকু ফুৰাওঁ, তোমাকেহে

দেখা পাওঁ, ক্ষন্তেক প্ৰণয় হয় তোমাক নেদেখি।"

গীত

মোৰ খোজত শৰীৰ কঁপে।
নিচাৰ কোবত প্ৰাণ প্ৰেমময়, কথাত মানুহ মজে।
হৃদয় আবেগে উপচি পৰিছে,
আহাঁ নাগৰ কাষলৈ;
তোমাৰ চৰণে সপিলোঁ পৰাণ,
তুমি মোৰ, তোমাৰ মই।

হৰি : সঁচাকৈয়েনে তুমি মোৰ, তোমাৰ মই? কোৱাঁ সখি! কোৱাঁ আকৌ সেই কথাষাৰি কোৱাঁ!

বিমলা : হয় নাথ! সঁচাকৈয় তুমি মোৰ, তোমাৰ মই।

হৰি : আজি মোৰ জীৱন ধন্য! মোৰ জীৱন যৌৱন সকলো তোমাৰ চৰণতে অপিলোঁ। আৰু কি দিলে তোমাৰ সন্তোষ হয় কোৱাঁ সখি, কোৱাঁ?

বিমলা : নাথ, জীৱনসৰ্বস্ব, প্ৰিয়তম, প্ৰাণেশ্বৰ, জীৱিতেশ্বৰ, মৰিতেশ্বৰ, মোৰ ভোকৰ ভাত, পিয়াহৰ পানী, কণাৰ লাখুটি, দুখীয়াৰ সম্বল, জাৰৰ কম্বল, মোৰ জীৱন এতিয়া তুমিময়। তুমি ভিন্ন মোৰ আৰু একোৰে দৰকাৰ নাই। তুমি মোক যি দিলে তোমাৰ সন্তোষ হয় তাকে দিব পাৰা। মই তোমাৰ চকুত ভাল দেখা হ'বলৈ একচেট্ অলঙ্কাৰ, থাকিবলৈ এটা টিনৰ ঘৰ, পিন্ধিবলৈ পাট মেজাঙ্কৰী আৰু খাবলৈ তোমাৰ উপযুক্তমতে খোৰাকী —এইখিনি লৈ কোনোমতে তোমাক দেখিবলৈ জীয়াই থাকিলেই মোৰ হ'ল। মোক নো আৰু আন বস্তু কেলেই?

গীত

আৰে মেৰে প্যাৰি,
তু হামাৰি হাম তুহাৰি,
তু বিনে জান হাম কেইচে দিন গুঁজাৰি।
তু হামাৰি দিল্‌খোচ্
তু হামাৰি পা পোচ্
তু হামাৰি গৰম গোচ্
হাম তুহাৰি তু হামাৰি।

হৰি : মই ক'ত আছোঁ, স্বৰ্গত নে পৃথিবীত?

বিমলা : পৃথিবীত নাথ, পৃথিবীত। মোৰ ঘৰত, তোমাৰ বিমলৰ ঘৰত।

হৰি : বিমল! "তোমাৰ প্ৰেমত পমি গলোঁ যেনে পানীত লোণ; সত্যে কোৱাঁ প্ৰাণপ্ৰিয়ে কোন তোমাৰ আপোন?"

গীত

বিমলা : তুমি মোৰ হৃদয়ৰ ধন,
তুমি মোৰ সুখৰ সপোন,
তুমি মোৰ নিচেই আপোন।
কত নিশা কত উজাগৰে কত কান্দি কত ভাবভৰে
তোমাৰ স্মৃতি ভাবিলোঁ অন্তৰে প্ৰিয় হে,
আজি দুখ নিশা অৱসান,
আজি প্ৰেমময় মন প্ৰাণ,
শান্ত কৰাহি দগ্ধ পৰাণ প্ৰভু হে।

হৰি : এইয়া ৫,০০০ টকাৰ এইখন চেক্; মোৰ এই ক্ষুদ্ৰ উপহাৰ গ্ৰহণ কৰা সখি! মই তোমাৰ অলঙ্কাৰৰ ফৰ্মাচ্ দি আহিছোঁ; কাইলৈ সেইবোৰ পাবা।

বিমলা : নাথ! বাল্লাযোৰ কৰিব দিছানে?

হৰি : সেইযোৰ মই হীৰা-পটোৱা চাই কলিকতাৰপৰা অনাই দিম প্ৰিয়ে!

বিমলা : নাথ! thanks, thanks.

হীৰালাল ঃ কেলেই, মোক জানো thanks নিদিয়া বিমল ?

বিমলা ঃ (চকুৰ টিপ্ মাৰি) তুমি মোৰ জোনৰ আগত কিহৰ বাতিৰ পোহৰ ? তথাপি বাৰু তোমাক thanks দিলোঁ।

হৰি ঃ ইয়াত বৰ গৰম, বলা অলপ বাহিৰৰ ফালৰপৰা ফুৰি অহা যাওক।

বিমলা ঃ বলা নাথ, বলা।

(সকলোৰে প্ৰস্থান)

## চতুৰ্থ দৃশ্য

[আলিবাট। হীৰালাল, হৰিচৰণ আৰু বিমলা]

হৰি ঃ (চিঞৰি চিঞৰি) On such a night did Troilus sigh his soul towards the Grecian camp where Cressid lay faithless.

বিমলা ঃ কি কৈছা নাথ, তাৰ অৰ্থ কি ?

হৰি ঃ এনে এটা ৰজনীত ট্ৰয়লচে তাৰ soul টো sigh কৰিছিলে Grecian camp অৰ ফাললৈ য'ত ক্ৰেচিড্ অবিশ্বাসিনী হৈছিল।

বিমলা ঃ আহাহা! কি ভাবময়! কেনেকৈ ছাই হ'ল নাথ ?

হৰি ঃ ছাই নহয় দীৰ্ঘনিশ্বাস, হুমুনিয়াহ।

বিমলা ঃ হয়, হয়, বুজিলোঁ এতিয়া, হুমুনিয়াহ, আহা! কি সুন্দৰ! মোৰো এটা হুমুনিয়াহ আহিল নাথ!

হৰি ঃ কেলেই ?

বিমলা ঃ ভালকৈ খোঁজ নচলে কিন্তু নাচিবৰ মন গৈছে, সেই দেখি।

হৰি ঃ সখী, এনে হেন চাঁদনীয়া ৰাতি ইয়াত কেলেই হুমুনিয়াহ ছাৰিছা ? এটা প্ৰেমৰ গীত গোৱা।

গীত

বিমলা ঃ

(আজি) ফুৰো বাটে বাটে কেনে প্ৰেমিক প্ৰেমিকা।
মৰমৰ চোৰে চকিয়াই নিয়ে ই প্ৰেম-বাৰিষা।
আকাশে বৰষে প্ৰেম, পৃথিবীত গজে প্ৰেম,
প্ৰেম ঘাঁহনিত ঘাঁহ খাই মোৰ প্ৰেম হালুৱা।
প্ৰেমত জোকাৰে কাণ, প্ৰেমে ভৰপূৰ প্ৰাণ ;
আহ নগৰীয়া, চাই যা প্ৰেম কেনেকুৱা।

[সুবলৰ প্ৰৱেশ]

সুবল ঃ হেৰ হাৰামজাতী গুচ্ ইয়াৰপৰা। মদ-ফটিকা খাই যত বদ্‌মাচৰ লগত নিজৰ ঘৰৰ ভিতৰত আটাহ-পিটাহ পাৰি সন্তোষ নহয়, এতিয়া আকৌ ভদ্ৰলোকৰ ঘৰৰ আগে আগে মাতোৱালী হৈ গান গাই ফুৰিবলৈ আহিছ ?

বিমলা ঃ নাথ! তুমি এতিয়াই আত্মহত্যা কৰা, তোমাৰ আগতে ই মোক গালি পাৰে।

সুবল ঃ গুচ্ ভালে ভালে।

হৰি ঃ Dog, idiot কাক তই মোৰ আগতে insult কৰ ?

বিমলা ঃ ওঁ, কাক তই ইন্‌চাল্ কৰ ?

হীৰা ঃ গোল্‌মাল্‌টো ভালকৈয়ে লাগিল, আমি ইমানতে পৃষ্ঠভঙ্গ দিওঁ।

(প্ৰস্থান)

সুৰঙ্গ ঃ তোমাৰ আগত তোমাৰ ৰক্ষিতা বঙ্গাৰৰ বেশ্যাঙ্গনীক গালি পাৰিছোঁ insult কিহে? তাইৰ আকৌ insult কি? আকৌ গোলমাল কৰিলে ইউনিয়াম।

হৰি কি মোৰ আগত মোৰ প্ৰাণ প্ৰিয়তমা lady ক insult! নিকাল চুৰঁৰ।

সুৰল তোমাৰ প্ৰাণ প্ৰিয়তমা lady হে হয়? গুচ্ দুয়ো ইয়াৰপৰা, নহলে বেয়া হ'ব।

[হৰিচৰণে হাতৰ লাঠীৰে সুৰলক কোবাই বগৰাই দিয়ে]।

হৰি "So lie, Cowards বলা প্ৰিঁয়ে বলা আমি যাওঁ। (প্ৰস্থান)

## পঞ্চম দৃশ্য

[আলিবাট। প্ৰভাকৰৰ প্ৰৱেশ]

প্ৰভাকৰ ঃ কি দুখৰ কথা! কি দুখৰ কথা!! মোৰ মৰমৰ বন্ধু সোমেশ্বৰৰ পুতেক হৰিচৰণৰ আজি কি দুৰ্দশা! ল'ৰাটিক বাপেকে পঢ়াই-শুনাই মানুহ কৰিবলৈ বৰ যত্ন কৰিছিল। কলিকতাতো বহুত যত্ন কৰি খৰচ কৰি পঢ়ালে; তাৰ একো নহ'ল। বাপেকৰ অত টকা আছিল, যত্ন কৰি ৰাখি-চাকি যদি খালেহেঁতেন, তেওঁ হ'ল হয়। কেইটামান হতভাগ্য মদপীৰ লগত পৰি ল'ৰাটো একেবাৰে উচ্ছন্ন গ'ল। এতিয়া আকৌ হেনো প্ৰকাশ্যে বেয়া মানুহ এজনীৰ ঘৰলৈ অহা-যোৱা লগাইছে। কি কৰা যায়! মৰিবৰ সময়তো বাপেকে তাক মোকেই গতাই দি গৈছে। (দিবাকৰৰ প্ৰৱেশ)

দিবাকৰ ঃ ডাঙৰীয়া! নমস্কাৰ। ভালে আছে? কেনি যায়?

প্ৰভাকৰ ঃ ভালে আছোঁ; এইফালে ফুৰিবলৈ ওলাইছিলোঁ। নতুন খবৰ কি?

দিবাকৰ ঃ ডাঙৰীয়া! আমাকনো কি খবৰ সোধে, অকল হৰিচৰণ বাবুৰ খবৰতেই চহৰ গুলজাৰ।

প্ৰভাকৰ ঃ আকৌ নো সি কি কৰিলে?

দিবাকৰ ঃ কালি ৰাতি হেনো কৰবাৰ মানুহ এজনী লৈ বাটে বাটে গান গায় ফুৰোতে সুৰলে দেখা পাই কিবা ক'লে, তাতে সুৰলক ধৰি ধনঞ্জয় প্ৰহাৰকে দিলে।

প্ৰভাকৰ ঃ কি দুখৰ কথা!

(হৰিচৰণৰ প্ৰৱেশ)।

হৰি ঃ Good evening, uncle প্ৰভাকৰ!

প্ৰভাকৰ ঃ হেৰ, হেৰ, এইখন কি বলিয়ালি কৰিছ হোঁ? ঘৰত লক্ষ্মীৰ নিচিনা বোৱাৰী থাকোতে কেলেই ৰাতিৰে ৰাতিটো অনাই-বনাই ফুৰ হোঁ?

হৰি ঃ False, false চব ঝুঠা। প্ৰাণৰ অপৰি-সীম হেঁপাহ, অকৃত্ৰিম ভালপোৱাৰ তৃষ্ণা sincere yearnings of love satisfy কৰিবৰ নিমিত্তে ফুৰিছিলোঁ "জীৱনৰ অমিয়া বিচাৰি" অনাই-বনাই ফুৰা নাই।

প্ৰভাকৰ ঃ কটা! এইটো এতিয়াও মতলীয়া হৈয়ে আছে হ'বলা। মোৰ আগতনো তই অলপ ভালকৈ কথা ক'ব নোৱাৰনে?

হৰি ঃ I beg your pardon uncle; মোৰ দোষ নধৰিব। Sentiment স্বৰূপ বাৰুদৰ জোৰত মোৰ হৃদয় স্বৰূপ bomb একেবাৰে ফাটো ফাটো হৈ আছে। সেইদেখি মোৰ doings অৰ সম্বন্ধে কোনো কথা ওলালেই ভাববোৰ কথা স্বৰূপে হোঁ হোঁ কৰে মুখেৰে ওলাবলৈ ধৰে।

প্ৰভাকৰ ঃ হেৰ, তইনো আকৌ কি এনে ভাবৰ খুন্দিয়া-খুন্দিত পৰিছ ?

হৰি ঃ ভালপোৱা, ভালপোৱা true love. মোৰ হৃদয় ভালপোৱা ময় হৈ গৈছে। কিন্তু তাৰ return নাপালে প্ৰাণে ধৰ্ফৰ্ কৰে, মনে হুঁ হুঁ কৰে। তেতিয়া ক'লৈ গ'লে ভাল পোৱাৰ প্ৰতিদান পাম সেই চিন্তাত মন ব্যাকুল হয়।

প্ৰভাকৰ ঃ কি ? ঘৰত দেখোন অতি ধুনীয়া, অতি সচ্চৰিত্ৰা বোৱাৰী আছে।

হৰি ঃ আছে হয়, কিন্তু মূৰ্খ illiterate, incapable of emotion. ভালপোৱা কাক বোলে নেজানে। কিবা কেন্‌কেনাই থাকে মাথোন।

প্ৰভাকৰ ঃ (স্বগতঃ) ইয়াৰ মগজু একেবাৰে বিকৃত হৈ গৈছে। (প্ৰকাশ্যে) বাৰু এতিয়া যাওঁ, এইদৰে বাটে বাটে মদ খাই মতলীয়া হৈ নুফুৰিবি। এই ৰকমে নো বাপেৰ-ককাৰৰ নাম নুমাব খুজিছনে ?

(প্ৰস্থান)

হৰি ঃ Old fool, tom fool কি বুজিবা তুমি প্ৰেম কি বস্তু। বাহিৰেও বুঢ়া, ভিতৰেও শুকান, জেওৰা খৰি যেন ৰসহীন। এক পেগ্ whisky খাই চালাহেঁতেন তেহে।

(যাবলৈ খোজে)

দিবাকৰ ঃ হেৰি বাবু। হেৰি বাবু !! আপোনাৰ প্ৰেমৰ খুন্দাত মই ভাগ্যেহে এইখিনি পৰ কোনোমতে থিয় দি আছোঁ। পিছে প্ৰণয়ৰ প্ৰতিদানটিনো কেনি বিচাৰি যায় ?

হৰি ঃ কি আপদ ! শুঁৰীখানাতনো প্ৰণয়ৰ প্ৰতিদান পায়নে ? তাত প্ৰণয় বাঢ়েহে বুজিছা ? তাৰ পিচত প্ৰতিদান। প্ৰতিদান পাকলৰ ঘৰত। (স্বগতঃ) "চাঁদনি ফুটিছে জোৎস্না ৰাত্ৰিতে, বনে ফোটে বন ফুল পাকল, পাকল"।

দিবাকৰ ঃ প্ৰেমৰ খুন্দাত হৰিয়া ব্যাকুল--পাকল, পাকল।

হৰি ঃ আহাহা ! তুমি ভাই যথাৰ্থ কবি। মোৰ হিয়াতলি ভেদি উঠা ভাবুকি বেছ্ কবিতাৰে প্ৰকাশ কৰিছা।

দিবাকৰ ঃ হৰি বাবু ! তোমাৰ দৰে ময়ো এজন প্ৰেমিক। তাৰ বাবেই তোমাৰ প্ৰেম-জুইৰ তাপ লাগি মোৰ পেটৰ ভিতৰত জমি থকা প্ৰেমবিলাক গলি গৈ হঠাৎ কবি হৈ উঠিছোঁ। পিছে পাকল নো কোন ?

হৰি ঃ তেওঁৰ আচল নাম বিমলা। পিছে শুনিবলৈ ভাল পাওঁ দেখি পাকল থৈছোঁ। তেওঁ যথাৰ্থতে প্ৰেমিকা। তেওঁৰ প্ৰত্যেক কথাই প্ৰেমৰ কথা। প্ৰেমৰ বতাহ তেওঁৰ কথাই কথাই বৈ যায়।

দিবাকৰ ঃ তেওঁ প্ৰেমকে খাই থাকে হ'বলা ? নে আমাৰ দৰে ভাত-মাছ খায় ?

হৰি ঃ কি আশ্চৰ্য ! মানুহেনো আকৌ প্ৰেম খায়নে ? প্ৰেম অনুভব হে কৰে।

দিবাকৰ ঃ মই হলে চিকুট মৰাটোহে বঢ়িয়াকৈ অনুভব কৰোঁ। হওক, হওক তুমিও তেনেহলে প্ৰেম চিকুটনিতে পৰিছা। ব'লা এতিয়া।

(দুয়োৰে প্ৰস্থান)

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

[হৰিচৰণৰ শোৱনি-ঘৰ। হৰিচৰণ আৰু গোলাপী]

গোলাপী : ইমান নিশা, তাতে আপোনাৰ হাত ভৰিৰ থিৰ নাই; এতিয়ানো ক'লৈ যাবলৈ ওলাইছে? এই অৱস্থাত গ'লে বহুতো বিপদত পৰিব লাগিব।

হৰি : Damn বিপদ। বিপদলৈ কুচ্ পৰোৱা নাই। মোৰ প্ৰেমে বিপদৰ মাজেদি বাট দেখুৱাই নিব। তুমিও য'লৈকে ইচ্ছা ত'লৈকে যাব পাৰা।

গোলাপী : মই যাব পাৰো? ক'লৈ যাব পাৰোঁ প্ৰভু? সেই চৰণ ভিন্ন মোৰ আৰু ক'ত গতি আছে? আপুনি ওলাই যাব খুজিছে যাওক, কিন্তু আজি কত দিন মই সেই চৰণ দুখানি এবাৰ সেঁৱা কৰিবলৈ পোৱা নাই, এখন্তেক থিয় দিয়ক, মই এটুপি পদ-জল মূৰত লওঁ।

হৰি : পদ-জল! কি আশ্চৰ্য!! আকৌ সেই-বোৰ superstition, দূৰ হ' পিশাচী, মোৰ ওচৰৰপৰা দূৰহ'। What an idea of love?

গোলাপী : প্ৰভু! এই দুখুনীলৈ আপোনাৰ অলপো দয়া নহয়নে? আপুনি মোৰ সঙ্গ ভাল নাপায়, ঘৰত নেথাকে, তাৰ বাবেতো মই অলপো অভিমান কৰা নাই প্ৰভু! সকলো মোৰ দোষ। মই পাপিনী যদি ভাল হলোঁহেতেন, আপোনাৰ মৰম পালোঁহেতেন। মই অসমাৰ্থ গতিকেহে মোৰ দেৱতাক মই তুষ্ট কৰিব পৰা নাই। কিন্তু এইদৰে আপুনি টোপনি খতি কৰি আপোনাৰ শৰীৰ নষ্ট হ'ব লাগিছে। দয়া কৰি আজিৰ নিশাটো ঘৰত থাকক। নাথাকে যদিও, এটুপি পদ-জল দিয়াত আপত্তি কৰে কেলেই নাথ!

হৰি : Oh, damn your পদ-জল, I say ইয়াত এইখন tom foolery কৰি একো লাভ নাই। মই যাওঁৱেই।

গোলাপী : (আঠুকাঢ়ি) প্ৰভু! আজি মোৰ অনু-ৰোধ ৰক্ষা কৰক!

(ভৰিত ধৰিব খোজে আৰু হৰিচৰণে লাথি মাৰি ওচি যায়।)

প্ৰভু দয়াময়! মোৰ এনেহেন স্বামীৰ এনে দশা কিয় কৰিলা প্ৰভু? মই পাপিষ্ঠাই এনে কি সেৱা চুৰ কৰিলোঁ যে মোক এনে শাস্তি দিছা। পাপিয়সীক অলপ দয়া কৰা, হে ভগৱান!

(প্ৰস্থান)

## দ্বিতীয় দৃশ্য

(হীৰালালৰ বৈঠকখানা। গানৰ মজ্‌লিচ্‌। হীৰালাল, ধনেশ্বৰ, জগন্নাথ আৰু দিবাকৰ বহি থাকে। দিবাকৰৰ বাহিৰে আটাইৰে হাতত মদৰ গিলাচ)।

হীৰালাল : কিহে দিবাকৰ বাবু! তুমি দেখোন পে'গ ললা?

দিবাকৰ : আমি চাটৰ হে ভকত। পে'গ্‌টি আমাৰ কপালত নেলেখিলে। এনেই ভাই পিওৰুসীয়া, তাতে আমাৰ ঘৈণী গৰাকী যেনেহে উগ্ৰচণ্ডী পে'গৰ গোন্ধ পালেই আমাৰ ভূত খেদাব।

হীৰালাল : What a coward! fie ভাই, fie upon you.

দিবাকৰ : ভাই! এই বিষয়ত অকল মই কাপুৰুষ নহওঁ; মোৰ পিতা coward, ককা কাপুৰুষ, তস্য ককা আৰু তস্য তস্য ককা--আটাই বিলাকেই কাপুৰুষ। এতিয়ানো মই নকৈ সুপুৰুষ হ'ম কেনেকৈ? মাফ কৰিবা ভাই!

[হৰিচৰণৰ প্ৰবেশ)

আটায়ে : Good evening Mr. হৰিচৰণ!

হৰি : Good evening to all of you.

হীৰা : ভাই! আহোঁতে বেলি কৰিলা দেখোন?

হৰি : মাফ কৰিবা ভাই, family trouble ত পৰি দেৰি হ'ল।

হীৰা : [মদৰ গিলাচ যাচি] এইয়া এই পে'গ Whisky টপ্‌ কৰি খাই লোৱা।

হৰি : বন্ধু সকল! Good luck to all of you.

[মদ খায়]

হীৰা : বন্ধুসকল! স্ফূৰ্তিকৰাইক। আজি আমাৰ বন্ধুবৰ হৰিচৰণৰ জন্মদিন-সেই উপলক্ষে গান পতা হৈছে, স্ফূৰ্তি-কৰাইক।

ধনেশ্বৰ : ধন্য হৰিচৰণ, ধন্য, পৃথিবীত তুমিয়েই ধন্য। তোমাৰ সুযশ পৃথিবীময় প্ৰচাৰিত হওক।

জগন্নাথ : গায়িকা সকলৰ আজি সাজ পাৰ কৰাত ইমান পলম হৈছে কিয়? মই যে একেবাৰে impatient হৈ পৰিছোঁ। হৰিচৰণ তুমিয়েই ধন্য, তুমি নহলেনো বাৰু এই ৫০০শ টকা বাপ খৰচ কৰি কোনে এনে গান পাতিলেহেঁতেন? ভাই! দৰাচলতে তুমিয়েইহে পুৰুষ সিংহ।

দিবাকৰ : নহয়, নহয়-তেওঁ পুৰুষ সিংহ নহয়; পুৰুষ ধুমুহাহে। ধুমুহা বতাহে ধূলা উৰুৱাদি বাপতীয়া সম্পত্তি তেওঁ ফুঁতে উৰুৱাব লাগিছে নহয়।

জগন্নাথ : এঃ ভাই! টকানো আকৌ কেলেই?

দিবাকৰ : অৱশ্যে, তিনিকুৰি মদপী আৰু তিনিকুৰি বেশ্যা পুহিবলৈ নহলে টকানো আকৌ কেলেই? লোকে বা বৰ মানুহ বুলিব কিহৰ যহত?

[নৰ্তকীসকলৰ প্ৰবেশ]

জগন্নাথ : খুব ভাল চাই এটি গান হওক।

গীত

(তুমি) নাহিবা, নাহিবা, নাহিবা প্ৰিয় হে
যদি আহা সুৰূপ বিচাৰি,
নাই যে সৌন্দৰ্য, চৰণ দুখানি
পূজিম কিহেৰে।
(মই) দিনে ৰাতি কায়-বাক্য মনেৰে,
(মই) চিৰদিন প্ৰেম মহা ধনেৰে,
গোপনে হিয়াৰ তলিতো পূজিম
মুকতি তোমাৰে।

(সখা) ৰাসন্তী কুলিৰ মধুৰ সঙ্গীত
মধুৰ মলয় সানি,
ভাবৰ আবেশে প্ৰীতি-ফুল সনে
সপি দিম হৃদয় খানি।
(যদি) পাহৰি আহাঁ কেতিয়াবা এইতে,
দিম পূজা চকুলোৰে ভক্তি পুষ্প সৈতে;
তোমাৰ সুখতে মোৰ সুখ সখা
জীৱনে মৰণে।

ধনেশ্বৰ : ক্যা বাত, ক্যা বাত, Bravo, bravo!

হৰি : [প্ৰত্যেক নৰ্তকীকে ৰাপ দি] "পৃথিৱী ছানিয়া, কিদিব আনিয়া, জীৱন যৌৱন কৰি ক্ষয়"--কি দিলে যে মোৰ সন্তোষ হ'ব ক'ব নোৱাৰোঁ। 'বাসন্তী কুলি'--আহাহা কি সুন্দৰ! কি মনোহৰ!! কি ভাবময়! কি প্ৰেমময়!! গোৱাঁ সখীসকল! আকৌ এটি গোৱাঁ।

গীত

তুমি মোৰ প্ৰাণৰ পোহৰ,
তুমি প্ৰেম-ৰাণী মধু-প্ৰণয়িনী
সুখ-গীত মধু বসন্তৰ।
তুমি প্ৰীতি কুসুম-হাৰ
প্ৰেমিক হিয়াৰ প্ৰেম পাৰাবাৰ,
চেচাঁ-চাতি মলয়াৰ।
তুমি দূৰ গগণৰ জোন-ৰাণী,
মোৰ হৃদয়ৰ প্ৰেম বাণী,
আহাঁ দুখ হাৰিণী মনোমোহিনী,
কৰা চেঁচা হিয়া প্ৰণয়ীৰ॥

জগন্নাথ : কি সুন্দৰ! কেনে মনোহৰ!!

ধনেশ্বৰ : তোফা, তোফা।

হৰি : বিতোপন truly grand. The man that hath no music is fit for treasons, stratagems and spoils. তোমালোকৰেই জীৱন ধন্য। হোঁৱা-(হাতৰ আঙঠি সোলোকাই দিব খোজে)।

দিবাকৰ : সেইটি পিতাকৰ হাতৰ বহুমূলীয়া আঙঠি হ'বলা? সেইটি নিদিলে জানো নহয়?

হীৰা : তুমি কি বৰ্বৰ হে? বৰমানুহে এটা বক্‌চিচ্ দিব, তাত হাক দিয়া কিয়হে?

হৰি : মই দিমেই এশবাৰ দিম। যাৰ গান শুনি মোৰ "হৃদয়ৰ তলি ফুটি, হুমুনিয়াহ এটি উঠি, লাহে লাহে হাঁহিত মিলায়" তাক যথা-সৰ্বস্ব দিম। পিতাৰ কিয়, চৈধ্য পুৰুষৰ আঙঠিও দিম।

দিবাকৰ : [ঠাট্টাৰসুৰত] মাফ কৰিব ডাঙৰীয়া, চৈধ্য পুৰুষৰ উপৰি চৈধ্য পুৰুষো আপোনাৰ বদান্যতা-গুণত উদ্ধাৰ পাব যেন হে দেখিছোঁ।

[এটা জমাদাৰ আৰু এটা কনিষ্টবলৰ প্ৰৱেশ]।

জগন্নাথ : Hallo ভায়া লাল পাগড়ী! আও, আও বৈঠ, একঢোক্ মাল খাওনা।

কনিষ্টবল : চুপ্‌ৰাও! মাতোৱালা হোকৰ একদম মেজাজ বিগড় গিয়া হাঁয়, চুপ্।

জগন্নাথ : ঔ আই, এইটোৰ দেখোন মেজাজ দেখিয়েই ভয় লাগে।

জমাদাৰ : হৰিচৰণ বাবু কোন?

হৰি : মই, কেলেই?

জমাদাৰ : তোমাৰ নামেৰে এখন গ্ৰেপ্তাৰী পৰোৱানা আছে। তোমাক গ্ৰেপ্তাৰ কৰিবলৈ আহিছোঁ।

হৰি : কেলেই? অপৰাধ কি?

জমাদাৰ : সুৰেন নামেৰে এটা মানুহৰ মূৰৰ খোলা ভঙাৰ বাবে।

হৰি ঃ আভি যাও। হাম লোক মৌজমে হাঁয়!

কনিষ্টবল ঃ আৰে এইচা বুৰ্বক আদমিতো হাম কভি দেখা হাঁয় নেই। হুজুৰ ইস্কো পাক্‌ড়েগা।

জমাদাৰ ঃ হাঁ।

[জমাদাৰে ইঙ্গিত দিয়ে, কনিষ্টবলে হৰিচৰণক হাতত ধৰে। হীৰালালে জমাদাৰৰ ওচৰলৈ গৈ কাণে কাণে কিবা কথা পাতে আৰু হৰিচৰণৰ হাতৰপৰা ৰূপ পাঁচ টকা আনি জমাদাৰক দিয়ে]।

জমাদাৰ ঃ ভাল, আহিলোঁহে এতিয়া। কাইলৈ পুৱা এই কনিষ্টবল জনক পঠিয়াম। লগত জামিনৰ টকা লৈ আহিবা, মই খালাচ্‌ দিয়াই দিম।

[সকলোৰে প্ৰস্থান]।

## তৃতীয় দৃশ্য

[হৰিচৰণৰ ঘৰ। গোলাপী আৰু হৰিচৰণৰ মাক বহি থাকে। শৰাই এখনত কীৰ্ত্তন পুথি এখন থাকে।]

হৰিচৰণৰ মাক ঃ আই অ' বোৱাৰী! হৰিনো সদায় নিশাৰে নিশাটো, দিনৰে দিনটো ক'ত থাকে? বাছা মোৰ দিনে দিনে খীণাইহে যাব লাগিছে। একো নেখায়ো, দেহি ঐ! কেনেইনো এনে হৈছে? মই বুঢ়া মানুহ, পূজা-সেৱা কৰোঁতে কৰোঁতে আজৰিকে নাপাওঁ। বাছাক মোৰ দিনটোৰ মূৰত এবাৰো দেখা নেপালে মনটো কেনেবা কেনেবা কৰে।

গোলাপী ঃ এৰা আই! মই অভাগিনীয়ে তুষ্টি-ভক্তি কৰিব নাজানোঁ, সেই দেখিয়েই বাহিৰে বাহিৰে ফুৰে হ'বলা? মইনো কি কৰিম আই, সৰুৰেপৰা একো নিশিকিলোঁ, একোকে নাজানিলোঁ; এতিয়া আই, মোৰ পাপিষ্ঠাৰ দোষতহে এনে হৈছে হ'বলা?

হৰিৰ মাক ঃ নহয়, মোৰ আই! মোৰ লক্ষ্মী!! নহয়। আজি কালিৰ ল'ৰাবোৰহে ব-চেৰা। আই অ' তোৰ নিচিনা বোৱাৰীনো কেইটাৰ ভাগ্যত ঘটে? জাত লগাই এক আধ্যা কীৰ্ত্তন পঢ় আই! ভগবানৰ ইচ্ছা, তেওঁ যি কৰে কৰিব। আমিনো কি কৰিম মোৰ আই!

[গোলাপীয়ে কীৰ্ত্তন মেলি লৈ অলপ পঢ়ে, এনেতে প্ৰভাকৰৰ প্ৰৱেশ; শাহু-বোৱাৰী দুয়ো মূৰৰ কাপোৰ টানি লয়]।

প্ৰভাকৰ ঃ মই বৰ দুখ পাইহে আপোনালোকৰ ওচৰলৈ আহিছোঁ। হৰিচৰণৰ কাণ্ড-কাৰখানা দেখি শুনি আৰু একো নকৈ থাকিব নোৱাৰাত পৰিছোঁ। সি আজি কালি এটা ভয়ানক মদপী আৰু বদ্‌মাচ্‌ হৈ উঠিছে। আজি সাদিন মান হ'ল, সি মদ খায় এটা মানুহক মাৰি তাৰ মূৰৰ খোলা ভাঙি দিছে। সেই বাবে পুলিচত বৰ ডাঙৰ মকৰ্দ্দমা হৈছে। ইফালে নগদ টকা আটাইখিনি যে উৰুৱালেই, তদুপৰি ধাৰে তাৰ ভিত্তিলৈকে পোট নিয়ালে। দুটা নে তিনিটা কেঞ্চায়ো হেনো পাঁচ হেজাৰ কি ছয় হেজাৰ ৰূপৰ ধাৰৰ

কাৰণে মকৰ্দমা কৰিছে। এতিয়া চাওঁতে চাওঁতে ঘৰখন উছন যাব যেনহে দেখিছোঁ। মাটি-বাৰী যি আছে তাকে চম্লালে কৰিলেও ধাৰ-ঋণ পৰিশোধ কৰি কোনোমতে চলিবৰ বাট এতিয়াও আছে। কিন্তু দিনেপতি ন ন ধাৰ কৰি থাকিলেনো হয় কেনেকৈ? ইফালে মকৰ্দমাতো যথেষ্ট খৰচ লাগিব এতিয়া, সেই-বোৰ হয় ক'ৰ পৰা?

হৰিৰ মাক : আমিনো কি কৰিম এতিয়া? তিৰোতা মানুহ ওলাই সোমাই ফুৰিব নোৱাৰোৱেই; বন্ধু-বান্ধৱৰ ল'বা বুলি আপোনালোকেই ইয়াৰ প্ৰতিকাৰ পাৰে যদি কৰক।

প্ৰভাকৰ : পাৰিলেতো প্ৰতিকাৰ কৰোঁৱেই। কিন্তু তাৰোতো একো উপায় নেদেখোঁ। সি যদি মদ-ফটিকা এৰি এতিয়াও অলপ যত্ন কৰে, বোধকৰোঁ উপস্থিত বিপদটো কাটি যাব পাৰে। ক'তা, তাৰতো মতি-গতিৰ লৰচৰ হোৱা দেখা নাই?

হৰিৰ মাক : আমিনো কি জানো? কি কৰিম? ল'ৰাটি ভাওৰীয়াই আপোনাকে সপি দি গৈছে। বিপদৰপৰা ৰক্ষা কৰিবলৈ যি পাৰে কৰক।

প্ৰভাকৰ : তাকে কৰিবলৈ বাপ ক'ত? উকীলে, মুক্তিয়াৰেতো কম টকা নালাগিব।

হৰিৰ মাক : ভাওৰীয়াই অত সম্পত্তি এৰি গৈছে, তাতনো মকৰ্দমা এটাৰ বাপো নাপাবনে? হৰিৰ হাতত অৱশ্যে টকা আছে। সি যিমান টকা লাগে আপোনাক দিব।

প্ৰভাকৰ : মোৰ বিশ্বাস তাৰ হাতত এতিয়া একো নাই। তাৰ অৱস্থা দেখি আন কোনোৱে তাক ধাৰেও নিদিয়ে। যি হওক, যি পাৰো কৰিম।

[চলি চলি গুণ গুণকৈ গান গাই হৰিচৰণৰ প্ৰৱেশ]।

প্ৰভাকৰ : সৌৱা, তাৰ কি অৱস্থা হৈ আহিছে। তাক দেখিলেও মোৰ চকুৰ নোম উঘালিবৰ মন যায়।

হৰিৰ মাক : কেলেইনো তেনেকৈ কয়? সিয়েই মোৰ সংসাৰত একেটি ৰতন। বাছাৰ মোৰ কিবা বেমাৰ হৈছে, কেনেকৈ খীণাই গৈছে, শুকাই হাড় কেইডালহে মাথোন আছেগৈ।

প্ৰভাকৰ : কি অ' হৰি। অলপ স্থিৰ হৈ খোজ দিব নোৱাৰনে?

হৰি : Hallo old booby,—O' I beg your pardon uncle ; নমস্কাৰ।

প্ৰভাকৰ : কটা গৰু, বান্দৰ, বান্দীৰ মুতনি খাই কেলেই এনেকৈ বলকিছ?

হৰি : মোক গালি পাৰি একো ফল নাই। কাৰণ মই জানোঁ গালি পাৰিবলৈকে আপোনাৰ অৱতাৰ। [গোলাপীলৈ চাই] Hallo, Desdemona! Here is your Othello.

প্ৰভাকৰ : হেৰ গৰু শুন! তোৰ ওপৰত এটা ফৌজদাৰী মকৰ্দমা হৈছে, হয়নে?

হৰি : হৈছে, পিচে তাৰ পৰানো কি হ'ল? My friend হীৰালালে উকীল, মুক্তিয়াৰ, সাক্ষী সকলো ঠিক কৰি থৈছে। হাজিৰ হলেই বচ্ খালাচ্।

প্ৰভাকৰ : জানিছো, পিছে উকীল-মুক্তিয়াৰক টকা ক'ৰ পৰা দিবি কুকুৰ? ঘৰে-দুৱাৰে বেচা যাব দেখোঁন। ঘৰ-দুৱাৰো বন্ধকত হে আছে হ'বলা?

হৰি ঃ অৱশ্যে আছে। মোৰ friend ধনেশ্বৰৰ difficulty হওঁতে ঘৰ বন্ধক দি তেওঁক ২000 দুহেজাৰ ধাৰ দিছোঁ।

প্ৰভাকৰ ঃ নগদ টকা বিলাক একা?

হৰি ঃ অ' সেই বিলাক noble purpose ত বহুত ভাল কামত খৰচ হৈ গৈছে। টকাৰ নিমিত্তে কি ভয়, মোৰ friend বিলাকে যিমান লাগে সিমান টকা দিব। just see ধনেশ্বৰক ২000 টকা, হীৰালালক 8000৲ টকা, জগন্নাথক ৩000৲ টকা দিছোঁ। মোৰ বিপদত সিহঁতে ভবল দি সহায় কৰিব।

প্ৰভাকৰ ঃ বোলোঁ শুনিলে এতিয়া? টকা নিছে প্ৰথম ধনেশ্বৰে ২000৲ দুহেজাৰ; বিখ্যাত গুণ্ডা আৰু মদপী। চাৰি বেলিমান ফাটেক খায় অহা, হওঁতে ভাল মানুহৰ ল'ৰাই, কিন্তু গো-মূৰ্খ; সদায় বেয়া ঠাইত পৰি থাকে। দ্বিতীয় হীৰালাল, ই নিছে ৫000৲ হাজাৰ। ইয়াৰ ধাৰৰ অন্ত নাই। ঘৰ-বাৰী তেনেই লিলামত গৈছেই, তদুপৰি পাওনাদাৰ বিলাকে গ্ৰেপ্তাৰ কৰিবলৈ বিচাৰি ফুৰিছে। তৃতীয় জগন্নাথ, ই এটা চোৰ। কামৰ ভিতৰত ভাল পোছাক মৰা, চুৰ কৰা, মদ খোৱা আৰু ফাটেক খোৱা। দুবাৰ কি এবাৰ টিক্‌টিকিয়ো হৈ গৈছে। এনে বিলাক বন্ধু আছে যেতিয়া বাহাদুৰক আৰু কি লাগিছে।

হৰি ঃ মিছা, চব মিছা, defamation, down-night insult। বন্ধুৰ অপমান মোৰ চকুৰ আগতে। old fool, পাজি, begone, নিকাল যাও hence, I say.

হৰিৰ মাক ঃ এইটোৱে কি-কয় অ'। কটা! তোৰ পিতৃতুল্য হিতাকাংক্ষী এইজন পুৰুষক এনে কথা ক'লি? তোৰ মুখ দেখিলেও পাপ হয়।

[ এনেতে কনিষ্টবলৰ প্ৰৱেশ ]

কনিষ্টবল ঃ বাবু চাহেব! আইয়ে, জামিন কা ৰূপয়া এক হাজাৰ সাথ মে লিজিয়ে। নেহিতু হাজত মে ৰহনে হোগা।

প্ৰভাকৰ ঃ মই কৈছোঁ নহয় মকৰ্দমা লাগিছে বুলি। এতিয়া ক'ত পাব নগদ্‌ এহেজাৰ টকা ধাৰ।

হৰি ঃ কুচ্‌ পৰোৱা নেই। চল জী চল আভি হাম হাজাৰ ৰূপয়া জমা দেঙ্গে।
[হৰি আৰু কনিষ্টবলৰ প্ৰস্থান]।

হৰিৰ মাক: সৰ্বনাশ হ'ল দেখোন এতিয়া হে। কাবৌতি কৰিছোঁ আপুনিও লগতে যাওক।

প্ৰভাকৰ ঃ বাৰু মইয়ো যাওঁ। পাৰোঁ যদি কিবা এটা উপায় কৰোঁগে।
[সকলোৱে প্ৰস্থান]

## তৃতীয় অঙ্ক

### প্ৰথম দৃশ্য

[হীৰালালৰ ঘৰ। হৰিচৰণ আৰু কনিষ্টবলৰ প্ৰৱেশ।]

হৰি : (চিঞৰি) ভাই হীৰা! ঘৰত আছানে?

হীৰা : (ভিতৰৰপৰা) আছোঁ।
(প্ৰৱেশ কৰি)
অ' কনিষ্টবল ককাই পালেহি হ'বলা?
কুচ্ পৰোৱা নাই বাবু, আজি কালি টকাৰহে কাম। দুহেজাৰমান ৰূপ মোৰ হাতত দিয়া, সকলো ঠিক কৰি দিম।

হৰি : ভাই হীৰা! মোৰ হাতত এতিয়া এটকাও নাই। ঘৰ-দুৱাৰ বন্ধক দিয়াৰ পাচতো যি এহেজাৰ ৰূপ হাতত আছিল, কালিৰ গানতে তাৰ পিনেও তেনেই খতম হ'ল। এতিয়া যে ক'ত ৰূপ পাওঁ তাক ক'ব নোৱাৰোঁ। ভাই! তোমাক দিয়া টকাৰে এহেজাৰ দি সম্প্ৰতি মোক জামিনত খালাচ্ কৰি দিয়া।

হীৰা : I am very sorry বন্ধু! really extremely sorry যে এই সময়ত মই তোমাক help কৰিব নোৱাৰিলোঁ। মোক যি টকা দিছিলা অৱশ্যে দান কৰিছিলা, ধাৰলৈতো দিয়া নাই।

হৰি : মই ধাৰলৈহে দিছিলোঁ।

হীৰা : You lie, my dear friend! You lie.

হৰি : বাৰু, নিজৰ টকা উলিয়াই দি নিজেই চোৰ হৈছোঁ। সম্প্ৰতি দান কৰা বুলি ধৰিয়েই মোক ৰূপ এহেজাৰ দি সহায় কৰা। তোমাৰ বিপদৰ দিনত মই যথ সাধ্য সহায় কৰিছিলোঁ; মোৰ আপদত এতিয়া তুমিও মোক সহায় কৰা উচিত।

হীৰা : ভাই! মোৰ টকা-কড়ি অলপো নাই। যদি তুমি টকা দিব পাৰা, ময়ো সহায় কৰিব পাৰোঁ। মই কওঁ, ঘৈণীয়েৰাৰ হাতৰ গহনাখিনি আনা। তাৰে যি হয় বেচি-কিনি মকৰ্দমাৰ খৰচো চলাব পাৰিবা আৰু বিমলাক দিব খোজা বালাও দিব পাৰিবা।

হৰি : (কনিষ্টবললৈ চাই) ব'লা, আন ঠাইলৈ যাওঁ।
(হীৰালৈ চাই) কপটীয়া ভণ্ড! তোক এতিয়াহে চিনিলোঁ। মোৰ কিম্বা মোৰ আন বন্ধুবিলাকৰ লগত তোৰ friendship ইমানতে শেষ হ'ল। সম্বন্ধ ছিগিল বুলি জানিবি।
(কনিষ্টবল সহ প্ৰস্থান)

হীৰা : যোৱাঁ, যোৱাঁ। তোমাৰ দৰে friendship মই ভাৰি value কৰোঁ। street-beggar, তাতে ইমান ফুটনি।
(প্ৰস্থান)

## দ্বিতীয় দৃশ্য

(ধনেশ্বৰৰ ঘৰ। ধনেশ্বৰ আৰু জগন্নাথ বহি থাকে। এনেতে হৰিচৰণ আৰু কনিষ্টবল সোমাই আহে)।

জগন্নাথ ঃ Hello ভায়া! সেই কনিষ্টবলজন দেখোন তোমাৰ লগত ফুৰিবই লাগিছে। মই ভাবিছিলোঁ যে তুমি ইমান পৰে safely হাজোতত বন্ধ হৈ আছা। "শ্ৰীমতাংআপদঃকুতঃ" তুমি ধনী মানুহ, ভাগ্যবান, তোমাৰ আপদ ক'ত ?

হৰি ঃ নহয় ভাই, মই এতিয়া আৰু ভাগ্যবান ধনী মানুহ নহওঁ। মোৰ নগদ যি আছিল তোমালোকৰ লগত স্ফূৰ্তি কৰোঁতে আৰু তোমালোকক দিওঁতেই সকলো গৈছে। মাটি-বাৰী, ঘৰ-দুৱাৰো বন্ধকতে আছে। এতিয়া যদি এহেজাৰ ৰূপ দি তোমালোকে মোক উদ্ধাৰ নকৰাহঁক, তেন্তে মোৰ আৰু নিস্তাৰ নাই। তোমালোকৰ বিপদত মই সহায় কৰিছিলোঁ, এতিয়া মোৰ বিপদত সহায় কৰাহঁক।

জগন্নাথ ঃ বন্ধু! তোমাৰ কথাবাৰ শুনি বেজাৰ পালোঁ। টকানো মই ক'ত পাম ? এহেজাৰহে নালাগে এটকাও নাই। তুমি কি কোৱা ভাই ধনেশ্বৰ ?

ধনেশ্বৰ ঃ অৱশ্যে, অৱশ্যে, মোৰো সেইয়ে কথা।

হৰি ঃ মোৰ অগবোৰ টকা তোমালোকে নিছা, এতিয়া বিপদত এহেজাৰকে দি সহায় কৰাহঁক।

জগন্নাথ ঃ—ভাই হৰিচৰণ! তোমাৰ অৱস্থা দেখি মোৰ বুকুত শোকে খুন্দিয়া-খুন্দি কৰিব লাগিছে। তোমাৰ দুখত মোৰ প্ৰাণৰ মাজেদি এটা ধুমুহা বৈ গৈছে। কি কৰিম ভাই ? 'বিপদি ধৈৰ্য্যম্' বিপদত ধৈৰ্য ধৰা, হাজোতত থাকোতেও যেন অলপো অধীৰ নোহোৱা। মই এতিয়া আহোঁহে, বৰ জৰুৰী কাম আছে। My wishes be with you. Good luck.

(প্ৰস্থান)

ধনেশ্বৰ ঃ—[কান্দি কান্দি] মোৰনো হৰি ভায়াৰ কপালত এইহে আছিলনে ? "অসাৰ সংসাৰ, বল কেবাকাৰ, দাৰ, সুত, বাপ, মা।" ভাই হৰি! অসাৰ সংসাৰ বুলি জানি মন ডাঠ কৰি থাকিবা। যোৱা এতিয়া। Good morning.

(ভিতৰলৈ সোমাই যায়)।

হৰি ঃ ভগবান! এই শিক্ষা সময় থাকোতেই নিদিলা কিয় প্ৰভু ?

[সকলোৰে প্ৰস্থান]

## তৃতীয় দৃশ্য

[বিমলাৰ ঘৰৰ আগ। কনিষ্টবলেৰে সৈতে হৰিচৰণৰ প্ৰৱেশ]

হৰি ঃ বিমল! বিমল!! পাকল আছানে ?

বিমলা ঃ [ ভিতৰৰপৰা ওলাই আহি ] আছোঁ নাথ! আছোঁ। "আমি সাৰাদিন হেঁঠা ৰহিব বসিয়া, তব পথ পানে চাহিয়ে" হৈ আছোঁ।

[কনিষ্টবলক দেখি উচাপ খাই উঠি] ঔ আই! এইটো কি ? (খঙেৰে) ভাগ্ ইয়াৰপৰা, নহলে লগাই দেম্ভা মৈদাৰে খা।

কনিষ্টবল ঃ চুপ্! এইচা বদ্‌মাচি আউৰত হাম কভি নাহি দেখা। (আঙুলি জোকাৰি) ফেৰ এইচা বাত কহেগা তু তুম্‌কোভি পাকড়্ লে যায়েগা।

বিমলা ঃ নাথ! তোমাৰ আগতে ই কটা কুকুৰে মোক ইন্‌চাল্ কৰিলে—তুমি চাই থাকিলা? অসহ্য, অসহ্য, কিহে মোৰ হৃদয়ৰ জুই নুমুৱাব। হায় বসুমতী! ফাট দিয়া পাতালে লুকাওঁ।

হৰি ঃ বিমলা! অলপ স্থিৰ হৈ মোৰ কথা শুনা। সেইদিনা ৰাতি নিছাৰ কোবত মানুহ এটাক তোমাৰ আগতে কোবাই-ছিলোঁ নহয়? তাৰ হেনো লাওখোলা ভাঁগি পৰি আছে। সেইবাবে মোৰ ওপৰত মকৰ্দমা হৈছে। মোৰ যি আছিল যথাসৰ্বস্ব তোমাকে দিছোঁ। এতিয়া এহেজাৰ টকা নিদিলে মোৰ আৰু মুক্তি নোহোৱাত পৰিছেহি। এই বিপদত মোক ৰক্ষা কৰা।

বিমলা ঃ নাথ! মোৰ যে হাতত এতিয়া পাই এটিও নাই। যি দিছিলা, তোমা-লোকৰ খুৱাওঁতেই সকলো খৰচ হৈ গৈছে।

হৰি ঃ মই দিয়া গহনাবোৰতো আছে? সেইখিনি বন্ধকত দিলেও এহেজাৰ টকা অনায়াসে ততালিকে পোৱা যাব। প্ৰিয়ে! মানুহটো প্ৰাণে বাচিলে তোমাৰ গহনাৰ কি ভয়?

বিমলা ঃ নাথ! এতিয়াও তুমি মোক বালা এজোৰ দিবলগীয়া হৈ আছা। মোৰ যে গহনাবোৰ দিলে মই দেখিবলৈ আপচু হ'ম, তেতিয়ানো তুমি জীয়াই থাকিবা কেনেকৈ?

হৰি ঃ নহয়, নহয়; তুমি মোক এই বিপদৰ পৰা ত্ৰাণ কৰা—মই ভৰিত ধৰি মাতিছোঁ।

বিমলা ঃ নাথ! "অত ভালবাসা, প্ৰাণেৰ পিয়াসা" কেনেকৈ পাহৰিলা? মই গহনা দিব নোৱাৰোঁ।

কনিষ্টবল ঃ বাবুচাহাব! তেৰা মাফিক বুৰ্বক হাম কভি নাহি দেখা। বেশ্যা কভি ৰূপয়া দেতা হায়না?

হৰি ঃ চল' জী চল'। মোৰ উপযুক্ত প্ৰায়চিত্ত হ'ল। (উভয়ৰে প্ৰস্থান)

বিমলা ঃ ক'লৈ যোৱাঁ নাথ? চোৱাঁহি এবাৰ কি দশা হ'ল আজি তোমাৰ বিমলাৰ। এতিয়া মূৰ্চ্ছা যাম।

(প্ৰস্থান)

## চতুৰ্থ দৃশ্য

(হৰিচৰণৰ ঘৰ। গোলাপী আৰু হৰিচৰণৰ মাক বেজাৰ মনেৰে বহি থাকে, এনেতে প্ৰভাকৰৰ প্ৰৱেশ।)

প্ৰভাকৰ ঃ মই অতি কষ্টৰে কোনোমতে পাঁচশ টকা ৰূপ গোটাইছোঁ। আৰু পাঁচশ হলেই তাক জামিনত খালাচ কৰাব পাৰোঁ। সুখত উঠা ল'ৰা, হাজোতত চাগৈ বৰ কষ্ট পাব লাগিছে।

গোলাপী ঃ (কান্দি কান্দি) মোৰ গহনা আৰু ভাল ভাল কাপোৰ-কানি আছে, তাকে লৈ যাওক। সেই সোপা বেচি-কিনি কোনোমতে দুখুনীক ৰক্ষা কৰক, মোৰ ঈশ্বৰ!

হৰিৰ মাক ঃ মই কি কৰিম। ল'ৰা মানুহ, বেয়া সঙ্গত পৰি বেয়া হ'ল। তাক

নেদেখিছোঁ আজি মোৰ সংসাৰখন আন্ধাৰ যেন লাগিছে। দুষ্ট হ'ল বুলিয়েই জানো উলিয়াই খেদাব পাৰোঁ? দুষ্টও পো, শান্তও পো। আপুনি এই অভাগিনী তিৰোতা দুজনীৰ মুখলৈ চাই এইফেৰা উপকাৰ কৰক।

প্ৰভাকৰ : সি যেনে নিৰ্বোধ, নিলাজ তেনে প্ৰতিফল হাতে হাতে পাইছে। পাপৰ যথোচিত পৰাচিত হৈছে। মইনো বোৱাৰীৰ হাতৰ আৰু ডিঙিৰ খাৰু-মণি কেইডাল নি কি সতেৰে বন্ধক দি টকা আনিম?

গোলাপী : কাৰ নিমিত্তেনো মই মণি-খাৰু পিন্ধো? কাৰ নিমিত্তে বা প্ৰাণ ধৰিছোঁ? তেখেতক নিৰ্বোধ নুবুলিব। তেখেত যথাৰ্থতে দেৱতাৰ নিচিনা। কোমল হিয়া, শান্ত স্বভাৱ; দুষ্ট মানুহে চল পাই নিজৰ সুযোগ বুজি যেনি-তেনি ফচুলাই নিলে। আচলতে তেখেতৰ একো দোষ নাই। এইয়া মণি-খাৰু এতিয়াই খহাই দিলোঁ। এই হাত-বাকচতো কিছু গহনা আছে, আপুনি তেনেই নিয়ক।

(অলঙ্কাৰ আৰু হাত-বাকচ প্ৰভাকৰক দিয়ে)

প্ৰভাকৰ : হায় ভগবান! কি দোষত এনে হেন সতী-সাধ্বীৰ এনে দশা কৰিছা প্ৰভু! কোনটো সতেনো মানুহে এইবিলাক লক্ষ্মীৰপৰা ওঁতৰি পিশাচিনীৰ আশ্ৰয় লয়? ধন্য সতী! তুমিয়েই ধন্য। তুমিও নিজ সতীত্বৰ বলতে সাবিত্ৰীয়ে সত্যবানক নতুন জীৱন দিয়াৰ দৰে দিব পাৰিবা।

গোলাপী : (কান্দি কান্দি) আয়ে আজি দুদিন পানী এটুপীও গ্ৰহণ কৰা নাই। বুঢ়া মানুহ, শোকে তাপে জৰ্জৰিত। মই হিন্দুৰ তিৰোতা, স্বামীয়েই মোৰ মুক্তি, পতি মোৰ গতি, প্ৰাণৰ প্ৰাণ মহাপ্ৰাণ। এনে স্বামীৰ নিমিত্তে অকাতৰে প্ৰাণ দিব পাৰোঁ। সামান্য অকিঞ্চিৎকাৰ অলঙ্কাৰ কেইডাল দিয়াতোনো কি কথা?

প্ৰভাকৰ : ভাল, আহিলোঁ বাৰু। (স্বগতঃ) হে সাধ্বী! তোমাৰ পবিত্ৰ চকুৰ পানীৰেই যে পাপীক উদ্ধাৰ কৰিবা, ইয়াত মোৰ অনিষ্টামানো সন্দেহ নাই।

(সকলোৰে প্ৰস্থান)।

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

[কাচাৰী ঘৰ। হাকিম, উকীল দুজন, তৰনি দুজন, আচামী, ফৰিয়াদী, কনিষ্টবল, ছাপ্ৰাচী, চিৰস্তাদাৰ আৰু প্ৰভাকৰ।]

হাকিম ঃ ইয়াৰ ওপৰত গোচৰ কি ?

চিৰস্তাদাৰ ঃ গোচৰ ৩২৫ ধাৰা মতে।

হাকিম ঃ চুমাৰি হ'বনে ?

চিৰস্তাদাৰ ঃ নহয়।

হাকিম ঃ তেন্তে ৩৫২ ধাৰামতে চুমাৰি বিচাৰ কৰা যাওক।

ফৰিয়াদী উকীল ঃ নহয় ধৰ্মাৱতাৰ! ৩৫২ ধাৰামতে এই মকৰ্দমা বিচাৰ হ'ব নোৱাৰে। মানুহটোৰ মুৰ ফাটি গৈ আজি এমাহমান হাস্পতালত পৰি আছে।

আচামী উকীল ঃ Case 352 ত বিচাৰ হোৱাই উচিত। কাৰণ, এইটো drunken street brawl, দুয়ো পক্ষৰে দোষ, আৰু হাস্পতালত ১০ দিনতকৈ সৰহ দিন থকা নাই।

ফৰিয়াদী উকীল ঃ এইটো যদি ৩৫২ ধাৰামতে হয়, তেন্তে সংসাৰত ৩২৫ ধাৰাৰ মকৰ্দমা আৰু কেতিয়াও নহয়।

হাকিম ঃ Keep quiet. Don't you see it is a case of simple assault ?

ফৰিয়াদী উকীল ঃ No sir, 324 or 325 ত regular বিচাৰ হওক। নহলে বৰ injustice হ'ব।

হাকিম ঃ What ? এইটো এটা simple case. ৩৫২ ধাৰামতে বিচাৰ কৰিলে injustice হ'ব ?

ফৰিয়াদী উকীল ঃ নিশ্চয় injustice হ'ব। আদালতে আইনখন খুলি চালেই এই কথা বুজিব পাৰিব।

আচামী উকীল ঃ থোৱাঁ, থোৱাঁ, আদালতকনো তুমি ইমান মূৰ্খ পালানে ? এইটো অপৰাধতো আকৌ আইন চাব লাগেনে ?

হাকিম ঃ Keep quiet. মোৰ আইন জনা আছে। আপত্তি হয় যদি আপীল কৰিব পাৰা।

(আচামী আৰু ফৰিয়াদীলৈ চাই) এই মকৰ্দমা ৩৫২ ধাৰাত মিটু মাট কৰিবিতো মিট' ?

ফৰিয়াদী উকীল ঃ দোহাই ধৰ্মাৱতাৰ! এইটো মিটু-মাটৰ যোগ্য মকৰ্দমা নহয়।

আচামী উকীল ঃ ভাল, আমি হলে মিটাবলৈ ৰাজি আছোঁ। বাহিৰলৈ গলে এই বিষয়ে Party এ মীমাংসা কৰিব পাৰে।

হাকিম ঃ বাহিৰলৈ যা দুয়ো পক্ষ।

[দুয়োপক্ষ বাহিৰলৈ ওলাই, লগে লগে চিৰস্তাদাৰ, তৰনি, কনিষ্টবল আৰু ছাপ্ৰাচীও আহে।]

ফৰিয়াদী তৰনি : সুবল বাবু ! আমাক পাঁচশ টকা নিদিলে কেতিয়াও নিমিটিবা ।

আচামী তৰনি : হৰি বাবু ! আমাৰ পাঁচ টকাৰ ওপৰ নিদিবা ।

ফৰিয়াদী তৰনি : কি এনে কথা, একো ভয় নাই। সুবল বাবু ! হাকিমৰ আফিডেভিট দি শ্ৰীশ বাবুক উকীল ধৰোঁ ; আজিয়েই মকৰ্দমা খাৰিজ কৰাম নহয়। দিয়া, দিয়া—পাতৰ বাবে দু অনা, আৰু টিকটৰ বাবে দুই টকা আৰু উকীলৰ ফিজ্ ১৫ টকা এতিয়াই দিয়া। কি চাই আছাঁহে ? শ্ৰীশ বাবুৱে পালে এই মকৰ্দমা বান্দৰে কল খোৱাদি বখলা-বখলে খাব নহয়। দিয়াহে টকা দিয়া। মিছাতে সময় যাব লাগিছে।

[সুবলে টকা দিয়ে। তৰনিৰ প্ৰস্থান]

চিৰন্তাদাৰ : বুজিছানে সুবল বাবু, সেই বলিয়াটোক মিছাতে অতবোৰ টকা দিলা। তাতকৈ মোক যদি বিশ্ টকা মান দিলাহেঁতেন, হাকিমক একাষাৰ কৈ মকৰ্দমা জয় কৰি দিলোহেঁতেন।

সুবল : মোৰ মূৰ ভাঙিলেওতো মস্তিস্কৰ বিকৃতি ঘটা নাছিল। এতিয়া শগুন-বোৰৰ চোঁহনিত পৰি মগজো বেয়া হ'ল।

আচামী তৰনি : চিৰন্তাদাৰ বাবু, এইফালে আহক।

চিৰন্তাদাৰ : (ওচৰ চাপি) কি ?

আচামী তৰনি : (মনে মনে টকা দি) আগেয়ে ৫ টকা দিছোঁৱেই, এতিয়া আকৌ ৫ টকা দিলোঁ ; অলপ চাব।

চিৰন্তাদাৰ : অৱশ্যে, অৱশ্যে, একো ভয় নাই।

হৰি : [সুবলৰ হাতত ধৰি] ভাই সুবল। মই বৰ অন্যায় কাম কৰিছোঁ। মোহত অন্ধ হৈ ৰাণীৰ জোৰত মিছাতে তোমাক অপমান কৰিছোঁ। ক্ষমা কৰিবানে ?

সুবল : তুমি মোক যি মাৰ মাৰিছা, এনে উৰা কথা আমাৰতে তাৰ প্ৰতিকাৰ হয়নে ?

হৰি : কি কৰিব লাগে কোৱাঁ। যদি কোৱাঁ মই হাকিমৰ আগতে এতিয়াই সকলো স্বীকাৰ কৰিম। মদ আৰু অন্যায় কামত মোৰ যথা-সৰ্বস্ব গৈছে। জামিন দিব নোৱাৰি ৩ দিন হাজতো খাটিছোঁ। মকৰ্দমালৈ একো ভয় কৰা নাই। ফাটেক তো মোৰ হোৱাই উচিত। তাৰ নিমিত্তে অকণো দুখ নকৰোঁ। কেৱল মই এইবাবে দুখিত যে তোমাৰ নিচিনা মানুহ এজনক অনৰ্থক অপমান কৰিলোঁ। তাৰ কি প্ৰতিকাৰ হ'ব পাৰে কোৱাঁ ? যি তিৰোতাক মই মদত ধৰি আৰু বেয়া সংসৰ্গত পৰি লাঞ্চনা কৰিছোঁ, অত্যা-চাৰ কৰিছোঁ, সেই তিৰোতাই বিধৱাৰ দৰে তাইৰ গাৰ সকলো গহনা সোলো-কাই বন্ধক দি ৫০০ টকাৰ জামিন দিছে। কোনটো সতেৰেনো মই সেই টকা খৰচ কৰিম ? মোৰ টকা নাই ; লাগে তোমাক বন্ধা-খত দিওঁ। ফাটেকৰ ভয়ত নহয়, কিন্তু তোমাৰ প্ৰতি যি অন্যায় আচৰণ কৰিলোঁ তাৰ বাবে।

সুবল : এই অনুতাপ যদি সঁচা হয় তেন্তে মই এতিয়াই এই মকৰ্দমা এৰি দিম। ই যে সঁচা তাৰ প্ৰমাণ কি ?

প্ৰভাকৰ ঃ এই অনুতাপ সঁচা। কাৰণ যিবিলাক বন্ধুক ভাল দিনত ই হেজাৰ হেজাৰ টকা দিছিল, সেইসকলে এই বিপদৰ দিনত ইয়াক ফুটা কড়ি এটাও দি সহায় নকৰিলে। যিজনী তিৰোতাই ইয়াৰ যথা সৰ্বস্ব লুটিলে, সেইজনীয়ে ইয়াক পইচা এটাৰেও সহায় নকৰিলে।

সুবল ঃ যদি মই মাৰ খোৱাৰপৰা এনেটো উপকাৰ সাধিত হয়, তেন্তে এওঁৰ মাকৰ আৰু পতিপ্ৰাণা পৰিবাৰৰ মুখলৈ চাই মই এই মকৰ্দমা এৰিলোঁ। মই এনে পাষণ্ড নহয় যে সতীৰ গাৰ গহনা বন্ধকত থৈ পোৱা টকা ল'ম। নিশ্চয় জানিবা হৰিচৰণ! আজি সতীৰ মহিমাতে তোমাৰ মুক্তি হ'ল। কি আশ্চৰ্য! মানুহে এনে মূৰ্তিমতী, পুণ্যৱতী তিৰোতা এৰি অধৰমী পাপ-মূৰ্তি তিৰোতাবিলাকৰ সঙ্গ বেছি পছন্দ কৰে।

(আটাইবিলাক হাকিমৰ ওচৰ চাপে)।

হাকিম ঃ কি, মিট্‌মাট হ'লনে?

সুবল ঃ হয় হজুৰ! আমি মিট্‌মাট কৰিলোঁহঁক। মকৰ্দমা ডিচ্‌মিচ্ হওক।

(সকলোৰে প্ৰস্থান)।

## দ্বিতীয় দৃশ্য

(হৰিচৰণৰ ঘৰৰ আগফাল। এফালে প্ৰভাকৰ আৰু হৰিচৰণ, আনফালে দিবাকৰৰ প্ৰৱেশ)।

দিবাকৰ ঃ কি, বাবু মকৰ্দমাত হেনো জয় হ'ল। এতিয়া এটা Party ৰ বন্দবস্ত হওক।

হৰি ঃ দিবাকৰ! মোক আৰু ঠাট্টা নকৰিবা। ইয়াৰ আগেয়ে যিবিলাক ঠাট্টা সজভাৱে কৰিছিলা, সেইবিলাক মই বুজিব নোৱাৰিছিলোঁ; এতিয়া বৰ্ত্তিয়াকৈ বুজিছোঁ। মোৰ অতীত জীৱন এটি দুঃস্বপ্ন, এটি ঘোৰ বিভীষিকা। টকা-কড়ি গ'ল হয় কিন্তু জীৱনত বেচ্ শিক্ষা হ'ল, আৰু সেই শিক্ষাৰ ফলত আজি নতুন জনম লাভ কৰিলোঁ। তুমি যে মোৰ প্ৰকৃত হিতাকাঙ্ক্ষী মই এতিয়াহে বুজিছোঁ।

প্ৰভাকৰ ঃ নাই, আৰু আগৰ হৰিচৰণ নাই। এতিয়া ইয়াৰ সম্পূৰ্ণ পৰিবৰ্তন হৈ গৈছে। লাজ থাকিলে আৰু তেনে কাম নকৰে।

দিবাকৰ ঃ শুনি বৰ সন্তোষ পালোঁ। ডাঙৰ মানুহৰ ল'ৰা, এনেখন বলিয়ালি তোমাৰ শোভা নাপায়। টকা-কড়িৰ বাবে একো দুখ কৰিব নালাগে। যিখিনি সম্পত্তি আছে তাকে এতিয়াও ভালকৈ চলালে-কৰালে আকৌ টকা হ'ব।

(গোলাপী আৰু হৰিচৰণৰ মাকৰ প্ৰৱেশ। হৰিচৰণে মাকক প্ৰণাম কৰে)।

হৰিৰ মাক ঃ (কান্দি কান্দি) হৰি! দুখুনী বুঢ়ীমাৰৰ মনত যেন আগলৈ আৰু এনে দুখ নিদিয়। মোক মৰণ কালত সুখেৰে মৰিবলৈ দে বাচা! দুবেলা ঈশ্বৰৰ নাম লৈ তহঁতকে আশীৰ্বাদ কৰি থাকোঁ; এনে স্থলত যে এনেকুৱা হয়, মোৰে দুৰ্ভাগ্যৰ ফল। মই আগেয়ে একো জনা নাছিলোঁ, এতিয়া সকলো কথা শুনিছোঁ।

(বোৱাৰীয়েকৰ হাতত ধৰি, হৰিৰ হাতত লগাই দি)

এনে এটি দেৱকন্যা ঘৰত থাকোঁতে তই কেলেই এনেকৈ ফুৰ? এইটি হিন্দুৰ ঘৰৰ বোৱাৰী। এইটি সীতা,

সাবিত্রীৰ আদৰ্শলৈ ভাওৰ হোৱা ছোৱালী। এইটি এটি মহাৰত্ন। বাপেক মাকে এবাৰ সপি দিছিল, আজি আকৌ মই তোক হাতে হাতে সপি দিলোঁ। নিশ্চয় জানিবি এইটিক যদি তই অনাদৰ কৰ, তোৰ কোনো কালে কল্যাণ নাই। সংসাৰৰ ক'ত কোন দেশত এনে ৰত্ন ওপজে ক'ব পাৰনে? হতভাগ্য হিন্দুৰ দেশত যদি এতিয়াও কিবা ভাল, কিবা পবিত্ৰ, কিবা সুন্দৰ আছে, তেন্তে হিন্দুৰ ধৰ্মনিষ্ঠা, পতিপৰায়ণা 'গৃহলক্ষ্মী'।

হৰি ঃ আই! আপোনাৰ পবিত্ৰ চৰণত ধৰি শপত খাইছোঁ, মই আজিৰপৰা সকলো কু-অভ্যাস এৰিলোঁ। আপোনাৰ আজ্ঞা শিৰোধাৰ্য। যদি মই আপোনাৰ বাক্য কেইআষাৰ পালন নকৰোঁ মোৰ অনন্ত নৰকত বাস হ'ব।

হৰিৰ মাক ঃ বিপদৰ বন্ধু, তোৰ পিতৃতুল্য সেই-জনক প্ৰণাম কৰি ক্ষমা খোজ। মোৰ আগতে তেখেতক তই বহুত কু-বচন বুলিছ।

হৰি ঃ (প্ৰভাকৰৰ ভৰিত ধৰি) খুড়াদেউ! মই ক্ষমা পাবৰ যোগ্যনে? এই পাপৰ যে কি পৰাচিত হ'ব পাৰে মই নাজানো।

প্ৰভাকৰ ঃ উঠা বোপাই, উঠা। বেয়া সঙ্গত পৰি বেয়া হৈছিলা। বুঢ়া বয়সত মোৰ প্ৰাণৰ বন্ধু সোমেশ্বৰৰ ল'ৰা এনে হোৱা দেখি মই বৰ দুখ পাইছিলোঁ। এতিয়া তোমাক ভাল হোৱা দেখিলোঁ, সেয়েই যথেষ্ট পুৰস্কাৰ। বোপাই তোমাৰ মাৰাৰ কথা কেইষাৰ মনত ৰাখিবা। সৌৱা, চোৱা তোমাৰ সতী পত্নী হাতৰ-কাণৰ খহাই দিছে, তথাপি কেনে সুন্দৰী! সতীত্বৰ তেজত কেনে গৌৰৱময়ী! তেওঁক অনাদৰ নকৰিবা। কৰিলে দেৱতা অসন্তুষ্ট হ'ব।

(গোলাপী আৰু হৰিচৰণৰ বাহিৰে সকলোৰে প্ৰস্থান)।

হৰি ঃ গোলাপী! মোৰ পাপৰ কিবা পৰাচিত আছেনে? যিদিনা মোৰ এই পাপ ভৰিৰে সতীৰ গাত লাথি মাৰি যাওঁ, সেইদিনাই মোৰ অধোগতি মিলিল। প্ৰিয়তমে! তোমাক কত অত্যাচাৰ কৰিলোঁ তাৰ সীমা নাই। শাৰীৰিক কষ্ট, মানসিক কষ্ট কত দিলোঁ। এতিয়া এই পাপীৰ নিমিত্তেই তোমাৰ গাৰ যিবিলাক অলঙ্কাৰ তাকো সোলোকাই দিলা। মই যে কোনটো লাজেৰে এতিয়াও তোমাৰ আগত থিয় দি আছোঁ ক'ব নোৱাৰোঁ।

গোলাপী ঃ প্ৰভু! আপুনি মিছাতে বেজাৰ কৰিছে। আপুনিয়েই মোৰ জীৱনৰ প্ৰধান অলঙ্কাৰ। আপোনাক ঈশ্বৰে সুমতি দি মোক ঘূৰাই আনি দিছে, তাৰ নিমিত্তে যে অকাতৰে জীৱন দিব পাৰোঁ প্ৰভু! অলঙ্কাৰ অতি সামান্য বস্তু। আপোনাৰ মুখত একাষাৰ ভাল কথা শুনিলেই মোৰ জীৱন ধন্য যেন পাওঁ। আপুনি মোহ বশতঃ এটি লাথি মাৰিছিল, তাৰ পৰা কি হ'ল? আপুনি কিমান দয়ালু! মোৰ নিচিনা কত শত তিৰোতা আছে।

সিহঁত কত অভাগিনী। দিনে ৰাতিয়ে মাৰ-কিল খাই কত যন্ত্ৰণা ভুগিব লাগিছে। প্ৰভু! মই আপোনাৰ মনৰ জোখায় হ'ব জনা নাই সেইবাবে মইহে ক্ষমাৰ পাত্ৰী।

হৰি ঃ ধন্য সতী, ধন্য! আজিহে বুজিলোঁ সাবিত্ৰীয়ে কিদৰে সত্যবানৰ জীৱন দিলে। আজিহে বুজিলোঁ সতীত্বৰ কি তেজ! আজি মই অতি দুখীয়া, কিন্তু যাৰ ঘৰত এনে সাধ্বী তিৰোতা আছে, তাৰ পক্ষে ঐশ্চৰ্য্য অতি অকিঞ্চিতকৰ। নাটক, নভেল পঢ়ি তাৰ আচল সাৰ ভাগ নলৈ, আচল উদ্দেশ্য নুবুজি, তাতে বেয়া সঙ্গত পৰি মই পশুতকৈয়ো অধম হৈছিলোঁ। ভগবান! তুমি যে আজি মোৰ সেই মোহ দূৰ কৰিলা। সকলোৱে জনা উচিত যে মদ আৰু অসৎ সঙ্গ সকলো সৰ্বনাশৰ মূল। সংসাৰৰ নানান চিন্তাত মানুহ এনেয়ে পাগল, তাতে আকৌ মদ পেটত পৰিলে পাগলামিৰ সীমা নেথাকে। লগে লগে দুৰ্দশাৰো সীমা নাইকিয়া হয়। হতভাগ্য হিন্দুস্থানখন এই মদ, কানি ইত্যাদি নিচাই একেবাৰে সৰ্বনাশ কৰিলে। হে প্ৰভু! মোৰ নিচিনা হতভাগ্য পাপী বিলাকক উদ্ধাৰ কৰাঁ। দুৰ্ক-পলীয়া হিন্দু জাতিকো ইয়াকে কওঁ যেন তিৰোতাবিলাকৰ প্ৰতি শ্ৰদ্ধাপৰ হয়। যদি এই পতিত জাতিৰ কেতিয়াবা উদ্ধাৰ হয়, তেন্তে সি কেৱল এই ধৰ্মপ্ৰাণা, পতিব্ৰতা, তেজস্বিনী 'গৃহলক্ষ্মী' সকলৰপৰাই হ'ব।

# উছৰ্গা

কৃষ্ণভক্ত

স্বৰ্গীয় পিতৃদেৱতাৰ আৰু মাতৃদেৱীৰ

শ্ৰীপাদপদ্মৰ উদ্দেশ্যে

অযোগ্য সন্তানে ভক্তি পুষ্পাঞ্জলি স্বৰূপে

এই

কৃষ্ণ-লীলাখনি

আগবঢ়ালো ।

নবীন

# পাতনি

১৯৩২ চনত চিপাহীয়ে বেৰি ধৰি শ্ৰীহট্ট জেইলৰ সৰাঙ্ক আশ্ৰমলৈ নিওঁতে ৰেলত উঠিবৰ সময়ত মোক আগবঢ়াবলৈ যোৱা ডেকা বন্ধু শ্ৰীমান পদ্মধৰ চলিহা আৰু শ্ৰীমান ৰাধানাথ হাজৰিকাই মোক বিশেষকৈ অনুৰোধ কৰিছিল যেন জেইলত থাকোঁতে সাহিত্য চৰ্চাৰ কামত অলপ মন দিওঁ। কৃষ্ণ-লীলাখনৰ কেইটামান দৃশ্য ইতিপূৰ্ব্বে গদ্যেৰে বাঁহীত ওলাইছিল। কাটেকত থাকোঁতে বাকীখিনি লিখিবলৈ হাতত লৈছিলোঁ। সাহিত্য সেৱাত অভ্যাস নথকাত আৰু কীৰ্ত্তন, দশম ইত্যাদি কোনো কিতাপ নোপোৱাত কিতাপখনি লেখাত অলপ অসুবিধাও হৈছিল। সৰুৰে পৰা কৃষ্ণ ভক্ত পিতৃদেৱতাৰ আৰু মাতৃদেৱীৰ মুখে শুনি শুনি আৰু নিজেও পঢ়ি কৃষ্ণ চৰিত্ৰ সম্বন্ধে যেনে জ্ঞান হৈছিল তাৰে ওপৰত নিৰ্ভৰ কৰি এই গ্ৰন্থখনি লিখা হৈছিল। আসামত শ্ৰীকৃষ্ণৰ প্ৰতি সখী ভাবৰ প্ৰচলন নাই,—কেৱল দাস ভাৱহে প্ৰচলন সেই দেখি আসামৰ বিগ্ৰহসকলৰ লগত ৰাধা নাই। কোচবিহাৰৰ মদন মোহন, বৰপেটাৰ কলিয়া ঠাকুৰ, আউনিআটীৰ গোবিন্দ, দক্ষিণ পাটৰ যাদৱৰায় কোনো বিগ্ৰহৰ লগত ৰাধা নাই। জীৱাত্মা ৰূপিনী গোপিনী আৰু পৰমাত্মাৰূপী কৃষ্ণৰ মহামিলনেই শ্ৰীশঙ্কৰ আৰু মাধৱ গুৰুৰ গ্ৰন্থৰ চৰম ভাব। মোৰ ক্ষুদ্ৰ বুদ্ধিৰে এই কিতাপ খনিত "কৃষ্ণস্তু ভগবান স্বয়ং" এই ভাবটিকে ফুটাই তুলিবৰ চেষ্টা কৰিছোঁ।

২ মাহৰ ভিতৰত কেবাখনো কিতাপ লিখিবলৈ হাতত লোৱাত এই কিতাপখন ১০ দিনতে লেখি শেষ কৰা হৈছিল। বাকীদিন কেইটা আৰু ৬খন কিতাপ লেখা হৈছিল। এই কিতাপখন লেখি ছপা কৰি উলিয়াওঁতে শ্ৰীমান প্ৰেমধৰ বৰুৱাই সহায় কৰিছিল আৰু ছপা কৰা বিষয়ে শ্ৰীযুত হৰমোহন দাসে সহায় কৰিছিল। সেই বাবে তেখেত সকলৰ শলাগ লৈছোঁ। এতিয়া সহৃদয় পাঠক সকলে সাহিত্য হিচাপেও কিতাপখনি মৰমৰ চকুৰে চালে বাধিত হ'ম। ইতি

গুৱাহাটী
২৯-৮-৩৩

নবীনচন্দ্ৰ বৰদলৈ

# ভাৱৰীয়াসকল

**মুনিহ**

নাৰদ দেৱৰ্ষি
কংস ৰজা
বসুদেৱ
নন্দ
অক্ৰূৰ
শ্ৰীকৃষ্ণ
বলোৰাম
উদ্ধৱ
উগ্ৰসেন
শ্ৰীদাম (গোপ বালক)
সুদাম ,,
বসুদাম ,,
চানুৰ— মল্ল
মুষ্টিক ,,
তোষল ,,
গোপবালক সকল, মন্ত্ৰী, ধোবা, মালী, সাৰথি, চাৰণ।

**তিৰোতা**

দৈৱকী
যশোদা
অক্ৰূৰৰ পত্নী
কুব্জী সৈৰন্ধ্ৰী
কংসৰ ৰাণী
মথুৰানাগৰী, গোপিনীসকল।

# প্ৰথম অঙ্ক

## প্ৰথম দৃশ্য

### ৰাজ সভা

[কংস বহি আছে। মানবিলাক আৰু মন্ত্ৰী বহি আছে
(গীত গাই গাই নাৰদৰ প্ৰৱেশ)

গীত

(বেহাগ খাম্বাজ )
মায়াৰে মোহিত চেতনা জীৱ যাতনা
কত ভুগিছা হে
সেই শান্ত সৌম্য সুন্দৰ বিভু কিয় নভজা
(হায়) মিছাতে জনম খেদালাহে
দুদিনীয়া দেহা সামাজিক যেন চাওঁতে চাওঁতে লুকায়
(আৰু) ধুনীয়া শৰীৰ ৰূপৰ মাধুৰী
ছায়া মায়াকৈ লুকাবহে
ক'ত জীৱ তুমি কিয় আহিছিলা
কোনো থৈছে ভাবি চোৰাচোনহে
মায়াৰ বান্ধন মোকলাই লৈ
হৰিনাম গাই মুখেৰে
মনৰ এন্ধাৰ পোহৰাই লৈ
থাকা জীৱ থাকা সুখেৰেহে
তেহে তত্বজ্ঞান পাবাহে প্ৰাণত
তৰিবা সংসাৰ অচিৰেহে ।
মহাৰাজৰ জয় হওক।

(কংস সিংহাসনৰপৰা নামি নমস্কাৰ কৰে)

কংস ঃ
কিবা ভাগ্য আজি মোৰ মথুৰাপুৰীত
পদ ধূলি দিলে আহি প্ৰভু জীৱবন্ধু
দেৱৰ্ষি নাৰদে।

নাৰদ ঃ
মহাৰাজ ৰাজ দৰ্শনৰ ফলাফল
মিলিল যে আজি মোৰ। কিন্তু মহাৰাজ
বিশেষ বাতৰি এটি লৈ আহিলো ইয়ালৈ,
অজ্ঞানিতে তব প্ৰাণবৈৰী দিনে দিনে
শশীকলা যেন বাঢ়িব লাগিছে
গোকুলত। আপোন ভাগিন কৃষ্ণ নাম-
ধাৰী নন্দসুত বুলি বিখ্যাত ধৰাত।

কংস ঃ
প্ৰভু! আজি কত দিন এই মৃত্যুভয়ে
কৰিছে বিকল মোক। সেইদিনা
তাহানিয়ে চেনেহী ভনীটি মোৰ প্ৰিয়,
দৈৱকী ৰূপহী মাইক বিয়া দিলো ৰঙে
বসুদেৱ ক্ষত্ৰিয় বীৰক। মহানন্দে
নিজে হৈ ৰথৰ সাৰথি, বৰ-কন্যা
দুয়োকো নিছিলোঁ দৰা ঘৰলৈ কৰি
অতি সমাৰোহ। এনে সময়ত হ'ল
নিদাৰুণ দৈৱবাণী। ক'লে দেৱতাই—
কংস, এই ভনীয়েৰ, যাৰ বাবে ইমান
উলাহ, তাইৰে গৰ্ভত উপজি কুমাৰ
বধিব বধিব তোক। উৎসৱ ৰাগিনী
বিষাদত হ'ল পৰিণত। ভৰিত নিহালি
হাতত শিকলি বান্ধি পুতি গজ্জময়
এন্ধাৰ ঘৰত বন্দী কৰি থলোঁ মই
দুয়োটি প্ৰাণীক। ক্ৰমে ক্ৰমে সাতোটি
ভাগিন আৰু এজনী ভাগিনী উপজিল।

সকলোকে বধিলো নিঠুৰ মতি মই আক্ৰাজি শিলত। ভাগিনীজনীয়ে কৈ গ'ল মৰিবৰ বেলা মোৰ প্ৰাণ বৈৰী উপজিছে আন ঠাইত। আছোক মনুষ্য দেৱতায়ো মিছা মাতে। অতি যে অধম এই দেৱতাৰ জাত।

নাৰদ ঃ

মহাৰাজ! মিছলীয়া নহয় দেৱতা—
ঘোৰ দুৰ্যোগত যোগমায়া উপজিল
নন্দৰ ঘৰত যশোদা গৰ্ভত গোকুলত।
দৈৱকী গৰ্ভত উপজিল সুকুমাৰ
কৃষ্ণৰূপে মথুৰাত। কৃষ্ণৰ মায়াত
পালি পহৰীয়া সবে নিদ্ৰা গ'ল পৰি
নিহালি মুকলি হ'ল। দেৱৰ আজ্ঞাত
বসুদেৱে সেই নিশা লৈ গৈ শিশুকৃষ্ণ
ব্ৰজধামলৈ, নিদ্ৰা মগ্ন যশোদা বুকুত
থৈ, যোগমায়া কন্যাটিক আনি থলে
দৈৱকী কোলাত। ৰাজন! আপুনি ঘোৰ
ভ্ৰম প্ৰমাদত পৰি বধিলে কন্যাক।

কংস ঃ

ইমান অধম এই বসুদেৱ আৰু
দৈৱকী ভগিনী। টেঙৰালিখন দেখি
হিয়া মোৰ ভাগি যায়। নিশ্চয় নিশ্চয়
কূটবুদ্ধি মত, সকলোৰে মূল, মোৰ
পিতা উগ্ৰসেন। এইবাৰ শিক্ষা পাব
নিলাজ বুঢ়ায় ওফৰাম মূৰ দুটা
বসুদেৱ-দৈৱকীৰ।

নাৰদ ঃ

মহাৰাজ, পিতৃহত্যা নাৰীহত্যা কৰি
কিবা ফল হ'ব। এই কথা প্ৰচাৰিত
হলে গোকুলৰ কৃষ্ণ পলাব নিশ্চয়
তাতোকৈ সুযুক্তিৰ কথা, সাদৰে মতাই
ৰাম-কৃষ্ণ দুয়ো ভাইক মহামাল
সহ যুদ্ধত লগাই ৰাজ সভাতেই
কৰাওক বিনাশ।

কংস ঃ

ধন্য ঋষিৰাজ এই যুক্তি অতি ভাল।

নাৰদ ঃ

বিদায় ৰাজন্! কৰো আশীৰ্বাদ যেন
অচিৰে হওক ভয় তব একে বাৰে
বিদূৰিত।

কংস ঃ

ভাল দেৱঋষি শত ধন্যবাদ মোৰ
কৰোক গ্ৰহণ।

(নাৰদৰ প্ৰস্থান)

কংস ঃ

মন্ত্ৰী, শুনিলানে নাৰদৰ উপদেশ
কৃষ্ণ ৰাম এতিয়াও শিশু, যৌৱনত
এতিয়াও ভৰি দিয়া নাই হেনো দুয়ো।
ছলেৰে মতাই আনি মালৰ হাতত
বধিম দুয়োকো, কেনে দেখা এই যুক্তি।

মন্ত্ৰী ঃ

মহৰ্ষিৰ মহাবাণী বিশেষ সাৰুৱা
অক্ৰূৰক পঠিয়াই সাদৰে মতাই।
দুয়ো ভাইক নিপাত কৰোৱা যাওক।
মহা মহা মাল আছে আমাৰ সভাত
কিছাৰ গোৱাল ল'ৰা মালৰ আগত।

১ম মাল ঃ (এক-দুই-তিনি কাৱাজ কৰে)
প্ৰভু বাওহাতে ধৰি তাক এনেহে লগাম
ঝটকা পেচ, ৰাজহাড় ভাঙি যাব মৰি।

২য় মাল ঃ

এই ভৰিৰেই লগাম পটকণ তাক
ভৰি ভাঙি থোৱা হৈ মৰিব দুৰ্জন।

৩য় মাল ঃ

এক, দুই, তিনি তাৰ পাচে ঝটকা
মাৰি এনেহে পটকা দিম, ভাঙিব
বাহাৰ দেহ চিঙি যাব মূৰ।

কংস ঃ

ধন্য বীৰ দল, মহা বাহু তোমালোক।
সহজে বধিবা মোৰ প্ৰাণৰ বৈৰীক।

মন্ত্ৰী ঃ

(স্বগতঃ) নৰৰূপে অৱতাৰ প্ৰভু কৃষ্ণ ৰাম
দেখা পাম সফলিব মানবী জনম
ৰজাৰ ঘৰৰ ঘিউ খাই নিপোটল
মাল বৃন্দ এইবাৰ যাব যেন পাও
ৰসাতললৈ।

(প্ৰকাশ্যে) বাক বাক মাল ভায়াহঁত এইবাৰ
কৰা কিছু কছৰত অভ্যাস যতনে
নহলে কিদৰে গোৱাল শিশুয়ে ধৰি।

(সকলোৰে প্ৰস্থান)।

## দ্বিতীয় দৃশ্য

গোকুল বৃন্দাবন

(মাজত কৃষ্ণ—দুয়োকাষে গোপ গোপী)

গীত—খাম্বাজ

কিবা শোভা ব্ৰজত চোৱাহি নৰনাৰী
তৰুণ চাৰু আভা বাজে মুৰাৰী।
ললিত বাহু উৰু মদন জিনি ভুৰু
সুন্দৰ অঙ্গ হাসি পদ্ম পলাশ চকু
ভকতময় হিয়া প্ৰেমিক শিৰোমণি
বসন পীত শিৰে শোভে মৈৰাৰ পাখি
ধীৰে ধীৰে ঘূৰে ফুৰে মোহন বংশী ধাৰী।

শ্ৰীকৃষ্ণ ঃ

প্ৰিয় সখা শ্ৰীদাম সুদাম বসুদাম
প্ৰাণপ্ৰিয়া সকলো সখিটি কোৱাচোন
কিবা খেলা খেলিবা গোঠত আজি।

শ্ৰীদাম ঃ—

প্ৰাণসখা প্ৰভু, কি খেমাজি জানো আমি
তোমাৰ প্ৰীতিৰ অৰ্থে স্থি কৰিব লাগে
তাকেই কৰিম প্ৰিয়, কেৱল থাকিবা সখা
চকুৰ আগত সৰ্বদাই।

সুদাম ঃ

প্ৰিয়তম চোৰা চোৰা কেনে কৰি গৰু
দামুৰিৰ পালে সতৃষ্ণ নয়নে বৈ বৈ
চাই আছে তোমাৰ মুখৰ ফালে অতি
হেপাহৰে, চকুৰ লোতক পৰি জৰি
গছ বিৰিখৰ কেনে সজীৱতা ভাৱ
যত পৰ থকা তুমি ওচৰত।

শ্ৰীকৃষ্ণ ঃ

বাক ৰজাৰাণী খেল খেলিম এতিয়া

সকলোৱে।

"জয় ব্ৰজেশ্বৰৰ জয়"

গীত

ভক্ত আজি ভক্তি-ৰসত বিভোৰ
তোমাৰ অসীম প্ৰেম মাধুৰীৰে
মধুময় হিয়া মোৰ—
পৃথিবী মধুৰ স্বৰগ মধুৰ
মধুৰ বৈকুণ্ঠ পুৰ
দশোদিশে আজি মধু বৰষিছে
মধুৰ বতাহ জুৰ।
কিছাৰ বৈকুণ্ঠ কিছাৰ স্বৰগ
কিছাৰ যোগীৰ হিয়া
এনে মধুময় প্ৰেম মাধুৰীৰে
বান্ধিলাহে মোৰ প্ৰিয়া।
জয় প্ৰেম ৰাণী জয় বৃন্দাবন
জয় জয় ব্ৰজনাৰী
জয় গোপ-গোপী ধন্য মানব
চোৱাঁহি নয়ন ভৰি।

(গোপীবিলাকে আঠুকাঢ়ি)

গীত

দয়াময় দয়াৰ আধাৰ
ভিখাৰিণী দীনা অতি তুমি দেৱ বিশ্বপতি
বাঞ্ছো পদৰেণুকা তোমাৰ
ধন জন বাসনা বিলাস গতি মুক্তি স্বৰ্গ সুখ
নেলাগে বৈকুণ্ঠ লোক
নাই একে নাই একো আশা
চিৰকাল জনমে মৰণে সেই ভৰি ধূলিলৈ
থাকো যেন লীন গৈ
সুকোমল সেই চৰণত।

(শ্ৰীকৃষ্ণই গোপিনীসকলক হাতত ধৰি তোলে)

শ্ৰীকৃষ্ণ ঃ

গীত

ভক্ত মোৰ প্ৰাণ ভক্ত মোৰ ধ্যান
ভক্ত মোৰ অমূল্য ৰতন
মই ভক্তদাস ভক্তপ্ৰেম পাশ
মেৰাইলওঁ কৰি যে যতন।
ভকতৰ নাম ৰাতি দিনে গাওঁ
ভক্তনাম বাঁহীত বজাওঁ
ভক্ত ৰূপে গুণে হিয়া ভৰপূৰ
ভক্তৰূপে অনিমেষে চাওঁ।

(গীত গাই গাই নাৰদৰ প্ৰবেশ)

গীত

নাৰদ ঃ

ওৰে সখী পেখৰে প্ৰাণ ভৰিয়া কৈসন নন্দ কুমাৰ
ব্ৰজলোক ত্যজি বিপিন বিহাৰী মায়া অন্ত নাহি যাৰা।
মকৰ কুণ্ডল মণ্ডিত গণ্ড গলে গজমতি দোলে
তড়িতাম্বৰ শ্যাম সুন্দৰ শিৰে শিখণ্ডক ঝুলে।

(কৃষ্ণক নমস্কাৰ কৰে। শ্ৰীকৃষ্ণয় প্ৰতি নমস্কাৰ কৰে)

শ্ৰীকৃষ্ণ ঃ

মৰমৰ নগৰীসকল আৰু মোৰ
প্ৰিয় সখাগণ! দেৱৰ্ষিৰ সনে মই
নিৰলে পাতিম কথা ক্ষমিবা ক্ষন্তেক
মোক। (গোপ-গোপীসকল প্ৰস্থান।)

শ্ৰীকৃষ্ণ ঃ

(হাঁহি হাঁহি) কি সকামে ব্ৰজধামলৈ অহা হ'ল
দেৱঋষি পুণ্যশ্লোক তপোধন
নাৰদ ঋষিৰ আজি।

নাৰদ ঃ

স্মৰণ কৰক প্ৰভু নিজ ভক্ত জয়
আৰু বিজয়ৰ কথা। কংস ৰূপে জয়
আহি বিৰাজিছে মথুৰাত। কাল পূৰ্ণ
হ'ল আজি। প্ৰভুৰো যে শেষ হ'ল
বৃন্দাবন লীলা। কালি দানপতি
অক্ৰূৰৰ হ'ব আগমন ব্ৰজধামলৈ
প্ৰভু আৰু বীৰ বলোৰাম দুয়োজন
গৈ এইবাৰ, বধি কংস, পৃথিবীৰ
ভাৰ কৰোক হৰণ, তাৰক ভক্তক।

শ্ৰীকৃষ্ণ ঃ

দেবৰ্ষি, যাম মই মধুপুৰী'ল
কংসক বধিম। দুখত আকুল হয়
প্ৰাণ, ভাবিলে দুখৰ কথা গোপিনীৰ,
গোপাল বালক আৰু মাতৃ যশোদাৰ।

নাৰদ ঃ

হে প্ৰভু সচ্চিদানন্দ, আনন্দ আধাৰ
আপোনাৰ ভকতৰ নিৰানন্দ হ'ব।
কেনেকৈ, অলপ কালৰ হেতু মাথো
মায়াৰ ক্ৰীড়াত ভকতৰ হ'ব দুখ
তাৰ পাছে প্ৰভুৰ কৃপাত সকলোৱে
প্ৰভু ৰূপ ধৰি প্ৰভুতে বিলীন হ'ব।
দেখিব জগতে অতুল প্ৰভাৱ ভকতিৰ।

শ্ৰীকৃষ্ণ ঃ

কাইলৈ শেষ হ'ব ব্ৰজলীলা মোৰ
বিশ্ব সংসাৰত এনে প্ৰেমলীলা, এনে
নিৰ্ভৰতা, এনে একাগ্ৰতা কেতিয়াও
দেখা নাই। সৰল পৱিত্ৰ গোপ-গোপী
প্ৰেম দুৰ্লভ ধৰাত। গোপিনীৰ ভৰিত

ধূলি পাই পবিত্ৰিত হ'ল ব্ৰজধাম।
একাধাৰে পতিৰূপে পুত্ৰৰূপে ভাতৃৰ
স্বৰূপে পাই মোক গোপনাৰী
আপোন পাহৰা। এনে নিৰ্ভৰতা, স্বাৰ্থ
হীন প্ৰেম এই জগতত নিচেই বিৰল।
যত দিন চন্দ্ৰ-সূৰ্য থাকিব ধৰাত
কত ভক্তে আছি বিচাৰিব গোপী পদ
ৰেণু ভক্তিত বিভোল হৈ। হিয়াৰ
তলিত শুনিবহি মোৰ বাঁহী মাত
মিলিব পৰম গতি।

নাৰদ ঃ

(প্ৰণাম কৰি) ধন্য প্ৰভু কৃপা আপোনাৰ। মহিমাৰ
ইন্দ্ৰ দয়াৰ আধাৰ। ধন্যা গোপী মাতৃ
শত শত কৰিছো প্ৰণাম। কত যোগী
কত যোগীন্দ্ৰই কত কল্প কঠোৰ
তপস্যা কৰি এতিয়াও পোৱা নাই
যাক, সেই হৰি বন্দী হ'ল
গোপিনীৰ প্ৰেমৰ পাশত।

(গান গাই গাই প্ৰস্থান)

গীত

জয় জয় লক্ষ্মীপতি জয় জনাৰ্দন
জয় জয় লক্ষ্মীমাৱ প্ৰণামো চৰণ
বৈকুণ্ঠৰ বং বৈকুণ্ঠৰ সুখ
তাকো কাতি কৰি থৈ
ভক্তৰ প্ৰেমত এই মৰতত
ব্ৰজত আছাহি বৈ
শংখ চক্ৰ গদা পদ্ম অস্ত্ৰ চাৰি
দূৰ কৰি থৈ দিলা
শিঙা বেত বেণু গৰু চড়াবৰ এহাৰি হাতত ললা
যাৰ পদ ৰেণু সদাই বিচাৰে ব্ৰহ্মাহৰ দিকপাল
সেই হৰি আহি ভক্তি মাধুৰ্যত ব্ৰজত হলা গোৱাল
নমো বিশ্বেশ্বৰ জগত আধাৰ নমো জগতৰ পতি
দয়া কৰা মোক অধম কিঙ্কৰ মই অতি মূঢ়মতি।

## তৃতীয় দৃশ্য

( কংসৰ ভিতৰ চ'ৰা )

কংস ঃ

উঃ কি কাণ্ড কি কথা দেৱতাও মিছলীয়া
হ'ল আজি। মোৰ মৃত্যু হ'ব গোৱালৰ
ল'ৰাৰ হাতত। সহিব নোৱাৰো এনে
অপমৃত্যু কেতিয়াও। ছলে বলে মাতি
আনি বধিবই লাগিব কৃষ্ণক, আৰু
বলৰাম নামে তাৰ ককাইদেৱক,
নুমলীয়া বয়সতে নিপাত সহজে
অতি হ'ব। অতবোৰ মাল আৰু যোদ্ধা
গণে থাকিব আগুৰি মোক। কি ৰূপেনো
ওচৰ চাপিব মোৰ। যদিবা চাপেহি,
ত্ৰৈলোক্য বিজয়ী মোৰ বাহুৰ আগত
কিৰূপেনো তিষ্ঠিব সিহঁত।

(অক্ৰূৰৰ প্ৰবেশ)

অক্ৰূৰ ঃ

কি হেতু স্মৰণ কৰিলে
মোক।

কংস ঃ—

হে অক্ৰূৰ বীৰ, বিশেষ কাৰ্যৰ বাবে
যাব লাগে তুমি ব্ৰজধামলৈ আজি।
শুনিবলৈ পালো নন্দৰ তনয় বুলি
খ্যাত, কৃষ্ণ বলৰাম, প্ৰকৃত ভাগিন
মোৰ। এই কথা শুনি হিয়াৰ মাজত
উপজিছে বিশেষ চেনেহ। ভাগিনক
চাবলৈ ব্যাকুল অন্তৰ মোৰ। তুমি গৈ
বীৰবৰ আনিবা দুয়োকো সাদৰেৰে
মাতি ইয়ালৈ। পৰম উৎসৱ হ'ব
মোৰ নগৰত। সেই উৎসৱত যোগ
দিব ভাগিন সকলে মোৰ।

অক্ৰূৰ ঃ

(স্বগতঃ) অকস্মাৎ এনে প্ৰেম কিয় উপজিল
আজি ৰজাৰ মনত। শুনিছিলো হেনো

প্ৰাণবৈৰী কংস ৰাইৰ আপোন ভাগিন
বিষ্ণু ৰূপে হ'ব অৱতাৰ। কি জানিবা
গোকুলৰ কৃষ্ণ সেই পুৰাণ পুৰুষ
যদি সেয়ে হয় কিবা ভাগ্য মোৰ হ'ব
প্ৰভুৰ চৰণ দৰশন।
(প্ৰকাশ্যে) মহাৰাজ নিশ্চয় সাধিম তব কাজ
কৃষ্ণ বলৰাম দুয়োটিকে লৈ মই
ততালিকে আহিম উলটি।

কংস ঃ
ভাল তেন্তে যোৱাগৈ, সফলতা লভি
আহা যেন সোনকালে, লই মৰমৰ
মোৰ ভাগিন দুটিক।
(অক্ৰুৰৰ প্ৰস্থান)

## চতুৰ্থ দৃশ্য

বন্দীশাল
(দৈৱকী আৰু বসুদেৱ)

দৈৱকী ঃ
স্বামীন্ কত দিন আৰু মই দেখিম
ইহেন আপোনাৰ অসীম যাতনা।
কুক্ষণত কৰালে বিবাহ অভাগিনী
মোক। সেই দিন ধৰি মোৰ কাৰণেই
কত নিৰ্যাতন, কত দুখ ভোগ কৰি,
কত কাল কটালে আপুনি। ভাই কংসে
যদি বধিলেহেঁতেন মোক, এনে দশা
তেনেহলে নহ'লহেঁতেন আপোনাৰ।
হে প্ৰভু! কত দুখ দিয়া এই নিচলা
উপায়হীন প্ৰাণী দুয়োটিক। এখন্তেক
আহি দুখুনীৰ কোলা জুৰি ৰহিলাহি
এই ঠাইত। উজলি উঠিল নৰক
সদৃশ গোতাশাল। ভিতৰেও মোৰ
হিয়াখনি পোহৰালা নীলকান্ত মণি।
তাৰ পাছে হিয়া মোৰ শত খণ্ড কৰি
গুচি গৈ আজি কতনো বছৰে যশোদা
সখীৰ কোলা জিলিকাই আছাগৈ প্ৰভু
পূৰ্ণনন্দ ব্ৰজধাম ধন্য কৰি। মই
দিন লেখি লেখি বহি আছোঁ দেখা পাম
বুলি চান্দ মুখ। কান্দোতে কান্দোতে মোৰ
ঘোলা হ'ল চকু। আই যদি নোবোলা
তথাপি ভক্ত বুলি দেখা যদি দিয়াহি
এবাৰ ধন্য হ'ব মানবী জনম।

বসুদেৱ ঃ
প্ৰিয়তমে ব্যাকুল নহবা। কি বুজিম
আমি নৰ হৈ বিষম দৈৱৰ গতি
দুখ কিবা প্ৰিয়া। সুখ-দুখ কাল্পনিক
কথা মাত্ৰ তুলনা সাপেক্ষী। মায়াময়
জগত সংসাৰ। ভাবা প্ৰিয়ে সিদিনাৰ
কথা, যিদিনা উপজি তোমাৰ গৰ্ভত
প্ৰভু নাৰায়ণ, পোহৰালে কাৰাকক্ষ
কি আনন্দ কিবা সুখ পালা। ভাগ্যৱতী
তুমি আৰু ভাগ্যবান মই, ভগবান
আহি জনমিলে আমাৰ সন্তান ৰূপে
তাৰ পাছে হিয়াত সাবটি ধৰি লৈ
ঘোৰ শিলাবৃষ্টি মেঘ গাজনিৰ
মাজে মাজে লৈ গলো ব্ৰজধামলৈ। ক্ষুদ্ৰ
ভৰি দুটি হিয়াত থাপিত কৰি লৈ
বাট ললোঁ। ভয়ঙ্কৰ কাল সাপ আহি
ভীষণ ফেটটি তুলি ধৰিলেহি ছত্ৰ
ৰূপে, বনৰীয়া শিয়াল এটিয়ে বাট
দেখুৱাই লৈ গ'ল। মুহূৰ্তে মুহূৰ্তে
বিজুলী চমকি, বিলালে পোহৰ অতি।
যমুনা দুফাল হৈ দিলে বাট এৰি
সুকলমে গৈ ময়ো নিদ্ৰাবেশে অচেতন
যশোদাৰ বুকুৰ মাজত থাপি শিশু
আনিলো ছোৱালী কেৰি। সেই দিন ধৰি
এতিয়াও প্ৰভুৰূপ সদাই দেখিছোঁ

হৃদয়ত। বুকৰ মাজত এতিয়াও কৰো
অনুভব চৰণৰ কোমলতা। কংসৰায়ে
মৰতিয়া দেহা বিনাশ কৰিব
পাৰে, কিন্তু সি অমৃত হিয়াত বিয়পি
আছে, সেই সুখ স্বৰ্গতো বিৰল অতি।
শোক নকৰিবা প্ৰিয়তমে, ভগবান
সদায় মঙ্গলময়।

## পঞ্চম দৃশ্য

(অক্ৰুড়, নন্দ, যশোদা)

নন্দ ঃ

বান্ধব অক্ৰুড় শুনালা যি কথা আজি
ক্ষুদ্ৰ প্ৰাণী মই, মোৰ এই শিশু দুটি
অতি অজ্ঞ। নিজকে মানিছো ধন্য মই
সন্তানৰ এই সন্মানত। ৰাজেশ্বৰে দূত
পঠিয়াই নিমন্ত্ৰিছে দুয়োটিকে
ৰাজ সভালৈ। ধন্যবাদ নিবেদিবা
ৰাজ চৰণত। কিন্তু কৃষ্ণ বলৰাম
নহলে নিজীব মহিষী যশোদা মোৰ
ব্ৰজবাসী নিগমে মৰিম কৃষ্ণ বিনা।

যশোদা ঃ

অক্ৰুড়, কি ৰূপে জানিবা কিবা
উপাদানে গঢ়া মাতৃৰ হৃদয়। ৰাতিপুৱা
হলে ভৈৰবী সুৰত মোহন ৰাগিণী গাই
গোপ শিশু জাকে জগায়হি প্ৰাণ কৃষ্ণ।
শুনি সেই প্ৰভাতী মঙ্গল গীত উঠে
পাটি প্ৰাণৰ গোপালে। তাৰ পাছে
আধা মেলা মোহন চকুৰে শ্যাম তনু
খনি আনি এলামুৰিয়াই মূৰটো
কোলাত থৈ মোৰ মুখলৈ চাই, আই, আই
বুলি সম্বোধে বেতিয়া জগৎ পাহৰি যাওঁ।

গধূলি গোপাল গৰু চৰা শেষ হলে,
ধূলি ধূসৰিত হৈ আহিলে উভতি
সুগন্ধি পানীৰে ধুই দিওঁ শ্ৰীঅঙ্গ।
নিশা হলে মোৰ বুকুতেই মূৰ থৈ
কত কথা কৈ কৈ শোৱে মোৰ প্ৰাণৰ
গোপালে। কেনেকৈ জীম মই বিনাপ্ৰাণ
কানু।

(কৃষ্ণ বলৰামৰ প্ৰবেশ)

নন্দ ঃ

ৰাম কানু কৰা আহি নমস্কাৰ বীৰ
অক্ৰুড়ক। সম্বন্ধত মামা হয় তেওঁ।

(দুয়ো নমস্কাৰ কৰে)

কৃষ্ণ ঃ

কিবা ভাগ্য আজি মামা এৰি ৰাজধানী
ক্ষুদ্ৰ গাওঁ ব্ৰজধামলৈ হ'ল আগমন।

বল ঃ

মামা মানিছো নিজকে ধন্য আপোনাক
আলহী স্বৰূপে পাই।

অক্ৰুড় ঃ

ৰাজ ৰাজেশ্বৰ প্ৰভু কংসৰায়ে
পঠিয়ালে মোক নিমন্ত্ৰি নিবলৈ তোমালোক
দুয়োটিকে। মহা মহোৎসৱ হ'ব কালি।
বহু ক্ৰীড়া আৰু মাল যুদ্ধ আদি হ'ব
ৰাজ প্ৰাঙ্গনত। সেই উপলক্ষে বোপা
দুয়োজন যাব লাগে।

কৃষ্ণ ঃ

কি মজাৰ কথা মামা। নিশ্চয় নিশ্চয়
যাম আমি দুয়ো। কেতিয়াও দেখা নাই
ৰাজসভা ৰাজধানী। অজ্ঞ গাৱলীয়া
আমি। এনে নিমন্ত্ৰণ আমি নোৱাৰিম
উপেক্ষা কৰিব।

বল ঃ

আমাকো দিবনে মামা মাল সহ তাত
যুঁজ দিবলৈ।

অক্ৰূৰ ঃ

নিশ্চয় দিব। কিন্তু বোপা বাইদেউ
যশোদাই, নন্দ ভিনিহীয়ে, যাবলৈ
অনুমতি নিদিয়ে দেখোন।

যশোদা ঃ

(কৃষ্ণক সাবটি ধৰি)
বাচা মোৰ নয়নৰ মণি প্ৰাণপ্ৰিয়
প্ৰাণৰ পুতলী ব্ৰজৰ জীৱন ধন
কেনেকৈ পঠিয়াম তোক কাতৰ
হৃদয়ে তোৰ অবিহনে নিশ্চয় মৰিম।

কৃষ্ণ ঃ

মা, মা, মোৰ কৌটি জনমৰ প্ৰেমময়ী
তপস্বিনী আই, সংসাৰ মায়াত আজি
এনেনো বিহ্বল হ'ল কিয়। সন্দিপাণি
ঋষিৰাজ আশ্ৰমলৈ যাওঁতে পূৰ্বতে
এনেদৰে কত দুখ শোক কৰিছিল
কিন্তু প্ৰভুৰ কৃপাতে সুকলমে আই
আহিলো উলটি দুয়ো। এতিয়াও মুঠে
দুদিনৰ হেতুলৈ যাম মধুপুৰীলৈ। ভয়ৰ
কাৰণ একো নাই।

অক্ৰূৰ ঃ

বাইদেউ হাঁহি উঠে দেখি ভয়োদ্বেগ
দুয়োটি প্ৰাণীৰ। সামান্য মানুহ বুলি
ভাবে নেকি এই দুজনক।

কৃষ্ণ ঃ

আই মাতৃ যাম আমি ৰাজসভালৈ
অনুমতি দিয়ক আনন্দ মনে।

যশোদা ঃ

যাবা বাৰু বাছাহঁত, প্ৰাণৰ দুলাল
ৰাজ আজ্ঞা যেতিয়াই পালিবলৈ বাধ্য
আমি তলতীয়া প্ৰজা।

নন্দ ঃ

ৰাজৰ অক্ৰূৰ আজি থাকা ইয়াতেই
প্ৰভাততে যাবা যাত্ৰা কৰি ৰাম-কানু
সহ মথুৰা নগৰ বুলি।

## ষষ্ঠ দৃশ্য

### যমুনাৰপাৰ

(লাহে লাহে বাঁহী বজায় কৃষ্ণ বহি আছে। এজাক গোপিনীৰ প্ৰৱেশ। গোপিনীয়ে স্তুতি কৰে।)

স্তুতি—

প্ৰিয়তম আত্মা সুহৃদ সোদৰ
প্ৰাণ প্ৰিয়তম পতি
পিতা জগতৰ হে প্ৰাণপ্ৰিয়
জীৱনে মৰণে গতি
ভকতি কুসুমে ৰাজীৱ চৰণ
ৰাজিম হিয়াৰ তেজে
হৃদি সিংহাসন পৰিপূৰ্ণি তাতে
তোমাৰ চৰণ ৰাজে
কৌটি জনমৰ কৌটি সাধনাৰ
কৌটি তপস্যাৰ সিদ্ধি
তুমি মম প্ৰাণ নাই আৰু আন
গোপিনীৰ প্ৰাণ নিধি

(শ্ৰীকৃষ্ণই লাহে লাহে গীত গায়)

### গীত

মধুযামিনী সুখময়ী নিশা
মধুৰ মলয় বয়
মধুৰ গীতৰ মোহন লহৰি
যমুনা উজাই যায়
কামনা বাসনা ৰূপ ৰস আদি
সবে লোপ হৈ গ'ল
সহস্ৰ জোনৰ কোমল মাধুৰী
প্ৰেমত বিলীন হ'ল।
স্বাৰ্থ গন্ধহীন অতুল প্ৰেমত
ব্ৰজ আজি পূত ধাম
এই প্ৰেম দেখি বিশ্ব তবধ
গোপগোপী সিদ্ধ কাম।

১ম গোপিনী ঃ
সঁচাকৈয়ে ব্ৰজনাথ কালি হেনো যাব
ব্ৰজ এৰি মধুপুৰীলৈ। কি সতেনো ৰাক
এৰি যাব একান্ত ভকতসকলক।

কৃষ্ণ ঃ
এদিনৰ কাৰণেহে যাম প্ৰিয় সখি।

২য় গোপিনী ঃ
কেনেকৈ জীম আমি প্ৰভু।

কৃষ্ণ ঃ
গোপ গোপী জানো আমি কৃষ্ণময়
প্ৰাণ সকলোৰে। দেহ মন সব সপি
মোতে আজি, অভিন্ন হৃদয় হলা মোৰে
সতে তোমালোক।

১ম গোঃ ঃ
সখা, তুমি যে আমাৰ কত সাধনাৰ
ধন। কত জন্ম-জন্মান্তৰ তপস্যাৰ ফল
ৰূপে আজি পাইছো তোমাক আমি প্ৰভু।
বনত ফুৰোতে তুমি যৱ পৰশত
গছ-লতা ফুল ফুলি উঠে জাতিস্কাৰ হৈ।
বিষম ৰদত মেঘে ছায়া দিয়ে,
মলয় বতাহ বয় মৃদু সুশীতল
বাঘ সিংহ বৰা আদি হিংস্ৰ জন্তুৱেও
ধৰে শান্ত ভাব, দেখিলে তোমাক সখা,
তেনেহেন নিধি তুমি, এৰি গলে হ'ব
দগ্ধ মন প্ৰাণ।

২য় গোপী ঃ
কিবা দশা হ'ব ব্ৰজৰ গোপীৰ?

কৃষ্ণ ঃ
গোপিনীসকল সখী জীৱাত্মা ৰূপিনী
সমস্ত ব্ৰহ্মাণ্ডৰ লীলাভূমি তোমাসাৰ
প্ৰত্যেক জীৱই হিয়া মোকলাই চালে
দেখা পাব গোপিনী ৰূপিনী জীৱাত্মাক।
প্ৰত্যেক উশাহ জীৱাত্মা হাকুলি
বিকুলি মাথো মিলিবলৈ পৰাত্মা
মহাকাল ৰূপী সহ। মোৰ সতে সখী
যি মহা মিলন আজি গোপ গোপিনীৰ
সিয়ে পৰাত্মা জীৱাত্মাৰ অপূৰ্ব
সংযোগ। পূৰ্ণৰ লগত পূৰ্ণৰ মিলন
বিৰহ বিহীন অনন্ত অনন্ত যুগ ব্যাপী।

(কৃষ্ণই গায়)

গীত

হাবিৰে তলতে ফুলিলে ফুলে ঐ
থাকে সুৰুযলৈ চাই
নিজৰে মনতে নিজে ৰাজে চৰাই
হিয়া ভৰি ভাল পায়
পচিমৰ মেঘতে বেলি বুলি গলে
ফুলকে মাতোতা নাই
সুৰুযৰ ছবিটি হিয়াতে নিৰখি
আপোন পাহৰি যায়।

১ম গোপী ঃ
যমুনাৰে বালি
জোনাকত ৰূপালী
তাতে কেতেকীয়ে মাতে
বান্ধ নহলে জীৱ বাজ হ'ব
অগনি জ্বলিব গাতে
ইকুলে সিকুলে সকলো সুদা ঐ
স্বৰগ নৰকো শূইন
বান্ধৱ ভৰিতে দেহ মন সপিলো
তাতে হৈয়ে যাম লীন।
( আঁৰ কাপোৰ )

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

(ৰাতিপুৱা—নন্দ, যশোদা, গোপাবালকগণ, কৃষ্ণ, বলৰাম আৰু অক্ৰুড়)

যশোদা ঃ

নিৰানন্দ ব্ৰজ নেবাজে প্ৰভাতী কাড়া
গোপ শিশুগণে ধৰা চূড়া পিঞ্জি সৌ,
ধেনু লৈ অপেক্ষিছে প্ৰাণৰ গোপাল।
গৰু দামুৰিয়ে হাম্বা হাম্বা কৰি ঘনে
আহ্বানিছে নীলমণি। ব্ৰজবঁধূকুল
কৃষ্ণ ধন কৃষ্ণ প্ৰাণ বুলি সঘনে ফোঁকাৰি
ধূলাত বাগৰে বিষাদৰ প্ৰতিমূৰ্তি,
চেনেহ কাতৰা, হিয়া মোৰ ভাঙ্গি যায়
বিৰহৰ কথা ভাবি। অক্ৰুড় বান্ধৱ
সঁপি দিলো নয়নৰ মণি ব্ৰজপ্ৰাণ,
তোমাৰ হাতত, সযতনে সসম্ভ্ৰমে
ভেটাবানি ৰজাৰ আগত। অতি অজ্ঞ
গোপ শিশু দুখীয়াৰ আচলৰ ধন।
নেজানে ভকতি স্তুতি, ৰজাৰ আগত
নোৱাৰিব ভয়তে মাতিব। অপৰাধ
ক্ষমি যেন মহাৰাজে, তোমাৰ লগতে
ওলটাই পঠিয়াই ব্ৰজধামলৈ।

নন্দ ঃ

ৰাজ চক্ৰবৰ্তী কংস মহাৰাজ নিজে,
আমি ক্ষুদ্ৰ গোপৰ মোড়ল তলতীয়া
ৰাজকৰ দাতা। প্ৰভু আজ্ঞা নোৱাৰিলো
অৱজ্ঞা কৰিব। ব্ৰজধাম শূন্য কৰি
অন্তৰ লাখুটি দুটি তোমাৰ লগত যাব।
ৰজাক জনাবা মোৰ নমস্কাৰ স্তুতি
শীঘ্ৰে যেন ওলটাই আনি ৰাম কানু
ব্ৰজপ্ৰাণ ৰক্ষা কৰাহে অক্ৰুড়।

(গোপবালকবিলাকে গায়)

১ম গোপবালক ঃ

অ ভাই কানাই অ ভাই বলাই
আমাক এৰি কেনি যোৱা ভাই
ৰাতিপুৱা উঠি মোহন মুৰুলী
শিঙ্গা বেনু সহ তোমালোক দুটি
লৈ যাওঁ আমি গোঠলৈ,
হে কৃষ্ণ হে কৃষ্ণ গোপিনীয়ে গায়
ধেনু দামুৰিয়ে তোমালৈ চায়
আনন্দে লোতক চকুৰে বোৱাই,
ব্ৰজৰ পথাৰ ৰঙে ভাহি যায়,
সকলোকে এৰি যাবাগৈ।

২য় গোপবালক ঃ

প্ৰাণৰ কানাই মূৰতি মোহন
হাঁহি ভঁৰা মুখ কমললোচন
তোমাক নেদেখি জীম কেনেকৈ
আজি ব্ৰজধাম হ্বাব শূন্য হৈ
আমাকো লগতে নিয়াহে।

অক্ৰুড় ঃ

যশোদা চেনেহি আই পিতা নন্দৰাজ
কত কল্প কল্প তপস্যাৰ মহাফল
এই দুই নৰশ্ৰেষ্ঠ তনয় শোভন
আপোনালোকৰ। সামান্য মানুহ ভাবি

নহৰ বিকল যেন। যাৰ ৰূপে গুণে
বনৰ হৰিণা গৰু দামুৰিও বশ
প্ৰকৃতি উজ্জ্বল হয় যাৰ সুমোহন
সুগঠিত দেহ দেখি। অকল্যাণ, ভয়,
অলপো নিদিবা ঠাই মনৰ মাজত।
কৰো অনুৰোধ, সানন্দে বিদায় কৰি
দিয়ক মেলানি। সাত দিন পাছে আকৌ
ঘূৰাই আনি থৈ যাম সুকলমে।

কৃষ্ণ ঃ
(গোপবালকবিলাকলৈ চায়)
যাওঁ ভাই আনন্দে বিদায় দিয়াইক।
কত সুখস্মৃতি লৈ এৰি যাওঁ আজি
পুণ্যতীৰ্থ ব্ৰজধাম। বন্ধুৰ দুখত
দুখিত আমাৰ হিয়া। মোৰ অবিহনে
মোৰ দৰে আহি যশোদা মাতৃক মোৰ
আই আই বুলি প্ৰেম বিগলিত হৈ
মাতিবাহি। মোৰ দৰে বজাবা সততে
মোহন বাহৰ বাঁহী, যাৰ মাত শুনি
গৰু, বৎস, গোপিনী সকলে শান্তি পায়
(যশোদালৈ চাই হাত যোৰ কৰি)
আই, মাতৃ মোৰ করুণাৰ প্ৰতিমূৰ্তি
নিস্বাৰ্থ প্ৰকৃত প্ৰেমপ্ৰতিকৃতি দেৱী।
অনাদি কালতে বিশ্বৰূপ বিশ্বপতি
বিশ্বখনিকৰে সৃজিলে যেতিয়া আই
ব্ৰহ্মাণ্ড নিখিল, তেতিয়াই সৃজিছিল
অমৃত সুৰদি অবিনাশী এই ফল
মাতৃপ্ৰেম। নমো নমো প্ৰকৃতি ৰূপিনী
ভগৱতী মাতৃ মোৰ। নমো নমো পিতা
মৰ্ত্ত্যৰ দেৱতা মোৰ। অধম সন্তানে
মাগিছোঁ বিদায়। আজি আশীৰ্বাদ কৰি
দিয়ক মেলানি। দেৱতাৰ ইচ্ছামতে
দেৱকাৰ্য সাধিবলৈ যাম আমি।

যশোদা ঃ
যোৱা বাছা, ভগৱন্তে কৰক কল্যাণ।

নন্দ ঃ
দুৰ্গা দুৰ্গতি নাশিনী মা দশভুজা
আপদে বিপদে ৰক্ষা কৰা যেন সদা।
নিৰাপদে আহিবা উলটি প্ৰিয়তম।
(পট পৰিবৰ্তন)

## দ্বিতীয় দৃশ্য

(অক্ৰূৰ, বলৰাম, কৃষ্ণ আৰু এজাক গোপিনী)

অক্ৰূৰ ঃ
সৌৱা নগৰ প্ৰান্তত ৰৈ আছে ৰথ
বলা শীঘ্ৰে, যাব লাগে বাট বহু দূৰ।
(বাটতে গোপিনী বিলাকে বহি নাম-গাই আছে)

নাম
প্ৰাণহৰি এ কলৈ যোৱা তিয়াগি আমাক
দেহ মন প্ৰাণ সখা তোমাতে সপিলো আমি
এৰি গৈ নকৰা অনাথ
নেজানো ভকতি স্তুতি নেজানো ধৰম কথা
মূৰুখ প্ৰকৃতি গোপনাৰী
পতি বুলি পুত্ৰবুলি পিতা বুলি একাধাৰে
তোমাকে ভজিলো দেৱ হৰি
মোহন মুৰতি শ্যাম গোপিনী নয়ন মণি
তিলেকো নিজিও তোমা বিনে
দয়া কৰা দয়াময় নেযাবা নেযাবা এৰি
আমি নাৰী অতি দিনহীনা।

কৃষ্ণ ঃ
(কিছুমান পৰ আবিষ্ট ভাবেৰে ৰৈ থাকি)
মৰ্ত্ত্যত অতুল পবিত্ৰ প্ৰেমৰ মূৰ্তি
ব্ৰজৰ গোপিনী উঠা উঠা ধূলি এৰি
এই প্ৰেম অনন্ত অসীম, ভাগ্য মোৰ
এনেহেন প্ৰেমৰ সোৱাদ পালো মই
পৃথিৱীতে। গোপী মই অভিন্ন হৃদয়।

বিভিন্ন দেহাতো এক আত্মা এক প্ৰাণ,
ভক্ত এৰি দূৰত নেথাকোঁ এক তিল,
মায়া মোহ এৰি চকু মুদি চোৱা বাৰু
প্ৰত্যেক হিয়াতে কিবা দেখা পোৱা সখী

(গোপিনীবিলাকে চকু মুদে)

১ম গোপী :
আৰুতো নেমেলোঁ চকু
প্ৰভু মোৰ আছে হিয়াৰ মাজত
চাৰু চতুৰ্ভুজ দেখো।

২য় গোপী :
শ্যাম মূৰতি পঙ্কজ লোচন
কিবা সুশোভন তনু
মূৰত শোভিছে কিৰীটি সুবেশ
জ্ৰাব মদনৰ ধেনু।

৩য় গোপী :
চাৰু চতুৰ্ভুজ শংখ-চক্ৰ-গদা
লৈ পদুমৰ পাহি
বিশাল বুকত শ্ৰীবৎস লাঞ্ছন
মুখে মনোহৰ হাঁহি।

৪ৰ্থ গোপী :
গলে বন মালা কণ্ঠত কৌস্তভ
দন্ত মুকতাৰ পান্তি
সিংহ সম সৰু সুন্দৰ কৰ্কাল
শত চন্দ্ৰমাৰ কান্তি।

৫ম গোপী :
চাৰু পীত বাস চৰণ পঙ্কজে
ৰুনুৰ নুপুৰ বাজে
কি সুন্দৰ নখচন্দ্ৰে লাজ পায়
কিবা শোভে চাৰু সাজে।

শ্ৰীকৃষ্ণ :
সখী, চকু মেলি চোৱা যদি দেখা পাবা
ব্ৰজৰ সুন্দৰ গছ লতা যাঁহ বন
আকাশ প্ৰান্তৰ সুবিমল প্ৰবাহিনী
সুন্দৰী যমুনা সকলো শ্যামলৰূপী
শ্যাম আভা য'ত দেখা, তাতে আছো মই
চকু মুদিলেই যোগীৰ বঞ্চিত ধন
শত সাধনাৰ শেষ ফল চতুৰ্ভুজ
নাৰায়ণ ৰূপ, প্ৰেমৰ আধাৰ দেখা
পাবা। গোপিনীও সেই প্ৰেম সাগৰত
হব লীন পুত কৰি স্বৰ্গ-মৰ্ত্ত্য ৰসাতল।

১ম গোপী :
মনত আশঙ্কা হয়, ক্ষেমিবা ক্ষেমিবা
নাথ অজলা অবলা নাৰী বুলি মোক,
কেতিয়াও যেন নেদেখিম মৰতিয়া
নয়নেৰে সেই চাৰুমুখ বিনন্দিয়া।
নুশুনিম সুললিত বাহী মাত আৰু
ৰাতি পুৱা উঠি নেদেখিম পুলকিত
দেহে, শ্যামল সুন্দৰ সুবঙ্কিম ৰূপ।
দিনৰ দিনতো উদগ্ৰীব নয়নে ৰৈ ৰৈ
নেদেখিম সন্ধিয়াত গোৰজে ৰঞ্জিত
সুকুমাৰ দেশ চাৰু। শিঙা বেনু লই
মধুৰ আগ্ৰহে ব্ৰজবাসী সকলোৰে
সাদৰী আৰতি কৰি আগবাঢ়ি গৈ
পদুলিৰপৰা কাকনো আনিম বৰি।
ভকতক এনে দুখ কিয় দিয়া প্ৰভু
দয়াময় তুমি ভক্ত প্ৰাণ। দুখীয়া-
নিচলা অতি নিমাখিত গাঁৱলীয়া
ব্ৰজবাসী নৰ। কত জন্ম তপস্যাৰ
ফলে, গুণ নিধি ব্ৰজত ললাহি খিতি।
কি পাপত আজি তিয়াগিনো যোৱা এই
গোপ গোপী জাক। নেজানিলো নিজ
স্বাৰ্থ। পতি পুত্ৰ পিতা ভাই আই এৰি
তোমাক দেখিলো বাহিৰে ভিতৰে সদা
সপোন দিঠকে। ক্ষন্তেক নেদেখি শূন্য
দেখো ত্ৰিভুবন। আজি কোন সতে এৰি
যোৱা বাৰু। জুই জ্বলি লৈ নিজকে

আহুতি দিম কৃষ্ণ নাম লৈ লৈ। যাবা
প্ৰভু তাৰ পাছে।

২য় গোপী ঃ

ৰাতিপুৱা সযতনে জননী যশোদা
মাৰে বান্ধি দিয়ে মাখন চক্ৰপুৰী
আমি দধি মথি পুজাত লগাম বুলি
বান্ধি দিও ক্ষীৰ, ছানা, ননী সাৱধানে
তুমি প্ৰেম ময় ঈষৎ ঈষৎ হাঁহি
মধুৰ কটাক্ষে প্ৰাণ মুহি যোৱা গুচি
ধেনু বৎস লৈ বনলৈ। আমি ব্যাকুল
হিয়াৰে বাট চাই চাই থাকোঁ গধূলি
বেলিকালৈ। ভয় কৰো কি জানিবা ফুটে
কাঁইট ধ্বজ বজ্ৰ অঙ্কিত সুন্দৰ
ৰাজীব চৰণ তলে। কি জানিবা ঘটে
অমঙ্গল বননিত। এই ভাবি ভাবি
অবহেলি ঘৰৰ কামকো বাহিৰ
ভিতৰ কৰি দিনতো কটাও। গধূলি
গোপাল গোৱাল সইতে গৰু বৎস লৈ
বৃন্দাবন পালেহিহে, জীউ আহে।
আমাৰ দেহাত প্ৰেম ময়। এতিয়ানো
কি কৰিম সমিধান দিয়া। প্ৰাণলৈ
নাই যে মৰম। ছাৰ দেহা বিসৰ্জন
দিম। নিজ হাতে বধা প্ৰভু গোপী প্ৰাণ
নাথাকিলে তুমি নিজীব গোপিনী।

(কৃষ্ণয় গীত গায়)

গীত (বেথগ মিশ্ৰ)

উঠা মোৰ ভকত ৰতন
উঠা মোৰ হৃদয়ৰ ধন
তুমি মই অভিন্ন সদায়
যত তুমি তাতে থাকো মই।
চক্ষু মুদি মাতিলে প্ৰেমত
দেখা পাবা হিয়াৰে মাজত
হৃদি বৃন্দাবন সুশোভন
ভক্ত সমে তাতেহে মিলন
সকলো বিনাশী মায়াজাল
প্ৰেম অবিনাশী চিৰকাল।
সখী তোমালোক ভকত প্ৰধানা মোৰ
নও দিন পাছে, মোৰ নাম সুঁৱৰি
মাতিবা, সাদৰী নিস্কাম প্ৰেমৰে অতি
সেই দিনা ভক্ত সনে হমহি মিলিত
চিৰকাল বিচ্ছেদ বিহীনা পাবা মোক
বাট এৰি দিয়া সখী আনন্দে বিদায়।

(গোপিনীসকলে বাট এৰি দি কৃষ্ণক আঠু কাঢ়ি নমস্কাৰ কৰে)

পটৰ সাল সলনি

## তৃতীয় দৃশ্য

(মথুৰাৰ ওচৰত যমুনাৰ তীৰত ৰথত ৰহি কৃষ্ণ বলৰাম—অক্ৰূৰ ৰথৰ পৰা নামে)

কৃষ্ণ ঃ

সৌৱা দেখা যায় মথুৰা নগৰখন
কত সৌধ কত হৰ্ম্ম কত ৰাজবাট
দেখা যায় ইয়াৰেই পৰাই। কত ৰথ
কত গজ, অশ্বাৰোহী, বিপুল জনতা
অবিশ্ৰাম আহিছে গৈছে অন্ত নাই;
যমুনাৰ পাৰে পাৰে অট্টালিকাৰ শাৰী
গবাক্ষে গবাক্ষে কত নগৰী সুন্দৰী
দেখা যায়, ঘাটে ঘাটে জন সমাৰোহ,
স্নাতকে কৰিছে স্নান, গায়কে গাইছে
দেৱগীত। চোৱা দাদা কিবা বিতোপন
সুন্দৰ নগৰখনি কংস বাইৰ।

বলৰাম ঃ

সুন্দৰ নগৰখনি কানু তাৰ কোনো
সন্দেহেই নাই।

অক্ৰুড় :
বাম কৃষ্ণ দুয়ো ভাই ক্ষন্তেক জিৰোৱা
যমুনাত কৰো মধ্যাহ্নৰ আহ্নিক
তৰ্পণ আদি।

(অক্ৰুড় গৈ পানীত গাধোৱে—পানীত ডুব মাৰি তাৰ পৰা উঠি কৃষ্ণ বলৰামক চায়। আকৌ ডুব মাৰে। এইবাৰ উঠি আহি ভিজা কাপোৰে দুয়োৰো আগত আঠু লয়হি)

কৃষ্ণ :
কিবা হ'ল বীৰবৰ অক্ৰুড়, কওকচোন।

অক্ৰুড় :
প্ৰভু জগন্নাথ অধম পাতকী মই
নিচিনিলো প্ৰভু তোমালোক দুয়ো কোন।
সামান্য ব্ৰজৰ গোপ গোপী সহ দেখি
ভাবিছিলোঁ প্ৰভু তোমালোক সামান্য
মনুষ্য তনু বুলি। সেই দেখি প্ৰভু
অধমক দিলা দিব্য চকু প্ৰেমময়।
ক্ষমা অপৰাধ মোৰ দয়াৰ সাগৰ।

কৃষ্ণ :
কিনো হ'ল বাৰু কওকচোন বহলাই
আচৰিত হলোঁ আপোনাৰ এনে ভাব দেখি।

অক্ৰুড় :
মধ্যাহ্ন সন্ধ্যাৰ বাবে স্নানৰ কাৰণে
ডুব দিলো। দেখো কৃষ্ণ বলৰাম তাতে
বহি আছে। আচৰিত মানি চালে উঠি
দেখো পুনঃ দুয়োজন ৰথতেই আছে,
পুনঃ বুৰ দিলো, দেখা পালো কি সুন্দৰ
মূৰতি মোহন অনন্ত শয্যাত বিষ্ণু
বহি আছে উজলি ভুবন, লক্ষ্মী পদতলে
ক্ষমা কৰা অধমৰ দোষ দয়াময়
পূৰ্ণ অৱতাৰ তুমি প্ৰভু। অৱতাৰ
বলৰাম অনন্ত স্বৰূপী মহাকাল
ক্ষুদ্ৰ বুদ্ধি কি বুজিম মই।

(অক্ৰুড়ৰ স্তব)

নমো নমো নমো শ্যাম কলেবৰ
অনাদি অনন্ত ৰূপ
ব্ৰহ্মা আদি দেৱে ঘোৰ তপ কৰি
নুবুজে যাৰ স্বৰূপ।
চৰণ সুন্দৰ সুগন্ধি পদ্মৰ
পাহি অতি মনোহৰ।
সহস্ৰ ভোমোৰা গুঞ্জৰি উৰিছে
মধু আশে নিৰন্তৰ।
পীত ধুতী চাৰু কটিত সুন্দৰ
উৰু দাম ৰত্না বাজে,
নূপুৰৰ মাত কিবা সুমধুৰ
চৰণ কমলে বাজে।
সুন্দৰ কঙ্কাল হৰৰ ডম্বৰু
ত্ৰিভঙ্গ ভঙ্গিমা দেহ,
ৰত্ন কটি সূত্ৰে নিতম্ব শোভিত
আহা কি অপূৰ্ব বেশ।
কঙ্কালত বান্ধা ৰত্নেৰে খচিত
বিচিত্ৰ টঙ্গালি খনি,
সুগন্ধি পুষ্পৰ বনমালা দোলে
কণ্ঠত কৌস্তুভ মণি।
বাহু মনোহৰ ভিজি শংখ জিনি
অঙ্গুলি চম্পাৰে কলি,
মুখ পদ্ম আভা মুনি মনোলোভা
চাচৰ সুন্দৰ চুলি
পদুম নয়ন নাক তিল ফুল
ওঠ বিম্বফল জিনি।
দাঁত মুক্তা শাৰী ভুৰু ধেনু জুৰি
মুখত ঈষত হাঁহি।
ত্ৰৈলোক্য মোহন, ত্ৰৈলোক্য ঈশ্বৰ
সৃষ্টি স্থিতি লয়কাৰী
অধমক মোক প্ৰভু ক্ষেমিয়োক
জয় জয় দেৱ হৰি।

## চতুৰ্থ দৃশ্য

### কংসৰাইৰ ৰাজসভা

[কংস, পাৰিষদবৰ্গ, দূত, ৰাণী, মন্ত্ৰী আৰু আন আন যাদবসকল]

কংস ঃ

কাইলৈ মোৰ সমুখত মাল যুঁজ হ'ব,
বহল চোতাল সেই বাবে সুসজ্জিত
কৰা হওক। দুৱাৰত কুবলয় চুপি
সাৱধানে থাকিব মাউত সনে ৰৈ।
তাৰ পাছে তোৰণ কাষত চানুৰ
থাকিব যুদ্ধ আশে। চানুৰৰ পাছে
থাকিব মুষ্টিক মাল বেশে সাজুহৈ।
ৰাজ পৰিবাৰ সহ মঞ্চ ওপৰত
বহি ৰং চাম। কৰদ তলত থকা
ৰাজবৰ্গ বহিব দক্ষিণ কাষে মোৰ
বাওফালে পিতা উগ্ৰসেন বসুদেৱ
আদি যতেক যাদব বহিব উৎসৱ
কৰি। মন্ত্ৰী, কিমান আহিব মাল কালি
সাজুহৈ যুঁজলৈ। বৃন্দাবন বুলি কালি
গৈছেনে অক্ৰুৰ নিজেই ?

মন্ত্ৰী ঃ

মহাৰাজ তব আজ্ঞা শিৰোধাৰ্য কৰি
পঠাইছো দূত দহো দিকে। মই ভাবোঁ
এনে মাল কতো নাই প্ৰভু ই ৰাজ্যত
যাৰ সাহ হব কুবলয় পীৰ বধি
যুঁজিবহি চানুৰ মুষ্টিক মাল সনে।
বৃন্দাবন নন্দৰাজ দেশ। গোপ গোপী
ধেনুলৈ দৈ দুধ বেচি দুধতে জীৱন
কোনো মতে কৰিছে যাপন। কোন মাল
আছে তাত যুঁজিবহি আমাৰ ইয়াত।
নন্দৰাজ সুত কৃষ্ণ বলৰাম দুয়ো
অতি সুকুমাৰ সযত্নে পালিত দেহা।
ৰাজপুত্ৰ দুয়োটিকে আনিছে সাদৰে
অক্ৰুৰ বীৰে, তব আজ্ঞা মতে চাবলৈ
উৎসৱ ইয়াত। আপোনাৰ আজ্ঞামতে
নন্দৰাজো হব উপস্থিত আহি আজি
মথুৰা পুৰত।

কংস ঃ

শুনিছো নন্দৰ সুত দুয়ো, দুৰ্দ্ধৰ্ষ
পৰম যোদ্ধা। যদিহে কোনোবা আন
নাহে ইয়ালৈ সেই দুই কুমাৰেই
মাল যুঁজ দেখুৱাই তুষিব আমাক
যুঁজৰ ওৰত বটা লৈ সন্মানেৰে
নিজ ধাম ব্ৰজ পুৰীলৈ উভতিব দুয়ো
ক্ষত্ৰিয় কুমাৰ দুয়ো সম্বন্ধো আমাৰ
লাগে। সম্বন্ধত মোমায়েক হও মই
যোৱা মন্ত্ৰী কৰা আয়োজন।

মন্ত্ৰী ঃ

মহাৰাজ কেতিয়াও এনে মালে সৈতে
যুঁজা নাই সেই দুটি সুকুমাৰে
শুনিছো ব্ৰজত গোপ শিশুবিলাকেৰে
ফুৰিছিল উমলি জামলি গৰু গাই
দামুৰি চৰাই। প্ৰেমগীত গায় হেনো
বজাই বাহঁৰ বাঁহী, পিন্ধি ম'ৰাৰ পাখি,
সেই ডেকা দুটি নিচেই কোমল হেনো,
সমূলি মৰিব হায় যদি যুঁজ কৰে
নিষ্ঠুৰ নিৰ্দয় বীৰ চানুৰৰ সনে।
কিবা যশ হব প্ৰভু জগতে নিন্দিব
এনে অকাৰণ অন্যায় কুকাজ দেখি।

কংস ঃ

ই যুঁজত মৃত্যু বুলি কোনো কথা নাই
মোৰ আজ্ঞা মতে বন্ধুভাবে বীৰ ভাবে
যুঁজিব যুঁজাক মোৰ মালহতে চাবা।
শিশুটো নহয় এই নন্দৰ কুমাৰ
দুয়োজনে পাৰ হৈ কিশোৰ বয়স

ভৰি দিছে যৌৱনত। যোৱা এতিয়াই
মন্ত্ৰী, চৰ্ব চুষ্য লেহ্য প্ৰেয় বাদ্য ভাণ্ড
সকলো প্ৰস্তুত হওক প্ৰচুৰ প্ৰমাণে;
নগৰৰ দুৱাৰত সাজক তোড়ণ
উৎসৱত মতলীয়া হ'ক সকলোৱে।
ৰজকক কৰা বাছি বাছি ৰাজ সাজ
আনে যেন ধুই শুকুলা সুন্দৰ কৰি।
মালী আহি বিচিত্ৰ মালাৰে সজাবহি
ৰাজদেহ কালি। সৈৰন্ধ্ৰীয়ে সুগন্ধি
দেবাঙ্গ যোগ্য মৃগমদ কস্তুৰি চন্দন
আনি সজাবহি মোৰ অঙ্গ। পুৰনাৰী
গণে যেন দিব্য বেশ ভূষা কৰি কালি
কৰে আহি ৰাজ সম্ভাষণ। প্ৰভাততে
ৰাজিব দুন্দুভি। সুগায়কে গাব গীত
বাদকে বজাব, চাৰণে কৰিব স্তুতি।
সৈন্যগণে শাৰী হৈ থিয় দিব তোড়ণ
মুখত। যোৱা মন্ত্ৰী মোৰ এই আজ্ঞা
বৰ্ণে বৰ্ণে পালাগৈ অতি সাৱধানে।

মন্ত্ৰী ঃ

যাওঁ প্ৰভু, সকলো প্ৰস্তুত পাব। (মন্ত্ৰীৰ প্ৰস্থান)

কংস ঃ

আজি কিয় মোৰ মন এনেনো চঞ্চল
ৰাজ ৰাজেশ্বৰ মই কত ৰজা আহি
বন্দে দিনে ৰাতি মোৰ চৰণ যুগল।
মোৰ ভীম বাহু বল নোৱাৰে সহিব
কত ৰাজেন্দ্ৰই ভয়তে বিতত হৈ
দিয়ে কৰ। দুৱাৰত মদমত্ত হাতী
আগনিত সুসজ্জিত যুঁজাৰু পৰম।
ৰথে ৰথী, অশ্বে অশ্বাৰোহী বীৰ কত।
পদাতিক অলেখ অপাৰ স্থিৰ যোদ্ধা
চানুৰ মুষ্টিক তোষল বল্লভ হেন
বীৰ নাই তিনি ভুবনত। এওঁলোকে
ৰাখে দেহ মোৰ, অতি সাৱধানে নিতে।
তথাপিতো যেন বৈ বৈ মৃত্যুৰ বাতৰি
কৈ যায় কোনোবাই কাণে কাণে মোৰ।
কালি সপোনত দেখিলো অদ্ভুত। মই
যেন দিগম্বৰ হৈ গাধৰ পিঠিত
উঠি গৈছো দক্ষিণ ফালে ৰক্তমালা
পিন্ধি। বিকট শবদে ঘৰৰ চালত
পৰি মাতে যেন হদুৱে ফেচাই। ঘোৰ
আপদিয়া মাতে যম ডাকিনীয়ে মাতে
মাজ নিশা। ৰ'দত থিয় দি চাওঁ যদি
অকস্মাৎ ছায়াঁত নেদেখো মূৰ মোৰ।
কিবা অদ্ভুত কথা। ভয় যে নকৰো
তথাপিও। নাৰদৰ বাক্য যদি সঁচা
হয় মোৰ প্ৰাণ বৈৰী কৃষ্ণগোপ
নৌ পাওঁতেই কাষ বধাম দূৰতে,
তেতিয়া নিবৈৰী হই ভুগিম পৃথিবী।
পিতা উগ্ৰসেন শত্ৰু বসুদেৱ আৰু
দৈবকী ভনীটি আছে বন্দী হৈ সদা
কোনো কুমন্ত্ৰণা কৰিবৰ পোৱা নাই
কোনো অৱসৰ।
দুৱৰী——দুৱৰী--

(দুৱৰীৰ প্ৰৱেশ)

দুৱৰী ঃ

আজ্ঞা হওক মহাৰাজ কি সাধিব দাসে।

কংস ঃ

এই দণ্ডে মাতি আন ইয়ালৈ তই
চানুৰ মুষ্টিক আদি বীৰ মাল যত।
প্ৰয়োজন হেতু এতিয়াই লাগে মোক।

দুৱৰী ঃ

শিৰা আজ্ঞা মহাৰাজ। (প্ৰস্থান)

(ৰাণীৰ প্ৰৱেশ)

ৰাণী ঃ

স্বামিন, যদুকুলপতি, অধীশ্বৰ
পৃথিবীৰ, কি কাৰণে এনে উৎসৱৰ
আয়োজন আজি। দুঃসপ্ন দেখিলো প্ৰভু

মোৰ যেন অকস্মাৎ ৰাণীৰ মুকুট
খহি গ'ল। ওপৰৰ দাঁত পাৰি গ'ল সৰি।
ভয়তে কাতৰা মই। কওক চোন
সঁচানে বাতৰি? কালি হেনো ৰামকানু
নন্দৰ দুলাল যুগসমে যুঁজ হ'ব
চানুৰ মুষ্টিক আদি বীৰ সকলৰ।
অতি সুকুমাৰ দেহা হেনো দুয়ো অতি
শিশুমতি। পুৰনাৰীগণে বিষাদ
ব্যথিতা হৈ জনাইছে মোক। বহু ৰজা
বহু নৰ সমবেত হ'ব। গীত বাদ্য
ৰঙ্গৰসে প্ৰেম আলাপনে তুমি যত
অতিথিক শান্ত চিত্তে দিয়ক বিদায়।
কাম নাই মাল যুঁজ, হাতী যুঁজ আদি
উৎসৱত।

কংস ঃ
কালি কংসোৎসৱ হব। যত ৰজাগণ
প্ৰজাগণ পুৰনাৰী সবো সাদৰে
আহূত। মাল যুঁজ, অসি যুঁজ, উৎসৱৰ
অঙ্গ চিৰকাল। ব্ৰজৰ গোপাল আজি
আহিছে মথুৰা বুলি অতিথি স্বৰূপে
চাবলৈ মহোৎসৱ। যদি যুঁজৰ
আশাত নামে প্ৰাঙ্গণত কোনেনো বধিব
বাৰু। যদিহে নকৰে মন ৰাজপুত্ৰ
ৰূপে ৰাজগণ সহ বহি উপভোগ
কৰিব সুখেৰে উৎসৱ আনন্দ। চিন্তা
নাই ৰাণী যোৱাগৈ অন্তেসপুৰলৈ।
(ৰাণীৰ প্ৰস্থান)

[মুষ্টিক, চাণুৰ, তোৰল, ভল্লৰ প্ৰৱেশ]

চাণুৰ ঃ
মহাৰাজ উপস্থিত দাস। কিবা আজ্ঞা
তব।

কংস ঃ
আজি অত দিনে বৰ সযতনে মাল
পুহিলোঁ। তুষিলোঁ, ভুষিলোঁ, সবাকো মই।
সময় হৈছে আজি পৰীক্ষাৰ হেতু।
মোৰ প্ৰাণ বৈৰী, কৃষ্ণ বলৰাম আহি
আছে মথুৰাতে। কালি দুপৰীয়া বেলা
আহিব উৎসৱ ক্ষেত্ৰলৈ দুয়োজনে বীৰ।
তোড়ণ মুখত থাকিব যতনে পীড়
গজৰাজ কুবলয়। তোমালোকো মাল
বাটে বাটে থাকিবা সাজু হৈ।
চানুৰ দুৰ্দ্ধৰ্ষ মহামল্ল প্ৰাঙ্গণত
তুমি যুযুৎসু ভাবেৰে ৰবা। নিজে মই
অসি বৰ্মলৈ থাকিম ইয়াতে সাজু।
অকস্মাৎ আহে যদি নিজ হাতেৰেই
বধিম দুয়োকো।

চাণুৰ ঃ
মহাৰাজ, বিক্ৰমত ধৰণী কম্পিত
যাৰ। সসাগৰা পৃথিবীত প্ৰচণ্ড
প্ৰতাপ, নৰ দৈত্য ৰাক্ষসেও সহিব
নোৱাৰে যাৰ, আমি হেন বীৰ সদায়
প্ৰস্তুত দুৱাৰত যাৰ, তাৰ কিবা ভয়।
ক্ষুদ্ৰ শিশুমতি ডেকা সেই দুয়োজন
ক্ষুদ্ৰ প্ৰাণ। অনায়াসে হ'ব হত কালি
কোনো চিন্তা নকৰিব প্ৰভু অন্তৰত।

মুষ্টিক ঃ
মোৰ এই ব্ৰজমুষ্টি নসহে পৰ্বতে
লোহাৰ গোলক চূৰ্ণ হৈ যায় যাৰ
আঘাতত। সেই আঘাতত মহাৰাজ
বাচিবনে ব্ৰজৰ গোৱাল? গৰু চাৰি
ফুৰা কাম যাৰ। শঙ্কা নাই প্ৰভু, কালি
ভূমি হ'ব বৈৰীহীন।

তোৰল ঃ
বহুদিন খালো অন্ন প্ৰভু, কালি দাসে
প্ৰাণ দিয়ো নিশ্চয় সাধিব প্ৰভু কাজ।

কংস ঃ
যোৱা বীৰ বৃন্দ। নিশ্চিন্ত হইছো মই
শুনি বীৰ বাণী, তোমালোক যোদ্ধা
সকলৰ।

(কংস সহ মালবিলাকৰ প্ৰস্থান)

## পঞ্চম দৃশ্য

### অক্ৰূৰৰ ঘৰ

(কৃষ্ণ বলৰাম, অক্ৰূৰ আৰু অক্ৰূৰ পত্নী)

অক্ৰূৰ ঃ

প্ৰভু কালি দুপৰীয়া কংস মহাৰাজে
নিমন্ত্ৰিছে দুয়োটিকে ৰাজ সভালৈ।
দুৱাৰত থাকিব দুৰন্ত মত্ত হাতী
কুবলয় পীৰ। তাৰ পাছে প্ৰাঙ্গণত
ঠায়ে ঠায়ে থাকিব দুৰ্দ্ধৰ্ষ
মালবোৰ। যদি যুদ্ধ আশে যায় দুয়ো
বৰ ভয় লাগে সুকুমাৰ শৰীৰত
বহু দুখ পাব প্ৰভু। ভকত বৎসল
মৰি যাম একেবাৰে দেখিলে যাতনা
নৱণু দেহাত, দিয়া ভকতক
নিৰ্ভয় আশ্বাস।

অক্ৰূৰ পত্নী ঃ

নাম শুনিছিলো, কিন্তু নেদেখি আহিলো
অত দিন। ত্ৰৈলোক্য মোহন ৰূপ লৈ
অমৃত সুৱদি মাতে মাতিলাহি মামী
বুলি। দ্ৰবি গল হিয়া মোৰ চেনেহত।
পুত্ৰস্নেহে চোৰা পৰিছে চকুলো বই।
নিচিনো নিচিনো প্ৰভু ত্ৰিজগত পতি
তোমালোক। নাৰী মই অতি অল্পমতি।
নাৰী হিয়া সৃজিলে বিধিয়ে পৰিপূৰ্ণ
কৰি চেনেহৰে। জ্ঞান নাই ভকতিও
নেজানো সমূলি। ধন নাই পৰম
দৰিদ্ৰ আমি দুয়ো। নাৰীৰ নিঃস্বাৰ্থ
দান হিয়া ভৰা প্ৰেম নিবেদিলো প্ৰভু।
পিতা-পুত্ৰ সখা পতি প্ৰেম হিয়া ভৰা
নিবেদিলো বাতুল পদত। কৃপা কৰা
কৃপাময় নেযাবা নেযাবা যুঁজলৈ।
জগতত তুলনা নাই যাৰ এনে ৰূপ
নৱণুৰে গঠিত শৰীৰ, আহি
প্ৰহাৰিব পশু সম নিৰ্দয় মল্লই—
নসহিব নাৰী প্ৰাণে। মথুৰা বাসিনী
যতনাৰী সবে কালি চিতা জুই জ্বালি
আহুতি স্বৰূপে প্ৰাণ দিব চৰণত।

কৃষ্ণ ঃ

(হাঁহি হাঁহি) মামী হাঁহি উঠে শুনি ভয়ৰ কাৰণ
সন্দীপনি ঋষিৰাজ যাৰ শিক্ষাগুৰু
শাস্ত্ৰে শাস্ত্ৰে বাহু যুদ্ধে তাৰ কিবা ভয়।
বহুকাল আমি দুয়ো যুঁজ আশে ৰৈ ৰৈ
পাইছোঁহি আকাংক্ষিত সুবিধা যুঁজৰ
কালি মামা কংসৰাজে প্ৰশংসিব দেখি
যুদ্ধৰ কৌশল আৰু প্ৰচণ্ড বিক্ৰম।
কোনো ভয় নাই নকৰিবা আশঙ্কা
তিলেকো। দেহাত অসীম বল দিছে যে
বিধিয়ে দেবকাৰ্য সাধিবৰ হেতু।

অক্ৰূৰ ঃ

জানো জানো কোন তোমালোক নৰদেৱ।
তোমাৰ মায়ায়ে আচ্ছন্ন কৰিছে জীৱ।
ক্ষুদ্ৰ আমি মানবী চকুৰে মানবৰ
দুৰ্বলতা দেখো মাথো মানবী দেহাত।
কৃপা কৰা দয়াময় দিয়া দিব্যজ্ঞান
দুৰ্বল মনত। নহলে স্নেহাদ্ৰ হিয়া
ভাগি যাব শতখণ্ড হৈ। স্নেহশীলা
পত্নী মোৰ স্নেহৰসে মজিছে সমূলি।

কৃষ্ণ ঃ

ভয় নাই ভক্ত মোৰ প্ৰধান বান্ধব
পৃথিবীৰ মহা ভাৰ হৰিবৰ হেতু
বিনাশীম দুষ্ট কংস দুষ্ট সহচৰ
সমে। অবিনাশী আত্মা চিন্ময় ভাবেৰে
ব্যাপ্ত চৰাচৰ। তুমি আমি, চন্দ্ৰ সূৰ্য
কৌটি কৌটি ব্ৰহ্মাণ্ড নিচয় সকলোটি
মায়াৰে সৃজন। স্থিৰ অবিনাশী এক

নানা ৰূপে নানা ঘাটে কৰিছে বিৰাজ
একতিলকতে ধ্বংস হ'ব পাৰে সব।
থাকিব কেৱল অবিনাশী পৰমাত্মা
মহাকাল সম, সবে তাতে পাব লয়।
দিব্য যোগ নেত্ৰে চোৱা অন্তৰত দুয়ো
দেখিবা তেতিয়া হিয়া শতদল মাজে
পৰমাত্মা বিৰাজিত কাঙ্ক্ষিত ৰূপেৰে।

অক্ৰূড় পত্নী ঃ

(ধ্যানস্থা হৈ) দেখো প্ৰভু হৃদয়ত মোহন মূৰতি
ত্ৰিভঙ্গিম ৰূপ মনোহৰ অতি। কিবা
মুনি মনোলোভা বিমল কটাক্ষ হাঁহি,
সুকুমাৰ লৱণু শৰীৰ আভাময়;
আকৌ আকৌ কিবা দেখো দয়াময়
একেবাৰে নাৰীমূৰ্তি ভীষণ ৰূপিনী
অসি খড়্গ হাতে লহ লহ ৰক্ত জিভা
কৰাল দশনা, গলে মুণ্ডমালা
সম্বৰা সম্বৰা ৰূপ প্ৰভু, মূৰ্খ মই
উস্। ৰক্ষা পালো। আকৌ দেখিছো মই
সুশোভন চাৰু কৃষ্ণ ৰূপ।

(চকু মেলি সেৱা কৰে)

কৃষ্ণ ঃ

মামী প্ৰেমপূৰ্ণ সুকোমল হিয়াখনি
বাৎসল্য ৰসেৰে ভৰা। চিন্তা পুত্ৰভাবে।
আহা মামী যশোদা জননী সম দিয়া
প্ৰেম আলিঙ্গন। ভোকত কাতৰ আমি
নিজ হাতে অন্ন দিয়া খাই তৃপ্ত হওঁ।

প্ৰেমৰসে আপ্লুত ভোজন দ্ৰব্য দান
ভকতৰ, অতি উপাদেয় অতি মিঠা।
যেয়ে যেনেদৰে একাগ্ৰচিত্তেৰে ভাবে
মোক পায় তেনে দৰে। শত্ৰুভাবে ভাবি
কংসৰাজে পাব মোক শত্ৰুভাবে কালি
মোৰ পৰশত দিব্য জ্ঞান লভি
মোৰ মূৰ্তি ধৰি মোতে হ'ব লীন।

অক্ৰূড় পত্নী ঃ

নাৰী মই। জ্ঞানহীন অতি দয়াময়
নুবুজো জ্ঞানৰ তত্ত্ব। মোহিলা হৃদয়
প্ৰেমৰসে প্ৰেমময়। দোষ নধৰিবা
আহা আহা ভক্তপ্ৰাণ দুয়ো আহি
বহাহি কোলাত মোৰ। আই আই
বুলি এবাৰ মাতাহি। কৌটি জন্ম
তপস্যাৰ ফলতো অধিক ৰসময়ী
প্ৰেম দিয়া, নাৰীজন্ম হওক সফল দয়াময়।

(কৃষ্ণ-বলৰাম কোলাত বহে। অক্ৰূড় পত্নীয়ে হাত বুলাই—কৃষ্ণই "আই আই মামী মামী" বুলি থিয় দিয়ে। অক্ৰূড়ে ইতিমধ্যে ধূপ দীপ নৈবেদ্য লৈ আহে। অক্ৰূড় পত্নী আৰু অক্ৰূড় দুয়ো পূজা কৰে।)

স্তব

নীলোৎপল দল শ্যামং
পীতাম্বৰ পৰিহিতং
বল্লবী নন্দনং বন্দে
কৃষ্ণ গোপাল ৰূপিনম্,

(আঁৰ কাপোৰ)

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

(বৃন্দাবন—যশোদা আৰু গোপ-গোপিনীসকল বহি আছে)

(উদ্ধৱৰ প্ৰবেশ)

উদ্ধৱ ঃ
যশোদা জননী কি হেতু মাতিলে মোক ?

যশোদা ঃ
উদ্ধৱ, বান্ধৱ তুমি সকলো গোপীৰে
মহাজ্ঞানী তপস্বী পৰম, ভৰপুৰ
হিয়া ঈশ্বৰ প্ৰেমত। কৃষ্ণ নাম লোৱা
মুখে সদা। কৃষ্ণ তোমাৰ সদা বশ
কৃষ্ণ নিধি সহ ভাই বলৰাম কালি
গল গৈ মথুৰালৈ অক্ৰুৰ সইতে।
গধূলি বেলিকা মহাৰাজ নন্দ গ'ল,
ৰাজদূত আহি লৈ গ'ল মধুপুৰলৈ
আজি হ'ব ৰাজসভা শেষ। যোৱা বান্ধৱ
ৰথ লৈ নিজে আনাগৈ কৃষ্ণ বলৰাম
দুয়ো কুমাৰক। নহলে নিজীয়ে গোপী।
ৰখা মোৰ কথা, চিৰকাল পুত্ৰ প্ৰাণা
দুখুনী যশোদা মাৰে ঘনে ঘনে চাই
আছে পদুলি বাটলৈ। যোৱাহে- বান্ধৱ
খোৱা শীঘ্ৰগতি আনাগৈ প্ৰাণৰ দুলাল।

উদ্ধৱ ঃ কিবা ভাগ্য পাম আজি কৃষ্ণ দৰিশন,
কিবা ভাগ্য আনিম প্ৰভুক সাৰথি হৈ।
মাতৃ যাওঁ মই এতিয়াই ৰথ লৈ।
কোনো চিন্তা নাই কালি পুৱাতেই আহি
চাপিম জননী কাষ। গুচিব সকলো
চিন্তা যাব যত খেদ।

গোপিনী ঃ
বান্ধ তুমি কবাগৈ বলাই কানুক
আজি কেবা নিশা দিন নিৰাহাৰ গোপী
নিদ্ৰাহীনা। তুৱা গুণ নাম গাই গাই,
বাটলৈ চাই চাই, কটাইছে কাল।
প্ৰাণৰ গোপাল বিনা নিৰ্জীৱ গোপিনী
নুশুনিলে বাঁহী মাত ব্ৰজবাসী গণে
নাপায় প্ৰাণত শান্তি। গৰু দামুৰিয়ে
এৰিছে আহাৰ পানী। নিমাত প্ৰাণীবো
বইছে লোতক নয়নেৰে দিনে ৰাতি।
আনিবা আনিবা ধৰি বান্ধ, কপটীয়া
নিঠুৰ হৰিক, নহলে এৰিম প্ৰাণ।

উদ্ধৱ ঃ
যাওঁ মাতৃ মই। ভাগ্যৱতী গোপীগণ
যি জনক ব্ৰহ্মা হৰে নাপায় ধ্যানত
যাৰ কটাক্ষতে সাগৰ খলকে, বিশ্ব
চূৰ্ণ হৈ যায় সেই বিশ্বপতি হৰি
আজি বান্ধ খালে গোপিনী প্ৰেমত।
ধন্য ব্ৰজবাসী, ধন্য ব্ৰজধাম, গোপী
পদৰেণু পৰশত পূত হৈ ৰল।
জননী আদ্যা শক্তি জীৱাত্মা ৰূপিনী
গোপীগণ, পৰশত পূণ্য কৃষ্ণ তনু
কৃষ্ণময় তনু মন প্ৰাণ হলা সবে
অধম পাতকী মই, জন্মে জন্মে যেন
গোপী পদৰেণু পাওঁ জনমি ব্ৰজত।
যাওঁ মই, ৰাতুল চৰণ দুটি ধৰি
আনিম কৃষ্ণক। (প্ৰস্থান)

যশোদা ঃ

গোপীগণ আহা সবে একান্ত মনেৰে
গাওঁ কৃষ্ণ নাম। বহুদিন পুত্ৰভাৱে
তুলি তালি আজি পুত্ৰস্নেহ হৈছে
প্ৰবল। সামান্য মানবী হৈ গৰ্ব হ'ল
কৃষ্ণপুত্ৰ বুলি। সেই দেখি ভুঞ্জো তাপ।
আহা আজি পূৰ্ণব্ৰহ্ম কৃষ্ণ নাম গাই
জনম সাৰ্থক কৰোঁ।

গীত

হে কৃষ্ণ দয়াময় ভকতৰ প্ৰাণৰ ধন
দিয়া দেখা এবাৰ আমাক
নেজানো ভকতি তুতি গোপিনী মূৰুখ মতি
জানো মাথো কেৱল তোমাক।
এৰিলো সংসাৰ মায়া স্বামী পুত্ৰপৰিজন
সুখ আমি নিবিচাৰো হৰি
নিষ্কাম ভকতি প্ৰীতি দিয়া প্ৰভু দয়াময়
হৃদয়ত লোৱা আহি স্থিতি।
শ্যামল মোহন ৰূপী হিয়াত বিৰাজ সদা
দেখি হিয়া জুৰাও মাধব
ইহকাল পৰকাল জীৱনে মৰণে প্ৰভু
তুমি মাথোন গোপিনী বান্ধৱ।
(সকলো চকুমুদি ধ্যানস্থা হয়)

(পট পৰিবৰ্তন)

## দ্বিতীয় দৃশ্য

(মথুৰাৰ ৰাজবাট)

(কৃষ্ণ আৰু বলৰাম বাটে বাটে গৈ আছে। কিছুদূৰ যাওঁতেই ঘাটলৈ পানী আনিবলৈ যোৱা মথুৰাবাসিনীয়ে লগ পায়)

১মা ঃ

সখী কোন সৌৱা ৰাজবাট জিলিকাই
আহে এই ফালে। কৈশোৰ বয়স অতি।

২য়া ঃ

(কলহ থৈ) মৰতত দেখা নাই এনে সৌম্যৰূপ
অৰুণ আভাৰে আহা কিশোৰ দুজনে
কিবা সুশোভন কৰি তুলিছে নগৰ।

৩য়া ঃ

সখী দেখিছানে শুকান গছত আজি
কি দৰে ফুলিছে ফুল। সুগন্ধি মলয়
বৈ বৈ বয় সুশীতল। যমুনা উচলি
বৈছে উজান মুখে। পখীৰ মধুৰ
গীতে মুখৰিত কৰিছে নগৰখনি।
দেৱশিশু দুয়োজন। দেখিছানে সখী
শ্যাম কলেবৰ খিজনৰ, কি মোহন
সুশোভন বেশ। আয়ত নয়ন ৰক্ত
পদুমৰ পাহি। ভুজ যুগ মদনৰ
ধেনু। মুখত মধুৰ হাঁহি, কিবা নাক
কিবা ওঁঠ, কি সুন্দৰ ত্ৰিভঙ্গ মোহন
দেহা।

৪ৰ্থা ঃ

তোমালোকে কথা কৈ ৰখোৱা ইয়াতে
যাওঁ মই আনোগৈ ফুল। আনন্দে
কৰিম পুষ্প বৰিষণ।

(প্ৰস্থান)

(শ্ৰীকৃষ্ণ বলৰামৰ প্ৰবেশ)

১মা ঃ

(কৃষ্ণ সম্বোধন কৰি)
কোন তুমি দেৱ। মানুহ নে দেৱশিশু
ধবল হিমাদ্ৰি শিৰ যেন চাৰু আভা
এখেত বা কোন সাগৰ-গম্ভীৰ মূৰ্তি ?

২য়া ঃ

পীতবস্ত্ৰ পৰিহিত মোহন মুৰতি
কোন তুমি ডেকা ? কৰ পৰা আগমন
এনে সুশোভন বেশ এনে চাৰু ৰূপ
অসম্ভৱ মৰতত। মথুৰাবাসিনী

আমি। ৰূপে ৰঙে আনন্দে উৎসৱে
ই নগৰ দিনে ৰাতি আনন্দে মগন
কদাপিও হলে ইমান পুলক মনত
ওপজা নাই।

কৃষ্ণ ঃ
(হাঁহি হাঁহি) মথুৰা নগৰ সদায় বিখ্যাত আছে
ৰূপহী, মাধুৰী বিলাসিনী কুলবধূ
পুৰজনা সৱ হেতু। তাকে চাও বুলি
আহিছো ইয়ালৈ ক্ষুদ্ৰ গাওঁ এৰি।
গৰু চাৰি ভাত খাওঁ গোৱালৰ ল'ৰা
আজি হেনো কংস ৰাজৰ ৰাজপ্ৰাঙ্গণত
মল্ল ক্ৰীড়া হব। যিজনে জিকিব পাব
বহু পুৰস্কাৰ। আমি গৰু চাৰোঁতেই
গৰখীয়া সমে শিকিছো মাল যুঁজ
ভাবিছো মনত যুঁজি কংস ৰাইৰ
মালগণ সহ তুষিম ৰজাৰ মন।

১মা ঃ
অ' তুমি সেই গোপিনী মোহন কানু
বুজিলো এতিয়া কৃষ্ণ বলৰাম দুয়ো
প্ৰগল্‌ভাৰ দোষ নধৰিব ৰসময়।
শুনিছো গোপনাৰী সৱে তোমাৰ কাৰণে
পতি পুত্ৰ গৃহ ত্যাগী; মোহন বাঁহীৰ
মাত শুনি তোমাৰ লগতে উন্মাদিনী
আজি মথুৰা নগৰী সৱো মৰিবহে
সখা, ক্ৰূৰ মালে আঘাতিলে শ্ৰীঅঙ্গত।
নিদিও নিদিও আমি অন্যায় যুঁজত
যুঁজিবলৈ পশুসম মাল সহ সখা।
কি সতেনো আহিলা তিয়াগি ব্ৰজ বধূকুল
নিজীব গোপিনী নেদেখিলে চান্দ মুখ।

২য়া ঃ
আহা প্ৰিয় কিশোৰ কুমাৰ দুয়োজন
লই যাওঁ ঘৰলৈ। পৰম আদৰে আজি
ৰত্ন বেদী পাতি বহুৱাই ওচৰত
পূজিম অতিথি ৰূপে। নিদিও যাবলৈ
কংসৰাইৰ যুঁজৰ খেলালৈ আজি।

কৃষ্ণ ঃ
ধন্যবাদ বহু ধন্যবাদ সখী সৱ
কি ৰূপেনো নিবা ঘৰলৈ? পুৰনাৰী
তোমালোক। অচিনাকি দেখি অনাদৰি
খেদি দিব মাৰি ঘৰৰ গৰাকী লোকে।
ব্ৰজনাৰী অজ্ঞ অতি সৰলা প্ৰকৃতি
সমস্ত শৰীৰ মৰম চেনেহে ভৰা
কামনা বিহীনা মৰতত নাই আৰু এনে।

বলৰাম ঃ
আমি যে আহিছো কংসৰাজ অতিথি
স্বৰূপে। আমি ৰাজসভালৈ
যাবই লাগিব। সেই দেখি নাৰীবৃন্দ
আশীৰ্বাদ দিয়া বাট এৰি যাওঁগৈ
গন্তব্য ঠাইলৈ।

(ফুল লৈ সখীৰ প্ৰৱেশ)

(সকলোৱে হাতত ধৰা ধৰি কৰি গাই গাই ঘূৰি ঘূৰি মূৰত পুষ্পবৃষ্টি কৰে)

(আজি) গীত

আহিলা যেতিয়া মোহন আলহী
মধুৰ মাধুৰী বিলাই
সুৰলা মাতেৰে মাতি
সুখৰ সপোন পাতি
প্ৰেম জুই প্ৰাণত বিলাই
হিয়া ভৰা ভাল পোৱা
লোৱা উপহাৰ লোৱা
চেনেহ চানেকি লোৱা ফুল
জীৱনৰ যত আশা
প্ৰণয়ৰ প্ৰিয় ভাষা
সপিলো তোমাৰ পদমূল।

কৃষ্ণ ঃ
সুন্দৰ ইজগতত সকলো সুন্দৰ
চৌৱা সখী গছে গছে ফুল কি সুন্দৰ

ফুলি শোভিছে ধৰণী। কি সুন্দৰ গীত
গাইছে পখীয়ে। সুললিত মনোমোহা
মধুৰ সঙ্গীত গালা সখী তোমালোকে।
সুন্দৰী ৰূপহী মথুৰা বাসিনী চাৰু
জ্যোতির্ময়ী সখী। মোহিলা আমাৰ মন
সত্য ৰূপ চিন্ময় মূৰতি বিশ্বকর্তা
আনন্দত চিৰ মগ্ন। প্ৰেমৰূপী সুধা
জগতক শ্ৰেষ্ঠ দান দিলো সুনীল
আকাশ, শ্যামলা ধৰণী, চন্দ্ৰৰ কিৰণ
সূৰ্যতেজ, শ্যাম মেঘকান্তি সকলো বিভুৰ
প্ৰেম ঘন মূৰ্তি মাথো। সবাৰো মাজত
কোমল হৃদয় ৰমণীৰ ক্ষুদ্ৰ হৃদয়ত
প্ৰেমৰাশি অগাধ জলধি বাৰিসম
অসীম অপাৰ। যাও সখী আনন্দে
বিদায় দিয়া। ৰাজ আজ্ঞা পালি ৰাজ
কাৰ্য সযতনে সাধিম নিশ্চয়।

২য়া ঃ
মদন জিনি তেন্তে সুশ্যামল প্ৰিয়
মূৰতি মোহন কিয় দেখুৱালা আনি?
নোৱাৰো ভাবিব কেনেকৈ বাৰু সখা
সহিব সি শৰীৰত মালৰ আঘাত।

কৃষ্ণ ঃ
মথুৰা বাসিনী বীৰজায়া কুলবধূ
ক্ষত্ৰিয় ৰমণী, কিবা মোহে আৱৰিলে
মনোবল তোমাসকলৰ। বীৰোচিত
বল নধৰিলে দেহাৰ মাজত সৱে
কি কৰিব ৰূপে? বলে বীৰ্যে পৰাক্ৰমে
যদিহে শৰীৰ হয় সুন্দৰ সুঠাম
তেহে সি সুন্দৰ। কাপুৰুষ কেতিয়াও
নহয় শোভন বীৰ সমাজত জানা
নুবুলিবা সুকোমল ই শৰীৰ সখি
এই হাতেৰেই ধৰিছিলো গিৰি শৃঙ্গ
গোবৰ্দ্ধন সাত দিন। আমি অন্তৰৰ
শলাগেৰে জনালোঁহে শত ধন্যবাদ
কৰা আশীৰ্বাদ বিজয় দৃপ্তিৰে
বীৰ বেশে আহি যেন আকৌ পাওঁহি
দেখা।

১মা ঃ
বিদায় বিদায় সখা। প্ৰতি পলে পলে
নিচিন্তো নিচিন্তো আন। আজি দিন মান
কৰিম সাবিত্ৰী ব্ৰত। একমনে পূজিম
দুৰ্গাক ফিৰি যেন আহা শত্ৰু জয়ী
তেজোদীপ্ত গৌৰৱ মণ্ডিত বীৰ ৰূপে।
আমি জয় মালা লৈ লৈ ইয়াতে থাকিম
বাট চাই, চাই বাটলৈ।

(তিৰোতাসকলৰ প্ৰস্থান)

(কৃষ্ণ বলৰাম গৈ থাকে। অলপ দূৰত গৈ
ধোবাক লগ পায়।)

কৃষ্ণ ঃ
হেৰা ধোবা ককাই, হেৰা ধোবা ককাই
কোন বাটে যাবা তুমি? আমি দুয়ো যাম
ৰাজ সভালৈ, পামগৈ ৰঙ্গ ভূমি।
তাত হেনো হব বহুত উৎসৱ আজি
বিচিত্ৰ ভূষণ দিয়াহে আমাক মিতা
পিন্ধি ৰাজসভা যোগ্য সাজি লওঁ।

ধোবা ঃ (খুব হাঁহে)
হেৰ কটা গাৱলীয়া অকৰা পিশাচ
কি কলি কি কলি তই? ৰাজ পৰিচ্ছদ
পিন্ধি যাবি ৰাজ সভালৈ। এতিয়াই
ৰাজদূতে ধৰি নিব, লগাব চমটা
কাটি নাক চুলি পলোৱাব ৰাজবেশ
আশা। দূৰহ দূৰহ-পাপী এতিয়াই।

কৃষ্ণ ঃ
কিয়নো পাৰিছা গালি হেৰ ধোবা তই
নিদিয় নিদিবি ৰাজবেশ। ৰাজ সভা
বুলি যাম ব্ৰজবাসী ৰজাৰ আলহী
অলেখ কাপোৰ সৌৱা। তাৰেনো দুখন
দিলে কিবা হানি হবহে ৰজাক।

ধোবা ঃ
নিলাজ কুকুৰ ব্ৰজৰ গোৱাল ল'ৰা
বাপেৰ ককাৰে দেখা নাই খি কাপোৰ

মৰিব খুজিছ পিন্ধি তাকে। এতিয়াই
পলা এই ঠাইৰ পৰা। গোৰ খাবি
আৰু কথা কলে।
(ধোবাই লাথি মাৰে। বলৰামে জাপ মাৰি
আঁতৰে)

কৃষ্ণ ঃ
(ধোবাৰ হাতত ধৰি জোঁকাৰে। তাৰ মূৰৰ
টোপোলা পৰি যায়।)
মহাপাপী অধম ৰজক। লথিয়ালি
দাদা মোৰ বলৰাম পিনে যেতিয়াই
মৰণ কামৰ পালে, এই পাতকী
(তাক এটা চৰ মাৰে সি পৰি মৰে)
ব'লা দাদা ওচৰতে উপবন, তাতে
বহি পিন্ধো বাছি বাছি ৰাজ আভৰণ
ৰজাৰ দুৱাৰ পালে সোলোকাই সেই
বেশ সাজু হম যুঁজৰ কাৰণে মাল বেশে।
(দুয়ো টোপোলা লৈ প্ৰস্থান। ধোবা'ৰ দেহাটোও
টানি বাটৰ পৰা আঁতৰাই থয়)

## তৃতীয় দৃশ্য

### কংসৰ ৰাজসভা

[কংস, নন্দৰাজ, বসুদেৱ, দৈৱকী, মন্ত্ৰী, ৰাণী,
আৰু আন আন ৰাজপুৰৰ মতা তিৰোতা]

কংস ঃ
নন্দৰাজ বৰ সুখী হলো আহিলা যে
মধুপুৰলৈ আজি। তোমাৰ তনয়
আছে আহি অক্ৰুৰৰ তাত মহাসুখে।
কৃষ্ণ কোন জানিছানে তুমি নন্দৰাজ ?

নন্দ ঃ
বংশৰ দুলাল মোৰ নয়নৰ মণি
কৃষ্ণধন মহাৰাজ।

কংস ঃ
বৰ যে পুৰণি কথা শুনিছো সিদিনা
নাৰদৰ মুখে। কৃষ্ণ বসুদেৱ সুত
ভনী মোৰ দৈৱকীৰ গৰ্ভত উপজি
পালেগৈ বৃন্দাবন দেৱৰ মায়াত।
তুমি পুত্ৰ বুলি তালি তুলি কৰিলা
ডাঙৰ। সুখী মই এনেহেন ভাগিন
ৰতন পাই। ক্ষত্ৰিয় কুমাৰ শাস্ত্ৰে
শস্ত্ৰে সুপণ্ডিত। উপযুক্ত নৰ শ্ৰেষ্ঠ
হেনো। সেই দেখি হেপাহেৰে অনাইছো
মধুপুৰীলৈ। আজি দুপৰীয়া আহি
যুদ্ধৰ কৌশল আদি দেখুৱাই মোক
কৰিবহি পৰিতৃপ্ত।

নন্দ ঃ
কোনো দুখ নাই মহাৰাজ কৃষ্ণ যদি
বসুদেৱ সুত। বাছা মোৰ বিনন্দীয়া
ননীৰ পুতলী। পিতা বুলি পৰম
সাদৰে স্বৰ্গতো অধিক সুখ দিলে
অতদিনে। সুখেৰে থাকক বাছা মোৰ
ৰজাৰ ভাগিনা হৈ। আমি বুঢ়া-বুঢ়ী
দুয়ো যদি শুনো দূৰতে থাকিয়ে সদা
সুখে আছে বুলি প্ৰাণৰ গোপাল বলো
পৰম কৃতাৰ্থ হম। স্বাৰ্থহীন প্ৰেমে
নিৰ্বিচাৰে কোনো প্ৰতিদান। ভাগ্যবান
মই পুত্ৰভাৱে পালিবলৈ পালো কৃষ্ণ
ধন। পিতাভাৱে পালো ভক্তি। মহাৰাজ
নুবুজিলো কিন্তু কিয়বা যুঁজিব আহিল
বলাই কানায়ে। কিবা যুঁজ জানে শিশু ?
ব্ৰজৰ হাবিত গোপাল স্বৰূপে সদা
চাৰিছিল ধেনু বৎস। সুকুমাৰ দেহা
অতি কোমল বয়স। এতিয়াও নাই
দিয়া ভৰি যৌৱনত। ভাগিনক যদি
মৰমৰে আদৰ কৰিব লাগে প্ৰভু
মালসহ যুঁজৰ কি প্ৰয়োজন ?

কংস ঃ

ৰাজ্যময় সংবাদ পঠাই মহা মল্ল
য'ত নিমন্ত্রিছো। তোমাৰ বালক দুয়ো
বীৰ বেশে আহি ক্ষত্রিয়ৰ উচিত
যি কাম নিশ্চয় কৰিব। উজ্জ্বলাব
মুখ মোৰ ; উজ্জ্বলাব কুল পৰাক্রম
দেখি। যদিহে বালক দুয়ো ভয়তে জনায়
নুযুঁজিব বুলি, তেন্তে নিশ্চয় নহব
যুঁজ। আন মালে মালে যুঁজি দেখুৱাব
বীব পৰাক্রম। সন্তোষিব মোৰ মন।

নন্দ ঃ

মহাৰাজ—ক্ষুদ্র কৰদাতা ৰজা মই।
কি সাহেৰে বাৰণ কৰিম আপোনাক
ক্ষুদ্র গোপশিশু দুটি, মোৰ যশোদাৰ
প্রাণ নয়নৰ মণি ব্রজৰ জীৱন।
একাধাৰে সহস্র প্রাণীক বধ কৰি
কিবা ফল হব প্রভু। বসুদেৱ দেৱী—
দৈৱকী অভাগী এনেয়েই আছে মৰি,
তাতে এই ঘোৰ মাৰ মাৰি নবধিব
হতভাগ্য প্রাণী দুটি চিৰকাললৈ।

কংস ঃ

আজ্ঞা মতে কাম হব নন্দ গোপৰাজ
ভয়ৰ কাৰণ নাই একো। আনন্দৰে
চাই থাকা আজিৰ উৎসৱ আয়োজন।
(নর্তকীসকলৰ প্রবেশ)

গীত আৰু নৃত্য

আহা আহা পুৰবাসী এন্ধাৰ তিমিৰ নাশি
কি সুন্দৰ উদিছে তপন
ৰূপে ৰসে ৰঙ্গে ভৰি শোভে কেনে মধুপুৰী
মৃদু মৃদু বলিছে পৱন।
বীণাৰ মধুৰ তান প্রেমৰ অমিয় গান
হিয়া আজি হৰষে মগন
ৰাজ আশীর্বাদ মাগি পুলকে পুৰীত আজি
বন্দো আহা ৰজাৰ চৰণ।

কংস ঃ

মন্ত্রী, অতি সুললিত সুমঙ্গল গীত
বৰ প্রীত হলো মই। যোগ্য পুৰস্কাৰ
পাব লাগে গায়ন বায়ন সকলোৱে।
(চাৰণৰ প্রৱেশ)

চাৰণ ঃ

প্রভুৰ চাৰণ মই আজ্ঞা হলে গাম
স্তুতি গীত।

কংস ঃ

গোৱা বাৰু।

চাৰণ ঃ

বন্দনা

জয় প্রভু মহাৰাজ ৰাজ ৰাজেশ্বৰ
কংস ৰাজ। প্রবল প্রতাপে যাৰ সদা
খলকে ধৰণী আৰু খলকে সাগৰ,
যাৰ ৰূপ দেখি কামদেৱ অন্তহিত,
যাৰ বাহুবল দেৱে নোৱাৰে সহিব
ৰাক্ষস পন্নগ গন্ধর্ব কিন্নৰ বশ
দেখি পৰাক্রম। যাৰ ধনুর্বাণ খড়্গ
শিক্ষা দেখি আছোক মনুষ্য দেৱগণো
সদাভীত। যাৰ ৰাজকার্য কুশলতা
ৰাজনীতি যত ৰজাগণে সততে বখানে।
প্রজাগণে যাৰ সততে সুযশ গায়
পুৰনাৰীগণো যাৰ ৰূপে গুণে মুগ্ধ।
হীন মতি মই নমো প্রভু চৰণযুগল।

কংস ঃ

বৰ প্রীতি হলো শুনি বন্দনা তোমাৰ
মন্ত্রী যথাযোগ্য পুৰস্কাৰ দিয়াবা ইয়াক।

দৈৱকী ঃ

দাদা কংস শুনিলো এতিয়া ব্রজবাসী
শ্রীকৃষ্ণ আৰু বলৰাম যুদ্ধ আশে
আহিছে মধুপুৰীলৈ। জানিছা দেখোন
আপোন ভাগিনা বুলি। তেন্তে দাদা

বধিবৰ হেতু দুয়োটিকে কৰিছা
যতন কিয় ? বহুদিন হল পুত্ৰ মোৰ
বধিলা সাতোটা। কান্দোতে কান্দোতে আমি
দুয়োটি প্ৰাণীৰ গ'ল কত বৰ্ষ মাহ
দিবস ৰজনী এন্ধাৰ কাৰাৰ ঘোৰ
পুতি গন্ধময় গাতৰ মাজত। কাটা
দাদা দুয়োটি প্ৰাণীক, অসি খড়্গ ধৰি।
উপজিলে যি ৰাতিত জিলিকাই কোলা
এন্ধাৰ ঘৰত নীলমণি, তেতিয়াই
কোলা শূন্য কৰি লৈ গ'ল বিধাতায়।
থৈ গ'ল অসহায় পচা জীৱ এটি,
ক্ষুদ্ৰ শিশু কন্যা সিয়ো। তুমি প্ৰাতসতে
আহি বধিলা শিশুক শিলত আফালি।
পুত্ৰ কঙ্গালিনী মই, আজি সোতৰ
বছৰে জপি আছোঁ মাথো প্ৰাণ প্ৰিয়
নীলমণি মোৰ। বৰ আশা কৰিছিলোঁ
মৰিবৰ আগে এবাৰ দেখিম মুখ।
কিন্তু আজি এই ঘোৰ বধ্যভূমি পাতি
চকুৰ আগতে মোৰ বধিবা কুমাৰ।
শিশু হত্যা, নাৰী হত্যা জ্ঞাতি হত্যা কৰি
সুখেৰে ভুঞ্জিবা ৰাজ্য। ভগবান প্ৰভু,
হতভাগ্য অনাথ জীৱৰ কোনো কালে
নহবনে গতি ?

(দৈৱকীৰ মূৰ্চ্ছা)

বসুদেৱ :
কংসৰাই ক্ষত্ৰিয় বংশত জন্ম মোৰ
ৰজা তুমি, মই বইনাই। বীৰোচিত
কৰ্ম কৰা। দিয়া খাণ্ডা অসি বৰ্ম,
সম্মুখ যুঁজত বধ কৰা মোক আজি।
বহুদিন অনাহাৰে অনিদ্ৰাই থাকি
এন্ধাৰ ঘৰত, জ্যোতিহীন হ'ল চকু,
তথাপিও ক্ষত্ৰিয় মই। যুদ্ধ হেতু মাতো
আহা বীৰ, এই প্ৰাঙ্গণতে আজি বধি
প্ৰতিদ্বন্দ্বী আজি লোৱা মহা কীৰ্তি।
কি কৰিলে কিন্তু নিৰ্দোষী শিশুৱে ৰজা ?
বনে বনে ফুৰে মাথো গৰু চাৰি চাৰি ;
গোৱালৰ ল'ৰা বুলি সমস্ত জগতে
জানে। নিবিচাৰে ৰাজ্যধন যুঁজ দ্বন্দ্ব
তোমাৰ লগত। তেন্তে কিয় চল কৰি
মাতি আনি বধিবা শিশুক ?

কংস :
বসুদেৱ, দৈৱকী ভনীটি, মিছাতে
দোষিছা মোক। দৈৱবাণী শুনি মই
বধিলো ভাগিন বহু। কি কৰিম কোৱা
দেৱতাও মিছলীয়া অতি। বীৰ্যবান
বলবান নন্দৰ তনয় দুয়োজন।
অসি যুদ্ধ, ধনু যুদ্ধ একোকে নহয়
কেৱল যুঁজিব মোৰ মালৰ লগত
বন্ধুভাৱে। নকৰো বেজাৰ নাহা যদি।
সম্প্ৰতিকে সভা ভঙ্গ হ'ল। দুপৰীয়া
পুনৰ উৎসৱ হব।

## চতুৰ্থ দৃশ্য

মালীৰ ঘৰ

(কৃষ্ণ-বলৰামৰ প্ৰৱেশ)

কৃষ্ণ :
মালাকৰ আহ্বানে ঘৰত ? আমি দুয়ো
মালাৰ কাৰণে আহিছো তোমাৰ কাষ।

মালী : (ভিতৰৰ পৰা)
কোন ঔ তই ? গুচি যা এতিয়া ঘৰলৈ
কংস ৰাইৰ উৎসৱ কাৰণে যতনে
গাঁথিছো মালা। ক্ষণিকো সময় নাই ;
কালি আহি মালা নিবি লাগে যদি।

কৃষ্ণ ঃ
আজি আমি অতিথি স্বৰূপে এতিয়াই
যাম কংসৰাজ সভালৈ। সেই দেখি
মালা লাগে ততালিকে। আহাচোন বাৰু
বাহিৰ ওলায় পাবা সমিধান।
(মালী বাহিৰ ওলাই আহি কৃষ্ণ-বলৰামলৈ
ৰ লাগি চাই থাকে)

বলো ঃ
কি চাইছা তুমি মালাকৰ? দুয়োজন
আমি দূৰৰ অতিথি বিদেশী মানুহ।
(মালাকৰে সেৱা কৰে)

মালী ঃ
প্ৰভু, কি দেখালা আজি। শয়নে সপোনে
যেতিয়াই ভাবো ইষ্টদেৱ, হৃদয়ত
দেখা পাওঁ চকামকাকৈ যিটো ৰূপ
সেই ৰূপ সশৰীৰে আহি, কি মোহন
বেশ ধৰি দেখা দিলা। স্বপনেই কিবা?
আহা নাথ আৰু কাষলৈ। তৃপ্ত হওক
চকু মন প্ৰাণ।
(সাষ্টাঙ্গে প্ৰণাম)

কৃষ্ণ ঃ
উঠা উঠা সাধু মালাকৰ। দিঠকৰ
সমাজিক নহো আমি; ব্ৰজৰ গোৱাল
দিয়া মালা, পিন্ধি যাওঁ ৰাজসভালৈ।

মালী ঃ
প্ৰভু যি মালা গাথিছোঁ যোগ্য সেই মালা
ৰজাৰ কাৰণে। নোহে যোগ্য ই শৰীৰ
শোভাৰ হেতুকে। বনমালা সুবাসিত
বনফুলে গাঁথি দিম প্ৰভু, সযতনে
দেৱবো বাঞ্ছিত কৰি। ক্ষন্তেক জিৰোৱাঁ
এই ফুলনিত মোৰ। চোৱা প্ৰভু চোৱা
যত মৰা ফুল ফুলিল্ল কিদৰে আজি।
ফুলিয়ে মাতিছে পঞ্চমত। দেৱা দেৱ
আদি দেৱ তোমাৰ চৰণ স্পৰ্শে আজি
পূত মোৰ দৰিদ্ৰৰ ঘৰ। সমীৰণ
বৈছে সঘনে বৈ বৈ। যেয়ে হোৱা প্ৰভু
দুয়োজন ইষ্ট গুৰু ইষ্টদেৱ মোৰ।
ৰজা কি? কিবা মোৰ প্ৰাণ, অকাতৰে
দিব পাৰো বলি ৰাজীৱ পদত। মালা
অতি তুচ্ছ কথা।

(কৃষ্ণ-বলৰাম বহে)
(মালীয়ে মালা আনিবলৈ যায়)

কৃষ্ণ ঃ
দাদা, মালা পিন্ধি তাৰ পাছে পিন্ধিব
লাগিব সুগন্ধি চন্দন, সুৰঞ্জিত
অগৰু ৰাগেৰে। তাৰ পাছে বাহী এৰি
যামগৈ ৰাজ সভালৈ। দুপৰীয়া প্ৰায়
সমাগত।

বলৰাম ঃ
কানু, পিতা নন্দ আছে হেনো হৈ ৰজাৰ
আলহী। কি কাৰণে অনালে কংসই
জানা জানো? নৃশংস পামৰ কংসৰাই,
কি জানিবা কৰে অপমান মাতি আনি
যুঁজৰ পূৰ্বতে মনত পৰিছে মোৰ
যশোদা মাতৃক। বসুদেৱ দৈৱকী
মাতৃক দেখা কৰি পদধূলি লবৰ
কাৰণে বৰ ইচ্ছা হইছে মনত।
কংসক বধিলে পাছে অৰাজক হয়
এই মথুৰা নগৰ? ভাবিছানে আজি
কৰ্তব্য আমাৰ ঘোৰতৰ কি কঠোৰ?

কৃষ্ণ ঃ
একো চিন্তা নকৰিবা অন্তৰত;
নৰৰূপী নাৰায়ণ নৰৰ প্ৰবাহ,
অনাদি কালৰপৰা নাৰায়ণ বুলি
জানে জ্ঞানী লোকে। প্ৰজাৰ সমষ্টি সিয়ো
মূৰ্ত নাৰায়ণ; এনে প্ৰজা সকলক

যি ৰজাই কৰে উৎপীড়ন, সহস্ৰ
সৈনিক, অশ্বাৰোহী, গজাৰোহী, বিমান
বিহাৰী থাকিলেও মৃত্যু তাৰ সুনিশ্চিত।
কালপূৰ্ণ আজি কংসৰাইৰ। নিশ্চয়
মৰিব প্ৰজাৰ পীড়ক। বিংশতি বছৰ
ঘোৰ অন্ধকাৰ পূঁতি গন্ধময় অতি,
পোতাশাল ঘৰৰ মাজত, যাতনা
ভুগিছে বিনা অপৰাধী নিচেই নিচলা
দুখীপিতা বসুদেৱ, দৈৱকী জননী।
অহঙ্কাৰে মত্ত ৰজা, ৰাজ শক্তি কৰি
অপচয় নিপীড়ত কৰি প্ৰজা,
ব্যথিত কুণ্ঠিত কৰি থৈছে সবাকো।
নিশব্দ ৰসনা ভয়তে নেমাতে প্ৰজা
নৰনাৰী প্ৰজাবৃন্দে সৰ্বদাই দিছে
অভিশাপ মনৰ দুখত। সেই দেখি
সেই দেখি দেৱ ইচ্ছা, তুমি মই দুয়ো
বধি স্বেচ্ছাচাৰী ৰজা কংসৰাইক
পাতলাম ধৰণীৰ ভাৰ। ৰাজদ্ৰোহ
নোহে ইটো। প্ৰজাবৰ্গ নাৰায়ণ ৰূপী
নাৰায়ণ ৰজাৰো ৰাজন ৰাজেশ্বৰ।
প্ৰজাদ্ৰোহী ৰজা প্ৰকৃততে ৰাজদ্ৰোহী
ব্যথিত পৃথিবী শান্তি পাব আজি অতি
সুক্ৰমে চলি যাব ৰাজ্যখনি দাদা।
ৰজা উগ্ৰসেন আছে বন্দী ভাবে। শাস্ত্ৰ
নীতি সকলোতে সুপণ্ডিত। প্ৰাচীন বয়স
পালিব প্ৰজাক যত্ন কৰি।

(মালীৰ প্ৰৱেশ)

মালী ঃ

আনিছো দুধাৰি মালা পৰম প্ৰেমেৰে
গাঁথি। বনফুলে সুগন্ধিত বনমালা।
মূৰত ম'ৰাৰ পাখি, মুখত ঈষৎ হাসি,
চৰণত ৰত্নৰ নূপুৰ বাজে, গলে বনমালা
পিন্ধি, ত্ৰৈলোক্য ঈশ্বৰ শান্ত কৰা ভক্ত
হিয়া

(মালা পিন্ধাই দি স্তুতি কৰে)
কিনো ভাগ্য কিনো ভাগ্য দেখিলো আগতে
অন্তৰৰ দেৱতাক। কোন প্ৰভু দুয়ো?
বিষ্ণু তুমি শ্যামল সুন্দৰ লক্ষ্মীপতি
চিনিছো তোমাক। এওঁ কোন ধৱল
সুচাৰু আয়ত নয়ন, সৌম্য মূৰ্তি,
সাগৰ গভীৰ বীৰবেশী, পৰিচয়
দিয়া প্ৰভু। নিতান্ত ভকত দয়াময়,
হীনমতি যদিও কিঙ্কৰ।

(দণ্ডবৎ কৰে)

কৃষ্ণ ঃ

উঠা ভক্ত শিৰোমণি, গোকুলৰ কৃষ্ণ
মই দাদা বলৰাম। ভকতৰ প্ৰেম
বৰ মধুময়। অযাচিতে মালা গাঁথি
থাকোতে যেতিয়া লোৱা হৰিনাম সদা
প্ৰেমত লোতক পৰে সদায় চকুৰে,
দূৰত নাথাকো মই। বলৰাম দাদা
অনন্ত স্বৰূপী মহাকাল এওঁ। কোৱা
মালী কিবা বৰ লাগে।

মালী ঃ

নেলাগে একোকে ৰাজপাট ধন জন
প্ৰভু। নিচেই দৰিদ্ৰ মই দুয়োবেল'
পালে দুমুঠি আহাৰ মহাসুখী হওঁ।
সততে থাকোক মতি প্ৰভু চৰণত।
ভক্তি ৰসময়ী দিয়া নাথ। হৃদয়ত
দেখা যেন পাওঁ দিবানিশি বিমোহন
মূৰতি মধুৰ। জানো জানো দয়াময়
কৌটি কৌটি ব্ৰহ্মাণ্ড নিশ্চয় লোমৰ
কূপতে আছে। কিন্তু সসীম জ্ঞানেৰে
ক্ষুদ্ৰ মই কেনেকৈ অসীম তোমাক
ভাবিম মনত? প্ৰেমময়, দিনে ৰাতি
অন্তৰে বাহিৰে দেখো যেন শ্যামল
সুন্দৰ আনন্দ আপ্লুত চাৰু মূৰ্তি,
দেখো যেন বিশ্বময় এই শ্যাম ৰূপ,

পখীৰ মধুৰ মাত কাণত পৰিলে
শুনো যেন বাঁহী মাত মধুময় নাম।

কৃষ্ণ ঃ
উঠা ভক্ত ব্রত হ'ল উদ্যাপন তব।
প্রেমৰ ই দান কিবা মধুময় লাগে
জগতত অতুল ই বনমালী ডালি।
ৰসময়ী ভক্তি দিলো বৰ। তুমি মই
অভিন্ন হৃদয়। অৱশেষে মোতে হবা
লীন।

(প্রস্থান)

## পঞ্চম দৃশ্য

(কৃষ্ণ-বলৰাম গৈ থাকে। হাতত প্রসাধন বস্তু লৈ কুঁজী সৈৰন্ধ্রীৰ প্রবেশ)

কৃষ্ণ ঃ
কোন তুমি সুন্দৰী যুৱতী, কেনি যাবা
প্রসাধন হেতু সামগ্রী হাতত লৈ?
আমি দুয়ো পৰদেশী বাটৰুৱা ডেকা
উৎসৱ চাবলৈ যাওঁ। আমাকো দিবানে
অগৰু চন্দন গন্ধ দ্রব্যে সুবেশিত কৰি?

কুঁজী ঃ
কংস ৰাইৰ দাসী মই, ৰাজ আজ্ঞা
বিশেষ ভাবেৰে আজি হব ৰাজ সাজ
উৎসৱৰ হেতু। সেই দেখি মৃগ মদ,
কস্তুৰী চন্দন, গন্ধ উপহাৰ আদি
আনিছো যতনে। আনিছো ধুনীয়া ফুল
সাজ, কঙ্কন বলয়, তুলসীৰ মালা,
ফুলৰ বিচনি সুগন্ধি ফুলৰ চাকি।

কৃষ্ণ ঃ (হাঁহি হাঁহি)
আমি দুয়ো কিশোৰ যুৱক। মৰমনো
অলপো নেলাগে সখী দেখি দুয়োটিকে?

কংসৰাই ৰাজ ৰাজেশ্বৰ—কিহৰ
অভাব। কিশোৰী সুন্দৰী তুমি, নিজে
জানা দেখো এই বয়সতে ক'ত আশা
জাগি থাকে হৃদয়ত সদাই। সুবেশিত
হৈ থাকিবৰ ক'ত ইচ্ছা। ধনবান চাই
ধন দিলে কিবা যশ? সুখ অভিলাষী
ডেকা দৰিদ্র হলেও। ডেকা স্বপ্নময়
প্রাণ, আহা আহা সখী লাহৰী হাতেৰে
স্নেহ কৰা প্রসাধন দুয়োৰো আমাৰ।

কুঁজী ঃ
জগতত কোন আছে ইমান সুন্দৰ
তোমালোক দুয়ো যেনে। এই গন্ধ দ্রব্য
তোমালোক বিনা কাৰ গাত শোভিব
সুন্দৰ। স্বভাৱতে পুৰনাৰী যদি মই
তথাপিও প্রাসাদৰ দূষিত বতাহে
কলুষিত দেহা মোৰ। কেতিয়াও কিন্তু
কঠোৰ হৃদয় মোৰ গলা নাই দেখি
কোনো নৰ। আজি প্রভু কোন নৰৰূপী
দেৱশিশু মর্তলৈ আহিলানো নামি?
নাৰী হিয়া পমি গলে। অপবিত্র ই কৰ
পৰশ, কেনেকৈ হাত দিম শ্রীঅঙ্গত?
ক্ষমা কৰা নাথ। এই লোৱা প্রসাধন
সামগ্রী সকলো, নিজে নিজে পিন্ধি লোৱা।

কৃষ্ণ ঃ
সখী, নিতান্ত কাতৰ শুনি তোমাৰ
বচন। জানো মই ৰাজ প্রাসাদত
নিচলা নাৰীৰ বহু নির্যাতন হয়।
কিন্তু সখী অৱস্থাৰ দাস নৰনাৰী।
কোমল হৃদয় তব, অৱস্থাত পৰি
ধৰিছা ই ব্যৱসায়। মন এতিয়াও
পৰম পবিত্র তব। কামনাৰে পূর্ণ
হিয়া হোৱা নাই কলুষিত এতিয়াও
অপবিত্র ইন্দ্রিয় বিকাৰগ্রস্তটো হৈ।
আহা সখী চাও তুমি কেনে ৰূপৱতী।

কুঁজী ঃ (বলৰামলৈ চাই)
এখেত বা কোন বীৰবেশী সুপুৰুষ,
কথানো নেপাতে কিয় নিমাত নীৰব ?

বলৰাম ঃ
দয়া কৰি চন্দনে চৰ্চ্চিত কৰি দেহা
দিয়াহে যুৱতী। কথা কব নেজানো
বিশেষ। ৰসিক প্ৰবৰ ভাইটিয়ে
মোৰ, কোৱা কথা তেওঁৰে লগত।

কুঁজী ঃ (কৃষ্ণলৈ চাই)
জানো মই কুঁজী, অতি কুৎসিতা ৰমণী
সেই দেখি য'তে ত'তে পাওঁ অপমান।
উপেক্ষে সুন্দৰগণে। ৰূপবতী বুলি
মাতিলা মোহন কিন্তু সিয়ো যে কৌতুক
মাত্ৰ। লোৱা প্ৰসাধন প্ৰিয়, যাওঁ মই
ঘৃণিতা কুৎসিতা নাৰী তিয়াগিম প্ৰাণ।

(কৃষ্ণই কুঁজীৰ ভৰিত গছকি ধৰে, বাহত ধৰি পোন কৰি দিয়ে। কুঁজ নাইকিয়া হয়, কুঁজী অতি সুন্দৰী মূৰ্তি হয়)

কৃষ্ণ ঃ
চোৱা সখী, কি সুন্দৰী ৰূপহী ললনা
তুমি। মধুপুৰী জিলিকিছে তোমাৰ ৰূপত।
কি মোহনী ষোড়শী মূৰতি দেখোঁ তব।
দাদা বলৰাম সংযমী তপস্বী বীৰ
নিৰ্বিচাৰে সঙ্গ তিৰোতাৰ। সেইদেখি
নকৰিবা কোনো প্ৰিয় সম্ভাষণ,—
তেওঁৰ লগত।

কুঁজী ঃ
দেৱতা, প্ৰেমৰূপী প্ৰাণৰ ঈশ্বৰ
মানুহ নোহোৱা তুমি। বৈকুণ্ঠৰ নাথ
স্পৰ্শে তব কথা জনৰব তৃপিতি নোহোৱা
কত হাবিলাষ, কত প্ৰেম আশ জাগে
মোৰ হিয়াৰ মাজত। আজি যে পৃথিবী
দেখোঁ মধুময়, বসন্ত বতাহ বয়
অন্তৰে বাহিৰে। আজি হৃদি মৰুভূমি
ফুলে ফলে সুশোভিত নন্দন কানন
সম সৰস সুন্দৰ হ'ল। প্ৰিয়তম
কোন তুমি প্ৰভু। অভাগী অনাথি মই
জীৱনত নাছিল সোৱাদ। আজি কিয়
প্ৰাণেশ্বৰ শুকান প্ৰাণত বোৱালা
প্ৰেমৰ গঙ্গা ? তিলেকো নিজীম সখা
আৰু, তুমি অবিহনে। তব পৰশত
পূত দেহা, সামান্য নৰৰ ক্ৰীড়াৰ
পুতলি কেতিয়াও নহব নহব প্ৰভু।
জানো তুমি মহান পুৰুষ, তেন্তে কিয়
স্বামী, বাসনা নিবৃত্তি নকৰিলা মোৰ ?
শৰীৰত নতুন যৌৱন অপৰূপ
ৰূপ, মনত অসীম প্ৰেম কিয় দিলা
আজি একে মুহূৰ্ততে ? কিয় দিলা সানি
নয়নত যৌৱনৰ মধুৰ ৰহণ ?
আজি মোৰ মন কেনে কৰে। মধুময়
বসন্ত বতাহে কাণে কাণে কৈ যায়
কি প্ৰেম কাহিনী। দয়াময় দয়া কৰি
দিয়া সমিধান, নহলে মৰিম প্ৰাণে।

কৃষ্ণ ঃ
সখী মযে কৃষ্ণ, ভকতৰ দাস
বহু জনমৰ পুণ্যে পুণ্যময়ী তুমি।
মহীয়সী প্ৰেমময়ী সৰলা প্ৰকৃতি।
বহুদিন চিত্তবৃত্তি গলে অতৃপ্ত বাসনা
লৈ জন্মে জন্মে দুখ দিলে অন্তৰত,
আজি তুমি অনন্ত প্ৰেমৰ অধিকাৰী।
ব'লা সখী, চন্দনে কুসুমে দুয়োটিকে
দিয়া আজি সুসজ্জিত কৰি। যাম আমি
ৰাজ সভালৈ, বিনাশিম লোক বৈৰী
কংস ৰাইক। তাৰ পাছে আহি মই
তোমাৰ ঘৰত চাপিম আলহী। যেয়ে
মোক যেনেদৰে ভক্তিৰে বিচাৰে দিওঁ
ধৰা সেই ভাবে। পতিভাবে ভাবিছা
যেতিয়া সেই ভাবে শীঘ্ৰে পাবা মোক।
তাৰ পাছে, ভোগৰ লালসা অন্ত হলে
লভিম পৰম গতি।

(আঁৰ কাপোৰ)

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

ৰাজবাট। (দুজন দুৱৰী)

( কৃষ্ণ-বলৰাম মল্লবেশে প্ৰবেশ )

কৃষ্ণ ঃ

পালোঁহি তোড়ন মুখ। দুৱাৰত আছে
অসি লৈ ভীষণ প্ৰহৰী। সম্ভাৱনা
ইয়ো দিব যুঁজ আমাৰ লগত আজি।
মৃত্যু ফান্দ যত আছে পাতিছে ৰজাই।
(আগবাঢ়ি গৈ) দুৱৰী এৰি দে দুৱাৰ,
যাম আমি ৰাজ-সভালৈ।
মাল আমি দুয়ো আহিছোঁ
যুঁজিম বুলি ৰাজ মাল সহ।

১ম দুৱৰী ঃ

অ' তহঁতেই ব্ৰজবাসী গৰখীয়া মাল
ক্ষন্তেক ইয়াতে থাক। মহাৰাজ আছে
সভাত আসীন, বাতৰি পঠাওঁ মই।

কৃষ্ণ ঃ

আহত আলহী আমি। বাট এৰি দে
এতিয়াই যাম পোনে ৰজাৰ কাষলৈ।

২য় দুৱৰী ঃ

মৰণ মিলিছে কটা ঢেকুৰা গোৱাল,
ৰৈ থাক মনে মনে; নহলে নিশ্চয়
মৰিবি হাতত মোৰ। মাল যুঁজ আশা
একেবাৰে হব লোপ।

বলৰাম ঃ

নগৰা ঢেকুৰা কটা বগৰা শিয়াল
কিয় কব টান কথা। যুদ্ধ আশে আমি
আহিছোঁ ইপুৰী। এৰি দে দুৱাৰ শীঘ্ৰে
নকবি ডাঙৰ কথা কৰ্কশ কঠোৰ।

১ম দুৱৰী ঃ

(বলৰামক কাটিবলৈ তৰোৱাল তোলে।
বলৰামে তাৰ টেটুত ধৰি বগৰাই দিয়ে।
সি মৰে। দ্বিতীয়টোৱে উদ্ধাশ্বাসে লৰ মাৰে)

কৃষ্ণ ঃ চোৰা দাদা, সৌৱা কুবলয় পীড় তাতে
চুপি আছে, মাউতে কিদৰে জপিয়াইছে
এইফালে। বলা বলা শীঘ্ৰে কুবলয়
কংসৰ গৌৰব অন্ত কৰোঁ।

( দুয়োৰো প্ৰস্থান )

## দ্বিতীয় দৃশ্য

ৰাজসভা

(কংস, মন্ত্ৰী, ৰজাগণ, পুৰনাৰীসকল, নন্দ, বসুদেৱ, দৈৱকী)

(দুৱৰীৰ প্ৰবেশ)

দুৱৰী ঃ

প্ৰভু, ব্ৰজবাসী দুটা গোৱালৰ ল'ৰা
আহি প্ৰাণ ললে প্ৰধান দুৱৰীটোৰ
কোনোমতে সাৰি মই আহিছোঁ পলাই।
সৌৱা চাওক প্ৰভু কিদৰে যুঁজিছে দুয়ো
কুবলয় পীড় সহ।

কংস ঃ

বেছ বেছ এইবাৰ শ্যাম অঙ্গ ডেকা
হাতীৰ ভৰিত পৰিছে গচকা চোৱা
প্ৰাণ যাব তাৰ কুবলয় আঘাতত।
বগাটোৱে চোৱাঁ জাপ মাৰি ধৰি
নমালে মাউত। মৰিল মৰিল মোৰ
মাউত প্ৰধান মহা পৰাক্ৰমী। বগা
সেই ডেকাটোক শুঁৰেৰে মেৰালে
এইবাৰ।

নন্দ ঃ

ক্ষান্ত হওক যুঁজ মহাৰাজ। হাতীৰেনো
যুঁজিবলৈ পাৰেনে বালকে? উঠিল
উঠিল কানু নিৰুজ শৰীৰ। আকৌ
লাগিল হাতীয়ে শিশুয়ে যুঁজ।

দৈৱকী ঃ

হে প্ৰভু, দুখুনীৰ ধন মোৰ ৰক্ষা কৰা

ৰক্ষা কৰা। কায়মনোবাক্যে যদি সতী
হওঁ মই, ৰক্ষা কৰা কুমাৰ দুটিক।

ৰাণী ঃ

চোৱা চোৱা সুকুমাৰ শ্যামল শিশুৰ
কিবা পৰাক্ৰম। ধৰিছে লেজতে তাৰ।
কুবলয় প্ৰাণপণে যুঁজিও সন্মুখ
ফালে নিব পৰা নাই টানি। ইজনে
শুঁৰত ধৰি কুমত কৰিছে প্ৰচণ্ড
আঘাত। দেখা নাই শুনা নাই এনে
অধৰমী যুঁজ কেতিয়াও।

১ম পুৰনাৰী ঃ

দয়াময় ৰক্ষা কৰা মোহন মূৰতি
এই কুমাৰ দুটিক। নহলে মৰিম
মনৰ দুখতে আজি সভাৰ মাজতে।

২য় পুৰনাৰী ঃ

পৰিল নিৰ্দয় হাতী থেকেচনি খাই
মহাবীৰ কিশোৰ কুমাৰ দুটি, চোৱা
সখী, ৰমণীমোহন মধুৰ মূৰতি
পৰিশ্ৰম ক্লান্ত কি সুন্দৰ দেখি।

১ম পুৰনাৰী ঃ

এইবাৰ, এইবাৰ উভালিলে দাঁত
হাতীৰ মুখৰ; এইবাৰ ৰক্তগঙ্গা
সুন্দৰ শৰীৰ, মাজে মাজে ৰক্তচিতা
পৰি কেনে সুশোভন দেখি। নন্দৰাণী
দৈৱকী জননী গোপনাৰীগণ ধন্যা।

কংস ঃ

চাণূৰ, মুষ্টিক, মল্লগণ সাৱধানে
থাকিবা সকলো। এই দুই দুৰাচাৰে
বধিলে দুৱৰী, বধিলে প্ৰকাণ্ড হাতী
কুবলয় পীড়। এইবাৰ চলে বলে
কৌশলে যতনে বধা এই বৰ্বৰ
হালক। মোৰ মন তেহে স্থিৰ হ'ব।
ৰাজদ্ৰোহী, দৈৱকী নন্দক, বসুদেৱ
উগ্ৰসেন পিতা, ইহঁতক লৈ বন্দী
কৰি থগে পোতাশাল গাঁতৰ মাজত।
উৎসৱান্তে এইবাৰ বধিম পৰাণে।

দৈৱকী ঃ

এতিয়াই, এতিয়াই খড়্গ লৈ কাটা
দাদা। নোৱাৰোঁ দেখিব সন্তান নিধান
চকুৰ আগতে।

নন্দ ঃ

মহাৰাজ! আজ্ঞা হওক মালে সনে
ময়ে যুঁজো। বৃদ্ধ মই তথাপি যুঁজিম
যদি দিয়া পুত্ৰ দান।

কংস ঃ

ৰ, ৰ, অধম পাপিষ্ঠ দুৰাচাৰ,
ৰাজদ্ৰোহী, সব ক্ষন্তেক অপেক্ষা কৰ
ৰাজ ৰোষ কেনে ভয়ঙ্কৰ জনা নাই।
টেঁটুত গচকি ধৰি টানি ছিঙি বলে
শব্দহীন কৰি দিম চঞ্চল ৰসনা।

## তৃতীয় দৃশ্য

[কান্ধত হাতীৰ দাঁত লৈ কৃষ্ণ-বলৰামৰ প্ৰৱেশ]

কৃষ্ণ ঃ

দাঁতবোৰ বেছ ডাঙৰ দীঘল, দাদা!
ধীৰদ ৰদ নিৰ্মিত সজাম আসন;
তাতে বহি বিৰাজিব দুখুনী মাতৃয়ে,
চিৰকাল অত্যাচাৰে প্ৰপীড়িত সাধু
পিতৃদেৱ বসুদেৱে। বৰ পীত হলোঁ
কংসৰ গৌৰৱ কুবলয় ধ্বংস হ'ল।

বলৰাম ঃ

দুৰ্দ্ধৰ্ষ যুঁজাৰুবোৰ ক'ত আছে বাৰু
নেদেখোঁ যে সিহঁতক। পলালে বা জানো
দেখি কুবলয় পীড়ৰ অৱস্থা।

কৃষ্ণ ঃ

চুপি আছে ঠায়ে ঠায়ে সাৱধানে যাবা

দাদা সাজু হৈ। সৌৱা আহিছে এজন
মালবেশী এই ফালে।

( চাণূৰৰ প্ৰবেশ )

চাণূৰ ঃ

আহ কোনজনে যুঁজিবি চাণূৰ বীৰ
সনে। নেভাবিবি দুষ্ট, বুঢ়া হাতী এটা
মৰিল উজুতি খাই দেখি, মহাবীৰ
হলি বুলি গোৱালৰ ল'ৰা। আহ আহ কটা
পাষণ্ড গোৱাল গুচাওঁ যুঁজৰ বাঞ্ছা।

কৃষ্ণ ঃ

তোৰনো কি নাম হেৰ' যুঁজাৰু ককাই ?
বৰ বৰ হাত-ভৰি, শিলগুটি মূৰ,
গলধন ধৰা যেন একেবাৰে গোনা
মহ। মূৰত গোবৰে ভৰা। ঘিউ কটি
খাই খাই একেবাৰে যেন নিপোটল
লোদোৰ পোদোৰ গল্লাটোপ।

চাণূৰ ঃ

মোৰ নাম মহাবীৰ চাণূৰ যুঁজাৰু
মহা মাল পৃথিবীৰ। এনে কোনো নাই
নৰ যিজনে যুঁজিব পাৰে মোৰ সতে।
তহঁতৰ ভিতৰত কোনটো মৰিব
খোজ আগবাঢ়ি আহ বাৰু
মাৰোঁ এতিয়াই।

কৃষ্ণ ঃ

(আগধৰি হাতীদাঁত মাটিত থৈ পয়তাৰা কৰে)
তোৰ গাত বহুত মঙহ হেৰ' মাল।
কিয়নো গিলিলি অত ঘিউ অত দিনে ?
ধেপ ধেপ খোজ কাঢ় মঙহ ভৰত।
পথাৰতে তোক মাৰি এৰা হলে আজি
পৰম সাদৰে হেজাৰ শিয়ালে তোক
ভোজ পাতি খাই হোৱা ভাল হোৱা বুলি
শলাগিলে হয়।

চাণূৰ ঃ

পাপিষ্ঠ গোৱাল, তোকহে শিয়ালে খাব
আহচোন বাৰু লাগোঁ আমি দুয়ো যুঁজ
কঁকালে কঁকালে।

[ চাণূৰে শ্ৰীকৃষ্ণৰ কঁকালত ধৰে। শ্ৰীকৃষ্ণই তাৰ
তপিনাত থপৰিয়াই আঁতৰে। ]

কৃষ্ণ ঃ

তিৰোতাৰ দৰে কোমল নিতম্ব তোৰ,
ডাঢ়ি গোঁফ নথকাহেঁতেন প্ৰিয়তমে
বুলি মাতিলোহেঁতেন।

[ এইবাৰ কিছুপৰ যুঁজি যুঁজি চাণূৰ তলত পৰে।
কৃষ্ণই ওপৰত উঠি বহে ]

কেনে লাগে হেৰ' ককাই মহা মাল
ঘিউ মউ কেনি গ'ল ? অন্তিম সময়
উপস্থিত, মাত গোবিন্দক।
(চাণূৰৰ টেটুত চেপি ধৰে। চাণূৰ মৰে)
ব'লা দাদা আগুৱাই, সৌৱা ৰাজসভা
সন্মুখত বিস্তৃত প্ৰাঙ্গন। তাতে পাম
আন আন মাল লগ।

[দুয়োৰো প্ৰস্থান]

[ কেইটামান চাওডাঙৰ প্ৰবেশ ]

১ম চাওডাং ঃ

কটা, কৈছিল বোলে সেই কটা ল'ৰাটো
আৰু বগা ল'ৰাটো মাৰিব তাকে তুলি নি
পুতিব লাগিব। এতিয়া দেখোন চাণূৰ
ককাইকহে দাঁত মুখ নিকটাই একেবাৰে
ভেল ওপলাই দিলে।

২য় চাওডাং ঃ

হেৰৌ কটা কিদৰে চকু দুটাৰে চাই আছে
এইটো মৰা নাই ঔ, এইটোক ভূতেহে
ধৰিলে হ'বলা।

৩য় চাওডাং ঃ

ইস মৰা নাই। একেবাৰে এটা এনেহে লেও
মাৰিলে বোপাই চাণূৰ মাল গিৰিস কৰে
মাটিত পৰিল আৰু উঠিব নোৱাৰিলে।

১ম চাওডাং ঃ

এই দুটা জানিছা ৰাক্ষস কি দানৱহে
দেখাত হলে মানুহ যেনেই দেখি। কিন্তু
কি হব কলে; কিবা মায়া জানে ঐ
বোপাই কিবা মায়া জানে। ধৰ ধৰ
এতিয়াই ইয়াক লৈ গৈ সৌ
চোতালৰ কাষত কাপোৰেৰে ঢাকি থওঁ গৈ।

[ তাৰ ঠেঙত ধৰি দাঙিব খোজে ]

উঃ কটা কি গধুৰ ঐ
দাঙিবই নোৱাৰি দেখোন! ৰজা ঘৰৰ পঞ্চামৃত
চৰিয়াই চৰিয়াই খাই এইটোৰ গা একেবাৰে
গোট মাৰিছে। সেই দেখিহে ইমান গধুৰ।

২য় চাওডাং ঃ

হেৰৌ কাণে কাণে এটা কথা কওঁ শুন।

১ম চাওডাং ঃ

কি কথা কচোন বাৰু শুনো।

[ ২য় চাওডাঙে কাণে কাণে কিবা কয়। দুয়ো হাঁহি হাঁহি বাগৰি পৰে ]

১ম চাওডাং ঃ

কটা তইনো ইমান কথা কেনেকৈ জানিলি?

[ আকৌ হাঁহি হাঁহি বাগৰি পৰে ]

৩য় চাওডাং ঃ

হেৰৌ কটাহঁত, সৌৱা মহাৰাজে
তহঁতৰ উত্তওালিখন চাইহে আছে।
ৰ, একেবাৰে কচু কটাদি কাটিব।

[ এটায়ে "ধৰ ঐ ধৰ" কৰি দাঙি দিয়ে]

( পট পৰিবৰ্তন )

## চতুৰ্থ দৃশ্য

### ৰণ প্ৰাঙ্গণ

( মুষ্টিকৰ প্ৰবেশ )

মুষ্টিক ঃ

পৰিল চাণুৰ; এইবাৰ মোৰ পাল।
বৰ শক্তিশালী দেখো এই দুই মাল।
দুয়োকো বধিম ছলে নোৱাৰিলে বলে।

(কৃষ্ণ-বলৰামৰ প্ৰবেশ)

শ্যাম, তুমি মাৰিলা চাণুৰ, শ্বেত, তুমি
যুঁজা মোৰ সনে বাৰু।

বলৰাম ঃ

কোন তুমি? কিবা নাম? মই বলৰাম
আহা তেন্তে, সাজু হৈ আছো মই।

কৃষ্ণ ঃ

মই কৃষ্ণ, কিয়নো নুযুঁজা মোৰ সনে?
যদিহে খাইছা ভয়, পলোৱা ইয়াৰ
পৰা এতিয়াই; দিলোঁহে আশ্বাস বাণী।

মুষ্টিক ঃ

কেতিয়াও মুষ্টিকে নেজানে ভয় কেনে।
বহু যুঁজিলা তুমি চাণুৰৰ সতে,
সেই দেখি আক্ৰান্ত যি বীৰ তাৰ সমে
ভাবিছো যুঁজিম মই।

[ অকস্মাৎ বলৰামক পিচ ফালৰ পৰা ঘোচা মাৰিবলৈ হাত তোলে। কৃষ্ণই হাতত ধৰি একৰাই আনি তাক সন্মুখত থয় ]

কৃষ্ণ ঃ

বীৰৰ নিচিনাকৈ যুঁজ কৰ মুষ্টিক
যুঁজাক। অকস্মাৎ পিচৰ ফালৰ পৰা ধৰি
বজ্ৰাঘাত মৰত মৰাটো নহয়
যুঁজৰ ৰীতি, যদিহে কৰিব খোজ
ছল, এই দাঁতৰ কোবত যাব প্ৰাণ
তোৰ, জানিবি নিশ্চয়।

মুষ্টিক ঃ

দুজনে ধৰিলে যুঁজ এজনৰ সতে
কোন যুদ্ধ নীতি বোলে তাক। আহ বাৰু
গোৱালৰ ল'ৰা, আহ যুঁজো সমুখা সমুখি।

[ মুষ্টিক বলৰামে পন্নতাৰা কৰে। তাৰ পাচত যুঁজ লাগে। আকৌ এৰাএৰি হয়, আকৌ যুঁজ লাগে শেষত বলৰাম পৰে। মুষ্টিক বুকুত বহা মাত্ৰেই বলৰামে ওলোটাই পেলাই তাৰ টেঁটুত চেপি ধৰে। সি লো লোৱাই মৰি যায়]

(কৃষ্ণ-বলৰামৰ প্ৰস্থান)

(চাওডাঙহঁতৰ প্ৰবেশ)

১ম চাওডাং ঃ

আহ হঁক ঔ এই এটা মৰিল ঔ, ধৰ হঁক ঔ।

২য় চাওডাং ঃ

ইঃ ই একেবাৰে মৰিল ঔ ককাই।

৩য় চাওডাং ঃ

একেবাৰে নমৰিনো লাহে লাহে জী জী মৰে নেকি গাধ।

২য় চাওডাং ঃ

মৰেতো। এধা মৰা, পোৱা মৰাও হয়। তিনিপোৱা মৰাও হয়। ভেল ওপঙাও দিয়ে। নমৰিও মৰে। জীয়াই থাঁকোতেও কালে চুলিত ধৰে, কটা গৰু একো নেজান তই।

১ম চাওডাং ঃ

থ থ তোৰ শাস্ত্ৰখন। জীয়া মৰিছে, এতিয়া মৰাটো মাটিৰ তলত থব পাৰিলেই হয়।

২য় চাওডাং ঃ

হেৰ ককাই মাটিৰ তলত কেলেই পোতে অ'।

১ম চাওডাং ঃ

কেলেই পোতে। তাত লৰচৰ কাটি কুটা নোহোৱাকৈ থাকে আৰু ওলাই নাহে।

২য় চাওডাং ঃ

ভালেই হ'ল বোপাই। এই মুষ্টিক টোলৈ চা চোন কি দৰে দাঁত মূৰ কামুৰি ভেলওপঙা দি আছে। সি যদি উঠি আহি নিশা মোৰ মাণিকিৰ মাকৰ আগত ওলাইহি—ঔ মৰিলো ঔ মৰিলো ঔ, সেইটোক নেচাও ঔ।

১ম চাওডাং ঃ

ধৰ কটা গৰু ধৰ। মৰা মানুহ আকৌ মাটি ফুটাই ওলাই আহে!

২য় চাওডাং ঃ

ককাই উঠি আহিলেনো বাৰু তই কি কৰিবি কচোন! কচোন।

১ম চাওডাং ঃ

উঠি সৰ মাৰি ৰজাক খবৰ দিমগৈ।

২য় চাওডাং ঃ

ইফালে ঘৈণীয়েৰৰ কি হব?

১ম চাওডাং ঃ

জানো কি হয়।

২য় চাওডাং ঃ

অ' তোৰ বুধিটো ভাল নেপালো বোপাই। (হাঁহে)

১ম চাওডাং ঃ

ধৰ কটা ধৰ। ৰজাই এইখন কৰা গম পালে সবংশে মাৰিব এক।

২য় চাওডাং ঃ

বাৰু তেন্তে ধৰাই যাওক দে [এখন ভৰিত ধৰে ভৰিখন লৰে] ঔ জীয়াই আছে নেকি ঔ। ককাইহঁত।

৩য় চাওডাং ঃ

ই কটা বৰ লাঠুৰা। ধৰ ধৰ

[আটাই কেউটায়ে মুষ্টিকক ধৰি লৈ যায়]

## পঞ্চম দৃশ্য

### ৰাজসভা

(কংস, ৰাণী, নন্দ, মল্লগণ, বসুদেৱ, দৈৱকী, ৰজাসকল, পুৰনাৰীসকল)

কংস ঃ

দেখিলানে সভাসদ কি অন্যায় ৰূপে
বধিলে ইহঁতে বীৰ চাণূৰ মুষ্টিকক?
অধৰমী ডেকা দুটা, ৰাজআজ্ঞা মোৰ
ইহতো মৰিব আজি। তোমল বিষাল
বল্ল যত মালগণ একেলগে সবে
দুয়োকো কৰিবা আক্ৰমণ। খড়্গ বাকলৈ
ময়ো আছো অপেক্ষি ইয়াতে।

নন্দ ঃ

অন্যায় যুঁজত বধি শিশু দুটি প্ৰভু - - - -।

কংস ঃ

থাক্ মনে মনে কটা গোৱালৰ ৰজা,
এনে শিক্ষা দিছ সন্তানক। সিহঁতক
বধি, তোকো আজি পঠিয়াম যমপুৰী।

(কৃষ্ণ-বলৰামৰ প্ৰবেশ)

কৃষ্ণ ঃ

নমস্কাৰ দণ্ডৱৎ কংস মহাৰাজ।
প্ৰজা বা ভাগিন বুলি কৰক আশীষ।
গাৱলীয়া ডেকা, ৰাজসভা ৰীতি নীতি
নেজানো একোকে। মোমাই অক্ৰুৰে লৈ
আদৰি আনিলে, ৰজাৰ অতিথি বুলি।
আহি দেখো বাট ভেটি ভেটি আছে হাতী
আৰু মহা মাল। অস্ত্ৰ, শস্ত্ৰ, বিদ্যা আমি
জানো ভালমতে। আৰু যদি আছে কোনো
ভাল যোদ্ধা আজ্ঞা হওক, যুঁজ কৰি আজি
পূৰ্ণ কৰো মনোবাঞ্ছা।

কংস ঃ

পাপিষ্ঠ চণ্ডালহঁত, লাজ নেলাগিল
মোমা বুলি চিনাকি দিবলৈ। অন্যায়
যুঁজত ছল কৰি মাৰিছিলি তহঁতে।
কুৱলয় বুঢ়া হাতী, চাণুৰ, মুষ্টিক।
এতিয়া যে মৃত্যু আহি চাপিল ওচৰ।
সাজু হ পামৰ মৃত্যুৰ কাৰণে এবে।

কৃষ্ণ ঃ

নমস্কাৰ সভাসদ, নমস্কাৰ পিতা নন্দ,
নমো নমো জনম দুখিনী দৈৱকী জননী।
চিৰকাল অত্যাচাৰে প্ৰপীড়িত নমো নমো
নৰদেৱ পিতা বসুদেৱ। সাক্ষী হবা
দেৱগণ, পুৰনাৰীগণ, সাক্ষী হবা
ৰাজগণ, ক্ষত্ৰিয় কুমাৰ আমি দুয়ো,
চিৰকাল পুঁতিগন্ধময় অন্ধকাৰ
নৰকৰ দৰে পোতাশাল গাতৰ মাজত
বন্দী কৰি থলে মোৰ জনক জননী
ৰাজকৰ পীড়নত প্ৰপীড়িত প্ৰজা
আজি কৰে হাহাকাৰ। ৰাজ কৰ্মচাৰী
বৰ্গে অনায়াসে নানা ৰূপে প্ৰপীড়ণ
কৰিছে প্ৰজাক। গোচৰত কিন্তু শাস্তি
পায় প্ৰজাই সততে। ধনেই ধৰ্মৰ
মূল আজি। পণ্ডিত সজ্জন সাত্ত্বিক
নৰৰ স্থান নাই ই দেশত। পৰম
পণ্ডিত শান্ত, জ্ঞানৱন্ত ককা মোৰ
ৰজা উগ্ৰসেন কাৰাগাৰ বাসী সদা
পাপভাৰ পূৰ্ণ হ'ল আজি কংস ৰাইৰ।
বধো যদি এই হিংসুকক সহচৰ
গণ সহ, কোনো দোষ নৱতিব মোৰ
নিশ্চয় নিশ্চয়।

কংস ঃ

আৰু ক্ষমা নাই। ক'ত আছে মোৰ মাল
প্ৰহৰী পহৰা? কোন কেনি আছ আহ
ইহঁতক ধৰি বধ এতিয়াই।

তোষল ঃ

তোষল থাকোতে প্ৰভু কাক লাগে?
আহ, পাপী পঠিয়াও যমৰ নগৰ।

(শ্ৰীকৃষ্ণক ধৰে)

ভল্ল ঃ

মই ভল্ল জগতত সুবিখ্যাত মাল
এছাৰি আফালি মাৰো এইটোক ধৰি

(বলৰামক ধৰে)

(ছয় সাতোটা মালে লাঠী, টাঙোন, দা লৈ আক্ৰমণ কৰে)

(কৃষ্ণ-বলৰামে কাকো গোৰ মাৰি, কাকো চৰ মাৰি, কাকোবা হাতী দাঁতেৰে কোবাই মাৰে। বাকীবোৰ পলায়। হাতত তৰোৱাল লৈ কংস আসনত থিয় হয়। শ্ৰীকৃষ্ণই জাপ মাৰি চুলিত ধৰি তৰোৱালখন কাঢ়ি লয় আৰু কংসক বধ কৰে। সভাসদসকল উঠে, কিন্তু নিস্তব্ধ।)

(উদ্ধৱৰ প্ৰবেশ। উদ্ধৱে আঠু লৈ স্তুতি কৰে)

উদ্ধব ঃ

সম্বৰা সম্বৰা ক্ৰোধ দয়াময় প্ৰভু।
যাৰ কটাক্ষত চূৰ্ণ হয় ব্ৰহ্মাণ্ড
শতেক মুহুৰ্মুহু, যাৰ ক্ৰোধে সাগৰ
খলকে, কক্ষচ্যুত হয় গ্ৰহ তৰা,
যাৰ আজ্ঞা পালি চন্দ্ৰ সূৰ্যে পোহৰ
বিলায় যথা নিয়মত। নৰসিংহ
ৰূপ ধৰি হিৰণ্যকশিপু বধ কৰি
আশ্বাসিলা ভক্ত প্ৰহ্লাদক যেনেদৰে,
সেই ৰূপে আশ্বাস ভক্তক প্ৰভু আজি।
নমস্তে বামনৰূপী সত্য অৱতাৰ.
নমস্তে শ্ৰীৰাম। শেষ ৰূপী বলৰাম
সহ, শেষ শায়ী নমো দেৱ নাৰায়ণ।
ব্যথিত পৃথিবী তব মহাক্ৰোধে প্ৰভু,
ব্যথিত ৰাজন্যবৰ্গ, পুৰনাৰী আৰু
পিতা মাতা তব। সৌম্য মূৰ্তি ধৰি এবে
আশ্বাস সবাকো। ধন্য কংস। কালপূৰ্ণে
নিজে বধি তাক দিব্য গতি দিলা।

কৃষ্ণ ঃ

উঠা—উঠা উদ্ধৱ বান্ধৱ। কেতিয়া
আহিলা ব্ৰজধাম এৰি? কুশলে আছেনে
আই যশোদা জননী ব্ৰজবাসী গোপ
আৰু গোপিনীসকল।

কংসৰাণী ঃ (হাতৰ বলয় খুলি পেলায়)

কৃষ্ণ, তুমি যদি বিষ্ণু অৱতাৰ হোৱা
তেন্তে কিয় আজি এনে দুখ দিলা মোক
সতী নাৰী মই, চকুৰ আগতে কিয়
বধিলা স্বামীক মোৰ।

কৃষ্ণ ঃ

মামী, কাল পূৰ্ণ হলে কৰ্মফল ভুগি
প্ৰাণীগণে কৰে দেহ ত্যাগ। কালপূৰ্ণ
হই আজি স্বৰগলৈ গল স্বামী তব
দিব্য ৰূপ ধৰি। সন্মুখ ৰণত যুঁজি
তিয়াগিলে প্ৰাণ। দুখ নকৰিবা মামী,
সকলো কৰ্মৰে অবিনাশী ফল আছে;
বহু অপৰাধ অত্যাচাৰ কৰি, মামা
কৰ্মফল অনুসাৰে তিয়াগিলে দেহা।

ৰাণী ঃ

তুমি যদি নাৰায়ণ তেন্তে কিয় দিয়া
নৰৰ মনত পাপ আশা পাপ ভাব?
নৰ যদি পাপত দূষিত তুমিও দূষিত
প্ৰভু পাপীৰ পাপত। নাৰী মই দীনা
স্বামী গতি মোৰ। স্বামী লগতে গৈ
উঠিম চিতাত। দৈব্যৰূপ ধৰি সৌৱা
যায় স্বামী বৈকুণ্ঠ ধামলৈ। ৰবা, ৰবা
স্বামী মোৰ, মোকো লৈ যোৱা ময়ো যাওঁ।
কিন্তু যাবৰ আগতে কৈ যাও আজি,
কায়মনোবাক্য যদি সতী হওঁ মই,
তেন্তে মোৰ দৰে প্ৰভু তোমাৰ পত্নীও
কান্দিব এদিন দেখি তব মৃত দেহ।
পিতা উগ্ৰসেন, দুষ্ট পুত্ৰে দিলে দুখ,
বাইদেউ দৈৱকী জননী, পালা দুখ
জীৱনত বহু। এবে সুখে ভুঞ্জা ৰাজ,
যাওঁ মই স্বামীৰ লগতে।

কৃষ্ণ ঃ

নমো নমো সতী মামী সাদৰী জননী
মোৰ। সতী বাক্য কেতিয়াও নহয়
বিফল। এই শাপ আশীৰ্বাদ মোৰ;
ব্ৰহ্ম হৰি আদি কৰি ত্ৰিদশ দেৱেও
ভুগিব লাগিব কৰ্ম ফল। কৰমৰ
ফল মই নিশ্চয় ভুগিম।

মন্ত্ৰী ঃ

মথুৰা ৰাজ্য বজাৰূপে বহক
এতিয়া প্ৰভু (কংসৰ ৰাজমুকুট হাতত
লৈ কৃষ্ণ আগত আঠু লয়)।

কৃষ্ণ ঃ

মাতামহ উগ্ৰসেন আহি পাটত
বহক। মন্ত্ৰী, বৃদ্ধ, জ্ঞানী অভিজ্ঞতা
পূৰ্ণ মন তব। চলাওক ৰাজ্যখন

যতন কৰক মৃত দেহ সৎকাৰৰ।
ৰাজ ৰাজেশ্বৰ কংস মহাৰাজ মামা
মোৰ। পৰম সাদৰে উপযুক্ত মতে
যমুনাৰ পবিত্ৰ বালিত যথাবিধি
ঘৃত বস্ত্ৰ চন্দন সুৰভি আনি সবে
কৰোক সৎকাৰ। যতেক যাদৱে
নগ্নশিৰে নগ্নপদে সসম্ভ্ৰমে অতি
কৰোক অন্ত্যোষ্টি ক্ৰিয়া।

মন্ত্ৰী ঃ
অৱধান, ৰাজবৃন্দ যাদৱসকল,
কংসৰাজ অবিহনে এৱে দুষ্ট দৈত্য
আৰু ৰাজগণে আক্ৰমিব মধুপুৰ।
যতেক ক্ষত্ৰিয় সবে সাজু হোৱা এৱে
বহু কাল যুদ্ধৰ কাৰণে। ক্ষত্ৰিয়ৰ
প্ৰাণ, যুদ্ধত মৰণ হেতু। শঙ্কা নাই
যদি সাৱধানে সংঘবদ্ধহৈ থাকো
সবে আমি।

দৈৱকী ঃ
বাপ কৃষ্ণধন নীলমণি বলৰাম,
আহা আহা বাছা জুৰোৱাহি দগ্ধ প্ৰাণ।
(দুয়ো দৈৱকীক সাৱটি ধৰে)
আজি সোতৰ বছৰ আগে, সেই নিশা
ঘোৰ শিলা বৰষুণ নুশুনি কাৰোৱে
মাত, তেনে সময়ত মোৰ কোলা জুৰি
বহিলাহি নীলমণি বাপ জগন্নাথ।
এন্ধাৰ কোঠালী দীপ্তিময় পোহৰত
হ'ল। মাতৃ হৃদয়ত ফল্গু সম বলে
চেনেহ অমৃত ধাৰা। যত শোক তাপ
ক্ষন্তেকতে পাহৰিলোঁ চান্দ মুখ দেখি।
তাৰ পাছে অমঙ্গল আশঙ্কাৰে হিয়া
কঁপি গ'ল। বুকু সুদা কৰি ততালিকে
পঠিয়ালো ব্ৰজধামলৈ। হিয়া মোৰ
শত খণ্ডে ছিন্ন হৈ গ'ল, তথাপিও
ৰল প্ৰাণ। আকৌ দেখিম্ বুলি জ্বালিলৈ
হৃদয়ত ক্ষীণ আশা, কটালো বছৰ
মাহ, কত দিন ৰাতি মনত ধিয়াই
পলে পলে পুত্ৰ মুখ। তুলিলে যতনে
নন্দ যশোদাই নিজ পুত্ৰ বুলি অতি
চেনেহেৰে। শুনি থাকো ইয়াতে সদায়
ব্ৰজবাসী কি আনন্দ মগ্ন লৈ তাতেই
দুয়োকো। কুশলে থকাৰ সংবাদ পালেই
শান্ত হয় হিয়া। পৰিচয় নিবিচাৰি
কাকো নিদি আছিলো নীৰৱে চিৰকাল।
মাতৃ প্ৰেম শতধাৰা গঙ্গাৰ নিচিনা
বৈ থাকে অবিৰামে, প্ৰতিদান তাৰ,
কেতিয়াও নিবিচাৰে। আজি এই মহা
বিপদত ৰাখিলে প্ৰভুৱে সুখী আমি।
কুশলেৰে থাকা বাছাহঁত বুকু ভৰি
নন্দ যশোদাৰ।

বসুদেৱ ঃ
বীৰ পুত্ৰ মোৰ, আঁহা আঁহা যদুকুল
শিৰোমণি বংশৰ তিলক। ত্ৰৈলোক্যৰে
ঈশ্বৰ যদিও, পিতৃ হিয়া আজি ভৰা
পুত্ৰৰ স্নেহত। মিতা নন্দ কৰা পুত্ৰ
সম্ভাষণ। প্ৰকৃততে যশোদা নন্দন
দুয়ো আমি মাত্ৰ দুৰ্ভাগ্যৰে অধিকাৰী
অপৰাধী জীৱ।

নন্দ ঃ
আঁহা আঁহা মোৰ কানাই বলাই দুয়ো
বুভুক্ষিত জুৰোৱাহি প্ৰাণ। জানো দুয়ো
পৰম পুৰুষ পুৰাতন। তথাপিও
পুত্ৰস্নেহে দ্ৰাৱিছে হৃদয়। স্নেহাতুৰা
জননী যশোদা তব কেনেকৈ জীৱ
প্ৰিয়তম? ব্ৰজৰ দুলাল, পৃথিবীৰ
ভাৰ আজি পৰিল কান্ধত। অন্ত হ'ল
ব্ৰজলীলা কৈশোৰৰ প্ৰেম অভিনয়।
আজি নতুন যৌৱন নৱ ভাব কত
উদিছে মনত। নতুন কৰ্তব্য আহি

নকৈ বোৱালে জীৱন সোঁত। ব্ৰজপুৰী
ক্ষুদ্ৰ অতি। বিশাল সাম্ৰাজ্য ভাৰ আজি
নতুন অতুল কত কৰ্তব্য কঠোৰ
উপস্থিত কৰিছে আগত। প্ৰজা ৰক্ষা
জাতি ৰক্ষা, ৰাজ্য ৰক্ষা; মহৎ মহৎ
কামে ব্যস্ত কৰি ৰাখিব সদায় বাছা
ব্ৰজও ৰাখিবা যেন সদা ৰজাৰূপে
কিন্তু ক্ষমা কৰা নাথ, ত্ৰৈলোক্য ঈশ্বৰ,
তথাপিও বাছা বুলি মাতি গুচাও হেপাহ।
আঁহা আঁহা প্ৰাণৰ গোপাল আঁহা বলো
প্ৰাণৰ পুতলী দুয়ো। পিতা বুলি দিয়া
আলিঙ্গন। লৈ যাওঁ শূন্য ব্ৰজপুৰীলৈ
শেষ সুখ স্মৃতি সন্তানৰ প্ৰেম স্পৰ্শ।
আহিবা আহিবা বাছাহঁত ৰাজকৰ্ম
অৱসৰে ব্ৰজধামলৈ। আশা কৰি
থাকিব জীয়াই দুখুনী যশোদা মাৰ।
সাঁচি থব ক্ষীৰ সৰ লৱণু সন্দেশ,
আহিব বলাই আহিব কানাই বুলি।
গোপ-গোপী জাকে সদায় থাকিব চাই
বাটলৈ দিন লেখি লেখি। অৱসৰ পালে
একোবাৰ গৈ দেখা দিবা। জুৰাব ব্ৰজৰ
প্ৰাণ।

[ কৃষ্ণ—বলৰাম আহি নন্দক সেৱা কৰে। নন্দই
দুয়োকো সাৱট মাৰি ধৰি মূৰত চুমা খায় ]

কৃষ্ণ ঃ

পিতা মোৰ মূৰ্তিমান মৰ্ত্যৰ দেৱতা
মাৰ্জনা কৰক সন্তানক। জীৱনৰ
আদি লীলা শেষ হ'ল আজি বিধাতাৰ
বিধানত; ঘোৰ ৰাজনীতি আহি আজি
জুৰিছে জীৱন। অখণ্ড বিধিৰ বিধি।
যতেকে পালক দেৱতা, ব্ৰজবাসী
গণে। আমি আঁহো নিজ নিজ কৰ্তব্যৰ
সাধন কাৰণে মৰ্ত্য ধামলৈ। যশোদা
জননী মোৰ সৰ্বাঙ্গ চেনেহ ভৰা
সেই কঙ্গালিনী। মাতৃ প্ৰেম ঈশ্বৰৰ
সৰ্বোৎকৃষ্ট দান মৰতত; সেই প্ৰেম
সুধা এৰি কৰ্তব্যৰ বাবে আছোঁ আহি
মথুৰাত। আমাৰ বিহনে নিজীৱ যে
আই। বুজাব মাতৃক পিতা ভাঙ্গি পাতি
সব কথা। কটালে দৈৱকী মায়ে কত
বৰ্ষ দিন লেখি লেখি, কিন্তু নেলাগে
কটাব দিন সেইদৰে যশোদা মাতৃয়ে
দেখা পাব মোক অন্তৰত কৰিলেই
সুমৰণ; তাৰ পাছে প্ৰভাস তীৰ্থত
হ'ব মহৎ মিলন। সেইদিনা হ'ব
মাতৃ মোৰ শোক মোহহীনা। পৰমা
যোগিনী আইয়ে লভিব পৰম জ্ঞান।
শেষত পৰম গতি লভি লীন হ'ব
অনন্তত।

নন্দ ঃ

বিদায় বিদায় বাচা যাওঁ মৰাদেহ
লৈ শূন্য ব্ৰজপুৰীলৈ।

[ কৃষ্ণ-বলৰামে নমস্কাৰ কৰে। নন্দৰ
প্ৰস্থান। ]

## পঞ্চম অঙ্ক

### প্ৰথম দৃশ্য

[ নন্দ, যশোদা মূৰ্চ্ছিতা, গোপিনীবিলাকে কান্দি আছে ; গোপ-বালকবিলাকে কপালত হাত দি বহি আছে । ]

নন্দ ঃ

গোপ-গোপীজাক গোৱাচোন কৃষ্ণ নাম
সুমধুৰ । ৰাণীৰ ভাঙিব মূৰ্চ্ছা তেহে ।
পুত্ৰপ্ৰাণা সতী, পুত্ৰৰ বিৰহ দুখ
সহিব নোৱাৰি মাটিত পৰিছে আঁহা
বতাহত বিচ্ছিন্ন বল্লৰী যেন লুটি ।
কিন্তু বৈষ্ণবী প্ৰধানা কৃষ্ণভক্তা নাৰী,
কাণত পৰিলে কৃষ্ণ নাম প্ৰেমময়,
পশিব প্ৰাণত গৈ, সচকিতে উঠিব
ভকত জাগি ।

[ গোপ গোপীয়ে নাম গায় ]

—গীত—

কৃষ্ণ কৃষ্ণ নাম গোৱাহে গোৱা সখী
মধুৰ কৃষ্ণ নাম গোৱাহে বনৰ পখী ।
কৃষ্ণ প্ৰাণ কৃষ্ণ গোৱাহে মলয় বাও,
কৃষ্ণ ব্ৰজপ্ৰাণ গোৱাহে গোৱালী মাৱ
কৃষ্ণ পূৰ্ণ ব্ৰহ্ম গোৱাহে জীৱগণ,
কৃষ্ণ সৰ্ব ঘটে গোৱাহে সৰ্বক্ষণ ।

যশোদা ঃ

কোনে গায় মধুৰ মাধুৰী কৃষ্ণ নাম ?
কৰা সবে আকৌ এবাৰ সুমধুৰ
কৃষ্ণ গুণ-গান, দগ্ধ হৃদয় চেঁচা হওক
ক্ষণিকৰ হেতু ।

( গোপ-গোপীয়ে আকৌ গায়)

মোহন দিয়া দৰিশন গোপাল প্ৰাণ
পেখোঁহোঁ মুখ কমল এ,
সংসাৰ তাৰণ তেৰি চৰণ
নভজি জন্ম বিফল এ ।
বিনাশে সংসাৰ ভয় ভকতৰ
পূৰে মনোৰথ যত,
হেন পাদ পদ্ম আনি প্ৰাণ নাথ
অৰ্পিয়ো মোৰ শিৰত ।
ব্ৰজহন্তে ধেনু চাৰিবাক যাহা
আমাৰ মনে অসুখ,
জানো পাদ পদ্মে তৃণ খোলা লাগি
প্ৰাণ নাথে পাব্ব দুখ ।
তোমাৰ চিন্তায় দিন বহি যায়
গধূলি গোপাল আসি,
অলকা আবৃত গোৰজে ৰঞ্জিত
দেখুৱা মুখ প্ৰকাশি ।

যশোদা ঃ

ক’ত ? ক’তা নিদিলেতো দেখা প্ৰাণধনে,
মথুৰাত পাই পিতা মাতা বসুদেৱ
দৈৱকীক । পাহৰিলে সকলো মৰম
বেথা অভাগিনী যশোদাৰ । নিদাৰুণ
এনে হলাহে গোপাল । আহা আহা বাচা
লৱণু মাখন খোৱাহি হিমান লাগে
চুৰ কৰি, নেবাজো নেবাজো আৰু মই ।
ভয় নুখুৱাওঁ আৰু কাণখোৱা কথা

কৈ কৈ, নিশা মোৰ বুকুত শোওঁতে।
গধূলি গোপাল গোৰজে ৰঞ্জিত হৈ
আহি, পীত, ধুতী ফালি চিৰি জপিয়াই
উঠিলে কোলাত মোৰ চুমাৰ কাৰণে,
চুমা দিম ততালিকে, নকৰোঁ ভৎর্সনা
দুষ্ট বুলি। শ্যামল শৰীৰ মৃণালময়
ঘাঁহ পাতে কাটি যদি বিৰিজায় তেজ,
চকুৰ পানীৰে মোৰ তিতি যায় দেহা,
তাকে দেখি স্নেহময় তুমিও উচুপি
কান্দা। এতিয়ানো বাৰু, হে কৃষ্ণধন,
অভাগিনী যশোদাৰ নয়নৰ মণি,
চকুলোৰে নৈ বৈ যায়, নুমাল চকুৰ
জ্যোতি; তথাপি এবাৰ আহি নিদিয়াহি
কিয় দৰিশন?

নন্দ ঃ

ৰাণী, মিছাতে কৰিছা শোক। ৰাজেশ্বৰ
পুত্ৰ তব ৰাজকাৰ্য লৈ আছে মথুৰাত
মিছাতে শোকত নেমাতিবা অমঙ্গল।
শেষ হ'ল কৈশোৰ জীৱন। বীৰ বেশী
তৰুণ কুমাৰ ৰাজ-পুত্ৰ দুয়োজন।
মথুৰা নগৰ ৰক্ষাৰ কাৰণে দুয়ো
যদুকুল ৰথীবৃন্দ সহ যুদ্ধ সাজে
আছে সাজু হৈ। এই সময়ত বাৰু
গোপ-গোপী লৈ ক্ষীৰ ননী পুৰী খাই
গো ধেনু চৰাই ফুৰে যদি গীত গাই
যমুনা তীৰত কৰ্তব্যক অৱহেলি
কৃষ্ণ নাম জগতত কোনে লব বাৰু?

যশোদা ঃ

স্বামিন! বুজিছোঁ বুজিছোঁ বাচা মোৰ
ৰাজ ৰাজেশ্বৰ। ঈশ্বৰে সদায় যেন
ৰাখক কুশলে। চকু মুদি অন্তৰত
ধ্যান কৰি চালে দেখা পাওঁ সৰ্বদায়
মোহন শ্যামল প্ৰেম ঘন মূৰতি মধুৰ;
ভক্তি ভৰে নমস্কাৰ কৰোঁ পৰমাত্মা
বুলি। কিন্তু তেজ মাংস গঢ়া মানুহৰ
দেহা, তাতে সন্তান জননী মই নিজে
পুৰুষ আপুনি কি বুজিব সেই কথা,
কিবা উপাদানে গঢ়া ৰমণীৰ হিয়া।
তুলি ললোঁ প্ৰথমে যিদিনা শিশুটিক
পৃথিৱীৰ পৰা, ততালিকে পাহৰিলোঁ
অসীম বেদনা প্ৰসৱৰ। জননীৰ
হিয়া জুৰি প্ৰেম মন্দাকিনী বলে বেগে
স্নেহৰূপী মাতৃস্তন্য আপুনি ক্ষৰিল।
কত বৰষৰ সাধনাৰ ধন অভাগীৰ,
হিয়াত সাৱটি পাহৰিলোঁ সকলোকে।
শিশুৰূপে মোহন মূৰতি বাচা মোৰ
আঠু কাঢ়ি কাঢ়ি ফুৰে, আধা ফুটা মাতে
মাতিলে যেতিয়া 'মা মা' অমৃত সুৱদি
কণ্ঠে আনন্দত আত্মহাৰা প্ৰায় হলোঁ।
কিবা ছাৰ ধন, জন, মান, জননীয়ে
পুত্ৰৰ প্ৰেমত অকাতৰে বলি দিব
পাৰে তুচ্ছ প্ৰাণ। শৈশৱত ননী খোৱা
নাই বুলি চুৰ কৰি, মুখ মেলি দিলে
দেখা পালোঁ বিভূতি বিভ্ৰম হৈ অতি,
মুখৰ মাজত চন্দ্ৰ, সূৰ্য, গ্ৰহ, তৰা।
জানো শুনো তথাপিও দেখোঁ জননীৰ
হিয়া ভেদি বয় অমৃতৰ ধাৰা যেন
পুত্ৰ স্নেহ। ধৰিব নোৱাৰি চিত মই
আনি দিয়া প্ৰাণৰ গোপাল বলৰাম,
নহলে মৰিব প্ৰাণ।

নন্দ ঃ

প্ৰাণ কৃষ্ণে কলে মোক বিদায় বেলিকা
সাতদিন বাদে ব্ৰজধামলৈ আহিব
এবাৰ ৰাম কানু দুয়ো। তাৰ পাছে,
প্ৰভাস তীৰ্থত দেখা-দেখি হ'ব
তোমাৰ লগত। তেতিয়াই দিব্যজ্ঞান
পাবা, মায়া-মোহ হ'ব অৱসান।

## দ্বিতীয় দৃশ্য

(উদ্ধৱৰ প্ৰবেশ)

উদ্ধৱ ঃ

দেখিলোঁ প্ৰভু চান্দমুখ। জগতত দেখিলোঁ অতুল কীৰ্তি। নিচেই সামান্য কথা কুবলয় বধ, কংস বধ আৰু। এতিয়া নতুন লীলা ভাৰতত হ'ব অভিনয়। যদুকুল প্ৰতিষ্ঠিত হ'ব পুনৰায়। ক্ষত্ৰিয় কুলৰ বাঢ়িছে যে অধৰম প্ৰতি দিনে দিনে। এইবাৰ হৰিৰ প্ৰভুয়ে পৃথিবীৰ মহাভাৰ প্ৰেমলীলা অৱসান এৱে। নেদেখিম দিনে ৰাতি প্ৰসন্ন বদন বৃন্দাবন নগৰত। কৰা প্ৰভু দয়া, দিয়া ভক্তি ৰসময়ী। ভিক্ষাৰী উদ্ধৱে আৰুতো নোখোজে একো। জগতত অতুলন গোপ-গোপী পৰম ভকত।

( এজনী গোপিনীৰ প্ৰবেশ)

গোপিনী ঃ

উদ্ধৱ, বান্ধৱ আহিলা দেখোন তুমি অকলেই, এৰি ক'ৰবাত প্ৰাণ কানু।

উদ্ধৱ ঃ

মা, ক্ষমা কৰা অভাজন ভাগ্যহীন মোক, ঘোৰ ৰাজকাৰ্য উপস্থিত, নাহিলে কানাই।

( গোপিনী কান্দি কান্দি গুচি যায়)

শুনিছোঁ সদায় সাতখন আছে হেনো অপাৰ মহান অনন্ত সাগৰ, কিন্তু আজি যি নিৰাশ শোক,—সিন্ধু দেখিছোঁ ব্ৰজত আহি পাই, অন্ত নাই তাৰ। এন্ধাৰ এন্ধাৰ ব্ৰজধাম; কেউফালে হা-হুতাশ। কেনি গ'ল গোবৎস দামুৰি কেনি গ'ল সংসাৰৰ কাম; সব শূন্য। নৱয় সুন্দৰ ৰাৱ ৰিব ৰিব আৰু, নামাতে, পখীয়ে, গছত নুফুলে ফুল, ব্ৰজৰ জীৱন বিনা জীৱহীন সব।

[ গোপ-গোপিনী এজাকৰ প্ৰবেশ। মাটিত বহি এজনীয়ে গায়, আনবিলাকে চকুত কাপোৰ দি কান্দে আৰু লগে লগে গায় )

গীত

উদ্ধৱ এ আহিলা
প্ৰাণৰ কৃষ্ণক নানিলা
উভতি আহিলা সুদা ৰথ এখনি লৈ এ,
উদ্ধৱ এ হৰি আৰু নাসিলে দুনাই
হয় জলে জাপ দিম নহলে গৰল পিম
জীৱনত আৰু কাম নাই।
উদ্ধৱ আমাক লৈ বলা মধুপুৰী
আঁতৰে আঁতৰে থাকি একাগ্ৰচিত্তেৰে সদা
প্ৰভুক দেখিম প্ৰাণ ভৰি।
উদ্ধৱ এ অভাগিনী আমি গোপনাৰী;
অমৃত সাগৰ পাই হেৰুৱালোঁ অকস্মাৎ
ইটো দুখ সহিব নোৱাৰি।
উদ্ধৱ এ উদাস পৰাণ মন আজি
এই মধু বৃন্দাবন এই ধেনু বৎসগণ
হৃদয়ত জ্বালিলে অগনি।

উদ্ধৱ ঃ

শান্ত হোৱা আই মাতৃগণ। জন্মে জন্মে কত তপ কৰি, নৰ তনু পাই জীৱে হৰি নাম লয় মুক্তিৰ উদ্দেশ্য কৰি। তোমালোকে সেই হৰি প্ৰভুৰূপে পালা। অহেতুকি ভক্তি নিঃস্বাৰ্থ প্ৰেমত প্ৰেমৰ ডোলেৰে বান্ধি ভকতৰ প্ৰাণ শ্ৰীকৃষ্ণ, ব্ৰজত কৰিলা কত লীলা। গোপগণ ভাবি চোৱা, সামান্য গোপাল হৈয়ো সাৱটা-সাৱটি কৰি কৃষ্ণ সহ কতনো কৰিলা ৰং। সৰল প্ৰেমত পমিল দয়াল প্ৰভু। যাৰ পদৰেণু পাবলৈ বাঞ্ছা কৰি কত যোগীন্দ্ৰই

কত জন্ম ঘোৰ তপস্যা তনুপাত
কৰে, তেনে হৰি সমে সমভাৱে সদা
ৰমিলা ব্ৰজত। পূত ব্ৰজধাম হ'ল
চিৰকাললৈ প্ৰভুৰ চৰণ ৰেণু পাই।
চিৰকাল ভক্তগণে গোপীৰ চৰণ
ৰেণু বিচাৰি আহিব এই ব্ৰজধাম
পুণ্য ক্ষেত্ৰলৈ। য'ত তোমালোক, তাতে
কৃষ্ণ জানিবা নিশ্চয়। শোক এৰি চোৱা
হিয়াৰ মাজত ধ্যান কৰি।

১ম গোপী ঃ

সৌৱা সৌৱা শুনিছে বাঁহীৰ প্ৰিয় মাত
আহিল কানাই যোৱা যোৱা বান্ধৱ
উদ্ধৱ ধৰি আনা এতিয়াই মনচোৰ
মোহন প্ৰভুক।

উদ্ধৱ ঃ

হিয়াত বাজিছে বাঁহী আই, চকুমুদি
চোৱা, দেখা পাবা শ্যামল মধুৰ ৰূপ।
ধন্য ধন্য গোপ-গোপী। যি বাঁহীৰ মাতে
তালে তালে সুৰ ধৰি অবিৰামে ঘূৰে
অনন্ত জগত, যি বাঁহীৰ সুৰে সুৰে
ঘূৰে সূৰ্য, ঘূৰে চন্দ্ৰ, ঘূৰিছে নিয়তি,
যি বাঁহীৰ সুৰ শুনিবলৈ ইচ্ছা কৰি
যোগীগণে জপে হংস জপ; যি মোহন
বাঁহীৰ সুৰত ভোল গৈ ভোলানাথে
নাচিলে তাণ্ডব নৃত্য; সেই বাঁহী বাজে
অবিৰাম গোপ-গোপী হিয়াৰ মাজত।
উঠা উঠা আইহঁত, কৃষ্ণ গুণ-গান
কৰা দিনে ৰাতি। সাত দিন অন্ত হলে
দেখিবা কৃষ্ণক পুনু।

শ্ৰীদাম ঃ

আমি কাক লৈ উমলিম পথাৰত,
উদ্ধৱ বান্ধৱ কাকনো সজাম ফুলে?
কোন হ'ব ৰজা, খেলিম যেতিয়া ৰজা
ৰজা গোঠৰ মাজত? কাকনো খুৱাম
হাবিলাষে ক্ষীৰ ছানা যতনেৰে নিওঁ
বান্ধি যিবিলাক গোষ্ঠ লৈ? বেণু শিঙা
বাঁহী কোনেনো বজাব সুমধুৰ সুৰে?
কোনেনো বজাব বাঁহী, যাৰ মাত শুনি
যমুনা উজাই বয়? সমূলি মৰিলোঁ
আমি গোপ-গোপী জাক নাৰাখিম প্ৰাণ।

সুদাম ঃ কান্দোতে কান্দোতে গ'ল কত দিন ৰাতি
নেথাকোঁ ব্ৰজত আৰু। বলা ভাইহঁত,
যাওঁ আমি মধুপুৰীলৈ। হ'ল হেনো
ৰজা মথুৰাত প্ৰাণৰ কানাই বলো।
নোৱাৰোঁ খেদিব তবু একে তিলকতে।
অত প্ৰেম অত ভালপোৱা নেপাহৰে
কেতিয়াও।

গোপবিলাক ঃ

বলা বলা যাওঁ। (প্ৰস্থান)

উদ্ধৱ ঃ ( পিছফালৰ পৰা চাই থাকি )
কি অপূৰ্ব প্ৰেমৰ শকতি। ভকত
সকলে গৈছে বিচাৰি প্ৰাণৰ দেৱতা
মুখত কেৱল হা কৃষ্ণ হা কৃষ্ণ ৰাব
লৰিছে বালক সবে যমুনাৰ পাৰে
পাৰে হাবি-বন কাঁইটো উপেক্ষা কৰি।
গৈছে প্ৰতিজ্ঞা কৰি আনিব আনিব
ধৰি প্ৰাণৰ কৃষ্ণক। ভকতৰ প্ৰাণ
কি অপূৰ্ব ভাবময়। বিশাল জগত
ইমান অসীম, ইমান মহান তব,
তথাপিও প্ৰভু ভগবান।
( গোপীবিলাকলৈ চাই )
আইহঁত। ধৈৰ্য্য ধৰি থাকা কিছুদিন
পাবা পুনঃ কৃষ্ণ দৰিশন।

## তৃতীয় দৃশ্য

[ মথুৰা ৰাজপুৰী ]

(সিংহাসনত উগ্ৰসেন, মন্ত্ৰী, কৃষ্ণ, বলৰাম,
অক্ৰূৰ আৰু আন আন যাদৱসকল)।

কৃষ্ণ ঃ মহাৰাজ, জানিছোঁ নিশ্চয় কৰি মই
জৰাসন্ধ মগধৰ ৰাজে আক্ৰমিব

মথুৰা নগৰ। আজ্ঞা হওক যাদৱ
যুঁজাৰু সকলৰ যেয়ে যতে আছে—
সকলোৱে স্বদেশ ৰক্ষাৰ বাবে যেন
সাজু হৈ থাকে সযতনে। ব্যায়ামৰ
খোলা পাতি, অস্ত্র-শস্ত্র দিনে ৰাতি সবে
কৰোক অভ্যাস, বুঢ়া ডেকা কিশোৰ
কুমাৰে। কমাৰে গঢ়োক অসি, শৰ,
ধনু, খড়্‌গ, বাৰু আদি যুদ্ধৰ সমল।

উগ্রসেন ঃ
কৃষ্ণ, বুদ্ধিত তুমি, ৰাজনীতিবিদ—
তুমি, যাদৱ কুলৰ মণি। যেনেদৰে
দিবা আজ্ঞা তেনেদৰে চলিব সকলো।

কৃষ্ণ ঃ
নগৰৰ কেউফালে জীৰ্ণ হৈ পৰিছে
প্রাচীৰ, ততালিকে হওক সংস্কাৰ।
ৰাজপ্রাসাদৰ সম্মুখ ভাগত দিনে
ৰাতি থাকক প্রহৰী, যেন ছলে বলে
কোনোমতে বিপক্ষৰ চৰ নোৱাৰে
পশিব। খোৱা বস্তু নানাৰূপে গোটাই
অনাই ঠায়ে ঠায়ে থুপ কৰি থোৱা
হওক। সশস্ত্র প্রহৰী, ৰথ, অশ্ব,
গজ আদি অতি সোনকালে কৰাহক
ইয়াত যুগুত।

মন্ত্রী ঃ
সেনাপতি সহ লগ লাগি কৃত বৰ্মা
আদি ডেকা ডেকা মহাৰথী যত আছে
সকলোকে ক্রীড়া প্রাঙ্গনত থুপুৰি
লগোৱা হওক।

কৃষ্ণ ঃ
আৰু কাম আছে ককা। ওচৰত যত
ৰজা মহাৰাজ আছে, সেই সকলৰ—
সনে সন্ধি কাৰণে দূত পঠিওৱা
হওক ৰাজ্যে ৰাজ্যে। আমাৰ লগত
লগালগি যুঁজিবৰ বাবে কৰা যাওক
অনুৰোধ। নিতান্ত নাহেও যদি, যেন
থাকক মধ্যস্থ হৈ নিহিংসি আমাক।

বলৰাম ঃ
মোৰ মতে এতিয়াই দিশে দিশে দূত
পঠিয়াই বাতৰি জনোৱা হওক
নৃপতি সৱাকো, বিশেষকৈ সাধু ত্যাগী
ধাৰ্মিক প্রবৰ বুলি যি সবৰ খ্যাতি।
প্রথমেই যাওক বিশ্বাসী যাদৱ বীৰ
পাণ্ডৱ নগৰ হস্তিনা পুৰলৈ। ধৃতৰাষ্ট্ৰ
ৰজাৰো ৰাজন তাত সম্বন্ধও ল'গে
কুৰুকুল সহ যদুকুল ক্ষত্রিয়ৰ।
তাৰ পাছে অযোধ্যা, পাঞ্চাল, বিৰাট,
কোশল আদি যত ৰজাগণ আছে।
উগ্রসেন ৰজা হ'ল, মিত্রতা বিচাৰে
যদুকুলে বুলি বিনয়েৰে সন্ধি থাপি।
আহক উভতি দূত, ই ফালেদি কৃষ্ণে
মই দুয়োজনে সৈন্য ৰক্ষা শিক্ষা আদি
চলাম যতনে।

## চতুৰ্থ দৃশ্য

[ ৰাজপ্রাসাদৰ দুৱাৰ মুখ ]

দুৱৰী ঃ
[তৰোৱাল খুলি থিয় হৈ আছে।]
কাৰ ল'ৰা, ক'ৰ পৰা আহিছ তহঁত
নিতান্ত বৰ্বৰ বেশী? গৰখীয়া যেন
বেশভূষা, মুখত কেৱল হা কৃষ্ণ
হা কৃষ্ণ মাত। নেজাননে কৃষ্ণ-বলৰাম
মথুৰাৰ ৰজাৰো ৰাজন ৰাজেশ্বৰ?
ছদ্মবেশী চৰ কিবা তহঁত বালকগণ
তাকোতো নেজানো। শুচি যা ইয়াৰপৰা
মন্ত্রণা ঘৰত আছে দুয়োজন বীৰ।
কেতিয়াও নাহে ৰাজ সভা পৰিহৰি

ভেটিবলৈ তহঁতক। চপচটাৰে কোব
খাবি আজি পলা পলা কটা অসভ্য
বৰ্বৰ হত।

শ্ৰীদাম ঃ
দুৱৰী ককাই, হৃদয়ৰ অসীম
জ্বালাত আছিছো লৰৰি গোকুলৰ
পৰা অবিশ্ৰাম, প্ৰাণকৃষ্ণ প্ৰাণৰ
বলোক দেখা পাম বুলি। এৰিদে এবাৰ
বাট। লাগে যদি দূৰৰ পৰাই চাই
চান্দ মুখ গুচি যাম মৃত্যু মুখি হৈ
যলৈকে নয়ন যায়।

দুৱৰী ঃ
নুশুননে কথা কটা নিলাজ অধম
ৰ তেন্তে বেতৰ কোবত ফালোঁ পিঠি
তহঁতৰ। (বেত তোলে)

সুদাম ঃ
বেতেৰে প্ৰহাৰ কৰ, তৰোৱালে কাট
কোনো দুখ নাই। এনেয়ে মৰিছো আমি;
এই অনুগ্ৰহ কৰ হেৰৌ ককাই,
এবাৰ দেখুৱা চান্দ মুখ কৃষ্ণ বলো
বৃন্দাবন ধন দুজনৰ। অনুচৰ
আমি গোপাল বালক সৱে; নিজীম
নেদেখি মুখ আমাৰ প্ৰভুৰ।
(দুৱৰীয়ে আকৌ বেত তোলে)

বসুদাম ঃ
অজ্ঞ গোপ ল'ৰা আমি, দেখা নাই আগে
ৰাজধানী ৰাজবাট। প্ৰাণৰ কানুৰ
সনে বৃন্দাবনে বনে ধেনু চাৰি
ফুৰিছিলোঁ। আজি হেনো ৰাজেশ্বৰ হ'ল
প্ৰভু। আমিতো নোখোজো একো প্ৰতিদান।
আমাৰ প্ৰাণৰ ৰজা বংশী ধাৰী হৰি
কতদিন দেখা নাই আজি। সংসাৰ
এন্ধাৰ জীৱন এন্ধাৰ সকলোকে
দেখিছো এন্ধাৰ। মাৰ বাজ মাৰ কোব
কি জানিবা অজ্ঞগো চেতনা আছে অসাৰ
প্ৰাণত।

(গোপ বালকবিলাকে গীত গায়)

গীত

(মিশ্ৰ ভৈৰৱী)

শ্ৰীদাম ঃ
এৰিদে দুৱাৰ এৰিদে দুৱাৰ
এৰিদে দুৱাৰ দুৱৰী
বহু আশা কৰি আহিছো আমি
চাম চকুভৰি শ্ৰীহৰি।
ৰাজ দৰশন নেলাগে আমাক
গৰখীয়া আমি দুখীয়া,
প্ৰাণৰ পৰাণ মোহন কানুক
(মাথো) দেখুৱা দুৱৰী দেখুৱা
প্ৰাণৰ কানাই প্ৰাণৰ বলাই
আহা আহা ভাই এতিয়া
নহলে মাৰিব আমাৰ পৰাণ
—দুৱৰী কঠোৰ চিতীয়া।

সুদাম ঃ
দুৱৰী তহঁতৰ ৰজা কৃষ্ণ-বলৰাম
আমাৰ প্ৰাণৰো প্ৰাণ।

বসুদাম ঃ
অ' ভাই বৃন্দাবনত শুনালে আমাক
বাঁহীৰ মধুৰ তান।

সুদাম ঃ
(দুৱৰী) পথাৰে পথাৰে আমাৰ লগতে
কত সুখ গীত গালে,

বসুদাম ঃ
অ' ভাই মাখন লৱণু পুৰি চক্ৰজীৰ
আমাৰ লগতে খালে।

শ্ৰীদাম ঃ
গোপ গোপী সৱে মজালে প্ৰেমত
কত প্ৰেম লীলা কৰি

সেই গৰখীয়া প্ৰাণৰ শ্ৰীহৰি
দেখিম নয়ন ভৰি।
(সকলোৱে আঠু লৈ গায়)
ক'ত আছা প্ৰাণ কানু
দেখা দিয়া ভাই এৱে প্ৰাণ যায়।
শোকত কাতৰ তনু
ইমান মৰম বেথা
একে তিলকতে সকলো এৰিলা
পাহৰি সকলো কথা
ক'ত আছা আহা ভাই
মধুৰ হাঁহিৰে হিয়া জুৰোৱাহি
বিৰহে পৰাণ যায়।

(কৃষ্ণ-বলৰামৰ গোপবেশে প্ৰবেশ)

কৃষ্ণ ঃ
ক'তা ক'তা প্ৰাণৰ শ্ৰীদাম সুন্দৰ
সুদাম বসুদাম ক'ত আছে মোৰ
(দুৱৰী সসম্ভ্ৰমে আঁতৰ হয়)

(গোপবালক বিলাকে দুয়োকো সাৱটি ধৰি ঘনে ঘনে মুখলৈ চায়)

সুদাম ঃ
ভাই কানাই বলাই, তোমালোক হেনো মথুৰাত ৰজা হলা হয়নে?

শ্ৰীদাম ঃ
ৰজা হলেনো কি হয় ভাই? ৰজাই হেনো মানুহক মাৰে কাটে, ভাল ভাল কাপোৰ পিন্ধে আৰু ভেম কৰি বহি থাকে হয়নে?

বসুদাম ঃ
ইঃ কেলেই হ'ব। ৰজা হলে খুব ভাল ভাল বস্তু খায়, হাতীত উঠে, যুদ্ধ কৰে, গান বাজানা শুনে—নহয়নে ভাই কানু ভাই বলো?

বলো ঃ
নহয় ভাই ৰজাৰ বহুত টান কাম। এই ৰাজ্যখন আনে আহি দখল কৰিব খুজিলে ৰজাই ৰাখে, চোৰ ডকাইতক ৰজাই শাস্তি দিয়ে, প্ৰজাক সুখী কৰিবলৈ চেষ্টা কৰে।

সুদাম ঃ
তেনেহলে ৰজাই বাহীও বজায় নহয়নে? আৰু প্ৰজাবিলাকৰ লগত ওমলেও।

শ্ৰীদাম ঃ
ইঃ কেলেই হ'ব। ৰজাইনো প্ৰজাৰ লগত খেল কৰেনে? প্ৰজাই ৰজাক ভয়হে কৰে।

বসুদাম ঃ
তেনেহলেনো কেনেকৈ তোমালোক আমাৰ ৰজা হবা। আমি ভয় নকৰিম নহয়।

বলো ঃ
ভয় নকৰা যদি কিনো কৰিবা?

বসুদাম ঃ
আমি ভাল পাম। আমি মন ভাল লগাবলৈ গীত গাম। পেপা বজাম। নাচিম। ঘৰৰ পৰা ক্ষীৰ লৈ আহি খুৱাম।

কৃষ্ণ ঃ (স্বগতঃ)
ভক্ত তুমি ৰজাৰো ৰাজন প্ৰাণ মোৰ।
কি সৰল কি মধুৰ নিৰ্ভৰতা দেখো
ভকত হিয়াত। ৰজাক নকৰে ভয়
প্ৰেমৰ দোলেৰে বান্ধে মাথো। কি শকত বান্ধ।
ঘৰৰ কামত ব্যস্ত জননী যেতিয়া
যাব খোজে আঁতৰি শিশুৰ পৰা দূৰ,
ক্ষুদ্ৰ হাত তুলি অভিমানী শিশুটিয়ে
কয় "নিদিওঁ যাবলৈ তোক", প্ৰেমৰ
শাসন উপেক্ষিব নোৱাৰে জননী।
প্ৰেম সুধা পৃথিবীত শ্ৰেষ্ঠ দান ঈশ্বৰৰ।

শ্ৰীদাম ঃ
কানাই, তুমি মহাৰাজ হৈছা সেইদেখি আমি মাতিছো দেখি খং কৰি মনে মনে আছা দেখোন।
(কৃষ্ণয় ভিভিত সাৱটি ধৰি গায়)

গীত

আহা আহা প্ৰিয় কাষলৈ
হিয়াত সাবটি পৰম সাদৰে
প্ৰিয় মুখখনি চাম মই।

নহও নহও ৰাজ ৰাজেশ্বৰ
আহা প্ৰিয় মোৰ প্ৰাণৰ সোদৰ
প্ৰাণৰ কানাই বলাই আমি
ব্ৰজৰ গোপাল দুয়ো ঐ।

সুদাম ঃ
বাৰু কানাই, তুমি হেনো আৰু বৃন্দাবনলৈ নোযোৱা হয়নে? তুমি নগলে আমি কেনেকৈ থাকিম বাৰু?

কৃষ্ণ ঃ
যাম ভাই আকৌ যাম, তাত মই সদায় থাকিম আৰু সদায় আছোঁ।

শ্ৰীদাম ঃ
ক'তা সদায় আছা? আজি এতেদিন থকা নাই দেখোন।

কৃষ্ণ ঃ
তোমালোকৰ লগে লগেই আছিলো ভাই, অলপ পৰ থিয় দি চকুমুদি থাকিলেই মোক বুকুৰ মাজত দেখা পাবা ভাই। তাতে থাকি মই কথা হম, হাঁহিম খেলিম।

বসুদাম ঃ
ইঃ আমাক নেলাগে। আমি এইদৰে গাটো পিহিম, সাৰট মাৰি ধৰিম, তুমি এইদৰে চুমা খাবা। তুমি বাঁহী বজাবা আমি নাচিম, তুমিও নাচিবা। এনেকৈহে সদায় লাগে।

কৃষ্ণ ঃ
সদায় পাবা মইনা সদায় পাবা। পিছে ইমান লৰি ধৰি আহিছা কি খাবাহঁক?

গোপবালকবিলাক ঃ
আমি পুৰি খাম, মাখন খাম, দৈ খাম, মিঠাই খাম। বৰ ভোক লাগিছেহে। খুৱাবানে সঁচাই?

কৃষ্ণ ঃ
খুৱামতো সকলো খুৱাম। পিছে ব্ৰজৰ নিচিনা গোপিনীৰ হাতেৰে খীৰোৱা, আমাৰ গৰুৰ গাখীৰেৰে তৈয়াৰ কৰা, ক্ষীৰ লাডু সন্দেশ ননী ছানা জগতত নাই। ভাই তাত প্ৰেমৰস সনা আছে এইখন নগৰ ইয়াত কোনে ক'ত পাবা?

সুদাম ঃ
তুমি ছুই দিবা তেন্তে সকলো অমৃতময় হব, আমি খুব খাম।

কৃষ্ণ ঃ
হেৰ কোন আছ? খাবলৈ ভাল ভাল সন্দেশ, পুৰি, মিঠাই ইত্যাদি সজাই ঘৰৰ ভিতৰত দেগৈ। আহা ভাই ভিতৰলই যাও। (সকলোৰে প্ৰস্থান)

[পট পৰিবৰ্ত্তন]

[সকলোৱে ঘৰৰ ভিতৰত বহে। তাত সুন্দৰকৈ পুৰি, মিঠাই সজোৱা আছে, তাত বহি ৰং কৰি কৰি খায়]

বসুদাম ঃ
ইয়ো আমাৰ ক্ষীৰ ছানা যেনে মিঠা তেনে মিঠা। তুমি দিছা দেখি আৰু সোৱাদ লাগিল। নহয়নে বাৰু শ্ৰীদাম?

শ্ৰীদাম ঃ
হয়তো। কৃষ্ণধন, বলৰাম, এতিয়া খোৱা হ'ল। আজি কেবাদিনো গান গোৱা নাই, তোমালোকৰ লগত ফুৰাও নাই, আহা আমি গীত গাওঁহঁক আৰু নাচোহক।

[সকলোটি উঠে, পৰিচাৰকে খোৱা-বোৱা বস্তু আঁতৰাই নিয়ে। কৃষ্ণই বাঁহী বজায় আৰু মাজে মাজে নাচে। গোপবালকবিলাকে গায় আৰু কৃষ্ণই লগে লগে নাচে।]

গীত

শোভিছে ধৰণীখনি হাঁহিৰ ৰহণ সানি
আজি মধুৰ মাধুৰী বিলাই
কেতেকী কুলিয়ে কেনে সুকোমল সুৰ ধৰি
আৱতি আদৰণী গায়।

কেনে নীলা স্বৰূপৰ কিবা আভা মনোহৰ
কেনে নীলা সুনিলীম যমুনাৰ কলেৱৰ,
মোহিনী তগৰ যূতি মালতী কেতেকী ফুটি
দশোদিশ গোন্ধত আকুল।
হৃদয়ৰ ভাল পোৱা লোৱা উপহাৰ লোৱা
হিয়াত ফুলক প্ৰেম ফুল।
বই যায় মৰতত চেচা বাৰ মলয়াৰ,
থৈ যায় হৃদয়ত সুখ স্মৃতি সুধা ভাব,
হিয়াৰ যতেক ভাষা যত সুখ যত আশা
তোমাত কৰিলো সমাপন
জনম জনম ধৰি হিয়াৰ সফুৰা ভৰি
থাকে যেন তোমাতে মৰম।
(আকৌ গোপ বালকবিলাকে গায়)

গীত

[প্ৰিয়তম] কম কি দুখৰ কথা,
বিৰহ বেদনা অসীম যাতনা
অসীম মৰম বেথা
প্ৰাণ মন সপি দিলো
কান্দি ৰাতি দিন হল জ্যোতি হীন
চকুৰে নেদেখা হ'লো।
[প্ৰিয়তম] কিনো নিদাৰুণ হলা
বাট চাই চাই দিন কাটি যায়
কেনেকৈ আঁতৰি ৰলা।
[প্ৰিয়তম] আমি যে নিচলা অতি
নেজানো ভকতি অতি শিশুমতি
তুমি জগতৰ পতি।
[প্ৰিয়তম] ক্ষুদ্ৰ আমাৰ প্ৰাণ
তব চৰণত গাঁথি দিলোঁ সখা
লোৱা প্ৰভু লোৱা দান।

কৃষ্ণ :
ভাইহঁত, ফিৰি যোৱা ব্ৰজধামলৈ আজি,
সদায় সদায় তাত মোৰ দৰে সখা
থিয় দিবাহঁক কদম তলত গৈ।
গোঠলৈ ধেনুলৈ যাওঁতে সদায়, বান্ধি
নিবা ক্ষীৰ সৰ নৱনু সন্দেশ লাড়ু।
বজাবা মোহন বাঁহী, সেই ৰব শুনি
শান্ত হব হিয়া ব্ৰজবাসী সকলৰ।
ব্ৰজলীলা শেষ হ'ল মোৰ। তথাপিও
পুনৰ দেখিবা মোক তাতে। যেতিয়াই
মন যায় চাবা, অন্তৰত দেখা পাবা
নিতে মোক। বিদায় বিদায় সখাহঁত।
আই আই বুলি সদায় মাতিবা মোৰ
যশোদা মাতৃক। শেষ কৰি কৈশোৰ
জীৱন নিলিপ্ত সংসাৰী হৈ চিৰকাল
পাবা মোক। যোৱা সখা ৰথ আছে ৰৈ
দুৱাৰ মুখত, তাতে উঠি যোৱাহঁক
বাট বহুদূৰ।
[গোপ বালকবিলাকে গান গাই গাই পিছুৱাই পিছুৱাই যায়]

গীত

বিদায় বিদায় সখা
প্ৰাণ প্ৰিয় বিদায় বিদায়।
দুখীয়া দৰিদ্ৰ বুলি
নেৰিবা মৰম সৰ্বদায়।
দেখিম সদায় যেন
শয়নে স্বপনে চান্দ মুখ
সুৱৰি সুৱৰি নিতে
তোমাৰেই গীতকেই গায়
দূৰতে দূৰতে থাকি
পাম আমি অমিয় সুখ
প্ৰাণ প্ৰিয় বিদায় বিদায়।

কৃষ্ণ :
দিলোঁ দিব্য জ্ঞান সখাহঁত, আশীৰ্বাদ
দিলোঁ। অমিয় মাধুৰী হৰিনামলৈ
সংসাৰৰ লীলা শেষ কৰি শেষ কালে
মোতে হবা লীন।

## পঞ্চম দৃশ্য
ব্ৰজধাম
(যশোদা বহি আছে)

গীত

যশোদা ঃ

প্ৰাণ কৃষ্ণ দেখা দিয়া দুখুনী মাৰক আজি
মই পুত্ৰ বিৰহিনী কোলাত বহাহি আহি।
হিয়া ফালি কোনে মোৰ বাছাক কৰিলে চুৰ
আহা বাছা আহা মণি নিজীয়ে পৰাণ মোৰ।
প্ৰেমৰ পুতলী তুমি হিয়াখনি প্ৰেমেভৰা
মাতৃৰ হিয়াৰ ব্যথা গুচুৱাই দয়া কৰা।

(নেপথ্যত বংশী ধ্বনি)

যশোদা ঃ

ক'ত বাজে বাঁহী—প্ৰাণৰ কৃষ্ণৰ বাঁহী মাত,
(অলপ বৈ শুনে) কোনে গায় গীত

গীত

আই আই চেনেহী সাদৰী আই ঔ
গৌৰৱ মণ্ডিত মাতৃ মন্দিৰত চৰণত দিয়া ঠাই ঔ
মোৰ চেনেহী সাদৰী আই ঔ।
হিয়াত বৈছে চেনেহ অমিয়া পাদযুগ পুণ্যময়ী
আই ঔ মোৰ পাদযুগ পুণ্যময়ী
চৰণ পৰশে পূত ধৰাতল সতীগণ শিৰোমণি
আই ঔ সতীগণ শিৰোমণি।
অকৃতি সন্তানে মাতে হাতে ধুৰি ক্ষমা শোক মোহ এৰি
আই ঔ ক্ষমা শোক মোহ এৰি।
জনমে জনমে সেই প্ৰেমসুধা পাও যেন প্ৰাণ ভৰি
আই ঔ পাও যেন প্ৰাণ ভৰি।

(কৃষ্ণ-বলৰামৰ প্ৰবেশ)

যশোদা ঃ

আহা আহা মোৰ প্ৰাণ ধন ৰাম কানু।
ওচৰলৈ আহা বাছাহঁত, শোক দগ্ধ
হিয়া মোৰ শাত হওক। অভাগিনী
নাৰী মই হেৰুৱালো চিৰকাললৈ
পুত্ৰ মোৰ। ধন্য সতী দৈৱকী জননী
পালে পুত্ৰ ৰাম কানু হেন। তথাপিও
তোলনীয়া মাৰ বুলি অলপ মৰম
ৰেখা সদায় ৰাখিবা মোৰ বাছাহঁত।

(যশোদাই কান্দে)

(কৃষ্ণ-বলৰাম কাষত বহে। কৃষ্ণই লাহে লাহে চকুৰ পানী মচি দিয়ে)

কৃষ্ণ ঃ

আই! আই! চেনেহী জননী মোৰ তুমি,
সতী মাতৃ জন্মদাতৃ তুমি ভাগীৰথী।
উপজিয়ে অসহায় শিশু আমি দুয়ো
পাইছিলো এই মাৰ সুকোমল অতি
চেনেহী কোলাত ঠাই। এই প্ৰেম পূৰ্ণ
মৰম চেনেহ ভৰা বুকুৰ উমত।
সংসাৰ পাহৰি নিৰ্ভয়ে কটালো ৰাতি
স্বৰগৰ অমৃত সুৰদি আপোনাৰ
স্তন্য কৰি পান ডাঙৰ দীঘল হলো
মাতৃ স্তন্য কি অমৃত কি পবিত্ৰ কিবা
প্ৰেমৰ নিজৰা। নিজ ৰক্ত প্ৰেম ৰূপে
হই বিগলিত মন্দাকিনী ৰূপে বৈ
সন্তানক জীৱন যোগায়। অমৃত ময়ী
তুমি সেই মা মোৰ। তুচ্ছ তীৰ্থভূমি
তুচ্ছ তপ জপ আমাৰ মনত। এই
মাতৃৰ চৰণ জগতৰ সাৰ তীৰ্থ।
অভিমান কৰি কৈছে নিজকে আই
তোলনীয়া আই বুলি। আজি শিশুকাল
পাৰ হৈ গ'ল, ভৰি দিছোঁ কৈশোৰত,
নিজ মাতৃ বুলি চিৰকাল ভাল পালোঁ।
যদিওবা দৈৱকী জননী জনম দুখুনী আই,
করুণাত তেওঁৰ প্ৰতি মন ভৰপুৰ,
তথাপি তথাপি আই মাতৃ যে আপুনি
মাতৃপ্ৰেম সুগভীৰ হিয়াত বইছে
নিৰন্তৰে আকাশী গঙ্গাৰ দৰে আই

তুমিয়ে তপ জপ তুমিয়ে তীৰ্থভূমি,
আমাৰ মনত এই মাতৃৰ চৰণ
জগতৰ সাৰ তীৰ্থ।

বলৰাম ঃ

আই আই, আই, অভিমান এৰি খোৱা
চুমা এটি আই। অৱস্থাৰ বিপাকত
পৰি, আমি আজি মথুৰা নগৰবাসী।
বধি কংসৰাজ অৰাজক কৰিলোঁ
মথুৰাপুৰী। বুঢ়া ককা উগ্ৰসেন
নিতান্ত কাতৰ বয়সৰ ভাৰে আৰু
কাৰাৰ দুখত। শত্ৰুগণে আক্ৰমিব
ৰাজধানী, তাৰ পাচে দুষ্ট দৈত্যগণে
তলতীয়া ৰজা যত ধ্বংস কৰি কৰি
পীড়িব প্ৰজাক অবহেলে। বিপাগুত
আজি উপদেশ দিয়ক আমাক আই;
আমাৰ কৰ্তব্যৰ বাট দিয়ক নিৰ্দেশি।
আকৌ ব্ৰজত আহি থাকো যদি গৰু চাৰি
ভাত খাই, কৰ্তব্যৰ ত্ৰুটি হেতু হব
অপযশ সংসাৰত। মৰিলে নৰক
গামী হ'ম সুনিশ্চিত।

যশোদা ঃ

বাছাহঁত, বুজো সকলোকে অন্তৰত,
সকলো বুজিও নোৱাৰো ধৰিব প্ৰাণ
ৰমণীৰ জীৱনৰ শ্ৰেষ্ঠদান কৰি
দিছে বিধাতাই সন্তান সন্ততি।
অভিমান হয় মই আজি নিঃসন্তানা।

কৃষ্ণ ঃ

আই মোৰ ভাগীৰথী সম জগজ্জননী
পতিত পাৱনী প্ৰেমৰ আধাৰ নিজে
আজি বিশ্বময় সবে নিজৰ সন্ততি
বুলি ভাবক মাতিবি। অসীম মৰম
দিয়ক বিলাই দীন দুখী আতুৰ
অনাথ যত প্ৰেম ভিখাৰীক।
অজলা গোপৰ শিশুবোৰে আই আই
বুলি মাতিব যেতিয়া মুখ ভৰি ভৰি
দিব আই বুকুজোৰা প্ৰেম প্ৰাণৰ
গোপাল বুলি। পৰমাত্মা এক সকলো
ভূতৰে। মই দাদা বলৰাম বুলি যদি চাব
পাৰে সকলোকে, পাহৰিব বিচ্ছেদৰ
শোক দুখ যত, জ্ঞানমাৰ্গ, ভক্তিমাৰ্গ
সকজানে আই মাতৃ যোগিনী আপুনি।

[নন্দ ৰজাৰ প্ৰবেশ, কৃষ্ণ-বলৰামে নমস্কাৰ কৰে,
নন্দই উভয়ৰে মূৰ সুঙি চুমা খায়]

নন্দ ঃ

বাছাহঁত আছাতো কুশলে, ৰাজকাৰ্য
চলিছেনে ভালে? শুনিছো কংসৰ মিতা
জৰাসন্ধে শীঘ্ৰে আক্ৰমিব এই ৰাজ্য।
ব্ৰজৰ গোৱাল সব উত্তম যুঁজাৰু।
যাব সৈন্য ৰূপে বহু আহবানিলে
তোমালোকে। ব্ৰজপুৰী ৰক্ষাৰ কাৰণে
থাকিম সচেষ্ট মই। পাওঁ যেন উপদেশ
এই বিষয়ত সৰ্বদায়।

কৃষ্ণ ঃ

সকলো ব্যৱস্থা পিতা কৰিছো যতনে।
বহু চেষ্টা বহু যত্ন লাগিব কৰিব,
তেনে যদি হ'ব পাৰো যুঁজৰ কাৰণে
আমি সুসজ্জিত।

বলো ঃ

পিতা, আজ্ঞা যেন দিয়ে সবল শৰীৰ
যত ব্ৰজবাসী গোপাল ক্ষত্ৰিয় আদি,
সকলোৱে থাকে যেন অস্ত্ৰে শস্ত্ৰে সাজু।
ঠায়ে ঠায়ে ব্যায়াম আগৰ পাতি পাতি
শিকাওক যুদ্ধ বিদ্যা সবল শৰীৰ
প্ৰজা সমূহক।

নন্দ ঃ

বাছাহঁত দুয়ো প্ৰবোধো মাতৃক এবে।
নিচেই স্নেহাৰ্দ্ৰ হিয়া সতী। সন্তানৰ
বিচ্ছেদত একেবাৰে হইছে বিহ্বলা।

যশোদা ঃ

ক্ষমা কৰা নাথ, প্ৰাণৰ তনয়
সুশোভন পুত্ৰ মোৰ কানাই বলাই
ক্ষমা কৰা। শুনিছিলো নাৰদৰ মুখে
কৃষ্ণ নাম পতিত পাবন। দিয়া পুত্ৰ
মোক সেই নাম সুধা। দিয়া জ্ঞান যেন
শোক মোহ সকলো পাহৰি কৃষ্ণ ভক্তি
জাগে হৃদয়ত। পুত্ৰ ৰূপে ভাবি ভাবি
পাওঁ যেন সততে তোমাক হৃদয়ত।
সংসাৰৰ মায়া মোহ কাটিগৈ যেন
পাওঁ দিব্য গতি।

কৃষ্ণ ঃ

পুত্ৰ ৰূপে স্নেহাৰ্দ্ৰ হৃদয়ে সততে
ভাবিব মোক আই। সহজে তিৰোতা
জাতি অপত্য স্নেহেৰে ভৰপূৰ সদা।
জগতত অতুল বাৎসল্য ভৰা গোপাল
মূৰুতি। আনন্দ আপ্লুত মূৰ্তি, হাতত
ভোগৰ লাড়ু, আঠু কাঢ়ি ফুৰে শিশুটিয়ে,
মুখত মধুৰ সৰল হাঁহিটি সদা
মূৰত মৈৰাৰ পাখি। এই ৰূপ বৰ
মৰমৰ তব। সেই ৰূপ ভগবান
প্ৰেম ঘন মোহন মূৰুতি বিৰাজিত
হই থাকিব সদায় হিয়াৰ মাজতে।
প্ৰভাস তীৰ্থত কিছুদিন পাছে, হব
দেখা পুনৰায়। সেইদিনা হব আই
ব্ৰত উদ্‌যাপন। দিব্য ব্ৰহ্ম জ্ঞান লভি
আই, পৰম যোগিনী ৰূপে নিৰ্লিপ্তা
সংসাৰী হৈ অন্তেষত অনন্ততে হবগৈ
লীন। বিদায় বিদায় এবে।

(কৃষ্ণ-বলৰাম অন্তৰ্ধান হয়, যশোদাই কান্দি কান্দি যায়)

যশোদা ঃ

কেনি গল কানু কেনি গল প্ৰাণৰ
বলাই। এইটো আছিল এতিয়াই ইয়াতেই।

নন্দ ঃ

ৰাণী, বুজা নাই এতিয়াও কোন এই
দুয়োজন শিশুৰূপী? কত জনমৰ
তপস্যাৰ ফলে, আজি সোতৰ বছৰে
পুত্ৰ ৰূপে পালা পৰম পুৰুষ প্ৰভু।
দিব্য জ্ঞান ধৰ্ম উপদেশ দিলে।
আহা ৰাণী দুয়ো দিনে ৰাতি পূজোঁ
আমি প্ৰভুৰ চৰণ, অন্তৰত জপি
মধুৰ গোপাল মূৰ্তি। প্ৰেমৰ দোলত
অনন্ত পৰিব ধৰা, প্ৰেম পৰশত
যাব শত বিশ্ব ভাহি মতলীয়া হৈ।
মুখ ভৰি ভৰি সুমধুৰ কৃষ্ণ নাম
গোৱাঁ। অন্তৰত জপা দিনে ৰাতি
মধুময় গোপাল মূৰুতি।

## ৬ষ্ঠ দৃশ্য
## যমুনাৰ তীৰ

(জোনাক ৰাতি, গোপিনীসকলৰ প্ৰবেশ)

১মা গোপিনী ঃ

ক'তা ক'তা নাহিল দেখোন এতিয়াও
প্ৰাণ কানু। বিৰহ যাতনা সহিম
নো কত বাৰু।

২য়া গোপিনী ঃ

কপটি কানাই ভুৰাদি ছলিলে সখি
আজলী আমাক। উলটি যে নাহে নাহে
মথুৰাত হেনো ৰজা হ'ল প্ৰাণ প্ৰভু।
কিবা ভাগ্যৱতী মথুৰা বাসিনী যত
শ্যাম বিলাসিনী সবে নাগৰী সুন্দৰী।

৩য়া গোপিনী ঃ

যমুনাৰ এই বালি এই সুবিমল,
জোনৰ কিৰণ ৰজত ধৱল দেখি
কত সুখ স্মৃতি জাগে অন্তৰত মোৰ
ইয়াতেই এই যমুনাৰ সুশীতল

সুনীল পানীত কত সুখ নিশা হ'ল
অৱসান। কিৰূপে পাহৰি আছে আজি
সেই কথা প্ৰাণৰ কানুৰে।

(দূৰত বাঁহীৰ মাত শুনে। সকলো গোপিনী উদ্ধশ্বাসে লৰ মাৰি যায়)

১মা গোঃ ঃ

এইবাৰ সাৱধানে থাকিবা গোপিনী
আক্ৰমণ কৰা সবে কেউ ফাল বেৰি,
নিদিওঁ পলাব চোৰ পৰিছে ধৰা।

২য়া গোঃ ঃ

সাৱধান, অক্ৰুৰ আহিব ৰথলৈ কোনোবা
ফালৰ পৰা। পলাব নিৰ্দয়
প্ৰাণ কাঢ়ি লৈ দুখুনী গোপীৰ।

কৃষ্ণ ঃ

সখীহঁত, কি দোষ কৰিছোঁ মই কোৱা।
কেনেকৈ চোৰ হলো বাৰু। অকলশৰীয়া
নিজান বালিত, অতবোৰ গোপিনীয়ে পাই
যদি মোক কৰা আক্ৰমণ তেন্তে মোৰ
কি উপায় আছে বাৰু।

১মা গোঃ ঃ

শুচৰীয়া মই, কোনোবা এজনী হোৱা
ৰজা। অপৰাধ এই তস্কৰৰ মই
কৰি দিম প্ৰমাণিত।

২য়া গোঃ ঃ

ময়ে ৰজা, কোৱা সখী কি গোচৰ আছে।

১মা গোঃ ঃ

এইজন কৃষ্ণধন বৃন্দাবন প্ৰাণ,
গোপিনীৰ অমূল্য ৰতন, প্ৰাণৰো
পৰাণ। এইজনে চুৰ কৰি হিয়া ফালি
জীৱন আমাৰ, পালেগৈ মধুপুৰী।
তাত গৈ নাগৰী সুন্দৰী লৈ থাকিল
সুখেৰে পাহৰি ব্ৰজ সব। নিদিলে
ঘুৰাই চুৰ কৰি নিয়া প্ৰাণ গোপিনীৰ।

গোপীবিলাক ঃ

প্ৰমাণিত হ'ল দোষ। চোৰৰ উত্তৰ
শুনিবলৈ খোজোঁ আমি।

কৃষ্ণ ঃ

ময়ো দিওঁ গোচৰ হে ৰজা। ডুবালে
প্ৰেমত মোক ব্ৰজৰ গোপীয়ে। বান্ধিলে
পৰাণ মোৰ কাঢ়ি ব্ৰজতেই। এতিয়া
প্ৰাণহীন দেহ মথুৰাত নোৱাৰি
থাকিব আহিছে বিচাৰি প্ৰাণ
যমুনা পাৰৰ মধুৰ জোনালী ময়
সৈকতত।

২য়া গোঃ ঃ

বিচাৰত হাৰিল গোপাল, দণ্ড মই
বিহিম উচিত। শুনা সবে সাৱধানে
আজি নিশা যমুনা পাৰত হব বাস,
তাৰ পাছে থাকিব গোপাল বন্দী হৈ
গোপীৰ মাজত।

কৃষ্ণ ঃ

ৰাজ আজ্ঞা অৱশ্যে পালিম। আহাঁ তেন্তে
গোৱাহঁক নাচাহঁক আনন্দ মনেৰে।

(কৃষ্ণই বাঁহী বজাই বজাই নাচে, গোপিনীসকলেও নাচে)

গীত

চন্দ্ৰমা শালিনী মধুৰ যামিনী
নীলিম যমুনা নীৰ,
যমুনাৰ বালি জোনাকত ৰূপালী
মলয়া বইছে ধীৰ,
কানুৰ পৰশে অমৃত বৰষে
সুশীতল হিয়া তল,
প্ৰিয় বাঁহী সুৰ বাজিছে মধুৰ
ৰসে প্ৰাণ টলমল।
কৃষ্ণ কৃষ্ণ বুলি সখী সবে মিলি
গোৱা মধু কৃষ্ণ নাম,
ত্ৰিভঙ্গ মুৰাৰী মোহন শ্ৰীহৰি
মধুৰ মূৰুতি শ্যাম।

(কৃষ্ণ অন্তৰ্ধ্যান হয়)

১মা গোঃ ঃ

কলৈ গ'ল কেনি প্ৰাণৰ কানাই, এতিয়াই মোৰ সতে নাচি আছিল প্ৰাণনাথে মোৰ। কোনে নিলে ফুচুলাই আপোনপেটীয়া মই, সেই দেখি এৰি মোক গ'ল প্ৰাণনাথে আনৰ কাষলৈ।

২য়া গোঃ ঃ

মঞেহে পাপিনী, অকলে অকলে মই প্ৰভুক লগত লৈ নাচিছিলো দেখি এৰি গ'ল প্ৰিয়তমে। কোৱা সখী কোৱা কেনি গ'ল প্ৰিয় মোৰ ?

৩য়া গোঃ ঃ

বহু দূৰ যোৱা নাই প্ৰাণ কৃষ্ণ ধন, এই এতিয়াই আছিল লগতে মোৰ। বিচাৰা বিচাৰা সখী, ধৰা পৰি যাব প্ৰাণ চোৰ।

৪ৰ্থা গোঃ ঃ

যমুনা যমুনা ঔ আই যমুনা তয়ে হৰি নিলি প্ৰাণৰ কানাই, জানিলো নিশ্চয় কৰি। এতিয়াই মোৰ লগতেই আছিল পৰাণ প্ৰিয়। দেখুৱাই দে ঔ আই, নহলে মৰিম জাহ দি পানীত তোৰ।

৫মা গোঃ ঃ

এইয়া এইয়া ধ্বজ ব্ৰজ অঙ্কুশৰ চিন। এই ফালে এই ফালে পলাল গোপাল। আহাঁ আহাঁ সখী যাকে লাগে লবা গোপালক। অতপৰ প্ৰভু মোৰ আছিল লগতে।

(কিছুপৰ বিচাৰি ফুৰি শেষত একেলগে বহি কৃষ্ণ গুণ নাম গায় )

গীত

আহাঁ সখী গাওঁ কৃষ্ণ নাম
মধুময় গাওঁ কৃষ্ণ নাম।
কৃষ্ণ ময় দেহ কৃষ্ণময় প্ৰাণ
কৃষ্ণময় দেখোঁ জগতত
আকাশত কৃষ্ণ বতাহত কৃষ্ণ
কৃষ্ণ ৰূপ দেখোঁ হৃদয়ত।
যমুনা লাহৰী কৃষ্ণক সুঁৱৰি
অবিৰাম গায় কৃষ্ণ নাম
মধুৰ মলয়া কৃষ্ণ নাম লৈ
চেঁচা কৰি যায় ব্ৰজধাম।

(কৃষ্ণ আহি উপস্থিত হয় )

কৃষ্ণ ঃ

এইয়া সখী ইয়াতেই দেখোঁ আছোঁ। কি সুন্দৰ শুভ্ৰ জোৎস্না। কেনে দেখি অপৰূপ দিব্য জোনাকত অপূৰ্ব বৰণী সুন্দৰী যমুনা। ই হেন ৰজনী বিফলে যাবনে সখী ?

(গোপিনীয়ে গীত গায়, কৃষ্ণ আৰু গোপীয়ে নাচে)

গীত

ৰূপালী যমুনা জল জোনাকত জলমল
বৈ যায় সুবিমল ৰূপালী ৰহণে হাঁহি,
পিউ পিউ পাপীয়াৰ কুহু কুহু কোকিলাৰ
কেতেকীৰ সুধা ধাৰ বতাহত আহে ভাহি,
মধুময় বসন্তৰ সুখ শোভা মনোহৰ
প্ৰেমে প্ৰাণ জৰ জৰ আহাঁ প্ৰিয় ৰসময়
তোমাৰ পৰশ লাগি যৌৱন উঠিছে জাগি।
লোৱা প্ৰেম উপহাৰ দেহ প্ৰাণ সমুদায়।

১মা গোঃ ঃ

প্ৰভু, স্বামী, প্ৰাণৰ বান্ধৱ, কতদিন অদৰ্শন বিৰহে কাতৰা হৈ আমি মৃতপ্ৰায় আছিলো ইয়াতে পৰি পৰি, আজি আহি দেখা দি মাধৱ গুচুৱালা মনস্তাপ। কিন্তু প্ৰভু ৰজা তুমি এবে মথুৰাৰ স্বামী। নিতান্ত দুখুনী আমি গোৱাল জীয়ৰী। যাবা তুমি মথুৰালৈ ফিৰি। জীম কেনেকৈ আমি দিয়া সমিধান।

কৃষ্ণ ঃ
সখীহঁত, ভকতৰ হাকুলি-বিকুলি
নোৱাৰোঁ সহিব কদাচিতো। সেইদেখি
আহিলোঁ ইয়ালৈ আজি। কৃষ্ণময় প্ৰাণ
তোমালোক। কৃষ্ণ বিনে নাজানিলা একো
পতি, পুত্ৰ, পিতা, ভাই, স্বৰূপে যতেক
বিধ, একাধাৰে সকলোৰে সমষ্টি
প্ৰেমেৰে পৰিপূৰ্ণ হিয়াখনি প্ৰত্যেক
গোপীৰ। ব্ৰত সাঙ্গ হ'ল এৱে। জীৱাত্মা
ৰূপিনী গোপিনীসকল প্ৰাপ্ত হলা
কৃষ্ণত্ব সবেও। যোৱা সবে বৈকুণ্ঠলৈ
সশৰীৰে কৃষ্ণ মূৰ্তি ধৰি। বিষ্ণু দূতে
আনিছে বিমান সৌৱা। মায়া মই দূৰ
কৰি দিলোঁ। চোৱা চকু মেলি, মৰতিয়া
চকুৰেই চোৱা মোৰ ৰূপ।

১মা গোঃ ঃ
নমো নমো অনাদি অনন্ত বিশ্বৰূপ।

২য়া গোঃ ঃ
নমো নমো সৃষ্টি স্থিতি প্ৰলয়ৰ স্বামী
মহাকালৰূপী জনাৰ্দন।

৩য়া গোঃ ঃ
নমো নমো অব্যক্ত অব্যয় সনাতন
নমো নমো চৰাচৰ প্ৰভু জগতৰ

( বিষ্ণু দূতৰ প্ৰবেশ )

বিষ্ণু দূত ঃ
প্ৰভু, স্মৰণ মাত্ৰকে দাসে পুষ্পক
বিমান আনিছোঁ ত্বৰিতে।
কিবা আজ্ঞা হয় প্ৰভু।

কৃষ্ণ ঃ
মোৰ এই ভকত সকলো, পুষ্পক
ৰথত তুলি লৈ যোৱা বৈকুণ্ঠ পুৰীলৈ।

(গোপীসকলে আৰু বিষ্ণুদূতে নমস্কাৰ কৰি গুচি যায়। নাৰদৰ প্ৰবেশ )

গীত

কৃষ্ণ নাম কি মধুৰ নাম,
গোৱা গোৱা নৰ মুখে অৱিৰাম
গোৱা সৰ্বদায় সুখ ভৰি ভৰি,
অমিয়া মাধুৰী ভৰা হৰি নাম।
কলিৰ কালত ত্ৰাণৰ উপায়,
ভক্তিভাৱে লোৱা কৃষ্ণ নাম।
যাগ যজ্ঞ সব মিছা সঁচা হৰি নাম
বদন ভৰি গা হৰে কৃষ্ণ নাম,
কৃষ্ণ নাম কি মধুৰ নাম।

নাৰদ ঃ
প্ৰভু, বৃন্দাবন লীলা শেষ হ'ল এৱে
মথুৰাতো নহব বসতি বহুদিন।
দ্বাৰকাত পাতিব লাগিব নতুন
নগৰ। তাৰ পাচে পৃথিৱীৰ ভাৰ
কমাব লাগিব। সকলোকে জানে স্বামী।
পালোঁ দৰশন শ্ৰীচৰণ, এৱে যাওঁ
চাওঁ গৈ বৈকুণ্ঠত ভকতৰ প্ৰেমলীলা,
আপোনাৰ মূৰ্তি অনন্ত জলধিশায়ী
নাৰায়ণ ৰূপী। (প্ৰস্থান)

—যৱনিকা —

ক্ৰোড় অঙ্ক

(বৈকুণ্ঠত অনন্ত শয্যাত নাৰায়ণ, লক্ষ্মী পদমূলত। গোপীসকলে কৃষ্ণ মূৰ্তি ধৰি চাৰিওফালে বহি আছে। জয়-বিজয় দুৱাৰমুখত। নাৰদৰ প্ৰবেশ)

গীত

অনন্ত শয্যাত বিৰাজিছে প্ৰভু
চোৱাহে নয়ন ভৰি,
আহাঁ পাপী ত্যাপী দিব্যৰূপ ধৰি
মুখে বুলি হৰি হৰি
শ্যামল সুন্দৰ ৰূপ মনোহৰ
মুখত প্ৰেমৰ হাঁহি,
চাৰ চতুৰ্ভুজ চৰণ কমল
শোভে পদুমৰ পাহি।
জগত জননী আই লখিমীয়ে
সেৱিছে চৰণ যুগ,
চোৱা বিশ্ববাসী নয়ন জুৰোৱা
জীৱন সফল হোক।

—যৱনিকা—

## চৰিত্ৰসমূহ

### মুনিহ

| | |
|---|---|
| বাপুটি বৰুৱা | পদুমপুৰৰ এজন ধনী সম্ভ্ৰান্ত মানুহ। |
| ভানুকান্ত | নীলপুৰৰ এজন ধনী আৰু সম্ভ্ৰান্ত পুৰুষ। |
| লক্ষ্মীকান্ত | ভানুকান্তৰ পুতেক। |
| পদ্মপাণি | এজন ভাওৰীয়া |
| গিৰীন্দ্ৰ<br>হৰিশ্চন্দ্ৰ | দুজন ভদ্ৰলোক—বীণাৰ পাণিপ্ৰাৰ্থী। |
| ত্ৰিনয়ন<br>বাদুলি | লক্ষ্মীকান্তৰ লগুৱা। |
| গেৰা<br>কাতিয়া আদি | পদ্মপাণিৰ লগুৱা। |
| ভেদলু | এজন পণ্ডিত |

### তিৰোতা

| | |
|---|---|
| কেতুৰী (দলুৰী দুই গাভৰু)<br>বীণাপাণি | বাপুটি বৰুৱাৰ জীয়েক |
| এগৰাকী বিধৱা | |

# প্ৰথম অঙ্ক

## প্ৰথম দৃশ্য

[ বাপুটি বৰুৱাৰ ঘৰৰ একাংশ। বীণাই একান্তমনে লেচ্ বব ধৰিছে, কেতুৰীয়ে কিতাপ এখন পঢ়ি আছে, আহিনীয়ে এটা বাটিত গাখীৰ আৰু বটা এটাত তামোল-পাণ লৈ প্ৰবেশ ]

আহিনী ঃ বৰ আইদেউ ! গাখীৰ আনিছোঁ ধৰক।

কেতুৰী ঃ [চকু ঘোপাকৈ] তৎ নাপা কেলৈ ? চকুৰে নেদেখ নেকি মই কি কৰিছোঁ, সৰু মেজখন আনি নথয় কেলেই মৰিবলৈ যদি সময় নাইকিয়া হৈছে ?

আহিনী ঃ এঃ আই ! কথা ক'বকে নোৱাৰি দেখোন। জাপ মাৰি টেঁটুতে ধৰিব খোজে। ভালদৰে ক'ব নোৱাৰে নেকি, গালি-শপনি পাৰি মুখখন অকিয়া-পকি কৰিছে যে। এনে হেন দেখাও নাই, শুনাও নাই আই, কথা কলেই জগৰ। [ চট্‌চট্‌কৈ গৈ সৰু মেজখন আনি কেতুৰীৰ আগত থয় আৰু থেকেচ্ মাৰি গাখীৰৰ বাটিটো তাৰ ওপৰত থয়। ]

কেতুৰী ঃ হতচিৰী যাইতি ! তোৰ দেখোন বৰ সাহ চুপতি কৰিবলৈ মানুহ বিচাৰি নাপালি, তই যে আহিছ মোৰ লগত লাগিবলৈ। খুন্দাত গাল দুয়োখন পিঠা কৰিম জনা নাই। চিনি পোৱা নাই, বাপেৰৰ বুঢ়ী মাৰক। [হাতেৰে গালত মুকুটি এটা মাৰে]

আহিনী ঃ এঃ নেদেখিছা ! এওঁহে আছে সংসাৰত আৰু কেওঁ নাই। সৰু আইটিলৈ নোচোৱা কেলৈ, কেনে নিৰ্জু, কেনে শান্ত। তেওঁৰ ভৰিৰ কেঞা আঙুলি এটা ধুই পানী খাবলৈ যোগ্যতা নাই [ চট্‌চট্‌কৈ যাব খোজোঁতে কেতুৰীয়ে আহিনীৰ হাতত ধৰি টান মাৰে আৰু আহিনীৰ গাত লাগি মেজখন বাগৰি পৰে।]

কেতুৰী ঃ নষ্ট যাইতি ! মোৰ গাখীৰ তই পেলালি তোৰ আজি মই পিঠিৰ ছাল ছিঙিহে এৰিম। [ আহিনীৰ পিঠিত চকা এটা মাৰে আৰু তাই চিঞৰে ]

বীণা ঃ [লৰ মাৰি আহি কেতুৰীক ধৰে] বাইদেউ ! কি কৰে, কি কৰে, বুঢ়ী মানুহজনীক কেলেই মাৰিছে ? ছিঃ ছিঃ এৰি দিয়ক, মানুহে শুনিলে কি বুলিব ছিঃ !

কেতুৰী ঃ তোক কোনে মাতিছে ! এঃ নেদেখিছা এওঁ আদৰ লগাবলৈ ঠাই নাপালে। ইয়াত মৰিবলৈ আহিছে—শুচ্ ভালে ভালে। [ ঠেলা মাৰি দিয়ে। বীণা পৰি যায়। তাৰ পিচত গাখীৰৰ বাটি ইত্যাদি আহিনীলৈ দলিয়ায়। আহিনীয়ে মৰিলোঁ ঔ মৰিলোঁ ঔ বুলি চিঞৰিব ধৰে।] আৰু বৰ কথা মাতিৰিনে হাৰামজাদী !

[ বাপুটি বৰুৱাৰ প্ৰবেশ ]

বাপুটি : কি হৈছে ? ছিঃ ছিঃ কেতুৰী আইদেউ ! বুঢ়ী মানুহজনীক এনেকুৱা অত্যাচাৰ কৰিব পায়নে ? ছিঃ—

আহিনী : [কান্দি] দেউতা ! মই আৰু নাথাকোঁ। সকৰপৰা তুলি-তালি ডাঙৰ কৰিলোঁ। শেহত ইহঁতৰে মাৰ খাই মই আৰু নাথাকোঁ।

বাপুটি : বাৰু তই এতিয়া ইয়াৰপৰা যা। যি হয় পিচত মই কৰিম। [ আহিনী কান্দি কান্দি প্ৰস্থান ]
কেতুৰী, তুমি বৰ খঙিয়াল। ইমান অলপতে কিয় তোমাৰ ইমান খং উঠে ! বান্দী বেটীৰ লগতনো দন্দ-কাজিয়া কৰিব পায়নে ? ছিঃ ছিঃ মই বৰ লাজ পাইছোঁ।

কেতুৰী : বান্দী-বেটীৰ লগত মোৰ চুপতি কৰাৰ অভ্যাস নাই। কাৰবাৰ ইচ্ছা হয় কৰিব পাৰে, মই নোৱাৰোঁ। [বেগেৰে প্ৰস্থান ]

বাপুটি : বীণা আইদেউ ! তুমি ক'ৰবাত দুখ পালা নেকি ?

বীণা : নাই পোৱা দেউতা ! বেচেৰী আহিনী বাইজনীয়েহে মিছাকৈয়ে মাৰ খালে। ব'লক দেউতা, তাইক বুজাই-বঢ়াই ক্ষান্ত কৰোঁগে।

[প্ৰস্থান]

## ২য় দৃশ্য

[ ৰাজবাট। লক্ষ্মীকান্ত আৰু ত্ৰিনয়নৰ প্ৰবেশ ]

লক্ষ্মীকান্ত : এই পদুমনগৰ সকলো বিদ্যা আৰু শিল্প শিক্ষাৰ প্ৰধান ঠাই। ই এখন ৰাজধানী। পঢ়া-শুনা শেষ কৰি এই দেশত থাকি দৰ্শন বিদ্যা আৰু আন আন মনৰ উৎকৰ্ষতা সাধিনী বিদ্যা শিকিম বুলি মন কৰিছোঁ। নীলপুৰ নগৰত জন্ম। পিতা মোৰ ধনে-মানে সেই ঠাইৰ প্ৰধান মানুহ। কিন্তু এই নগৰৰ তুলনাত সি একো নহয়। দৰ্শন শাস্ত্ৰই মানুহক অশেষ গুণে গুণান্বিত কৰে—আৰু মানুহৰ মন শান্তিৰে পৰিপূৰ্ণ কৰে। তুমি মোৰ বিশ্বাসী অনুচৰ। সৰুৰে পৰা একেলগে উঠিছা আৰু পঢ়া-শুনাও মোৰ লগে লগে বহুতখিনি কৰিছা। কোৱাঁ, মোৰ কামনা পছন্দ কৰিছানে ?

ত্ৰিনয়ন : ডেকাদেউ, বৰ ভাল কথা। মই আপোনাৰ ছায়া মাত্ৰ। দৰ্শন, বিজ্ঞান, অঙ্কশাস্ত্ৰ সংযত হৈ ঋষি-মুনিৰ দৰে পঢ়িব লাগে হয়, কিন্তু জীৱনৰ সুখ সোৱাদ সেইবুলি বিসৰ্জন দিব নালাগে। সেইবোৰ শিকি-মেলিও ৰঙে ৰহস্যে হাঁহি-মাতি জীৱনটো নিয়াব লাগে। সৰ্বজ্ঞানী হ'বলৈ চেষ্টা কৰাৰ একো ফল নাই।

লক্ষ্মীকান্ত : ভাল কৈছা ত্ৰিনয়ন! এতিয়া বাদুলি আহি মাল-বস্তু লৈ ওলালে আমি এটি উপযুক্ত বাহা বিচাৰি ল'ব লাগিব। চোৱাঁ, সৌ ডাঙৰ ঘৰটিৰ চোতালত বহুতো মানুহ লগ লাগিছে। কিবা কথা-বতৰা হৈছে। আহাঁ দূৰত থাকি শুনোহঁক কি কথা-বতৰা হৈছে।

[ প্ৰস্থান ]

## তৃতীয় দৃশ্য

[ বাপুটি বৰুৱাৰ ঘৰ। বাপুটি, কেতুৰী, বীণাপাণি, গিৰীন্দ্ৰ আৰু হৰিশ্চন্দ্ৰৰ প্ৰবেশ ]

বাপুটি : বোপাইঁত, আৰু মোক সেই কথা নকবা-

হঁক। ভাওৰজনী ছোৱালীক বিয়া নিদিয়াকৈ মই কেতিয়াও সকজনীক বিয়া নিদিও ধুকপ। এতেকে যদি ইচ্ছা কৰা প্ৰথমে বৰ আইদেউ কেতুৰীৰ লগতে কথা-বতৰা হৈ চাবাইক। যদি তেওঁৰ লগত কোনো এজনৰ কথা-বতৰা ঠিক হয় তেন্তে মোৰতো আৰু কোনো নায়েই, যথা সম্পত্তি ভগাই দুয়োটি জীয়াৰীকে বিয়া দি মই নিশ্চিন্ত হ'ম।

গিৰীন্দ্ৰ ঃ কথা-বতৰা হ'ব লাগে নে কেটেৰা মাত খাব লাগে ভাওৰীয়া? হৰিশ্চন্দ্ৰ, তোমাক লাগে যদি যোৱাঁ দেও, কথা-বতৰা হোৱাগৈ।

কেতুৰী ঃ পিতা, এই কেইটাৰ লগত মোক এনেকৈ কেলেই লগ লগাই দিছে বাৰু?

হৰিশ্চন্দ্ৰ ঃ তুমি যদি অলপ সহিষ্ণু আৰু শান্ত নোহোৱা কোনেনো তোমাৰ লগ লাগিব বাৰু কোৱাচোন।

কেতুৰী ঃ নেলাগে আপুনি ভয় খাব। আপুনি মোৰ লগ লাগিলে পীৰাৰ খুঁটিৰে আপোনাৰ পাছ মূৰটি আচুৰি দিম আৰু আপোনাক বহুৱা সজাম।

হৰিশ্চন্দ্ৰ ঃ ঈশ্বৰে আমাক এনেজনা ডাইনীৰ হাতৰপৰা ৰক্ষা কৰক।

গিৰীন্দ্ৰ ঃ মোৰো সেই মত ভাওৰীয়া।

ত্ৰিনয়ন ঃ চাওকচোন ডেকাদেউ, হয় এইখন এখন ধেমালিহে নহয় সেই মাইকীজনী নিশ্চয় বলিয়া।

লক্ষ্মীকান্ত ঃ কিন্তু সি গৰাকী ছোৱালী কেনে মৃদু আৰু শান্ত। মনে মনে থাকাচোন ত্ৰিনয়ন।

বাপুটি ঃ বীণা, তুমি ভিতৰলৈ যোৱাঁ। মোৰ কথাত বেয়া নাপাবা মইনাটি।

কেতুৰী ঃ চকুত আঙুলি এটা সুমুৱাই দিলেহে জানো কথাটো বুজিব পাৰি।

বীণা ঃ বাইদেউ, মোৰ নিমিত্তে বেজাৰ কৰিব নালাগে। মোৰ কিতাপ আৰু বাদ্য-যন্ত্ৰ ইত্যাদিয়েই মোৰ সহায় হ'ব।

লক্ষ্মীকান্ত ঃ শুনা ত্ৰিনয়ন, কেনে মিঠা মাত শুনা।

হৰিশ্চন্দ্ৰ ঃ ভাওৰীয়া, আপুনি কি আচৰিত মানুহ! আমাৰ শুভ ইচ্ছা থকা সত্বেও সুন্দৰী বীণাপাণিয়ে এনে বেজাৰ পাব লাগিছে।

গিৰীন্দ্ৰ ঃ আপুনি কেলেই তেওঁক এনেকৈ মুখত সোপা দি থৈছে ভাওৰীয়া। ফলত তেওঁ দিনে ৰাতিয়ে ইগৰাকীৰ বাক্যবান শুনি জৰ্জৰিত হৈ থাকিব লাগিব মাত্ৰ।

বাপুটি ঃ বোপাই, মই যি প্ৰতিজ্ঞা কৰিছোঁ হ'বই। বীণা, ভিতৰলৈ যোৱাগৈ আই। [বীণাৰ প্ৰস্থান] মই জানো মোৰ বীণাই কবিতা, গান, শিল্পবিদ্যা এইবিলাক ভাল পায়। সেই দেখি মই সেইবিলাক শিকাবলৈ ভাল পণ্ডিত ৰাখি দিম। যদি বোপা-হঁত তেনে কোনো ভাল শিক্ষকৰ খবৰ পোৱা মোক জনাবা। ভাল এতিয়া মই যাওঁ। কেতুৰী আইদেউ, ইয়াতে অলপ থাকা। এখেতসকলৰ লগত অলপ কথা-বতৰা হোৱা। [প্ৰস্থান]

কেতুৰী ঃ মোৰনো ভিতৰলৈ নোযোৱাৰ কিবা কাৰণ আছে নেকি? মোৰো কাম আছে, ময়ো যাওঁগৈ। [প্ৰস্থান]

গিৰীন্দ্ৰ ঃ যাওঁক আপুনি দৰকাৰ হলে জহন্নাম-লৈকে যাওঁকগৈ। হৰিশ্চন্দ্ৰ, যদি মই পাওঁ মোৰ মৰমৰ বীণাক ভাল শিক্ষা দিব পৰা মানুহ এজন বিচাৰি আনি দিম।

হৰিশ্চন্দ্ৰ ঃ ময়ো বিচাৰিম বাৰু। মুঠতে ভাওৰীয়া ময়ো বীণাক বিচাৰোঁ। আপুনিও বিচাৰে। এই বিষয়ে দুয়ো লাগে পিচত যি অৰিয়া-অৰি কৰোঁ কৰিম সম্প্ৰতি এই আপদীয়া বায়েকজনীক এটা দৰা বিচাৰি দিব নোৱাৰিনে?

গিৰীন্দ্ৰ ঃ দৰা ! এটা দৈত্য বিচাৰি দিলেহে হ'ব ! বুজিছে ভাওৰীয়া, তেওঁৰ বাপেক খুব চহকী হ'ব পাৰে, কিন্তু সেই বুলি এজনী ডাঁহি সাপ কোনে বিয়া কৰাই মৰিব দেওহে।

হৰিশ্চন্দ্ৰ ঃ নকব ভাওৰীয়া, টকাই কৰিব নোৱাৰা কামেই নাই। কোনোবা এটা ওলাবহি চাব।

গিৰীন্দ্ৰ ঃ কব নোৱাৰোঁ দেও। তেওঁৰ যৌতুকলৈ পুৰা বেত খাবলৈ গাত ললে বিয়া কৰাব পাৰি।

হৰিশ্চন্দ্ৰ ঃ তথাপি এবাৰ চেষ্টা কৰা যাওক। তাৰ পিচত আপোনাৰে মোৰে যি হয় হ'ব।

গিৰীন্দ্ৰ ঃ ভাল তেন্তে। তেনেকৈ এই গৰাকীক বিয়া কৰাওঁতা মানুহ ওলালে মই লাগে অহা-যোৱা কৰিবলৈ খুব ভাল ঘোঁৰা এটাকে দিলোহেঁতেন।

[ গিৰীন্দ্ৰ আৰু হৰিশ্চন্দ্ৰৰ প্ৰস্থান। ত্ৰিনয়ন আৰু লক্ষ্মীকান্তৰ প্ৰবেশ ]

ত্ৰিনয়ন ঃ ডেকাদেউ, আপুনি অকস্মাৎ ইমান প্ৰেমত পৰিললে ?

লক্ষ্মীকান্ত ঃ এই মুহূৰ্ত পৰ্যন্ত এনেকৈ যে মানুহে প্ৰেমৰ ফান্দত পৰে বুজা নাছিলোঁ। ইয়াত থিয়দি থিয়দি চাই থাকোঁতেই প্ৰেমেৰে মোৰ হিয়া ভৰপূৰ হ'ল। এতিয়া প্ৰেমৰ পোৰণিত জ্বলি-পুৰি মৰিম। ত্ৰিনয়ন ! প্ৰিয় ত্ৰিনয়ন ! এই বিষয়ত মোক সহায় কৰা। মোৰ পঢ়া-শুনাতো গলেই, এতিয়া জীউ লৈ টনা-টনি হ'ল।

ত্ৰিনয়ন ঃ আপুনি সিমানখিনিত পৰিছেগৈ যেতিয়া আৰু হাক দিয়া বা ভেটা দিয়া বৰ ভাল নহ'ব যেন পাওঁ।

লক্ষ্মীকান্ত ঃ ধন্যবাদ ত্ৰিনয়ন, ধন্যবাদ। এতিয়া কি কৰা উচিত কোৱা।

ত্ৰিনয়ন ঃ আপুনি গাভৰুজনীলৈ ইমানকৈ চাইছিল যে আচল কথাটো কি বোধহয় বুজাই নাই ?

লক্ষ্মীকান্ত ঃ মই তেওঁৰ ধুনীয়া মুখ, অনুপম সৌন্দৰ্য উপলব্ধি কৰিছিলোঁ ত্ৰিনয়ন !

ত্ৰিনয়ন ঃ আৰু একো নেদেখিলেনে কিদৰে তেওঁৰ বায়েকে ভৰ্ৎসনা কৰিছিল।

লক্ষ্মীকান্ত ঃ মই তেওঁৰ পোৱালৰ নিচিনা ৰাঙলী ওঁঠ দুটি অলপ লৰা দেখিছিলোঁ হয়। তেওঁৰ সুৰভিত মুখৰ গোন্ধে ঠাইডোখৰ আমোদিত কৰিছিল। তেওঁৰ গোটেই খিনি পবিত্ৰতা আৰু মাধুৰীকেহে মই দেখিছিলোঁ।

ত্ৰিনয়ন ঃ তেন্তে এতিয়া তেওঁক পাবৰহে চেষ্টা কৰিব লাগে। কথাটো হৈছে এয়ে, তেওঁৰ বায়েকজনী এনেনো দন্দুৰী আৰু খঙিয়াল যে দেউতাকে আগে তেওঁক বিদায় নকৰাকৈ সৰুজনীক বিয়া নিদিয়ে। ইফালে লেখা-পঢ়াৰ নাম কৰি বাপেকে তেওঁক পেটাৰিত ভৰাই থবৰ দিহা কৰিছেই।

লক্ষ্মীকান্ত ঃ বাপেকজন বৰ নিৰ্দয়। কিন্তু নেদেখিলানে তেওঁক শিক্ষা দিয়া পণ্ডিত বিচাৰি ফুৰিছে।

ত্ৰিনয়ন ঃ সেয়ে যদি হয় এটা উপায় আছে।

লক্ষ্মী ঃ মোৰো মনত কথাটো খেলাইছে।

ত্ৰিনয়ন ঃ ঠিক আপুনিয়েই শিক্ষক হওঁক আৰু তেখেতৰ শিক্ষাৰ ভাৰ গাত লওঁক।

লক্ষ্মী ঃ অকল সেইটো হলেই নহ'ব বোধহয়।

ত্ৰিনয়ন ঃ নহবতো। আপোনাৰ পিতাক ভানুকান্ত নিজ দেশত এনে জনা-শুনা মানুহ। তাৰ পৰা ক'ত মানুহ আহিব ৰাজধানী এই পদুমনগৰলৈ। আপুনি ইয়াত বহা কৰি পঢ়িবলৈ আহেহি বুজিছে

আমাৰ দেশত সকলোৱে জানিব। তেন্তে এই নগৰত পণ্ডিতৰ কাম কৰিলে ধৰা পৰি যাব যে!

লক্ষ্মী : সেইটো সঁচা। কিন্তু তাৰো এটা উপায় আছে। আজিৰপৰা তুমি হোৱা লক্ষ্মীকান্ত আৰু মই হলোঁ ত্রিনয়ন। আমাৰ দেশৰ মানুহ-দুনুহ আহিলে তুমিয়ে থুৰাই-বুৰাই লক্ষ্মীকান্ত স্বৰূপে সোধ-পোছ কৰিবা। ইয়াৰ মানুহ কোনেও মোক চিনি নাপায়। দেশৰ মানুহেও বৰকৈ নিচিনে, কাৰণ তাতো টোলত সোমাই পঢ়া-শুনা কৰোঁতেই দিন গৈছে। এতিয়া আহাঁ, মোৰ কাপোৰ-কানি তুমি পিন্ধা আৰু তোমাৰ কাপোৰ-কানি মই পিন্ধো। [ দুয়ো সাজ-পাৰ সলায়। বাদুলিৰ প্ৰবেশ ]

লক্ষ্মী : হেই কটা, ইমান পৰ ক'ত আছিলি তই?

বাদুলি : মই ক'ত আছিলোঁ? মাটিৰ ওপৰতে আছিলোঁ। পিছে ডেকাদেউ, ত্রিনয়নে আপোনাৰ সাজ-পোছাক চুৰ কৰি পিন্ধিছেনে আপুনি তাৰ কাপোৰ কেইখন চুৰ কৰি পিন্ধিছে, কওকচোন?

লক্ষ্মী : হেই শুন, মই এতিয়াই কাজিয়া কৰি মানুহ এটা মাৰিলোঁ। এতিয়া প্ৰাণ ৰক্ষা কৰিবলৈ তাৰ সাজ-পাৰ মই পিন্ধিছোঁ আৰু তাক মোৰ সাজ-পাৰ পিন্ধাই দিছোঁ। মই পলাম এতিয়া, বুজিছ! তই কিছুদিনলৈ ত্রিনয়নক মোৰ নিচিনাকৈ ব্যৱহাৰ কৰিবি। আৰু কোনোবাই সুধিলে তাৰ নাম লক্ষ্মীকান্ত বুলি কবি, বুজিছ?

বাদুলি : ভাল বজালে এই ত্রিনয়নটোৱে কটা। ময়ো তেনে হ'ব পৰাহেঁতেন!

ত্রিনয়ন : বাদুলি! শুনিছ তয়ে ময়ে অকলে থাকিলে মই ত্রিনয়ন আৰু মানুহ-দুনুহ লগত থাকিলে মই লক্ষ্মীকান্ত। তেতিয়া ডেকাদেউক যেনেকৈ মাত বা সন্মান দেখুৱাব মোকো তেনেকৈ দেখুৱাবি, বুজিছ? নহলে ডেকাদেউৰ বিপদ একো।

লক্ষ্মী : ত্রিনয়ন, ব'লা। তুমিও এতিয়া এই বীণাপাণিৰ নিমিত্তে অহা-যোৱা লগোৱাতেহে আমাৰ কাজটো সহজে সফল হ'ব। [প্ৰস্থান]

## ৪ৰ্থ দৃশ্য

হৰিশ্চন্দ্ৰৰ ঘৰৰ সন্মুখ

[ পদ্মপাণি আৰু গেবাৰ প্ৰবেশ ]

পদ্মপাণি : পদুম নগৰত বন্ধু-বান্ধৱসকলৰ লগত দেখা কৰিবৰ নিমিত্তে জন্মঠাইৰপৰা কিছুদিন আঁতৰি থাকিব লাগিব যেন দেখিছোঁ। কিন্তু মোৰ মৰমৰ বন্ধু-বৰ্গৰ ভিতৰত হৰিশ্চন্দ্ৰই বেছি মৰমৰ। এইটোৱেই তেওঁৰ ঘৰ। গেবা, দুৱাৰ চকিয়াছোন।

গেবা : কাক চকিয়াম দেউতা?

পদ্মপাণি : কটা গাহৰি, ভালকৈ কেইটামান চকা মাৰচোন।

গেবা : বোপাই ঔ! আপোনাক চকিয়াবলৈ মোৰ বোপাইৰো সাধ্য নাই।

পদ্ম : দগাবাজ, চকিয়া নহলে তোৰ গৰু মূৰটো গুৰুৱাম এতিয়া।

গেবা : আপোনাক চকিয়াব লাগিলে শেষত কি হ'ব মই জানো।

পদ্ম : কটা অম্বাইটং ন এয়া (গেবাৰ কাণত ধৰি টানে)

গেৰা ঃ মোৰ দেউতা বলিয়া হ'ল ঔ। কোন আছ আহক ঔ।

পদ্ম ঃ এতিয়াৰপৰা এনেখন দগাবাজী নকৰ যেন কুকুৰ।
[ গেৰা চিঞৰি চিঞৰি পৰি যায়। হৰিশ্চন্দ্ৰৰ প্ৰৱেশ ]

হৰিশ্চন্দ্ৰ ঃ কি হৈছে ? কি হৈছে ? এয়া দেখোন আমাৰ গেৰা ককাই আৰু মোৰ শ্ৰদ্ধেয় বন্ধু পদ্মপাণি !

পদ্ম ঃ বন্ধু, তুমি ইয়াৰে মোৰে দন্দখন ভাঙি দিবলৈহে যেন আহিছা।

হৰি ঃ উঠা গেৰা ককাই, মই মিটমাট কৰি দিওঁ বাৰু।

গেৰা ঃ আৰু মই এইজনা দেউতাৰ চাকৰি নকৰোঁ। তেখেতে মোক কয় বোলে চকিয়া। মইনো তেখেতৰ গাত হাত দিব পাৰোঁনে বাৰু ? মই কিবা তেখেতক দিব নোৱাৰোঁ নেকি কেৱল শেষত মোৰ মহা দুৰ্গতি হ'ব ভাবিহে নিদিওঁ।

পদ্ম ঃ চোৰাচোন বন্ধু, মই তাক দুৱাৰত চকিয়াবলৈ কওঁ আৰু সি কিখন বল-কিছে !

গেৰা ঃ কেতিয়া আপুনি 'দুৱাৰত' বুলি কৈছিল বাৰু ?

পদ্মপাণি ঃ যা লাঠুৱা, তোক এৰিলোঁ যা। আৰু নেমাতিবি।

হৰিশ্চন্দ্ৰ ঃ ভাই পদ্মপাণি, ধৈৰ্য ধৰা। ই তোমাৰ বহুদিনীয়া বিশ্বাসী ভৃত্য। ইয়াক অলপ কথাত এনেকৈ নেৰিবা। বাৰু কোৱাচোন, কি ভাগ্য আমাৰ যে আমাৰ এইখিনি পাইছাহি ?

পদ্মপাণি ঃ যি যি কাৰণত ডেকা মানুহে অনাই-বনাই ফুৰে মোৰো সেয়ে হৈছে। পিতা ঢুকাল। দুপইচা থৈ গৈছে। তাৰ ওপৰত অসীম মাটি-বাৰীৰ লেঠা-জঞ্জাল এৰি থৈ গৈছে। এতিয়া দেশ ভ্ৰমণ কৰি কিছু জ্ঞান উপাৰ্জন কৰিবৰ উদ্দেশ্যে আৰু এজনা উপযুক্ত ঘৈণী বিচাৰি লবলৈ এইদৰে নগৰে নগৰে ফুৰিছোঁ।

হৰিশ্চন্দ্ৰ ঃ মই এগৰাকী গাভৰুৰ খবৰ এতিয়াই দিব পাৰোঁ। তেওঁক বিয়া কৰালে ধন-সম্পত্তি বহুত পাবা। কিন্তু তুমি মোৰ বন্ধু, সেইদেখি সেইজনী বিয়া কৰাবলৈ মই উপদেশ দিব নোৱাৰোঁ। কাৰণ তাই ঘোৰ অবাধ্য আৰু দন্দুৰী।

পদ্মপাণি ঃ বেছ ! হৰিশ্চন্দ্ৰ ! মই তেওঁক বিয়া কৰাম। শেষত চাবা মই সুখীও হ'ম।

গেৰা ঃ হয়তো, টকা থাকিলেই হ'ল। ইফালে লাগে যদি দাঁত এটাও নাথাকক। গাত তিনিকুৰি গণ্ডা বেমাৰেই থাকক টকা পালেই বছ ! হ'ল প্ৰিয়তমে।

হৰিশ্চন্দ্ৰ ঃ পদ্মপাণি ভাই, মই আচল কথা কওঁ শুনা। সেই গাভৰু গৰাকী খুব দন্দুৰী, ধনী মানুহৰ জীয়াৰী, সকৰেপৰা ভদ্ৰভাবেই উঠা। কিন্তু এটা দোষ তেওঁৰ আছে—সেইটি হৈছে যে তেওঁৰ ভয়ানক খং, ভয়ানক দন্দুৰী। মোক এটা সোণৰ খনি যৌতুক দিলেও মই সেইজনী কেতিয়াও বিয়া নকৰাওঁ।

পদ্মঃ ঃ হৰিশ্চন্দ্ৰ, তুমি একো নাজানা, মনে মনে থাকা। মই চাই লম বাৰু। কিন্তু তেওঁৰ নাম কি আৰু তেওঁৰ বাপেকৰ নাম কি ?

হৰি ঃ বাপেকৰ নাম বাপুটি আৰু তেওঁৰ নাম কেতুৰী।

পদ্মঃ ঃ মই বাপেকক চিনি পাওঁ, অৱশ্যে জীয়েকক দেখা নাই। তেখেতে মোৰ বোপাইক ভালকৈ জানিছিল। মই এতিয়াই তেওঁৰ তালৈ যাম। তুমিও যাবা নেকি মোৰ লগত ?

গেৰা ঃ ভাওৰীয়া, আমাৰ দেউতাৰ এই উৎসাহ থাকোঁতেই যাবলৈ দিয়ক। সেই

গাভৰুজনাই যদি দেউতাক মই চিনাদি চিনিলেহেঁতেন তেন্তে কেতিয়াও গালি নেপাবে। কাৰণ তাত একো ফল নধৰে। বিশেষতঃ খং উঠিলে কিবা এটা দলি মাৰি মুখখন থেতেলাওঁতে বহুত পৰ নেলাগিব। মই যিদৰে আমাৰ এই দেউতাজনক চিনো, আপুনিতো সেইদৰে চিনি নেপায়।

হৰি ঃ ৰবা পদ্মপাণি, ৰবা, ময়ো যাম। মোৰ প্ৰিয়াও যে তাতে আছে। বাপেকে আপদীয়া ডাঙৰজনীক বিদায় নকৰে মানে সৰুজনীক লগকে ধৰিব নিদিয়া হৈছে।

গেৰা ঃ আপদীয়া! কটা তিৰুতা আপদীয়া হলে তাতকৈ আপদ নাই।

হৰি ঃ মই এতিয়া ছদ্মবেশ ধৰোঁ। মোক নি তুমি বাপুটি ডাঙৰীয়াক এজন সঙ্গীত শিক্ষক বুলি চিনাকি কৰি দিবা। মই বীণাক সঙ্গীত শিকাবলৈ গাত ল'ম আৰু সেই ছলতে প্ৰেম কৰিবৰ চেষ্টা কৰিম। [ গিৰীন্দ্ৰ আৰু শিক্ষকবেশী লক্ষ্মীকান্তৰ প্ৰবেশ ]

গেৰা ঃ দেউতা, সৌৱা কোন আহিছে চাওক।

হৰি ঃ হেৰ' মনে মনে থাক। সেইজনেই গিৰীন্দ্ৰ, মোৰ প্ৰেমৰ প্ৰতিদ্বন্দ্বী।

গেৰা ঃ লগত যোৱাজন কিশোৰ বয়সীয়া আৰু বেছ প্ৰেমিক যেন দেখি। [ তিনিও লুকায় ]

গিৰীন্দ্ৰ ঃ বেছ বেছ। মই তোমাক নি শিক্ষক কৰি লগাই দিম। যি পদুৰাবা যেন প্ৰেমৰ কাহিনীকেহে পঢ়োৱা। মোৰ কাৰ্য সিদ্ধি হলে বাপুটি ডাঙৰীয়াই যি পুৰস্কাৰ দিয়ে মই তাৰ দুগুণ দিম। পুথিকেইখন বেছ আঁতৰ গোলাপ সানি সুগন্ধী কৰি থ'বা, কাৰণ তোমাৰ ছাত্ৰী যে তাতকৈয়ো মধুৰ। কি পঢ়ুৱাব খুজিছা পাছে?

লক্ষ্মী ঃ মই যিহকে পঢ়াও নপঢ়াও আপোনাৰ বাবে তেখেতক খাটিম। অন্ততঃ আপুনি নিজে যিমান কথা ক'ব জানে তাতকৈ বেছিকৈ ক'ম।

গিৰীন্দ্ৰ ঃ বিদ্যাৰ গুণেই বেলেগ।

গেৰা ঃ হয়তো পণ্ডিত হলেই মূৰ্খ হয়।

পদ্ম ঃ চুপ!

হৰি ঃ গেৰা চুপ। [আগবাঢ়ি আহি] ডাঙৰীয়া, ঈশ্বৰে তোমাৰ কল্যাণ কৰক।

গিৰীন্দ্ৰ ঃ লগ পালোঁ ভালেই হ'ল হৰিশ্চন্দ্ৰ। মই এতিয়া বাপুটি ডাঙৰীয়াৰ তালৈ যাওঁ। তেখেতে এজন লেখা-পঢ়া জনা মানুহ বিচাৰিছিল জীয়েকক পঢ়াবলৈ। এই ডেকাজন বেছ বিদ্বান মানুহ। বীণাপাণিৰ বেছ উপযুক্ত শিক্ষকেই হ'ব।

হৰি ঃ অতি উত্তম কথা। মই আকৌ এজন ভদ্ৰলোক লগ পাইছোঁ যি এজন বৰ ভাল গীত-বাদ্যৰ ওস্তাদ বীণাপাণি গাভৰুৰ নিমিত্তে মোক বিচাৰি দিব খুজিছে। মোৰ প্ৰিয় বীণাপাণিৰ নিমিত্তে মই এইখিনি কৰিমেই।

গিৰীন্দ্ৰ ঃ বাৰু মই যে বীণাক কিমান ভালপাওঁ কাৰ্যৰ দ্বাৰা প্ৰমাণিত হ'ব নহয়।

হৰি ঃ গিৰীন্দ্ৰ, এতিয়াও আমাৰ প্ৰেমৰ বিষয়ে আলাপ কৰিবৰ সময় হোৱা নাই বুজিছা। পিচে এই এজন ভদ্ৰলোক মই লগ পাইছোঁ যিজনে কেতুৰীক বিয়া কৰাব খুজিছে।

গিৰীন্দ্ৰ ঃ তেখেতক কেতুৰীৰ দোষৰাশি সম্বন্ধে কৈছাতো?

পদ্ম ঃ মই শুনিছোঁ। তেওঁ হেনো দুৰ্মুখিনী এজনী দস্যুৰী। সেয়ে যদি হয় মই একো দোষণীয় বুলি নেভাবোঁ।

গিৰীন্দ্ৰ ঃ আপুনিনো ক'ৰ মানুহ ডাঙৰীয়া?

পদ্ম : বৰুণা নগৰত মোৰ জন্ম। অনন্ত মোৰ পিতাৰ নাম। ঘৰৰ অৱস্থা ভাল। এতিয়া এজনী বিয়া কৰাই সুখে থাকিব খোজোঁ। শুনিলে এতিয়া ?

গিৰীন্দ্ৰ : এনে তিৰোতা লৈ শান্তিৰে থাকিব খুজিছে নে ? চাওক বাৰু যত্নকৈ। আমি এই বিয়াত আপোনাক সহায় কৰিবলৈ সাজু।

পদ্ম : ভাল মই সেই উদ্দেশ্যলৈ আহিছোঁ যেতিয়াই অলপ বদনাম শুনিয়েই এতিয়া পিছুৱাই যামনে ? অপাৰ অনন্ত সমুদ্ৰৰ পৰ্বত চূড়াৰ নিচিনা ঢৌত কতবাৰ পৰিও ভয়খোৱা নাই, ভীষণ ৰণক্ষেত্ৰৰ তলত শত্ৰুৰ ভীষণ কামান ধ্বনি আৰু ওপৰত মেঘৰ গৰ্জন বজ্ৰপাত শুনিও কোনো দিনা মোৰ বুকু কপা নাই, দ্বন্দ যুদ্ধত দুন্দভি ধ্বনি, বিপক্ষৰ শানিত অসিৰ ঝণঝণি কতবাৰ শুনিছো তাতো ভয়খোৱা নাই। আজি এই আজলী তিৰোতা এজনীৰ জিভায়েনো মোক ভয় খুৱাবনে ? ভাওৰীয়া, ল'ৰাক কাণ-খোৱাৰ ভয় খুৱাওক গৈ।

গেৰা : তেখেতে একোকে যে ভয় নকৰে সেইটো সঁচা।

গিৰীন্দ্ৰ : তেন্তে ঈশ্বৰেহে আপোনাক এইখিনি পোৱাইছেহি।

হৰি : তোমাৰ বিয়াৰ খৰচ খিনি আমিয়ে দিবলৈ ৰাজী হৈছোঁ।

গিৰীন্দ্ৰ : বাৰু বিয়া হওঁক খৰচ দিম।

গেৰা : মই মজাকৈ এসাজ খাবলৈ পালেই খুচি হম দেউতাহঁত। (ভদ্ৰলোকৰ বেশত ত্ৰিনয়ন আৰু বাদুলিৰ প্ৰবেশ)

ত্ৰিনয়ন : ভাওৰীয়াসকল, নমস্কাৰ। অনুগ্ৰহ কৰি কবনে বাপুটি ভাওৰীয়াৰ ঘৰলৈ কেনি যাব লাগে।

বাদুলি : অৰ্থাৎ যাৰ দুজনী বিয়া দিবলৈ উপযুক্ত ছোৱালী আছে।

গিৰীন্দ্ৰ : আপুনিও তেওঁকে......।

ত্ৰিনয়ন : হয় মইও তেওঁকে।

পদ্ম : আশাকৰো আপুনি দন্দুৰীজনীক বিয়া কৰাব প্ৰস্তাৱ কৰিবলৈ ওলোৱা নাই।

ত্ৰিনয়ন : মই দন্দুৰীক ভাল নেপাওঁ। বাদুলি বল বল।

লক্ষ্মী : (স্বগতঃ) বেচ অভিনয় কৰিছে ই !

হৰি : যোৱাৰ আগতে এটা কথা কৈ যাওঁক আপুনি তেখেতৰ সিজনী ছোৱালীক বিয়াৰ প্ৰস্তাৱ কৰিব খোজে নেকি ? হয় নহয় কৈ যাওঁক।

গিৰীন্দ্ৰ : আপুনি দেখোন আমাক কোনো কথা নোকোৱাকৈয়ে গোন বাট ল'ব খোজে ?

ত্ৰিনয়ন : আলিবাট পৰি আছে। আপোনালোক যেনেকৈ অবাধে যাব পাৰে মই জানো নোৱাৰো।

গিৰীন্দ্ৰ : নোৱাৰো।

ত্ৰিনয়ন : কেলেই ?

গিৰীন্দ্ৰ : কাৰণ তেখেত মোৰ আকাংক্ষিতা প্ৰণয়িনী।

হৰি : তেখেত মোৰ প্ৰেম-ৰাণী বুজিছে ?

ত্ৰিনয়ন : ধৈৰ্য ধৰি কথা কওঁক ভাওৰীয়াসকল। আপোনালোক ভদ্ৰলোক। মোৰ কথা কেষাৰ অলপ মনদি শুনকচোন বাৰু। বাপুটি বৰুৱা এজন ভাওৰ মানুহ। তেখেতে মোৰ পিতাক জানে। তাতে তেখেতৰ জীয়াৰী যদি অত্যন্ত সুন্দৰী হয় মানুহে জানো তেওঁক বিয়া কৰাবলৈ মন নেমেলিব ? তেখেতৰ জীয়াৰীক পাবৰ আকাংখাকাৰীৰ ভিতৰত যদি ময়ো এজন হওঁ কিবা দোষ হ'ব জানো ? পূৰ্বে সয়ম্বৰ বোৰত বহুতো মানুহ গৈছিল যদিও এজনৰ মূৰতহে মালাডাল পৰে। নাপাব বুলি ভাবি জানো কোনো-বাই চেষ্টা নকৰাকৈ থাকে ?

গিৰীন্দ্ৰ ঃ এই ভদ্ৰলোকজনে দেখোন কথাত আমাৰ এটাইকে চেৰ পেলাব।

লক্ষ্মী ঃ তেখেতে কথা কওঁক দিয়ক। একো নহয় দেখিব।

হৰি ঃ মহাশয়, আপুনি পূৰ্বে কেতিয়াবা বাপুটি ডাওৰীয়াৰ জীয়েকক দেখিছিলনে ?

ত্ৰিনয়ন ঃ নাই দেখা। শুনাত শুনো এটি দন্দুৰী আৰু এটি বৰ শান্তশিষ্ট।

পদ্ম ঃ প্ৰথমটি মোৰ বুজিছে ? তেওঁৰ নিমিত্তে আপুনি চেষ্টা নকৰিব।

গিৰীন্দ্ৰ ঃ এৰা, সেই বিৰোচিত কাৰ্যফেৰা এখেত-লৈকে এৰা যাওঁক।

পদ্ম ঃ শুনক তেন্তে, সৰুজনী ছোৱালীৰ হেনো ডাওৰ জনাৰ বিয়া নোহোৱালৈকে বিয়াই ন'হব। সেই দেখি তেখেতে এতিয়াও বাকদত্তা নহয়। আপুনিও চেষ্টা কৰিব পাৰে।

ত্ৰিনয়ন ঃ সেয়ে যদি হয় আপুনি আগৰ বাধাখিনি দূৰ কৰি মোৰ বৰ উপকাৰেই কৰিব দেখোন।

হৰি ঃ ঠিক কৈছে ডাওৰীয়া, এখেতে ডাওৰ জনাক পাৰ কৰি দিয়ক। আমি আটাই-বিলাকে উপযুক্ত মতে এখেতৰ শলাগ ল'ম।

ত্ৰিনয়ন ঃ বেছ, এই কথাই ৰ'ল। এখেতে প্ৰথমে জঞ্জাল খিনি আঁতৰাই দিয়ক আৰু আমি পিচত যিমান পাৰো ইটিয়ে সিটিক চেৰ পেলাবলৈ চেষ্টা কৰিম। সম্প্ৰতি উকীল সকলৰ দৰে মোকৰ্দমাৰ আগে আৰু পিচে খুব মিলেৰে থকা দি আমি মিলি জুলি থাকিলেইচোন হয়। আহক আজি আমি কেউজনে মিলি খুব ভোজভাত ইত্যাদি খাই স্ফূৰ্তি কৰোঁহঁক।

গেৰা ঃ খুব মজাৰ কথা। দেউতাসকল, বলক।

হৰি ঃ বেছ কথা—পদ্মপাণি! মই ভোজৰ ভাৰ ললোঁ।

# দ্বিতীয় অঙ্ক

## ১ম দৃশ্য

[বাপুটি বৰুৱাৰ ঘৰৰ সম্মুখ।
বীণাপাণি আৰু কেতুৰীৰ প্ৰবেশ]

বীণা : বাইদেউ, মোকনো একেবাৰে বান্দী-বেটীৰ দৰে আপুনি ব্যৱহাৰ কৰিব লাগেনে বাৰু? মোৰ হাতৰ বান্ধটো মুকলি কৰি দিয়ক। আপুনি কলেই মই চোলা চেলেং সকলো খুলি দিম।

কেতুৰী : তেন্তে বাৰু ক', তোক যতবিলাক মানুহে বিয়া কৰাব খোজে তাৰ মাজত তই কাক খুব ভাল পাৱ?

বীণা : মোক বিশ্বাস কৰক বাইদেউ, মোৰ মন কাৰো প্ৰতি দোঁ খোৱা নাই। কাৰো কথা মই বিশেষভাৱে ভবা নাই।

কেতুৰী : হতচিৰী যাইতী, তই মিছা কথা কৈছ। তই হৰিশ্চন্দ্ৰক ভাল পাৱ হয় নে নহয়?

বীণা : কেতিয়াও নহয়। যদি আপুনি তেওঁক ভাল পায় কওঁক। মই নিজে এই বিষয়ত লাগি ঠিক কৰি দিম।

কেতুৰী : অ' তেন্তে টকা থকা মানুহকহে বেছি ভাল পাৱ নহয়?

বীণা : তাৰ কাৰণেই মোক এনে হিংসা কৰেনে বাইদেউ? মই তেওঁকো ভাল নেপাওঁ। কেলেই মোৰ লগত এইখন চুপতি কৰিছে বাৰু? মোৰ হাতখন মোকোলাই দিয়ক এতিয়া।

কেতুৰী : মই চুপতিহে কৰিলোঁ। (মাৰে) [বাপুটিৰ প্ৰবেশ]

বাপুটি : কি হ'ল। কি হৈছে এইখন হোঁ। কটা কি দুষ্ট ছোৱালী এইজনী। বীণা, আঁতৰি যোৱা বাছা। নেকান্দিবা। নিজৰ কাম কৰাগৈ। এইক নেমাতিবা। এনে আজলী ছোৱালীজনীক কেলেই দুখ দিয় তই? তাইতো কেতিয়াও তোক এষাৰ টান কথা নকয়।

কেতুৰী : ইহ্। নিমাতী কইনা ওলাইছে নেদেখিছা? আমি মানুহেই নহওঁ। মাতিবই নোখোজে, ৰহ বাৰু।

বাপুটি : মোৰ চকুৰ আগতেনে? বীণা, ভিতৰলৈ যোৱাগৈ। (বীণাৰ প্ৰস্থান)।

কেতুৰী : আপুনি মোক দেখিবই নোৱাৰে নহয়। তায়েই আপোনাৰ সৰ্বস্ব। তাইৰ বিয়াও পাতিছে নহয় আৰু ময়েই কাৰবাৰী হ'ব লাগিব হবলা সেই বিয়াত? মোক কোনেও দেখিব নোৱাৰে। যাওঁ মই কান্দোগৈ। তাৰ পিচত ইয়াৰ শোধ লমেই লম মই।

(প্ৰস্থান)

বাপুটি : মোৰ নিচিনাকৈ কোনোবাই এইদৰে ভুগিছেনে? সৌৱা কোন আহিছে?
[গিৰীন্দ্ৰ আৰু লক্ষ্মীকান্ত (পণ্ডিত বেশী) হৰিশ্চন্দ্ৰ (সঙ্গীতজ্ঞ) আৰু পদ্মপাণিৰ প্ৰবেশ। ত্ৰিনয়ন আৰু হাতত বাঁহী এটালৈ বাদুলিৰ প্ৰবেশ]

গিৰীন্দ্ৰ : ভাওৰীয়া নমস্কাৰ।

বাপুটি : নমস্কাৰ। ভাওৰীয়াসকল নমস্কাৰ।

পদ্মপাণি : ডাঙৰীয়া, মই শুনিছো আপোনাৰ হেনো কেতুৰী আইদেউ নামেৰে এগৰাকী জীয়ৰী আছে। তেখেত হেনো শুৱনি আৰু গুণৱতী হয়নে ?

বাপুটি : ওঁ মোৰ কেতুৰী নামেৰে এজনী জী আছে সঁচা।

গিৰীন্দ্ৰ : ইমাননো ততাতৈয়াকৈ কথাবোৰ কয়নে ? নিয়মমতে ধীৰে ধীৰে কওক।

পদ্ম : আপুনি মোক ভুল বুজিছে। মই বৰুণা নগৰৰ এজন ভদ্ৰলোক। মই তেওঁৰ ৰূপ গুণ শান্ত স্বভাৱৰ কথা তাতে থাকি শুনিছো। সেই দেখি তেওঁক নিজে চাই চকু জুৰাও বুলি আহিছোঁ। এখেত অঙ্ক বিদ্যা আৰু সঙ্গীত বিদ্যাত বিশেষভাৱে নিপুণ। তেখেতৰ নাম নীলাম্বৰ বিজয় নগৰৰ মানুহ। আৱশ্যাক হলে এখেতে আপোনাৰ জীয়েকসকলক সেইবোৰ বিদ্যা শিকাবই পাৰিব।

বাপুটি : আপোনাৰ শুভাগমন হওঁক। কিন্তু মই দুখেৰে কওঁ যে মোৰ জীয়ৰী কেতুৰী আপোনাৰ লায়কৰ নহয়।

পদ্ম : বুজিছোঁ। আপুনি তেওঁক ঘৰৰপৰা আঁতৰাব নোখোজে। নহলে মোকে পছন্দ নকৰে।

বাপুটি : বিশ্বাস কৰক মই সঁচা কথাকে কৈছোঁ। আপুনিনো কৰ পৰা আহিছে ? কাৰ ঘৰৰ ল'ৰা ?

পদ্ম : মোৰ নাম পদ্মপাণি। মোৰ দেউতাৰ নাম অনন্তসিংহ। মোৰ দেউতা বেচ এজন জনা শুনা মানুহ আছিল।

বাপুটি : মই তেখেতক ভালদৰে জানিছিলো। তেখেতৰ নামতে মই আপোনাক সাদৰী আহ্বান কৰিছো।

গিৰীন্দ্ৰ : আপুনি মজাপালি পাব। সি খি নহওঁক ডাঙৰীয়া, মই এখেতক ধন্যবাদ দিছোঁ। আপোনাৰ সকজনী জীয়েকৰ নিমিত্তে মই এজন খুব শান্ত নির্জু পণ্ডিত লৈ আহিছো। এখেতে খুব লেখা-পঢ়া জানে। যত ভাষা আছে সকলোকে জানে। গীত, বাদ্য, অঙ্কশাস্ত্ৰ সকলো জানে। এওঁৰ নাম কাম্বোজ। এখেতক আপোনাৰ ইয়াত চাকৰি এটা দিলে বৰ ভাল হয়।

বাপুটি : ধন্যবাদ গিৰীন্দ্ৰ। বাৰু আহা কাম্বোজ, তোমাক মই কাম দিম। (ত্ৰিনয়নৰ ফালে চাই) পিচে আপুনিনো কোন ? কি সকামত ইয়ালৈ আহিছিল ?

ত্ৰিনয়ন : ডাঙৰীয়া, মই এই চহৰত অচিনাকি মানুহ। মই নতুনকৈ আহিছোঁ মাত্ৰ। আপোনাৰ বীণাপাণি নামে এগৰাকী অতি গুণৱতী কন্যা আছে। শুনিছোঁ বোলে ডাঙৰ গৰাকী জীয়েকক বিয়া নিদিলে সৰু গৰাকী জীয়েকক বিয়া নিদিয়ে। তথাপি আনে যেনেকৈ সৰু গৰাকীৰ লগত কথা-বতৰা পাতি চিনা-জনা হবলৈ সুবিধা পায়, মোকো যেন তেনে সুবিধা দিয়ে।

বাপুটি : পিচে আপোনাৰ নাম কি ? ক'ৰপৰা আহিছে আপুনি ?

ত্ৰিনয়ন : মোৰ নাম লক্ষ্মীকান্ত। মোৰ দেউতাৰ নাম ভানুকান্ত। নীলপুৰ নগৰত আমাৰ ঘৰ।

বাপুটি : মই তেখেতক জানো। তেখেত এজন পাৰক্ৰমী আৰু বিখ্যাত মানুহ। আপোনাক অভ্যৰ্থনা কৰিছোঁ আহক।
[ত্ৰিনয়নে এটা বাঁহী আৰু কেইখনমান কিতাপ দিয়ে।] নীলাম্বৰ বাহীটো লোৱাঁ। কাম্বোজ কিতাপ কেখন লোৱাঁ। এতিয়াই ছাত্ৰীসকলৰ লগত দেখা কৰাই দিম।

[এটা লগুৱাৰ প্ৰৱেশ]

হেৰ' এই ভদ্ৰলোক কেইজনক মোৰ আইটিহঁত য'ত আছে তালৈকে লৈ যাহঁক আৰু কবি এওঁলোক শিক্ষক।

দুয়ো যেন এখেতসকলৰ ওচৰত শিক্ষা লয় ।

[ লণ্ডৱা, হৰিশ্চন্দ্ৰ, লক্ষ্মীকান্ত আৰু বাদুলিৰ প্ৰস্থান ]

বাপুটি : আমি অলপ সময় এই উদ্যানতে ফুৰিম । তাৰ পিচত খাবলৈ যামহঁক । তোমালোকে ইমান অনুগ্ৰহ কৰি ইয়ালৈ আহিছা । এইখন যেন নিজৰ ঘৰ বুলি ভাবা ।

পদ্ম : ডাঙৰীয়া, মোৰ কামখিনি শীঘ্ৰে সমাধা কৰিবৰ মন । মই দিনে দিনে আপোনাৰ জীয়েৰক দেখা কৰিবলৈ অহাটো অসম্ভৱ । মোৰ জঞ্জালো বহুত । বোপায়ে যি সম্পত্তি থৈ গৈছে মই তাকে চলাই-কৰাই খাব লাগিছোঁ । আপোনাৰ জীয়েৰক বিয়া কৰালে কি কি যৌতুক দিব জানিব খোজোঁ ।

বাপুটি : মোৰ মৃত্যুৰ পিচত মোৰ জমিদাৰীৰ অৰ্দ্ধেক সম্পত্তি আৰু দহ হাজাৰ সোণৰ মোহৰ ।

পদ্ম : ময়ো তেওঁৰ নামে মোৰ মৃত্যুৰ পিচত, যদি মই আগে মৰোঁ মোৰ মাটিবাৰী যথা সম্পত্তি লেখি দিম । লেখা-পঢ়াবোৰ এতিয়াই হ'ব ।

বাপুটি : বাৰু আগেয়ে তোমালোক দুয়োৰো মিলেই হওঁকচোন ।

পদ্ম : সেইটো কি কথা ডাঙৰীয়া । তেওঁ খুব অহঙ্কাৰী হ'ব পাৰে, মই যে তাতোকৈ একাছি চৰা । দুকুৰা জুই লগ লাগিলে মাজত যি যি পৰে সি ভস্ম হয়, কিন্তু দুয়োকুৰা মিলি একুৰা বৃহৎ জুই হৈ পৰে । অৱশ্যে যদি লগাৰ পিচত খুব ধুমুহা আহে তেন্তে একুৰা নুনুমায় । দুয়োকুৰা নুমাব । মইতো কান্দি-কাটি ল'ৰাই ধেমালি কৰাদি তেওঁৰ লগত প্ৰেম কৰিবলৈ অহা নাই । মই নিজেও এটা চোকা লেকেটা মানুহ । তেওঁ বশ হবই ।

বাপুটি : মই তোমাৰ মঙ্গল আৰু কৃতকাৰ্যতা বাঞ্ছা কৰোঁ । কিন্তু কিছুমান টান কথা শুনিবলৈ প্ৰস্তুত হৈ থাকা যেন ।

পদ্ম : প্ৰমাণেই চাওক । পৰ্বতত বতাহ লাগিয়েই থাকে । সেইবুলি পৰ্বত ভাঙি-ছিগি যায়নে ?

[ হৰিশ্চন্দ্ৰৰ ফটা মূৰ লৈ প্ৰবেশ ]

বাপুটি : কি হ'লহে পণ্ডিত । কি হ'ল ? দেখোন শেঁতা পৰি গ'ল ?

হৰি : ভয়তে শেঁতা পৰিছোঁ ডাঙৰীয়া । ভয়তে মোৰ এই গতি হৈছে ।

বাপুটি : কেনে আইটিহঁতে গান-বাজনা শিকিব পাৰিছেনে ?

হৰি : ডাঙৰজনী বেছ সৈনিক হ'ব পাৰিব দেউতা । বাঁহীতকৈ গদাহে তেখেতৰ হাতত বেছি শোভা পায় ।

বাপুটি : কেলেই, তেওঁক বাঁহী শিকাব নোৱাৰিলা ?

হৰি : বাঁহী শিকাব ! তেখেতে মোক বাঁহীৰেহে বেছ শিকালে । মই মূৰ দোঁৱাই বাঁহীত হাত বুলাই কব হে পালোঁ যে ৰাগিনী বজাবৰ হ'লে এনেকৈ আঙুলি বুলাব লাগে । তেওঁ জাপ মাৰি উঠি কলে, হোঁ কটা, মোক ৰাগিণী বুলিলি, এই বুলি মূৰত এনে মাৰ দিলে যে বাঁহীটো মূৰত এক আঙুলমান বহিয়েই গ'ল । তজ্ৰা খাই ৰ লাগি কি হ'ল কি নহ'ল বুজিবই পৰা নাছিলোঁ । তেতিয়া অতি সুশ্ৰাব্য ভাষাৰে লাপুং দগাবাজ ফেঁচামুৰা আদি কত যে মধুৰ সম্বোধন কৰিলে কি কম !

পদ্ম : বাহ ! বেছ ৰাউনী তিৰোতা দেখা গৈছে । মই তেওঁক এই তেজস্বিতাৰ

কাৰণে আৰু ভাল পাইছোঁ। মই তেওঁক লগ পাবলৈ অস্থিৰ হৈছোঁ।

বাপুটি ঃ ব'লা, মোৰ লগত ব'লা। ইমান দুখ কৰিব নেলাগে। মোৰ সৰু জীয়াৰীক শিকোৱাগৈ বাৰু। ব'লা আমি যাওঁ। পদ্মপাণি, মই মোৰ জীয়াৰী কেতুৰীক ইয়ালৈকে পঠাই দিওঁগৈ। [ বাপুটি, ত্রিনয়ন, গিৰীন্দ্র আৰু হৰিশ্চন্দ্রৰ প্রস্থান ]

পদ্ম ঃ বাৰু আহক দেখাই যাওক। তাই গালি পাৰিলে ক'ম, আহা কি সুন্দৰ সঙ্গীত! কপাল থোপা কৰি মুখ ওলোমালে ক'ম, আহা কি সুন্দৰ গোলাপৰ দৰে মুখখন প্রস্ফুটিত হৈ উঠিছে। মনে মনে থাকিলে ক'ম যে কি সুন্দৰ বীণা বিনন্দিত সুৰে কথা কৈছে।

[ কেতুৰীৰ প্রবেশ ]

কেতুৰী, ঈশ্বৰে তোমাৰ কল্যাণ কৰক। তোমাৰ নামেই কেতুৰী নহয়নে ?

কেতুৰী ঃ মোক কেতুৰী বুলিয়েই মাতে। কেতেৰী বুলিও মাতে জানিছে।

পদ্ম ঃ মিছা কথা। কেতিয়াও কেতেৰী নোহোৱা। তোমাক সুন্দৰী মধুমতী কেতুৰী আইদেউ বোলে। কেতিয়াবা দস্যুৰীও যে নোবোলে এনে নহয়। তুমি কেতুৰী—তুমি কেতুৰীৰ দৰে সুবৰ্ণ বৰণী, মোৰ জীৱনৰ শান্তিদায়িনী সতী তোমাৰ শান্ত স্বভাৱ আৰু ৰূপ-গুণৰ কথা শুনি মই তোমাক ধৰ্মপত্নী কৰিম বুলি ইয়ালৈ আহিছোঁ।

কেতুৰী ঃ যিবিলাকে মোৰ কথা আপোনাৰ আগত কৈছিল সিহঁতক কওক আপোনাক ইয়াৰপৰা যেন আঁতৰাই নিয়ে। আপুনি এজন চেলেপু হ্বিবেই নহয়, অস্থাবৰ মানুহ।

পদ্ম ঃ অস্থাবৰ মানে ?

কেতুৰী ঃ অস্থাবৰ সম্পত্তি যথা এই বহা পীৰা-খনৰ দৰে বগৰাই লৈ ফুৰাব পাৰি।

পদ্ম ঃ যদি পীৰাই হওঁ মোৰ ওপৰত বহাঁহি।

কেতুৰী ঃ গাধই বোজা বয় হয় আৰু সেইদৰে আপুনিও গাধ।

পদ্ম ঃ তিৰোতাই তাতকৈয়ো ডাঙৰ বোজা বয় তেন্তে তুমি গৰ্দ্দভী।

কেতুৰী ঃ মই আপোনাৰ বোজা বমনে ?

পদ্ম ঃ তুমি নিচেই কম বয়সীয়া আৰু শেঁতা। মোৰ বোজা তুমি ব'ব নেলাগে।

কেতুৰী ঃ পাতলেই হওঁ মই, আপোনাৰ নিচিনা-টোৱে ধৰিব নোৱাৰে মোক জানিছে।

পদ্ম ঃ একেবাৰে যেন বৰলটিহে। কেলেইনো খং কৰা কিয় দেও ? আহাচোন ওচৰলৈ।

কেতুৰী ঃ যদি বৰলেই হওঁ হুলে বিন্ধিব বুলি ভয় নেলাগে নেকি ?

পদ্ম ঃ বেছ, হুলে বিন্ধিলে হুলডাল উলিয়াই পেলালেই হ'ল।

কেতুৰী ঃ মুৰ্খই সেই হুলডাল বিচাৰি পাব জানো ?

পদ্ম ঃ কেলেই, বৰলৰ নেজতহে হুল থাকে।

কেতুৰী ঃ নহয়, মুখত থাকে।

পদ্ম ঃ কাৰ মুখত ?

কেতুৰী ঃ আপোনাৰ মুখত। মোৰ নেজ আছেনে যে তাত হুল থাকিব ? যাওঁগৈ মই।

পদ্ম ঃ তেন্তে মোৰ জিভাৰ হুল তোমাৰ নেজত লাগিল নেকি ? নেযাবা কেতুৰী, মই এজন সম্ভ্রান্ত মানুহ নহওঁ জানো ?

কেতুৰী ঃ বাৰু দেখা যাওক সম্ভ্রম কেনি যায়

[ প্রহাৰ কৰে ]

পদ্ম ঃ [ হাতত ধৰি ] চোৰ্বা পুনৰ যদি মাৰা মই মুকুটিয়াম এইটো নিশ্চয়।

কেতুৰী ঃ সম্ভ্রান্ত ওলাইছেহি ? তিৰোতাক মাৰিব খোজে।

পদ্ম ঃ ইমাননো খং নে তোমাৰ। ওচৰলৈ আহাচোন।

কেতুৰী ঃ মুখ নাইকিয়া নিলাজ কেকোৰা দেখিলে মোৰ খং উঠেই।

পদ্ম ঃ ক'তা, ইয়াততো কেকোৰা নাই। সেই দেখি খং নকৰিবাচোন।

কেতুৰী ঃ আছে। আর্চী এখন হোৱা হ'লে দেখুৱালোহেঁতেন।

পদ্ম ঃ ময়ে কেকোৰানে ?

কেতুৰী ঃ ইমান কম বয়সতনো ইমান বুধি হ'লনে ?

পদ্ম ঃ তোমাৰ নিমিত্তে মোৰ বয়স কমেই নহয়নে বাৰু ?

কেতুৰী ঃ বয়স কম হ'ব পাৰে, কিন্তু সোতোৰা পৰি গৈছে দেখোন ?

পদ্ম ঃ চিন্তাত মোৰ শৰীৰ শুকাই গৈছে কেতুৰী।

কেতুৰী ঃ আপোনাৰ নিমিত্তে মোৰ চিন্তা কৰিবৰ দৰকাৰ নাই। [ যাব খোজে ]

পদ্ম ঃ এনেকৈনো যাব খোজানে ? সেইটি নহৈছে।

কেতুৰী ঃ মই থাকিলে আপোনাক নানাৰকম বেয়া কথা কৈ থাকোঁ। যাওঁগৈ।

পদ্ম ঃ একো বেয়া কথাতো তুমি কোৱা নাই। মই দেখোন তোমাক খুব শান্ত যেনহে দেখিছোঁ। মানুহে কৈছিল, তুমি হেনো দন্দুৰী, দুষ্টা আৰু গোমোঠা। মই দেখিছোঁ সেইবোৰ কথা একেবাৰে মিছা। মই দেখিছোঁ তুমি বৰ ভাল ৰাংচালী, ৰসিকা। অৱশ্যে কথা কোৱাত কিছু ধীৰ কিন্তু কথাবোৰ ৰহস্যেৰে ভৰা আৰু মধুৰ। প্ৰকৃততে খঙি-য়াল তিৰোতাৰ দৰে ওঁঠ কামুৰি গোৰো-হনি মাৰি, ফোৰোহনি মাৰি, চকু ঘোপা কৰি তুমি থাকিব নোৱাৰা দেখোন। মানুহে মিছাতে কয় কেতুৰী লেঙুৰী বুলি। তুমি দেখোন সৰল, নিৰ্জু, সুন্দৰ। হিংসাতে এইখন কয়। বাৰু অলপ খোজ কাঢ়াচোন কেতুৰী।

কেতুৰী ঃ বহুৰা,—ইয়াৰপৰা যোৱাই ভাল।

পদ্ম ঃ ভগৱতীৰ নিচিনা সতী তুমি। গন্ধৰ্বীৰ নিচিনা সুন্দৰী। তোমাৰ পোহৰত এই কোঠাটোৱেই সুন্দৰ হৈ পৰিছে কেতুৰী।

কেতুৰী ঃ এইবোৰ ৰসপূৰ্ণ কথা কবলৈ ক'ত শিকিছিল আপুনি ?

পদ্ম ঃ ক'তো শিকা নাই। ই মোৰ হৃদয়ৰ বাণী। মই জানেৰে উজ্জ্বল মানুহ নহওঁ নে বাৰু ?

কেতুৰী ঃ বেছ জ্বলি থকা গৰম মানুহ। নিজকে সদায় গৰম কৰি ৰখাৰ যত্ন কৰা উচিত।

পদ্ম ঃ নিশ্চয়। তোমাৰ সঙ্গত সদায় গৰমেই হৈ থাকিম। এতিয়া কামৰ কথা কওঁ শুনা। তোমাক মই বিয়া কৰাম। যৌতুকৰ বিষয়েও ঠিকঠাক হৈ গৈছে। তুমি সম্মত নহলেও মই বিয়া কৰামেই। মই তোমাক ভাল পাওঁ। মই তোমাক চিনি পাওঁ। তুমিও মোক চিনি পালাই। মই ভিন্ন আনে তোমাক বিয়া কৰাব নোৱাৰে ধ্ৰুৱপ। তোমাক পোহনীয়া কৰি মোৰ গৃহৰাণী হৃদয়ৰ ৰাণী স্বৰ্ণপ্ৰভা কেতুৰী কৰিম। অসন্মত নহবা, একো ফল নাই। সৌৱা, পিতাৰা এইফাললৈকে আহিছে।

[ বাপুটি, গিৰীন্দ্ৰ আৰু ত্ৰিনয়নৰ প্ৰবেশ ]

বাপুটি ঃ পিচে পদ্মপাণি বোপা, তোমালোকৰ কি ৰকম চলিছে ?

পদ্ম ঃ খুব ভালমতে চলিছে ডাঙৰীয়া। মই ভুল কৰাটো অসম্ভৱ।

বাপুটি ঃ কেতুৰী আইটি কি হৈছে ? দেখোন মন মাৰি আছা ?

কেতুৰী ঃ মোক আইটি বুলিছেনে ? এটা বলিয়াক আনি মোক বিয়া দিব খুজিছে নহয় ? এইটো এটা অভদ্ৰ কথীয়া মানুহ, মুখৰ কথাৰে সকলো জিনি লব খোজে।

পদ্ম ঃ দেউতা, শুনক। আপুনি আৰু আন সকলোৱে মিছাতে ইমান দিন এওঁৰ বদনাম কৰিছিল। যদি এওঁ কেতিয়াবা খং কৰিছিল সিয়ো প্ৰকৃততে খং

নহয়। বৰ আগবাঢ়ি দন্দ কৰা তিৰোতাও নহয়। এওঁ কিন্তু বেছ শান্ত প্ৰকৃতিৰ মানুহ। সাবিত্ৰীৰ দৰে সতী এওঁ। আমাৰ ইমান মিল হৈছে যে অহা দেওবাৰে আমি বিয়াৰ দিনকে থিৰ কৰিছোঁ।

কেতুৰী : দেওবাৰে মৰিব খুজিছে হবলা এখেত?

ত্ৰিনয়ন : এয়ে যদি মিলনৰ কথা হয় আমি বিদায় হোৱাহে ভাল।

পদ্ম : ডাঙৰীয়া, অলপ ধৈৰ্য ধৰকচোন। মই তেওঁক পছন্দ কৰিছোঁ। আনৰ কি কবলগীয়া আছে তাত! আমি অকলে থাকোঁতে এইটো ঠিক হৈ গৈছে যে তেওঁ পূৰ্বৰ স্বভাৱমতে মানুহক এতিয়াও খং কৰি দেখুৱাব। তেওঁ যে মোক কিমান ভাল পায় পিচত দেখিব বাৰু। মোৰ ডিঙিত ধৰি অতি মৰমেৰে অতি হেঁপাহেৰে কত চুমাই দিলে। মোৰ হিয়া এতিয়া কেতুৰীয়া হৈ গৈছে। মোৰ প্ৰাণ তেওঁৰ প্ৰেমত ভৰপূৰ। মই আনন্দত প্ৰেম বলিয়া হৈছোঁ। চাওঁ কেতুৰী, হাতখন দিয়াচোন। মই কাপোৰ-কানি, অলঙ্কাৰ-পাতি কিনিবলৈ আজিয়েই বেনাৰছলৈ যাম-গৈ। বিয়াৰ দিনাৰ ভোজভাত ঠিক-ঠাক কৰক শহুৰ দেউতা! সকলো মঙ্গল হ'ব চাব।

বাপুটি : মই যে কি বুজি কি কম কব নোৱাৰোঁ। যি নহওক পদ্মপাণি, ঈশ্বৰে তোমাৰ কামনা সফল কৰক। এই মিলন শুভ হওক।

গিৰীন্দ্ৰ : ত্ৰিনয়ন আমি সাক্ষী থাকিলোঁ। এই বিয়া ঠিক হ'ল। এই মিলন শুভ মিলন হওক।

পদ্ম : শহুৰ! মোৰ ধৰ্মপত্নী কেতুৰী! আৰু ডাঙৰীয়াসকল, বিদায়হে। মই বেনাৰছলৈ গৈ আঙঠি, হাৰ আদি নানা তৰহৰ অলঙ্কাৰ আৰু কাপোৰ কিনি আনোগৈ। কেতুৰী চুমাহে। যাওঁ এতিয়া। দেওবাৰে—।

[ পদ্ম আৰু কেতুৰীৰ প্ৰস্থান ]

গিৰীন্দ্ৰ : এনেকৈনো ক'ৰবাত বিয়াৰ বন্দবস্ত হয়নে?

বাপুটি : মই সদাগৰৰ দৰে এখন বেহাহে যেন কৰিলোঁ। শেষফল কি হয়গৈ কব নোৱাৰোঁ।

ত্ৰিনয়ন : এই বস্তুটি আপোনাৰ ওচৰত গ্ৰাহক নোহোৱালৈকে আছিল। এতিয়া হয় ইয়াৰ দ্বাৰা আপোনাৰ লাভ হ'ব, নহয় বেপাৰখন ভ্ৰষ্ট হ'ব, এইহে আৰু।

গিৰীন্দ্ৰ : ডাঙৰীয়া, এই দিনটোলৈকে মই বাট চাই আছিলোঁ। এতিয়া ডাঙৰজনী জীয়াৰীৰ এটা কিবা মীমাংসা হ'ল। ময়ে প্ৰথমে বীণাক ধৰিছিলোঁ। তাতে আকৌ মই ওচৰ-চুবুৰীয়া। মোৰ কথা ভাবি চাওক।

ত্ৰিনয়ন : মই বীণাক খুব ভাল পাওঁ। শব্দেৰে সেই প্ৰেম বৰ্ণনা কৰিব নোৱাৰোঁ।

গিৰীন্দ্ৰ : ল'ৰা। ইমান প্ৰেম তুমি কৰিবই নেজানা।

ত্ৰিনয়ন : পকাদাড়ীয়া, আপোনাৰ প্ৰেম জমি জমি গোট মাৰিলে—।

গিৰীন্দ্ৰ : তোমাৰ গৰম তেজত পৰি তোমাৰ প্ৰেম ভজা হৈ গৈছে। অলপ বয়স নহলেনো ভাল পোৱাৰ মোল বুজেনে?

ত্ৰিনয়ন : কুমাৰীয়ে যৌৱনহে ভাল পায়।

বাপুটি : ৰবাচোন তোমালোক। মোৰ কথা এয়ে—কামতহে কৃতকাৰ্যতা আছে। যেয়ে যিমান বেছিকৈ যৌতুক মোৰ ছোৱালীক দিব সেয়ে তেওঁক পাব। গিৰীন্দ্ৰ, তুমি কি কি দিব পাৰিবা।

গিৰীন্দ্ৰ : মোৰ ঘৰ-দুৱাৰ বাগিচা এই চহৰতে আছে। সেই ঘৰত কত সোণ ৰূপৰ

বাচন–বৰ্তন আচ্‌বাব্‌ ভৰি আছে। মোৰ গোহালিত তিনিকুৰি যোৰ বলদ গৰু আছে। আস্তাবলত ঘোৰা আছে। মোৰ খেতিৰ মাটি বিস্তীৰ্ণ। ১০০ জনী খীৰতী গাই আছে। অৱশ্যে মোৰ অলপ বয়স হৈছে। মই মৰিলে এই সকলো-বোৰ আপোনাৰ জীয়েকেই পাব।

ত্ৰিনয়ন : মই মোৰ পিতাৰ একেটি পো। আপো-নাৰ জীয়াৰীক যদি বিয়া কৰাওঁ তেন্তে মই তেওঁক দিম। এখেতৰ ঘৰৰ নিচিনা তিনিটা ঘৰ। তাৰ উপৰি মাটিৰ লাভ বছৰি দুহেজাৰ সোণৰ মোহৰ।

গিৰীন্দ্ৰ : মোৰ অৱশ্যে ইমান উতপন হোৱা মাটি নাই। তথাপি মোৰ এখন ডাঙৰ জাহাজ আছে।

ত্ৰিনয়ন : মোৰ পিতাৰ তিনিখন ডাঙৰ জাহাজ আছে। দুখন ডাঙৰ পানচৈ আছে আৰু বাৰখন সৰু নাও আছে আৰু যদি এখেতে কিবা দিব পাৰো বুলি কয় মই তাৰ দুগুণ আন উপায়েৰে দিব পাৰিম।

গিৰীন্দ্ৰ : মোৰ এয়ে শেষ। মই এইখিনি আৰু নিজকে দিব পাৰিম আৰু নোৱাৰোঁ।

ত্ৰিনয়ন : তেন্তে বীণাপাণিক ময়ে পাম। আপোনাৰ প্ৰতিশ্ৰুতি অনুসাৰে ?

বাপুটি : তোমাৰ দান খুব সুন্দৰ। তোমাৰ পিতাৰে এই বিষয়ত কথাটো ঠিক কৰকহি বাৰু। নহলে তুমি যদি পিতাৰাৰ আগে মৰা তেন্তে মোৰ ছোৱা-লীয়েতো একো নাপায় !

ত্ৰিনয়ন : পিতা বুঢ়া মইনো আগে মৰিমনে ?

গিৰীন্দ্ৰ : কালৰ আগত সৰু-বৰ নাই একা।

ত্ৰিনয়ন : তথাপি বুঢ়াহে আগ একা।

বাপুটি : তেন্তে এয়ে ঠিক হ'ল, অহা দেওবাৰে মোৰ ডাঙৰজনী ছোৱালী কেতুৰীৰ বিয়া হ'ব আৰু তাৰ পিচৰ দেওবাৰে বীণাৰ বিয়া পাতিম। ইতিপূৰ্বে যদি পিতাৰ আহি বীণাক ধন-সম্পত্তি লেখি দি যায় তেন্তে তুমি পাবা। নহলে মই গিৰীন্দ্ৰক দিম।

গিৰীন্দ্ৰ : বিদায়হে এতিয়া। [ বাপুটিৰ প্ৰস্থান ]

গিৰীন্দ্ৰ : বেছ খেলোৱাৰ ডেকাহে তুমি। পিতাৰ এনে গাধ হ'বনে যে মৰিবৰ আগে সকলো দান কৰি খাটৰ তলত সোমাব গৈ। বাৰু দেখা যাব। [ প্ৰস্থান ]

ত্ৰিনয়ন : যোৱা যোৱা, সোতোৰা পৰা বিয়া-পাগল বুঢ়া। মোৰ ডেকাদেউক বীণা আইদেউক দিবই লাগিব। এতিয়া ভানুকান্ত নামেৰে মোৰ এজন বোপাই ঠিক কৰিব লাগিব দেখিছোঁ। দেখা যাওক, কিমান দূৰ কি হয় ! [প্ৰস্থান]

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

বাপুটিৰ ঘৰৰ এটি কক্ষ ।

[ লক্ষ্মীকান্ত, হৰিশ্চন্দ্ৰ আৰু বীণাপাণি । বীণাই গান গায় আৰু হৰিশ্চন্দ্ৰই বেহেলা বজায় । ]

লক্ষ্মীকান্ত : হেৰা বেহেলাদাৰ, অলপ ক্ষান্ত হোৱাহে । এনেকৈনো বেহেলাখন বেছি থাকেনে বাৰু ! অলপতে যে এখেতৰ বায়েকে তেওঁৰ কোমল হাত তোমাৰ মূৰত ফুৰাইছিল পাহৰিলানে এতিয়াই ?

হৰিশ্চন্দ্ৰ : মূৰ্খ পণ্ডিত ! কি বুজিবা ইয়াৰ মোল ! স্বৰ্গীয় সঙ্গীতৰ এয়ে প্ৰধান যন্ত্ৰ । এঘণ্টা গীত বাদ্যত কটোৱাৰ পিচত তোমাৰ বক্তৃতা দিবা ।

লক্ষ্মী : তুমি বৰ গাধহে । সঙ্গীতৰ সৃষ্টি ক'ৰপৰা কেনেকৈ হ'ল জানা জানো ? মানুহে পঢ়ি-শুনি জ্ঞান উপাৰ্জন কৰি ভাগৰ লাগিলে মন শান্ত কৰিবলৈহে সঙ্গীতৰ সৃষ্টি ।

হৰি : এইবোৰ বৰ কথা নামাতিবাহে ।

বীণা : পণ্ডিতসকল ! এইখন যুঁজ পাতিছে কেলেই ? মই যিটো প্ৰথমে শিকিব খুজিম সেয়েহে হ'ব । মই যেতিয়া যি ইচ্ছা তাকে শিকিম । ইয়াতে বাৰু মই বহোঁ । আপুনি বেহেলাখন অলপ আঁতৰি বাজককৈ ইতিমধ্যে মই অলপ পঢ়ি লওঁ ।

হৰি : ভাল, তেন্তে মই বেহেলাখন ভালকৈ বান্ধি আনো ।

লক্ষ্মী : বাৰু আগে বেহেলাখন বান্ধি সুৰ দি আনাচোন । মই পঢ়ুৱাবলৈ এৰা নেৰা পিচ কথা ।

বীণা : আমি কোনখিনিত ধৰিছিলোঁ ?

লক্ষ্মী : এইখিনিতে পঢ়ক এতিয়া—'অস্তি অস্মিন গৃহে' অৰ্থাৎ এই ঘৰতে আছে 'তব সান্নিধ্যে' তোমাৰ ওচৰত 'প্ৰেম্না আবিষ্টঃ তবানুগতঃ কমলাপতিঃ' অৰ্থাৎ তোমাৰ অনুগত কমলাপতি অৰ্থাৎ লক্ষ্মীকান্ত 'তস্যানুগতঃ ত্ৰিনয়ন সম্প্ৰতি তেন নাম্না খ্যাতঃ' অৰ্থাৎ তেওঁৰ চাকৰ ত্ৰিনয়নেই সম্প্ৰতি লক্ষ্মীকান্ত নামেৰে জনাজাত হৈছে । 'কথং' কেলেই 'বৃদ্ধ বঞ্চনাৰ্থং' অৰ্থাৎ বুঢ়াক প্ৰবঞ্চনা কৰিবলৈ ।

হৰি : এইয়া চাওক কুমাৰী, মোৰ তাঁৰ বন্ধা হলেই [ বজায় ]

বীণা : ক'তা, তাঁৰভাল দেখোন চেৰচেৰাই গৈছেগৈ ?

লক্ষ্মী : হেৰা, তাঁৰত বেছকৈ থু সানি লোৱাঁ, তেহে ভাল হ'ব

[ হৰিশ্চন্দ্ৰ আকৌ বায় । ]

হৰি : তাঁৰ বন্ধা হ'ল ।

লক্ষ্মী : তেওঁৰ তাঁৰ তাৰাৰপৰা উদৰি বাদ্দৰীত পৰিছেগৈ এতিয়া ।

হৰি : ঠিক কৈছা । উদৰি ৰোগগ্ৰস্ত বান্দৰত্ব প্ৰাপ্ত মূৰ্খ পণ্ডিতেহে মোৰ বেহেলা বেয়া শুনে । (স্বগতঃ) এই লকটোৱে বোধহয় মোৰ প্ৰিয়াৰ লগত প্ৰেম কৰিব লাগি হে ।

বীণা ঃ 'তস্যানুগঃ ত্রিনয়নঃ' অর্থাৎ তেওঁৰ অনুগত সদাশিৱ। কমলাপতি যে কমলাৰ অনুগত সেইটো জানো; কিন্তু শিৱ যে বিষ্ণুৰ অনুগত কেনেকৈ জানিম। অৱশ্যে আৰু কিছুদিন শাস্ত্র পঢ়িলে হয়তো অবিশ্বাসৰ ঠাইত বিশ্বাস আহিবও পাৰে।

লক্ষ্মী ঃ অকল লক্ষ্মীৰ নহয় বিষ্ণু অর্থাৎ লক্ষ্মীকান্ত সৰস্বতীৰো অনুগত। তেখেত যে অতি জ্ঞানৱতী ভার্যা। সেইদেখি মানুহে কয় লক্ষ্মীকান্ত বীণাপাণিৰ চিৰানুগত।

বীণা ঃ পণ্ডিতে যি কয় ছাত্রই শুনিবই লাগে। নহলে আৰু বহুত সন্দেহৰ কথা উলিয়াব পাৰি। যি হওঁক, অর্থখিনি বুজিছোঁ বাৰু। এতিয়া আপুনি বজাওক আৰু গাওকচোন বাৰু শুনো।

হৰি ঃ [লক্ষ্মীকান্তলৈ চাই] তুমি যোৱাহে ইয়াৰ পৰা। মিছাকৈ সংস্কৃত চোবোৱা মানুহে ইয়াত থাকি টেপ টেপাব নেলাগে।

লক্ষ্মী ঃ [স্বগতঃ] বুজিছোঁ কটা এতিয়া তয়ো প্রেম কৰিব খুজিছ। বাৰু মই মনে মনে শুনি থাকিম নহয়। [আঁতৰি যায়]

হৰি ঃ প্রথমে আপোনাক আঙুলি বুলাবলৈ শিকাব লাগিব। পিচে চুলিত মতে যি উদাৰা মুদাৰা তাৰা আৰু 'সাৰেগা মা-পাধা-নিসা' বজায় মই তাতকৈ নতুন এটা পদ্ধতি এই কাগজ দুখৰিত লেখি আনিছোঁ।

বীণা ঃ মই দেখোন উদাৰা মুদাৰা ইত্যাদি কেতিয়াবাই শিকিছোঁ।

হৰি ঃ তথাপি মই লেখাখন চাওকচোন বাৰু।

বীণা ঃ (পঢ়ে)

"ঐক্যতান বাদনৰ ময়ে সুৰ দিওঁ
সা-ৰে-গা-মা প্রিয়া বীণা মই যে নিজিওঁ।
পা-ধা-নি-সা হৰিশ্চন্দ্র তব প্রেম দাস
বীণাপাণি প্রেমৰাণী, নকৰা নিৰাশ।
সা-নি-ধা-পা দয়া কৰা হিয়া ভাগে মোৰ
মা-গা-ৰে-সা মৰি যাম পাই দুখ ঘোৰ।"

এইয়ে সপ্ত সুৰৰ ব্যাখ্যা? ছিঃ মই ভাল নেপালোঁ। পুৰণি ৰকমে সুৰ বান্ধি গলেহে ভাল পাওঁ। [এটা লগুৱাৰ প্রবেশ]

লগুৱা ঃ আইদেউ, দেউতাই মাতিছে। কাইলৈ বায়েকৰ বিয়া নহয় তালৈকে ঘৰ দুৱাৰ সজাবলৈ মাতিছে।

বীণা ঃ বিদায় পণ্ডিত মহাশয়সকল। মই এতিয়া যাওঁহে। [প্রস্থান]

লক্ষ্মী ঃ ময়ো তেন্তে যাওঁ। [প্রস্থান]

হৰি ঃ মোৰ মনেৰে এই গোমূর্খ পণ্ডিতটোৱে বীণাৰ লগত প্রেম কৰিছে। আমাৰ ফালেতো আশাই নাই। যদি বাটৰ ভিকহ দেখিলেও তেওঁৰ মন যায় তেন্তে আমি আঁতৰাই ভাল। [প্রস্থান]

## ২য় দৃশ্য

বাপুটি বৰুৱাৰ ঘৰ

[বাপুটি, গিৰীন্দ্র, ত্রিনয়ন, কেতুৰী, বীণা, লক্ষ্মীকান্ত আৰু আন আন মানুহৰ প্রবেশ-]

বাপুটি ঃ লক্ষ্মীকান্ত, আজিয়েই জানো কেতুৰী আইদেউৰ বিয়াৰ দিন ঠিক হোৱা নাছিল। ক'তা দেখোন দৰাৰ দেখা-দেখিয়ে নাই। কি কথা বোলে। পুৰোহিত পালেহি, নিমন্ত্রিতসকল উপস্থিত,

বিয়াৰ সকলো ঠিক-ঠাক হৈছে। ইপিনে দৰাৰ খবৰ নাই। মানুহে বা বুলিব কি ?

কেতুৰী ঃ মোৰ দুৰ্কপাল আৰু লাজ। এটা বাটৰ বলিয়াক মোক জোৰ কৰি বিয়া দিবলৈ উলিয়াই সাজি-কাচি উলিয়ালে। এতিয়া বলিয়ায়ো নিনিয়াত পৰিল। ক'ত যে নাক থম ? মানুহে চিৰকাল হাঁহিব, বিয়াৰ কইনা দৰাৰ অভাৱত থোপোৰা লাগি থাকিল বুলি।

ত্ৰিনয়ন ঃ আপোনালোক ব্যস্ত নহবচোন। মই মানুহজনক চিনি পাইছোঁ। তেখেত পোনপটিয়া খণ্ডিয়াল মানুহ সঁচা। কিন্তু খুব জ্ঞানী, ধেমেলিয়া আৰু সৎ।

কেতুৰী ঃ (মই যদি তেওঁক কেতিয়াও নেদেখি-লোহেঁতেন বুলি কান্দে আৰু আতৰি যয় আৰু বীণা পিচে পিচে যায়)।

বাপুটি ঃ আই ঐ দেহি মোৰ আকৰী ছোৱালীজনী। নেকান্দি কি কৰিব দেহি।

বাদুলি ঃ ডেকাদেউ, খুব উত্তম খবৰ।

বাপুটি ঃ কি হ'ল অ' কি হ'ল ?

বাদুলি ঃ পদ্মপাণি আহিব লাগিছে বুলি ক'লে, একো নহল বুলি ক'ব নেকি ?

বাপুটি ঃ আহিছেনেকি ? কেতিয়া এইখিনি পাবহি।

বাদুলি ঃ যেতিয়া এইখিনিতে থিয় দিয়েহি তেতিয়াই পাবহি।

ত্ৰিনয়ন ঃ আচল খবৰটো নকৱ কিয় ?

বাদুলি ঃ অ' তেখেত পদ্মপাণিয়ে খুব বঢ়িয়া এটা পাগুৰি মাৰিছে। চোলাটো কিন্তু ফটা। এখন ভৰিত চিলপট আৰু এখনত দীঘল বুট। চুৰিয়াখন কপিয়াকপি মাল কোছা মৰা। হাতত এখন মামৰে ধৰা খোলা তৰোৱাল। ঘোঁৰাৰ ওপৰত উঠি আহিছে। ঘোঁৰাটো হাড়ু ওলোৱা। জীনখন ফটা, এভাল ৰেকাবি আছে, এভাল নাই। পেটীভাল সাত ঠাইত জোৰা দিয়া।

বাপুটি ঃ দৰাৰ লগত দৰাযৰীয়া কিমান মানুহ আহিছে আৰু কোন কোন আহিছে।

বাদুলি ঃ দেউতা, তেখেতৰ লিতিকাইজন মাত্ৰ আহিছে। তাৰো সেইৰকমেৰে সাজ-পাৰ। ৰঙ-বেৰঙৰ কাপোৰ তাৰ গাত। হাতত মামৰে ধৰা তৰোৱাল মূৰত এটা টুপী, দেখিলে এটা ৰাক্ষস যেনহে দেখি।

ত্ৰিনয়ন ঃ তেখেতৰ সাজ-পাৰত ধুন-পেচ কোনো কালেই নাছিল।

বাপুটি ঃ কোনোমতে যে আহিছে এয়ে ভাগ্য।

বাদুলি তেওঁটো অহা নাই।

বাপুটি ঃ হেৰ' কোন অহা নাই ?

বাদুলি ঃ কেলেই পদ্মপাণি।

বাপুটি ঃ কেলেই তই এতিয়াই কৈছিলি নহয়, পদ্মপাণি আহিছে বুলি ?

বাদুলি ঃ মই কৈছো তেওঁৰ ঘোঁৰাটো আহিছে। অৱশ্যে পিঠিত তেওঁ বহি আছে মাত্ৰ।

বাপুটি ঃ বাৰু সেই হলেই হ'ল (পদ্মপাণি আৰু গেবাৰ প্ৰবেশ)।

পদ্ম ঃ ক'তা বীৰপুৰুষ বিলাক ক'ত ? ঘৰত কোনোবা আছাহঁক নেও ?

বাপুটি ঃ আহাঁ বোপাই আহাঁ। স্বাগতং।

পদ্ম ঃ বৰ ভালকৈ আহিব পৰা নহল বুজিছেনে ?

ত্ৰিনয়ন ঃ বিয়াৰ দিনাখন যেনে ভাল কাপোৰ পিন্ধা উচিত তেনেকৈতো আপুনি অহা নাই ভাওৰীয়া।

পদ্ম ঃ এয়ে ভাল বুজিছেনে এয়ে ভাল। ক'তা মোৰ কেতুৰী ক'তা ? মোৰ ৰূপহী প্ৰিয়তমা কেতুৰী ক'তা ? দেউতা কেনে আছে ? সমবেত উপস্থিত সমজুৱা সকলেনো বাৰু মোলৈ এনেকৈ কেলৈ চাইছে যেন মই এটা ধুমকেতুহে ?

বাপুটি ঃ বোপা এইখন তোমাৰ বিয়া। প্ৰথমে নাহিবা বুলিয়েই ভয় খাইছিলোঁ। এতিয়া যি আহিলা সিয়ো এনে বেশেৰেনো আহিবলৈ ভাল পালানে? ছিঃ বোপা যোৱা এইসোপা খুলি পেলোৱাগৈ।

ত্ৰিনয়ন ঃ ইমান পলমেই বা কৰিলে কেলেই বাৰু?

পদ্ম ঃ সেইবোৰ বৰ দুখৰ আৰু বৰ দীঘলীয়া কথা। মই যে আহিব পাৰিছো এয়ে বহুত। শেষত এই বিষয়ে মই বহলাই কম আৰু আপোনালোকে শুনি সন্তোষো পাব। কিন্তু কেতুৰী ক'তা? বোধহয় বিয়াত বহিবৰ সময় হ'লহি।

ত্ৰিনয়ন ঃ এইবোৰ বহুৱাৰ নিচিনা পোছাকেৰে কইনাক দেখা নিদিব দেওঁহে। মোৰ ঘৰলৈ বলক। তাতে মোৰ কাপোৰ কানিকে পিন্ধকগৈ।

পদ্ম ঃ সেইটি নহ'ব বুজিছে। মই এনেকৈয়ে তেওঁক দেখা কৰিম।

বাপু ঃ এই ভেশেৰে বিয়াও হ'বনে?

পদ্ম ঃ নিশ্চয়। তেওঁ বাৰু মোক বিয়া কৰাব নে মোৰ কানি কাপোৰ কেৰখন বিয়া কৰাব? কাপোৰ কানি জানিবা সকলোৰেই তেওঁ ভাল নেপালে এই দেহাটো জানো সলাব পাৰিম? মিছাতে ইয়াত কথা চোবাই থাকিলে কি হ'ব? যাওঁ, কেতুৰীৰ ওচৰলৈকে যাওঁগৈ। (পদ্মপাণি আৰু গেৰাৰ প্ৰস্থান)

বাপুটি ঃ ময়ো যাওঁ। কি বা হয় ক'ব নোৱাৰোঁ দেও। (বাপুটি, গিৰীন্দ্ৰ আৰু বাদুলিৰ প্ৰস্থান)

ত্ৰিনয়ন ঃ (লক্ষ্মীকান্তলৈ চাই) তোমাতে ভাল পাইছে সচাঁ ডেকাদেউ। কিন্তু বাপেকেও ভাল পাব লাগিব যে। মই এটা মানুহ বিচাৰি আনি ভানুকান্ত সজাম আৰু মই কোৱাতকৈয়ো বেছি ধন দিম বুলি কোৱাম তেতিয়া বাপেকে সহজে দিব।

লক্ষ্মী ঃ সঙ্গীত আচাৰ্যজনে বৰকৈ পিচে পিচে ঘূৰিছে ফুৰিছে। নহলে আমি গোপনে বিয়াখন কৰাই পেলাব পাৰিলোহেঁতেন। এবাৰ বিয়াহৈ গ'লে পিচত যি হয় হ'ল-হেঁতেন।

ত্ৰিনয়ন ঃ বাৰু সেইটো বুধিকে কৰা যাব। বুঢ়া বাপেকক ফাঁকি দিবলৈ সৰহ সময় নেলাগে। গিৰীন্দ্ৰ বুঢ়াটো চেৰ পৰিলেই। সঙ্গীতজ্ঞ পুৰুষজনক কোনোমতে আঁতৰাই দিম তেতিয়া আমাৰ কাৰ্য সিদ্ধি হ'ব।

(প্ৰস্থান)।

### ৩য় দৃশ্য

ৰাজবাট

[গিৰীন্দ্ৰ আৰু ত্ৰিনয়নৰ প্ৰবেশ]

ত্ৰিনয়ন ঃ মই পিচে বিয়া ঘৰৰপৰা কেতিয়াবাই আহিলোঁ। বিয়াখন সুকলমে হৈ গ'লনে? ইমান সোনকালে আহিল দেখোন ডাঙৰীয়া?

গিৰীন্দ্ৰ ঃ পলাই অহা দিয়ে আহিলো দেও।

ত্ৰিনয়ন ঃ কিনো হ'ল? দৰা কইনা ঘৰ সোমাল জানো?

গিৰীন্দ্ৰ ঃ উঃ এনে বকনি বিয়া দেখা নাই দেও।

ত্ৰিনয়ন ঃ তিৰোতা গৰাকীতকৈয়ো চৰানে?

গিৰীন্দ্ৰ ঃ তেওঁৰ তুলনাত এওঁযে এটা ৰাক্ষস, দানৱ, ভূত।

ত্ৰিনয়ন ঃ তাইতো একেবাৰে প্ৰেতিনী।

গিৰীন্দ্ৰ ঃ দৰাৰ তুলনাত কইনাটিক ভেৰাপোৱালিৰ দৰে অজলা, কপৌৰ দৰে নিৰীহ বুলিব পাৰি। পুৰোহিতে কবহে পালে সম্প্ৰদান

হ'ল, এখেত এতিয়া আপোনাৰ ধৰ্মপত্নী হ'ল। এনে এটা চিঞৰ মাৰি শপত খাই উঠিল যে ভয়তে দেউৰ হাতৰপৰা বিধিখন ধপহ কৰি মাটিত পৰিল। বিধিখন তুলিব ধৰোঁতে দেউক এনে এটা গটা মাৰি দিলে যে দেউও কিতাপৰ দৰে বাগৰ খাই পৰিল। তেতিয়া কলে উঠ বিটলীয়া, সোনকালে কাম শেষ কৰ। প্ৰাণটো হাতত লৈ পুৰোহিতে কামখিনি শেষ কৰি উঠি উৰ্দ্ধশ্বাসে লৰ দিলে, আৰু পিচলৈ চোৱা নাই বুজিছে।

ত্ৰিনয়ন ঃ কইনাই কি কয় ?

গিৰীন্দ্ৰ ঃ কইনাই কঁপিবলৈ ধৰিলে। তাৰ পিচত তাতে বহি কলে আনন্দে মোৰ লাও-পানীৰ গিলাছ দে। ভৃত্যটিয়ে গিলাছটি আগবঢ়াই দিলে। তেতিয়া দৰাই উঠি এধোক খাই কন্যাৰ কল্যাণ কামনা কৰিলে আৰু বাকীখিনি বিধিপাঠকৰ মূৰত ঢালি দিলে—যিহেতু তেওঁৰ টিকনি কোছা নিচেই সৰু। তাৰ পিচত কইনাৰ ডিঙিত সাৱট মাৰি ধৰি টাপৌস্ কৰে গালত এটা চুমা খালে। লাজত ভয়ত তাত থকা মানুহবিলাকে ফৰিং চিটিকা দিলে বুজিছেনে ? ৰাম ৰাম এনে বিয়া নাভূত-নাশ্ৰুত। ই জগতত বিৰল কাণ্ড। বোধ হয় দৰা-কইনা ঘৰ সোমাল। সৌৱা বাজনা বাজিছে।

### ৪ৰ্থ দৃশ্য

### বাপুটি বকৰাৰ ঘৰ

(পদ্মপাণি, কেতুৰী, বীণাপাণি, বাপুটি, হৰিশ্চন্দ্ৰ, গেৰা, উপবিষ্ট। গিৰীন্দ্ৰ আৰু ত্ৰিনয়নৰ প্ৰবেশ)

পদ্মপাণি ঃ বন্ধুসকল আৰু উপস্থিত ভদ্ৰমণ্ডলি, আপোনাসকলে যে মোৰ নিমিত্তে ইমান কষ্ট কৰিছে তাৰ বাবে মই অন্তৰৰ পৰা শলাগ লৈছোঁ। আপোনালোকে মোক লগতলৈ বিয়াৰ ভোজ খাবলৈ কাৰবাৰ কৰিছে। কিন্তু মোৰ বিশেষ জৰুৰি কাম থকাত মই ইয়াত আৰু থাকিবই নোৱাৰোঁ। আশাকৰো আপোনালোকে আনন্দেৰে ভোজ খাই আমোদ আহ্লাদ কৰিব। মই যাওঁহে এতিয়া।

বাপুটি ঃ এইটো অসম্ভৱ কথা।

পদ্ম ঃ মই নিশাৰ আগতে যাবই লাগিব। মই যি বান্ধত পৰিছোঁ জানিলে আপোনা-লোকেও কলেহেঁতেন মোক যাবলৈকেহে। মই যে নিজকে এই গৰাকী শান্ত-শিষ্ট গুণৱতী তিৰুতাক দান কৰিলোঁ তাক আপোনাসকলে যে অনুগ্ৰহ কৰি চালেহি সেইবাবে মোৰ অশেষ ধন্যবাদ গ্ৰহণ কৰিব। মোৰ শহুৰৰ লগতেই ভোজ খাওক। মই যাবই লাগিব।

ত্ৰিনয়ন ঃ ভাল যাব বাৰু। ভোজৰ শেষলৈকে থাককচোন।

পদ্ম ঃ অসম্ভৱ।

গিৰীন্দ্ৰ ঃ মই অনুৰোধ কৰিছোঁ।

পদ্ম ঃ অসম্ভৱ।

কেতুৰী ঃ মই অনুৰোধ কৰোঁ।

পদ্ম ঃ মই 'খুচি' হলোঁ।

কেতুৰী ঃ তেন্তে থাকিব ?

পদ্ম ঃ তুমি যে অনুৰোধ কৰিছা। সেই বাবে নথৈ আনন্দ পাইছোঁ। কিন্তু মই থাকিব নোৱাৰোঁ।

কেতুৰী ঃ মোক ভাল পায় যদি তেন্তে থাকক।

পদ্ম ঃ গেৰা, ঘোৰা তৈয়াৰনে ?

গেৰা : হয় দেউতা, ঘোৰাই দানা—অ' নহয় দানাই ঘোৰা খাই উঠিল।

কেতুৰী : ভাল তেন্তে যি ভাল দেখে কৰক। মই আজিও নেযাওঁ কালিও নেযাও খুচি নহয় মানে নেযাওঁ। দুৱাৰ খোলা আছে আপুনি যেনি ইচ্ছা যাব পাৰে। মই কেতিয়াও নেযাওঁ।

পদ্ম : কেতুৰী খং নকৰিবাচোন।

কেতুৰী : মই খং কৰিম। মোৰ খং নুঠেনেকি? পিতা, ৰব মোৰ কথা এখেতে শুনিবই লাগিব। ডাঙৰীয়াসকল, ভোজত বহকগৈ। মই দেখিছো তিৰোতাই সহি থাকে দেখিয়েই এইদৰে অপমানিত হয়।

পদ্ম : ডাঙৰীয়াসকল, মোৰ কেতুৰীৰ হুকুম পালন কৰিব লাগিব আপোনালোকে। য'ক ভোজত বহকগৈ। খুব আনন্দ কৰক। মোৰ প্ৰাণৰ কেতুৰী মোৰ লগত যাব। আপোনালোকে মোৰ কথা শুনি ৰঙা পৰি চকু ঘোপা কৰি গোৰোহনি মাৰিবৰ কোনো দৰকাৰ নাই। কেতুৰী মোৰ কি? মোৰ গৃহিণী কাজেই মোৰ ঘৰ-দুৱাৰ যথা সৰ্বস্ব তেওঁৰেই। তেওঁ ইয়াত থিয়দি আছে। কাৰবাৰ সাহ আছে যদি মোৰ বিনা হুকুমে তেওঁৰ গাত হাত দিয়ক চোন বাৰু। মই বৰুণালৈ আজি যামেই যাম। কাৰ সাহ আছে আগভেটক দেখোঁ। হেৰ গেৰা, কি চাই আছ? তৰোৱাল ঘূৰা, এইবোৰ চোৰ, ডকাইত। ইহঁতৰ হাতৰপৰা এইবাৰ আইদেৱে ৰক্ষা কৰকচোন চাওঁ। কেতুৰী প্ৰিয়ে, ভয় নেখাবা। ইহঁতে তোমাৰ কেশাগ্ৰও চুব নোৱাৰে।

(আগে আগে কেতুৰীৰ হাতত ধৰি পদ্ম-পাণি যায় আৰু পিচে পিচে গেৰাই তৰোৱাল ঘূৰাই যায়)

বাপুটি : যি হ'ল হ'ল। হালেই অতি শান্ত সুশীতল প্ৰকৃতিৰ মানুহ। যাবলৈ দিয়া। কি কৰা যায় আৰু!

গিৰীন্দ্ৰ : হাঁহি ৰাখিবই নোৱাৰোঁ দেও। গল যে ৰক্ষা পৰিলোঁ।

ত্ৰিনয়ন : এনে বলিয়াযোৰ কেতিয়াও দেখা নাই।

লক্ষ্মী : পিচে বায়েকৰ সম্বন্ধে আপোনাৰ মত কি!

বীণা : পগলাই পাগলীক পাইছে।

বাপুটি : বন্ধুসকল, যদিও দৰা-কইনা অনুপস্থিত তথাপি আহক। আমিয়েই ভোজ খাওহঁক।

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

(পদ্মপাণিৰ ঘৰ)

গেৰা :— ধিক্কাৰ। ধিক্কাৰ কটা এনে নিস্তেজ তিৰোতা জীৱনত ধিক্কাৰ! গিৰিহঁতক-নো চাবা কি? একেবাৰে চণ্ড বলিয়া। কটা এনে মাৰে আৰু ইমাননো গালি পাৰিব পাৰে দেও ঐ! মোক দেউতাই পঠাইছে জুই একুৰা ধৰি থবলৈ। মই ফুৰাই ফুৰাই দুখ কৰি জুই ধৰি থম আৰু তেখেতসকলে আহি আৰাম কৰি জুই পুৱাব। ভাগ্যে মই মানুহটো চুটি নহলে—বৰকৈ বতাহ লাগি ইমান পৰে পেট-মুৰ ওফন্দি মৰিয়েই গলো-হেঁতেন। জাৰো জাৰ বিষম জাৰ দেও। জিভা গৈ তালুত লাগিল দাঁতে শিকটা শিকটি লগাইছেই। বাপেকে জুই ধৰোঁতে জুই উঠে মানে ফুৰাওতে ফুৰাওতে গৰম উঠি যাব নহয়। হেৰ কাতিয়া। হেৰ কটা কাতিয়া খোদ।

(কাতিয়াৰ প্ৰবেশ)

কাতিয়া : কটা কাৰনো এনে ঠেৰেঙা লগা মাত ঐ?

গেৰা : মই একেবাৰে ঠেৰেঙা লাগিয়ে এৰা নাই ঐ। একেবাৰে জাম্মী হৈ গৈছোঁ। তই মোৰ মূৰত যদি উঠ একেবাৰে পিচল খাই ভৰি পাবিগৈ। একুৰা জুই ধৰ ঔ কাতিয়া ককাই!

কাতিয়া : পিচে গেৰা, আমাৰ গিৰিহঁত আৰু গিৰিহঁতনী কেতিয়াকৈ পাবহি অ'?

গেৰা : আহিব লাগিছে ককাই, আহিব লাগিছে। সেই দেখিহে জুই একুৰা ধৰিবলৈ কৈছোঁ অ'।

কাতিয়া : আমাৰ গিৰিহঁতনীৰ বোলে বৰ খং হয়নে অ' গেৰা ভাইটি?

গেৰা : হেৰ, নেজাননে কটা জাৰত সকলোৰে তেজ চেঁচা পৰে। আমাৰ দেউতা, আই, মই তিনিও একেবাৰে চেঁচা পৰি গৈছোঁ।

কাতিয়া : হেৰ, মনে মনে থাক ঔ গাধ! জাৰ লাগি মানুহ শান্ত হয় মোক ভুকুৱাবলৈ আহিছ নহয়।

গেৰা : হেৰ, মূৰত হাত দি চাচোন তোৰ শিংহাল কিমান দীঘল। এই যে বলধ। ৰঃ আইদেউ আহিলেই কৈ দিম। তোক ধুনিবহি এইবাৰ।

কাতিয়া : খং নকৰ ঔ ককাই! পিচে দুনিয়াৰ খবৰ কি?

গেৰা : দুনিয়াখন জাৰত ঠেৰেঙা লাগিছে। লগে লগে আমাৰ দেউতা আৰু আই-দেৱো ঠেটুৰা লাগিছে। সেইদেখি জুই একুৰা ধৰিবলৈ কৈছোঁ অ' তোক।

কাতিয়া : জুই ঠিক হৈয়ে আছে। এতিয়া খবৰ বাতৰিবিলাক কচোন।

গেৰা : কেনেই হঁ গেৰা হো গেৰা হেই কাতিয়া, এইবিলাকেই খবৰ।

কাতিয়া ঃ কটা এই বহৰাটো পিছলি ফুৰে।

গেৰা ঃ পিছুলা নাই ঔ, পানী লগাদি একেবাৰে থিৰ হৈ আছোঁ। সেইদেখিহে জুই বিচাৰিছোঁ আকৌ। পিছে খোৱা-বোৱা কি হৈছে? সেইবিলাক ৰান্ধনীয়ে থিক কৰি থৈছেতো?

কাতিয়া ঃ সেইবিলাক ঠিক আছে। খবৰ কি?

গেৰা ঃ কেবল মোৰ ঘোঁৰাটোৰ বৰ ভাগৰ লাগিছে আৰু দেউতা আৰু আইদেউ দুয়ো ঘোঁৰাৰপৰা বোকাত লুতুৰ-পুতুৰ একেবাৰে যেন গাহৰি পোৱালি হালহে।

কাতিয়া ঃ হেৰ কেনেকৈ কি হ'ল? কচোন অ' কচোন।

গেৰা ঃ বাৰু ওচৰ চাপি আহ কাণে কাণে কওঁ।

কাতিয়া ঃ এয়া (আগুৱাই ওচৰলৈ যায়)

গেৰা ঃ সেয়া (কাণত ধৰি মুচৰি দিয়ে)

কাতিয়া ঃ উঃ উঃ ইটো খবৰ শুনা নহল বোপাই ই খবৰ অনুভৱ কৰা যেনহে হ'ল। উঃ বৰ টানকৈ মোহাৰিলি বোপাই!

গেৰা ঃ কাণখনটো মলা নাই। মোৰ কথা শুনিবলৈ তৈয়াৰ কৰি ললোঁ বুজিছ? তাৰ পিচত শুন—প্ৰথম আমাৰ দেউতাই আইদেউক আগত তুলি লৈ ঘোঁৰা দৌৰাই এটা পৰ্বত নামিছিল।

কাতিয়া ঃ দুয়ো একেটা ঘোঁৰাতে উঠিছিলনে?

গেৰা ঃ উঠিছিলতো। তোৰ কি হ'ল পিচে? তই যদি এইখন টেপটেপাই নেথাকিলি-হেঁতেন তেন্তে সকলো খবৰ কলোহেঁতেন জানিছ! কলোহেঁতেন ঘোঁৰাটো কেনেকৈ হামুখুৰি খাই পৰিছিল। কেনেকৈ আইদেউ ঘোঁৰাৰ পেটৰ তলত পৰি কৰকৰকাই আছিল। তাতে আকৌ গোটেইখন বোকা। কেনেকৈ দেউতাই খঙতে তেওঁক এৰি উঠি গৈছিল। তাৰ পিচত কেনেকৈ সেই ঘোঁৰাটো পৰাৰ বাবে মোক পিটন দিছিল। কেনেকৈ আইদেউ কোনোমতে উঠি বোকাৰ মাজেৰে আহি মোক একৰাই-ছিল। কেনেকৈ দেউতাই নেৰেহে নেৰে ইপিনে আইদেৱে দেউতাক কেনেকৈ কাবৌ-কাকুতি কৰিছিল। মই কেনেকৈ চিঞৰি গগন ফালি দিছিলোঁ। কেনেকৈ ঘোঁৰাটো লৰি পলাইছিল কেনেকৈ তেখেতৰ লেগাম ছিঙিছিল আৰু মোৰ ৰেকাবি এডাল হেৰাইছিল। এইবিলাক এটাইবিলাক কলোহেঁতেন। কিন্তু এতিয়া ময়ো নকলো তয়ো নাজানিলি আৰু মৰালৈকে নেজানিবিও।

কাতিয়া ঃ তেন্তে আইদেউ বৰ দুষ্ট নেকি অ'?

গেৰা ঃ বাৰু দেখিবি নহয়। আহক বাৰু। হেই ৰঙাই, ফাগুনা, ভেবেলা, চেলেপু, চেঙেলি ইহঁত কলৈ গ'ল? সিহঁতক ক মূৰবিলাক আৰক, গাত চোলা পিন্ধক, ভৰিত তেল সানি নিফাফকৰা কৰক। আই আৰু দেউতা আহিলে বাও ঠেং আগবঢ়াই দুয়োহাত জপাই নমস্কাৰ কৰি তাৰ পিচতহে আন কাম এৰা। সিহঁত তৈয়াৰ হৈ আছেনে?

কাতিয়া ঃ আছে।

গেৰা ঃ মাত সিহঁতক।

কাতিয়া ঃ হেৰ কটাহঁত! আহ ওলাই আহ। (লগুৱাৰ প্ৰবেশ)

ৰঙাই ঃ দুৰ্দাৰ গেৰা, নমস্কাৰ!

ফাগুনা ঃ পিচে গেৰা ককাই কেনে?

ভেবেলা ঃ গেৰা, খবৰ কি পিচে?

চেলেপু ঃ কটা গেৰা, আহিলি?

চেঙেলী ঃ পিচে বুঢ়া ডাঙৰীয়া, ভালে আছে?

গেৰা ঃ শুভাগমন হওক। চৰ্দাৰ বোলাজনৰ, ককাই বোলাজনৰ, গেৰা বোলাজনৰ, কটা গেৰা বোলাজনৰ আৰু বুঢ়া ভাও-ৰীয়া বোলাজনৰ এটাইৰে শুভাগমন হওক। সকলো ঠিকঠাক আছেতো ভাইহঁত!

ৰঙাই ঃ সকলো ঠিক। দেউতা কিমানদূৰ পাইছেহি?

গেৰা ঃ সৌৱা পালেহিয়েই নহয়। মনে মনে থা কহঁত। (পদ্মপাণি আৰু কেতুৰীৰ প্ৰবেশ)

পদ্ম ঃ এই লাঠুৱাবোৰ ক'ত! দুৱাৰমুখত দেখোন কোনো নাই একা! মোৰ ৰেকাবিত ধৰিবলৈ ঘোঁৰাৰ মুখত ধৰি-বলৈ দুৱাৰ মুখত কোনো নাছিল কেলেই ক। কটা ৰঙাই, ফাগুনা, ভেবেলা, চেঙেলী ইহঁত ক'ত!

সকলোৱে ঃ এয়া দেউতা, এয়া ইয়াতে আছোহঁক।

পদ্ম ঃ ইয়াতে ইয়াতে ইয়াতে বুলিলেই হ'ল। কটা মূৰ নাইকিয়া চহা মুখত নাছিলি কেলেই? কি কৰিব লাগে নেজান গৰুহঁত! মই যে আগুৱাই পঠিয়াই দিলোঁ সেই গৰু বহুৱাটো ক'ত?

গেৰা ঃ আগৰ দৰে গৰু আৰু বহুৱাহৈয়ে ইয়াতে আছো দেউতা।

পদ্ম ঃ কটা চহা, কটা গাধ! মই তোক কোৱা নাছিলোনে যে ঘৰৰ আগৰ বাগিচাত মোক লগ ধৰিবি আৰু এই বজ্জাত-কেইটাক লগত আনিবি বুলি।

গেৰা ঃ দেউতা, মই কি কৰিম! ৰঙাইৰ পাগুৰিটো বজাই হোৱা নাছিল। ফাগুনাৰ চোলাটো সৰু হয় টানি-টুনি সুমুৱাওঁতে ফাটিয়ে গ'ল, ভেবেলাৰ চুৰিয়াখন আঠুমূৰীয়া হয়, কেৱল চেঙেলী আৰু চেলেপু ঠিক আছিল।

পদ্ম ঃ যা বদ্‌মাচহঁত যা খাবলৈ কি কৰিছ আনগৈ।

পদ্ম ঃ (গান গায়)

শেষ হ'ল আজি বৰলা ভাত
বৰলা ভাত বৰলা ভাত
দুখ নাই মোৰ একণো তাত
একণো তাত একণো তাত।

কেতুৰী, বহা তোমাৰ নিজৰ ঘৰলৈকে মই সাদৰে আহ্বান কৰিছোঁ।
(লগুৱাবোৰে খোৱা বস্তু লৈ আহে)
কেতুৰী, প্ৰেয়সী! মনটো ভাল কৰা আকৌ। হেই কটা কুকুৰহঁত! মোৰ জোটাযোৰ খুলি দে।

(গান গায়) বাটেৰে যাওঁতে দেখিলো চকুৰে
ৰূপহী সোণৰে নাও
পাৰ কৰি দিয়া ময়ো বাটৰুৱা
গৰগাঁৱলৈকে যাওঁ।

(এটা চাকৰে এপাট জোটা খোলে) মাৰিলি কটা মাৰিলি। ভৰিখনকে চিঙিলে কটা। ধৰ বাপেৰে (মাৰে) ইখন ভৰি চিঙ যদি চাবি। কেতুৰী, মনটো ভাল কৰা আকৌ। এইদৰে কেলেই মন মাৰি আছা মইনা? হেই এচৰিয়া পানী আন। মোৰ কুকুৰটো ক'ত অ? হেই যা বিশ্বেশ্বৰ ককাইটিৰ লগত তুমি চিনাকি হ'ব লাগিব। কেতুৰী আৰু আহিলেই তেওঁক এটা চুমাৰে অভিবাদন কৰিবা দেই। (এটা চাকৰে এটা চৰিয়াত পানী আনে) আহা কেতুৰী মইনা হাত মুখ ধোৱাহি আহাঁ! (চাকৰটোৰ হাতৰপৰা চৰিয়াটো পৰি যায়) কটা কুকুৰ কটা.........কেলেই পেলালি সেইটো? (তাক মাৰে)

কেতুৰী ঃ আপুনি অলপ ধৈৰ্য্য ধৰকচোন। সিটো পেলাওঁ বুলি পেলোৱা নাই হবলা?

পদ্ম ঃ সি এটা মূৰ নাইকিয়া কাণ নাইকিয়া গাধ বুজিছা! বাৰু আঁহা কেতুৰী

তোমাৰ চাগৈ ভোক লাগিছে কিছু খোৱাই যাওঁক।

১ম লগুৱা ঃ হয় দেউতা।

পদ্ম ঃ কোনে ৰান্ধিছিলে ?

১ম লগুৱা ঃ মইহে দেউতা।

পদ্ম ঃ এইবোৰ ডেই গৈছে দেখোন। ইঃ গোটেইখিনি ডেই গ'ল। এইকেইটা একেবাৰে কুকুৰ। ৰান্ধনিটো ক'ত ? কটা তহঁতৰ ইমান সাহ। এনে বস্তুও মোক খাবলৈ দিয়। যা দগাবাজহঁত, মই নেখাওঁ এইখন।
(কাঁহী, বাটি, মণ্ডহ, কটি সকলো দলিয়াই দিয়ে)
শ্যালা নিমখ হাৰামহঁত ! ৰ মই এতিয়াই তহঁতক ধুনিমগৈ।

কেতুৰী ঃ আপুনিনো এনেকৈ কেলেই খং কৰিছে বাৰু ? মণ্ডহ আৰু আন আন বস্তু বেছ ভালকৈয়ে ৰন্ধা হৈছিল দেখোন ?

পদ্ম ঃ নহয় কেতুৰী ! প্ৰিয়ে ! মাংসবোৰ বৰ বেছিকৈ ভাজিছিল বুজিছা ? মোক কবিৰাজসকলে তেনে খৰাংকৈ ভাজা বস্তু খাবলৈ হাক দিছে। কাৰণ তাৰ-দ্বাৰা পিত্ত বাঢ়ে আৰু খং ৰাগ বেছি হয়। ময়ো খঙিয়াল তুমিও কম নোহোৱা। এনে অৱস্থাত আজিলৈ লঘোন দিয়াই ভাল। কাইলৈ খোৱা-খোৱাৰ ভাল ব্যৱস্থা কৰা যাব। দুয়ো লগে ভাগে লঘোন দিম খেতিয়া একো কথা নাই। আহাঁ এতিয়া আমাৰ কোঠালৈকে যাওঁগৈ।
(পদ্ম, কেতুৰী আৰু কাতিয়াৰ প্ৰস্থান)

বওাই ঃ কটা এনে দেখাও নাই শুনাও নাই। বিয়াৰ কইনাৰ মৰ্য্যাদা পালি হ'ল।

ভেবেলা ঃ মুঠতে এইক শুকায়ে মাৰিব সি।
(কাতিয়াৰ প্ৰবেশ)

গেবা ঃ কলৈ গ'ল অ'।

কাতিয়া ঃ শোৱনি কোঠালৈ গৈ আগত বহৱাই লৈ ন কইনাৰ আগত যে কিমান বলকিব লাগিছে তাৰ ঠিক নাই। বেচেৰী হতভম্বা হৈ বহি চাই আছে মাথোঁ।

লগুৱা ঃ আহিছে ঔ আহিছে। (সকলোৰে প্ৰস্থান, পদ্মপাণিৰ প্ৰবেশ)

পদ্ম ঃ আৰম্ভটো বেয়া হোৱা নাই। কালি আজি দুদিন লঘোন। কালিও টোপনি নাই, আজিওতো টোপনি যাবৰ লক্ষণ দেখা নেপাওঁ। ময়ো নেখাওঁ নোশোও। দেখা যাওক দুষ্ট দম্পুৰী তিৰোতা শান্ত হয় নে নহয়। ( প্ৰস্থান )

## ২য় দৃশ্য

### বাপুটিৰ ঘৰৰ সম্মুখ

(হৰিশ্চন্দ্ৰ আৰু ত্ৰিনয়নৰ প্ৰবেশ)

ত্ৰিনয়ন ঃ বাৰু ভাওৰীয়া হৰিশ্চন্দ্ৰ, এইটোওনো সম্ভৱনে বীণাপাণিয়ে কাম্বোজকহে ভাল পায়। মোকো কিন্তু তেওঁ হাতত ৰাখিছে বুজিছে ?

হৰি ঃ মই যি কৈছো তাৰ প্ৰমাণ চাই যদি ইয়াতে থিয় দি তাৰ শিকনিৰ ৰকমটো চাওকচোন বাৰু। (দুয়ো অলপ আঁতৰি গুনে) বীণা আৰু লক্ষ্মীকান্তৰ প্ৰবেশ)

লক্ষ্মী ঃ পিচে কুমাৰী, যি পঢ়িছে ভালকৈ বুজিছেতো ?

বীণা ঃ আপুনি যি পঢ়ে তাকে আগে বুজাওক-চোন।

লক্ষ্মী : মই পঢ়িছিলো যে মই প্ৰেমৰ কথাহে বুজোঁ।

বীণা : বাৰু আপোনাৰ বুজাৰ প্ৰমাণ দিব পাৰে জানো ?

লক্ষ্মী : নিশ্চয়, আপুনি হিয়াৰ ৰাণী হৈ থাওঁক মাত্ৰ সকলো পাবো। (প্ৰস্থান)

হৰি : এতিয়া কওঁক বাৰু, বীণাপাণিয়ে আপোনাক ভাল পায় নে কাক ভাল পায় ?

ত্ৰিনয়ন : হায়! অবিশ্বাসী প্ৰেম! অবিশ্বাসিনী তিৰোতা! হৰিশ্চন্দ্ৰ, মই বৰ আচৰিত হলোঁ হয়।

হৰি : মোৰ খেলা শেষ হ'ল বুজিছে ? মই মুঠেই নীলাম্বৰ নহওঁ মই চেৰেঙাদাবো নহওঁ মই মাথোন হৰিশ্চন্দ্ৰ। এইজনা গাভৰুৰ প্ৰেম পাবলৈ এই ছদ্মবেশ লৈছিলোঁ। এতিয়া এখেতৰ যেতিয়া ছোটলোকৰ লগতহে কাৰবাৰ কৰিবৰ ইচ্ছা ভদ্ৰলোক ইয়াৰপৰা আঁতৰি থকাই ভাল।

ত্ৰিনয়ন : ডাঙৰীয়া হৰিশ্চন্দ্ৰ, মই বহুত সময় বীণাপাণিৰ প্ৰতি আপোনাৰ একনিষ্ঠ প্ৰেমৰ কথা শুনিছো। এতিয়া এওঁৰ বলিয়ালিখন দেখি ময়ো পিচ এৰিলোঁ। বুজিছেনে ?

হৰি : সৌৱা চাওঁক, চাওঁক কিদৰে সাবটা-সাবটি কৰি চুমা খাইছে। লক্ষ্মীকান্ত ডাঙৰীয়া, এয়া মোৰ হাতত ধৰক। মই প্ৰতিজ্ঞা কৰিলোঁ আজিৰপৰা এইৰ আশা এৰিলোঁ।

ত্ৰিনয়ন : আৰু ময়ো শপত খাইছোঁ বুজিছেনে আৰু কেতিয়াও মই এওঁক বিয়া নকৰাওঁ। কাবৌ কৰিলে চুলিচিঙি কাতৰ কৰিলেও বিয়া নকৰাওঁ। ই ধ্ৰুৱপ।

হৰি : মই দেও এজনী বাগৱতী বিধবাক বিয়া কৰাম যি মোক আজি কতদিনৰপৰা ভাল পায় আছে। দেখিবলৈ সুন্দৰ হ'ল বুলিয়েইনো এইৰ ইমান ফুটনি হব পায়নে বাৰু! (হৰিশ্চন্দ্ৰৰ প্ৰস্থান)

(বীণা আৰু লক্ষ্মীকান্তৰ প্ৰবেশ)

ত্ৰিনয়ন : বীণাপাণি আইদেউ, আপুনি প্ৰেমাৰণ্যত চিৰকাল ৰাণী হৈ থাওঁক। হৰিশ্চন্দ্ৰৰ লগেলগে মই হলে আপোনাক এৰিলোঁ।

বীণা : সঁচাই দুয়ো এৰিলেনে ?

ত্ৰিনয়ন : নিশ্চয়।

লক্ষ্মী : তেন্তে নীলাম্বৰ গ'ল ?

ত্ৰিনয়ন : হয় ডেকাদেও, তেখেতে এগৰাকী শকত আৰট বাংতালী বিধবাক একেদিনে খুজি বাঢ়ি বিয়া কৰাব।

বীণা : তেখেত সুখী হওক।

ত্ৰিনয়ন : তেখেতে ঘৈণীয়েকক হেনো চিধা কৰি পোঁহনীয়া কৰি ল'ব।

বীণা : এনে কথানো কলেনে তেওঁ।

ত্ৰিনয়ন : তেখেত বশীকৰণ বিদ্যালয়লৈ গ'ল।

বীণা : বশীকৰণ বিদ্যালয়! এনে ঠাইনো কৰবাত আছেনে ?

ত্ৰিনয়ন : হয় আইদেউ, সেইখন পঢ়াশালিৰ শিক্ষক হৈছে পদ্মপাণি। (বাদুলিৰ প্ৰবেশ)

বাদুলি : ডাঙৰীয়া, ইমানদিন বাট চাই চাই এতিয়া এজন মনৰ জোখাৰে মানুহ পালোঁ বাপেকে।

ত্ৰিনয়ন : তেওঁনো কোন বাদুলি ?

বাদুলি : এজন বুঢ়া পণ্ডিত। চেহেৰাই বুলনে ঠিক যেনেটি বিচাৰিছে তেনেই পাব।

লক্ষ্মী : কেলেই ত্ৰিনয়ন ?

ত্ৰিনয়ন : যদিহে তেওঁ মোৰ কথা বিশ্বাস কৰে মই তেওঁক ভানুকান্ত সজাম। সেই ভানুকান্তই বাপুটি বকস্বাৰ আগত সকলো দিম বুলি স্বীকাৰ কৰিব। আপোনাৰ কাৰ্য সিদ্ধি কৰি পিচত

যি হয় দেখা যাব ।

[লক্ষ্মীকান্ত আৰু বীণাৰ প্ৰস্থান । এজন পণ্ডিতৰ প্ৰবেশ ।]

পণ্ডিত ঃ ঈশ্বৰে আপোনাৰ ভাল কৰক ডাঙৰীয়া ।

ত্ৰিনয়ন ঃ আপোনাৰো ভাল হওক দেউ ! কৰ পৰানো আহিল ? ক'লৈনো যাব ? কিমান দিননো ইয়াত থাকিব ?

পণ্ডিত ঃ ইয়াত সাতদিনমান থাকিম । তাৰ পিচত এবাৰ দিল্লীলৈ আৰু এবাৰ পুৰীলৈকো পাৰিলে যাম ।

ত্ৰিনয়ন ঃ আপুনি কোন দেশৰ মানুহ দেউ ?

পণ্ডিত ঃ মই মগধ দেশৰ মানুহ ।

ত্ৰিনয়ন ঃ কি আপুনি মগধৰ মানুহ হৈ নিজৰ জীৱনক তুচ্ছ কৰি পদুমনগৰ পাইছেহি ?

পণ্ডিত ঃ কেলেই ! মইনো কি কৰিলোঁ ? মোৰ জীৱনলৈয়ে টনাটনি নেকি ?

ত্ৰিনয়ন ঃ আপুনি জনা নাই হবলা যে মগধৰ মানুহ ইয়ালৈ আহিলে তাৰ মৃত্যু হয় । এই দেশৰ ৰজাৰে মগধৰ ৰজাৰ কাজিয়া লাগিছে । সেইদেখি এই দেশৰ মানুহ গাড়ী, নাও তালৈ নেযায় আৰু সেই দেশৰ মানুহ-দুনুহো ইয়ালৈ নাহে ।

পণ্ডিত ঃ বৰ টান কথা হ'ল ডাঙৰীয়া ! মোৰ হাতত যে সেই দেশৰ হুণ্ডি কিছুমান আছে । ইয়াতো তাক ভঙাব নোৱাৰিম । টকা নহলে যামেই বা কেনেকৈ ?

ত্ৰিনয়ন ঃ বাৰু মই সেই বিষয়ত সহায় কৰিম । পিচে আপুনি কেতিয়াবা নীলপুৰ নগৰলৈ গৈছিলনে ?

পণ্ডিত ঃ কেবাবাৰো গৈছোঁ ডাঙৰীয়া ।

ত্ৰিনয়ন ঃ তাত ভানুকান্ত নামে ডাঙৰ মানুহ এজনক জানেনে ?

পণ্ডিত ঃ নাজানো কিন্তু নাম শুনিছোঁ । তেখেত বৰ ধনী আৰু বৰ মানুহ ।

ত্ৰিনয়ন ঃ তেখেত মোৰ পিতা হয় বুজিছে ? আৰু দেখিবলৈ আপোনাৰ দৰে চেহেৰা ।

বাদুলি ঃ [স্বগতঃ] যেনে সুমথিৰা টেঙা আৰু ভেকুৰি গুটি দেখিবলৈ একে ।

ত্ৰিনয়ন ঃ তেন্তে এই কথা, মই আপোনাক ৰক্ষা কৰিম । ইয়াত আপুনি মোৰ পিতা ভানুকান্ত বুলি পৰিচয় দিব । মই যি কৰিবলৈ কওঁ তাকে কৰিব । আচলতে মোৰ পিতাও শীঘ্ৰে পাবহি, কিন্তু ইতিমধ্যে মই এজনক বিয়া কৰাব খুজিছোঁ । আপুনি কইনাৰ বাপেকক মই যি যি দিবলৈ অঙ্গীকাৰ কৰিবলৈ কওঁ সেইদৰে অঙ্গীকাৰ কৰিব । ৰাজি আছে নে নাই কওঁক ?

পণ্ডিত ঃ মই সম্পূৰ্ণ ৰাজি । মোক কেৱল আপুনি ৰক্ষা কৰক ।

## ৩য় দৃশ্য

পদ্মপাণিৰ ঘৰৰ এটা কক্ষ ।

[ কেতুৰী আৰু গেৰাৰ প্ৰবেশ ]

গেৰা ঃ নোৱাৰোঁ আইদেউ, প্ৰাণ গলেও নোৱাৰোঁ ।

কেতুৰী ঃ মই যিমানেই দুখ পাওঁ তেওঁৰ খং আৰু বাঢ়ি যোৱা যেন পাওঁ । মোক বোধকৰোঁ খাবলৈ নিদি শুকাই শুকাই মাৰিবলৈকে তেওঁ বিয়া কৰাইছিল । মোৰ বোপাইৰ ঘৰত মগনীয়া আহিও পেট ভৰাই এসাজ খাই যায় । কিন্তু মই যি কোনো কালে কোনো বস্তু কাকো খোজা নাই, মোৰ এনে দশা হৈছে যে পেটৰ ভাত দুটা চাকৰকো খুজি নেপাওঁ । টোপনি আজি দুই-তিনি নিশা নাহেই । ওৰে ৰাতিটো কেৱল আটাহ-পিটাহ

পাৰি, মোৰ উপযুক্ত নহয় বুলি মোৰ প্ৰেমত অস্থিৰ হৈ বান্দী-বেটীক মাৰি-কিলাই আৰু দলিয়াই বিচনা চাদৰ ফালি খাট ভাঙি শুবও নিদিয়ে, শান্তিও নিদিয়ে। মইনো এইদৰেই মৰিমনে ? হেৰ গেৰা ককাই, খাবলৈ কিবা অলপ আনগৈ যা।

গেৰা ঃ বাৰু বেছকৈ পাৰ এটা ভাজি আনিলে হবনে ?

কেতুৰী ঃ খুব বঢ়িয়া হ'ব অ' ককাই, তাকে আনগৈ যা।

গেৰা ঃ বস্তুটো কিন্তু বৰ গৰম। মিজাজ গৰম কৰে। বাৰু যদি খাঁহীৰ মঙহ এডোখৰ সিজাই ৰুটিৰে সৈতে লৈ আহোঁ।

কেতুৰী ঃ সিটো অতি উত্তম। যা তাকে আনগৈ যা।

গেৰা ঃ সিয়ো অতি গৰম জিনিষ। বাৰু অকল ৰুটিকে আনিলে কেনে হয় ?

কেতুৰী ঃ বাৰু তাকে আনগৈ যা।

গেৰা ঃ সিয়ো টান দেখিছোঁ।

কেতুৰী ঃ কটা গোলাম, যা ইয়াৰপৰা। ইয়ো পেংলাই কৰিবলৈ শিকিছে। (মাৰে) মোৰ দুখত ফুতি কৰিছ ? ওলা কটা কুকুৰ। (পদ্মপাণি আৰু হৰিশ্চন্দ্ৰৰ প্ৰবেশ)

পদ্ম ঃ মোৰ কেতুৰী মইনাই অকলে অকলে কি কৰিছে ? মোৰ প্ৰেমৰ কথাকে ভাবি আছা নহয় ?

কেতুৰী ঃ গোটেই চেঁচা পৰি গৈছোঁ বুজিছে।

পদ্ম ঃ ইমান গা পেলাই নিদিবা আকৌ। প্ৰেমময়ী চোৱা। তোমালৈ মই নিজেই গৈ খুব বঢ়িয়াকৈ মাংস ৰুটি তৈয়াৰ কৰি আনিছোঁ। খোৱা এতিয়া। [আগত থালখন থয়] কেতুৰী প্ৰিয়তমে মই অত দুখ কৰি নিজে ৰান্ধি আনি দিলোঁ। মোকনো এষাৰ ধন্যবাদো দিব নোৱাৰানে ? কি মুখেৰে এষাৰ নেমাতাও দেখোন। তেন্তে তুমি এইবোৰ খাবলৈ ভাল নোপোৱা নহয়। তেন্তে এইখন আঁতৰাই নিওঁ।

কেতুৰী ঃ থাকক দিয়ক।

পদ্ম ঃ সামান্য কাম কৰি দিলেও চাকৰ-বাকৰকো মানুহে ধন্যবাদ এষাৰ দিয়ে। মইনো তোমাৰ ওচৰত তাৰো লায়কৰ নহলোঁনে ?

কেতুৰী ঃ আপোনাৰ মই শলাগ লৈছোঁ।

হৰি ঃ পদ্মপাণি, দোষ তোমোৰহে। আহক আইদেউ, আপোনাৰ লগত ময়ো বহি খাওঁ।

পদ্ম ঃ বাৰু হৰিশ্চন্দ্ৰ, ভোকত আছিছা তুমিয়ে খোৱা। গোটেইখিনি পাৰা যদি খোৱা। (স্বগতঃ) সৌৱা, এতিয়া কেতুৰীয়ে খাইছে। খোৱা মইনা। (প্ৰকাশ্যে) মইনা প্ৰিয়তমে, এইবাৰ খুব ভাল ভাল কাপোৰ-কানি কিনি দিম। পিন্ধি-উৰি লবা। দুয়ো গৈ শহুৰৰ ঘৰত খুব ভোজ ভাত খাম। [অলপ ৰৈ] খোৱা হলেই নেকি ? সৌৱা দৰ্জী আহিছে। কাপোৰ-কানি অলঙ্কাৰ-পাতিবোৰ চোৱাহি। [দৰ্জীৰ প্ৰবেশ]

দৰ্জী ঃ দেউতাই আনিবলৈ দিয়া ওৰণি আনিছোঁ। এইখন চাওক।

পদ্ম ঃ এইখননো মোৰ ৰাণীৰ উপযুক্ত ওৰণি নে ? ছিঃ এইখন ফটা জাল লৰাই ওমলা কমাল বুলিলেও হয়। নেলাগে নেলাগে নিয়া।

কেতুৰী ঃ মোক এইখন লাগে। ভদ্ৰলোকৰ পৰিবাৰসকলে এনে ওৰণিহে লয়।

পদ্ম ঃ আমি ভদ্ৰ হ'লেহে। যেতিয়া হ্ম'ইঁক তেতিয়া লবা।

কেতুৰী ঃ বাৰু আপুনি এইদৰে মোক কেলেই যাতনা দিছে? মোৰ কথানো এষাৰো শুনিব নেপায়নে? মই জানো ক্ষুদ্ৰ শিশুটিয়ে মোৰ লগত এইদৰে ব্যৱহাৰ কৰিছে আপুনি। মোক এইটোহে লাগে। দৰকাৰ হয় মোকে এৰি দিয়ক আৰু নোৱাৰোঁ।

পদ্ম ঃ হেয়া দৰ্জী শুন, তোক খেদাই পঠিয়াব দিছে। কেলেই লাগিছে পচা কাপোৰ ডোখৰ? বাৰু আৰু কি আছে চাওঁ ভাল বানাৰছী মেখেলা ক'ত চাওঁ। অ' এইখন [এখন মেখেলা তুলি লয়] এইখন মেখেলা নহয়—চোলাৰ হাত। কিনো চাবা চিলাই! কিনো চাবা ৰমক ভমক ফুল। ইয়াক শৰাই ৩কা কৰিবলৈহে ভাল হ'ব ।

দৰ্জী ঃ ডাঙৰীয়া, আপুনি কোৱামতে খুব উৎকৃষ্ট কাপোৰেৰে আজি কালিৰ ভদ্ৰলোকসকলে যেনে পছন্দ কৰে তেনে মতে এইখন তৈয়াৰ কৰিছোঁ। আপুনি বেয়া বুলিলেতো মোৰ আৰু উপায় নাই।

কেতুৰী ঃ কি সুন্দৰ মেখেলাখনি। তাৰ কাট-চাট পাৰি চিলাই সকলোখিনি উৎকৃষ্ট। মোক আপুনি বান্দৰ নচুৱা দিব খুজিছে।

পদ্ম ঃ ঠিক, সি তোমাক বান্দৰ নচুৱা দিব খুজিছে।

দৰ্জী ঃ মোৰ কথাতো আইদেৱে কোৱা নাই। দেউতাই তেখেতক তেনে কৰিব খুজিছে বুলিহে কৈছে।

পদ্ম ঃ কটা দৰ্জী পোৱালি কটা, কাপোৰ জুখি মেখেলা চিলাই কৰি থোৱা লাপুং, তই দেখোন মোৰ ঘৰতে থিয়দি মোকে অপমান কৰিব খোজ একা? তোৰ সেই গজৰাৰিডাল লৈ এনে শিক্ষা দিম যে তই জীৱনলৈ নেপাহৰ। জানিছ কটা অধম।

দৰ্জী ঃ দেউতা, মিছাতে খং কৰে। মই আপোনাৰ চৰ্দাৰ গেৰাৰ কথামতে সকলো কৰিছোঁ আৰু অতি উত্তমকৈ কৰিছোঁ। মোৰ গাত দোষ কি কওঁক।

গেৰা ঃ দেউতা, মই তাক একো কোৱা নাই। মই কেৱল কাপোৰখনহে দিছিলোঁ।

দৰ্জী ঃ কাপোৰখনেৰে কি কৰিব কৈছিলি বাৰু?

গেৰা ঃ অৰ্থাৎ বেঁজি-সূতাৰে চিলাই কৰিবলৈহে দিছিলোঁ।

দৰ্জী ঃ কেলেই, কাটি পেলাই মেখেলা কৰি চিলাই কৰিবলৈ দিয়া নাছিলি জানো?

গেৰা ঃ কেইখন মুখেৰে ঘূৰাই ঘূৰাই কথা কয় ঔ এইটোৱে!

দৰ্জী ঃ হয়তো, মইহে মুখ ঘূৰাইছোঁ।

গেৰা ঃ মোৰ ফালে এনেকৈ নেচাবি একা। মোৰ ফালে চাই বৰ কথা মাতিলে বা তেনেকৈ চালে মই সুদাই নেৰিম একা। মই কওঁ যে তোৰ মুনিহ বৰ দৰ্জীকহে মই এইখন মেখেলা আৰু লগে লগে চোলাও কৰিবলৈ কৈছিলোঁ। মইতো কাপোৰবোৰ কাটি ডোখৰ ডোখৰ কৰিবলৈ দিয়া নাছিলোঁ।

দৰ্জী ঃ [কাগজ এখন উলিয়াই] এয়া কি কি কৰিব লাগে ইয়াতে লেখা আছে দেখোন!

পদ্ম ঃ পঢ়।

গেৰা ঃ মই কিবা কোৱা বুলি যদি তাত লিখা আছে তেন্তে সি মিছলীয়া।

দৰ্জী ঃ এখন প্ৰমাণ ছাইজৰ মেখেলা আৰু জাকিট।

গেবা : মই যদি প্ৰমাণ চাইছ বুলি কোৱাটো প্ৰমাণ কৰিব পাৰে তেন্তে মেখেলাৰ গাতজিতে মোকো চিলাই কৰি থব দেউতা। মই কৈছিলোঁ এখন মেখেলা।

পদ্ম : পঢ়।

দৰ্জী : এখন পিঠিত পৰা ওৰণি।

গেবা : সেইটো হলে মই কোৱা হয়।

দৰ্জী : এটা জেকেট হাত সহ।

গেবা : মই দুটা হাতৰ কথা কৈছিলোঁ, এটা নহয়।

দৰ্জী : হাতকেইটা বেছ বেঁকাকৈ কটা।

পদ্ম : সেইখিনিয়ে বদমাচি।

গেবা : তাত ভুল লেখিছে দেউতা। মই কৈছিলোঁ হাতকেইটা কাটি উলিয়াই আকৌ চিলাই কৰি দিবলৈ। তাৰ প্ৰমাণ মই দিম জানিছ কটা?

দৰ্জী : মই যি পঢ়িছোঁ সঁচা। তোক মই এইবাৰ পালে শিকাম বাপেৰে।

গেবা : আহ বাৰু, এতিয়াই আহ।

পদ্ম : মুঠৰ ওপৰত এইযোপা মোৰ নিমিত্তে নহয়।

গেবা : নিশ্চয়! এই যোপা আইদেউৰ নিমিত্তেহে।

পদ্ম : দৰ্জী, নে এইযোপা। তোৰ ওস্তাদক দেগৈ গিয়ে শিক্ষক।

গেবা : খবৰদাৰ! মোৰ আইদেউৰ মেখেলা তোৰ সেই ওস্তাদে পিন্ধিবনে? খবৰ-দাৰ।

পদ্ম : কি হ'ল হেৰ' কি হ'ল তোৰ?

গেবা : ছিঃ দেউতা! আইদেউৰ মেখেলাখন যদি ওস্তাদৰ গাত উঠে, ছিঃ লাজৰ কথা।

পদ্ম : [মনে মনে হৰিশ্চন্দ্ৰক কয়] তুমিয়ে ইয়াৰ দাম দিবা বুজি বধাই দিয়াহে।

হৰি : দৰ্জী, মই কাইলৈ তোমাক ইয়াৰ দাম দিম। খণ্ডতে এওঁলোকে যি পায় তাকে মকিলে, একো বেয়া নাপাবা দেও। [দৰ্জীৰ প্ৰস্থান]

পদ্ম : আহাঁ কেতুৰী, আহাঁ আমি এই দুখীয়া বেশেৰেই তোমাৰ পিতাবাৰ ঘৰলৈ যাওঁহঁক। বাস্তৱিকে মনেহে মানুহক দেখিবলৈ ধুনীয়া কৰে। ঘনঘোৰ মেঘৰ মাজেদি বেজিটিয়ে জুমুকি মাৰিলে যেনে চিকুণ দেখি তেনেকৈ অনাড়ম্বৰ সাজপাৰৰ ভিতৰৰপৰা সম্ভ্ৰান্ত মানুহৰ সম্ভ্ৰমো সুন্দৰ দেখি। সাপ দেখিবলৈ ধুনীয়া। সেইবুলিতো সি ভাল নহয় আৰু তুমি মোৰ কেতুৰী এই নিঃকিন সাজ-পাৰতো গৌৰৱময়ী হ'বা জানিবা। যদি কোনোবাই সাজ-পাৰৰ খাবে হাঁহে মোৰ গাত বাৰু দোষখিনি দিবা। ব'লা, পিতাবাৰ ঘৰলৈ যাওঁ। তাত ভোজ ভাত খাই আমোদ আহলাদ কৰা যাব। মোৰ মানুহকেইটাক ঘোঁৰাকেইটা আগবঢ়াই চাৰিআলিৰ মূৰতে ৰাখিব কৈ দিয়া হওঁক। এতিয়া সাত বাজিছে। আমি খোৱাৰ সময়তে সেইখিনি পামগৈ।

কেতুৰী : এতিয়া দুই বাজিছে প্ৰায়; অৱশ্যে আমি মধ্যাহ্নৰ ভোজ নেপাওঁগৈ। ৰাতিহে খাবলৈ পাবিম।

পদ্ম : মই কৈছোঁ সাত বাজিছে। মই যিহকে ক'ম তুমি তৎক্ষণাত তাৰ প্ৰতিবাদ কৰিব গোৱানে? ভাল তেন্তে, আজি নেযাওঁ। আৰু মই যাব লাগিলে মই যেই বজা বুলিম তাতে মান্তি হ'ব লাগিব।

হৰি : বাঃ এওঁ দেখোন সূৰ্য দেৱতাকো হকুমত চলাব। [প্ৰস্থান]

## ৪র্থ দৃশ্য

### বাপুতিৰ ঘৰৰ সন্মুখ

( ত্ৰিনয়ন আৰু ভানুকান্তবেশি পণ্ডিতৰ প্ৰবেশ )

ত্ৰিনয়ন : দেউতা, এইটোৱে ঘৰ। মই গিৰিহঁতক মাতিম নেকি ?

পণ্ডিত : মাতা কিন্তু কুৰি বছৰমান আগেয়ে বাপুতি বৰুৱাৰ লগত কিছুদিন একেলগে আছিলোঁ। কিজানি চিনিয়ে পায়।

ত্ৰিনয়ন : বাৰু ঠিক এনেভাবে মোৰ লগত ব্যৱহাৰ কৰিব যেন আপুনি আচলতে মোৰ বাপেকিহে।

পণ্ডিত : সৌৱা লগুৱাটো আহিছে। সিয়ো ঠিকমতে তালিম দিছেতো ?

(বাদুলিৰ প্ৰবেশ)

ত্ৰিনয়ন : সি ঠিক আছে। হেৰ বাদুলি! এই-জনেই ভানুকান্ত দেউতা বুজিছ।

বাদুলি : মই ঠিক আছোঁ দিয়ক।

ত্ৰিনয়ন : বাপুতি ডাঙৰীয়াক খবৰ দিছতো ?

বাদুলি : মই কৈছো যে আপোনাৰ পিতাক আজি আহি পাবৰ কথা আছে।

ত্ৰিনয়ন : তই ঠিক আছ। হোঁ অলপ নে কিবা কিবি কিনি খাবি। (পইছা দিয়ে) সৌৱা বাপুতি ডাঙৰীয়া আহিছেই।

(বাপুতি আৰু লক্ষ্মীকান্তৰ প্ৰবেশ)

ত্ৰিনয়ন : ডাঙৰীয়া ভালেই হ'ল লগ পালোঁ। (পণ্ডিতজনলৈ চাই) দেউতা, মই এখেতৰ কথাকে আপোনাৰ আগত কৈছিলোঁ। এতিয়া পিতা মোক অনুগ্ৰহ কৰক মোক সম্পত্তিৰ বিষয়ে সহায় কৰক। যেন মই বীণাপাণিক পত্নীস্বৰূপে পাওঁ।

পণ্ডিত : ডাঙৰীয়া, মই নিজ কামত পদুমপুৰলৈ আহি শুনিলো যেনো মোৰ পো লক্ষ্মীকান্ত বোপাই আপোনাৰ জীয়াৰী বীণা আইটিক ভাল পাইছে আৰু বিয়া কৰাব খুজিছে। আপোনাৰ নাম মই শুনিছো। এই বিয়াত মোৰ সম্পূৰ্ণ সন্মতি আছে আৰু যৌতুক ইত্যাদি সম্বন্ধে মোৰ তৰফৰ পৰা মোৰ অবিহনে এওঁলোক দুজনে কি কি পাব সেই বিষয়ে এটা পক্কা মীমাংসা কৰিবলৈ মই সাজু আছো।

বাপুতি : সচাঁ ডাঙৰীয়া, মোৰ জীয়াৰী বীণা আইটিৰ আৰু আপোনাৰ পো লক্ষ্মীকান্তৰ বৰ মিল হৈছে। আপুনি পিতাক স্বৰূপে দৰা-কইনাৰ প্ৰতি কৰ্তব্য কৰক। যৌতুক কি কি দিব ঠিক কৰি এখন লেখা-পঢ়া কৰি দিয়ক বিয়া হওক মোৰ কোনো আপত্তি নাই।

ত্ৰিনয়ন : মোৰ হৃদয়ৰ কৃতজ্ঞতা উভয়কে জনাইছো। এতিয়া এইবোৰ লেখা-পঢ়া আৰু বন্দ-বস্ত ক'ত হব কওক।

বাপুতি : মোৰ ঘৰত সুবিধা নহব বোপা কাৰণ গিৰীন্দ্ৰইতো জুমিয়েই ফুৰিছে। তদুপৰি কতই যে কাণ পাতি আছে।

ত্ৰিনয়ন : তেন্তে মোৰ ঘৰতে এই বিষয়ে মীমাংসা হওক। আজি নিশা বেছ নিৰ্জনত বহি এই বিষয়ে কি কি কৰ্তব্য সকলো ক'ৰা হব।

বাপুতি : মই এই কথাত মান্তি হৈছোঁ। কাম্বোজ, তুমি বীণাৰ তালৈ বেগাই যোৱা তেওঁক কোৱাগৈ কি কি হৈছে। আৰু কবা লক্ষ্মীকান্তৰ পিতাক ইয়ালৈ আহিছে। বীণা যেন তৈয়াৰ হৈ থাকে। তেওঁৰ লক্ষ্মীকান্তৰ লগতে বিয়া হ'ব।

লক্ষ্মীকান্ত : (স্বগতঃ) হওক হওক। আপোনাৰ মুখত যেন ফুলচন্দন পৰক।

ত্ৰিনয়ন : ওঁঃ পলম কৰাৰ আৱশ্যক নাই।

কাম্বোজ যোৱা। ভাওৰীয়া, ময়ে বাট দেখুৱাই নিমনে ? আহক মোৰ বহালৈকে স্বাগতং ।

বাপুটি : বলা ময়ো যাব লাগিছোঁ। বলাহঁক।
(ত্ৰিনয়ন, পণ্ডিত আৰু বাপুটিৰ প্ৰস্থান)

বাদুলি : কাম্বোজ।

লক্ষ্মী : কি অ' বাদুলি ?

বাদুলি : আমাৰ বৰ্তমান গিৰিহঁতে কি দৰে চকু-টিপিয়াইছিল আৰু হাঁহিছিল লক্ষ্য কৰিছিল জানো ?

লক্ষ্মী : কি হ'ল পিচে ?

বাদুলি : একো নহয়। কেলেই তেনে কৰিছিল ? তাকে বুজাবলৈ মোক ইয়াতে থৈ গৈছে।

লক্ষ্মী : ক' তেন্তে শুনো।

বাদুলি : মিছা পুতেক আৰু ততোধিক মিছা বাপেকে বাপুটি বৰুৱাক তাতে বহপৰ ৰখাবই।

লক্ষ্মী : পিচে !

বাদুলি : ত্ৰিনয়নৰ ঘৰত ৰাতি খাবলৈ তেওঁৰ জীয়েৰক আপুনি লৈ যাব।

লক্ষ্মী : তাৰ পিচত ?

বাদুলি : সেই আমাৰ টোকৰ বাপুৱে বিয়াৰ আয়োজন পাতি সাজু হৈ থাকিব।

লক্ষ্মী : মই কি কৰিব লাগিব পিচে ?

বাদুলি : নাম ঘৰতে বিয়া হ'ব। তালৈ কেইজনমান সাক্ষী লৈ গৈ পুৰোহিতে মতা মন্ত্ৰকেটা গাই কন্যা বৰণ শেষ কৰিব লাগে। বিদায়।

লক্ষ্মী : শুন বাদুলি !

বাদুলি : মই নোৱাৰোঁ ৰব। নামঘৰত গৈ দেউক ঠিক ৰাখিবলৈ মোৰ ওপৰত কড়া হুকুম। (প্ৰস্থান)

লক্ষ্মী : বীণা সন্মত হলে হয় এতিয়া। তেতিয়া হলেতো কোনো কথাই নাই। (প্ৰস্থান)

## ৫ম দৃশ্য

### —ৰাজআলি—

(পদ্মপাণি, কেতুৰী আৰু হৰিশ্চন্দ্ৰৰ প্ৰবেশ)

পদ্ম : আঁহা এতিয়া আনন্দ মনেৰে শহুৰ দেউতাৰ ঘৰলৈ যাওঁহক। আঁহা, জোনৰ পোহৰ আজি কি সুন্দৰ দেখি !

কেতুৰী : জোন ? এতিয়া দেখোন জোন নাই-কিয়া এয়া বেলিৰহে পোহৰ।

পদ্ম : মই কওঁ এয়া জোনৰ পোহৰহে।

কেতুৰী : কেতিয়াও নহয়। এয়া বেলিৰ পোহৰ।

পদ্ম : মই শপত খাই কব পাৰোঁ এয়া জোনাক। হেই, ঘোৰাকিটা ওলোটাই আন অ'-নেযাওঁ কটা। কথা কবই নোৱাৰোঁ তৰ্ক কৰি ওলোটাই দিবই।

হৰি : আইদেউ, তেখেতে যি কয় তাকে কওক। নহলে আজি যোৱাই নহব একা।

কেতুৰী : ভাল ইমানদূৰ আহিলো যেতিয়া যোৱাই যক। আপুনি যি বুলি কয় মই তাকে ক'ম।

পদ্ম : মই কওঁ সেইটো জোন।

কেতুৰী : হয়তো মই জানোৱেই নহয় সেইটো জোন।

পদ্ম : মিছা কথা সেইটো বেলিহে।

কেতুৰী : হয়, হয় সেইটো বেলিহে। আপুনি যদি জোন বুলি ভাবে মোৰ পক্ষে সেয়ে জোন, যদি আপুনি বেলি বুলি ভাবে মোৰ পক্ষে সেয়ে বেলি।

হৰি : (স্বগতঃ) পদ্মপাণি, তোমাৰে জয় হ'ল।

পদ্ম : বলা, এতিয়াই আগুৱাই যাওঁহক। সৌৱা কোনোবা এগৰাকী এইফালে আহিছে। (ভানুকান্তৰ প্ৰবেশ)
নমস্কাৰ সম্ভ্ৰান্ত মহিলা ! কেনি যাব আপুনি ! আহা কেতুৰী সঁচাই চোৱাচোন বাক এনে সুন্দৰ গোলগীয়া গাল !

এনে ধুনীয়া চকু! এনে যৌৱনশ্ৰী আন তিৰোতাৰ তুমি দেখিছানে? ধুনীয়া ৰূপহী আইটি, নমস্কাৰ। কেতুৰী, তেওঁক এবাৰ আলিঙ্গন কৰা। অন্ততঃ তেওঁৰ সৌন্দৰ্য্যলৈ চায়েই আলিঙ্গন কৰা।

কেতুৰী : আহা! সদ্য প্ৰস্ফুটিত গোলাপৰ দৰে অনাঘ্ৰাত পুষ্পকলিৰ দৰে সুন্দৰ নিৰ্ম্মল যৌৱনোন্মুখী কুমাৰী আপুনি কেনি যায়? যি পিতৃ-মাতৃয়ে এনে সুন্দৰী কন্যা জন্ম দিছিল তেওঁলোকেই ধন্য।

পদ্ম : কি বোলে কটা এইখন! কেতুৰী, তুমি বলিয়া হলা হবলা? এই এটা অতি জৰদ্‌গৱ বুঢ়া, শোতোৰা ছাল, পকা দাড়ি এওঁকনো কুমাৰী বুলিব পোৱানে?

কেতুৰী : বুঢ়া ককা, মোক ক্ষমা কৰিব। মোৰ চকুৰ দোষ আছে। সেইদেখি ভালকৈ ধৰিবই নোৱাৰিলোঁ। এতিয়াহে দেখিছো আপুনি ককাৰ তুল্য বয়সস্থ। মোক ক্ষমা কৰক।

পদ্ম : হয় দেউতা, ক্ষমা কৰক তেওঁক। আপুনিনো এতিয়া কেনি যাব? যদি আমি যোৱা বাটেই যায় বেছ হ'ল লগে ভাগেই যাব পাৰিম।

ভানু : বোপা আৰু আইদেউ, তোমালোকৰ কাণ্ড দেখি মই বিচুতিয়ে খাইছিলোঁ। মোৰ নাম ভানুকান্ত। মোৰ ঘৰ নীলপুৰত। মই এতিয়া পদুম নগৰলৈ যাম। তাতে মোৰ এটি ল'ৰা থাকে। তাক বহুতদিন দেখা নাই। তাকে চাবলৈকে যাওঁ।

পদ্ম : তেওঁৰ নামনো কি বাৰু?

ভানু : তেওঁৰ নাম লক্ষ্মীকান্ত।

পদ্ম : বৰ শুভ মিলন হ'ল। এতিয়া নিয়ম মতে আপোনাক মই দেউতা বুলিবই পাৰিম। মোৰ পৰিবাৰৰ ভনীয়েকক বোধকৰোঁ ইমানপৰে আপোনাৰ পুতেকে বিয়া কৰালেই। একো আচৰিত নহব। সেইজনী ছোৱালী বৰ ৰূপৱতী আৰু বৰ গুণৱতী। জন্ম ডাঙৰ কুলত আৰু যৌতুকো বহুত পাব। আহক মই আপোনাক আলিঙ্গন কৰোঁ আৰু নমস্কাৰ জনাওঁ। আপোনাক দেখা পালে পুতেকো বৰ সুখী হ'ব।

ভানু : এই কথা জানো সঁচা, নে মিছাকৈয়ে মোৰ আগত গল্প কৰিছে মাত্ৰ।

হৰি : হয় দেউতা, এই কথা সঁচা।

পদ্ম : আহক যাওঁ এতিয়া। নিজ চকুৰে দেখিলেই বিশ্বাস কৰিব নহয়।

হৰি : পদ্ম, মযো এতিয়া সেই বিধবাজনীক বিয়া কৰাম। তিৰোতাক কেনেকৈ চলাব লাগে তোমাৰ ওচৰতে শিকিলোঁ দিয়া। (প্ৰস্থান)

## পঞ্চম অঙ্ক

### ১ম দৃশ্য

লক্ষ্মীকান্তৰ ঘৰৰ সন্মুখ

( বাদুলি, লক্ষ্মীকান্ত আৰু বীণাৰ প্ৰবেশ )

বাদুলি : শীঘ্ৰে বলক আৰু মনে মনে বলক। দেউ তৈয়াৰ হৈয়েই আছে ।

লক্ষ্মী : বাদুলি, তোক সিহঁতে ঘৰত বিচাৰিব পাৰে। তই ঘৰলৈকে যাগৈ।

বাদুলি : ভাল আপোনালোকক থৈয়েই মই যামগৈ। (লক্ষ্মী, বীণা আৰু বাদুলিৰ প্ৰস্থান। গিৰীন্দ্ৰৰ প্ৰবেশ)

গিৰীন্দ্ৰ : আজি এতিয়ালৈকে দেখোন কামোজ নাহিল। মোৰ নিমিত্তে যে সি কি কৰিলে মই ক'ব নোৱাৰোঁ। (পদ্মপাণি, কেতুৰী, গেৰা, ভানুকান্ত আৰু আন আন মানুহৰ প্ৰবেশ)

পদ্ম : দেউতা, এয়ে দুৱাৰ। ইয়াতে লক্ষ্মীকান্ত থাকে। শহৰ দেউতাৰ ঘৰ আগত। মই তালৈকে যামগৈ।

ভানু : যোৱাৰ আগে ইয়াতে এটুপি পানী-দুনি খাইহে যাব পাৰিবা বোপা। (দুৱাৰত চকিয়াই)

গেৰা : ভিতৰত মানুহ খুব ব্যস্ত থকা যেন শুনা যায়। আপুনি আৰু জোৰে খুন্দিয়াওক। (ওপৰৰপৰা পণ্ডিতে মুখ উলিয়াই চায়)

পণ্ডিত : কোন ঐ সেইটো? দুৱাৰখন ভাঙিবই হৰজা ই।

ভানু : লক্ষ্মীকান্ত ঘৰত আছেনে?

পণ্ডিত : আছে। কিন্তু এতিয়া ব্যস্ত আছে। তেখেতৰ কথা পাতিবৰ সময় নাই।

ভানু : কোনোবাই তাক দুশ টকা স্ফূৰ্তি কৰিব দিব খুজিলেও সময় নাইনে?

পণ্ডিত : মই জীয়াই থাকোঁ মানে তোমাৰ দুশ টকা নহলেও তেওঁৰ চলিব।

পদ্ম : মই কৈছিলোৱেই নহয় আপোনাৰ পুতেকক সকলোৱে ভাল পায় বুলি। হেঁৰি বুজিছেনে, লক্ষ্মীকান্তক কওক তেওঁৰ পিতাক আহিছে বুলি।

পণ্ডিত : মিছা কথা। তেওঁৰ বাপেক নীলপুৰ নগৰৰপৰা আহি হেয়া এইফালে মুখ উলিয়াই চায়েই আছে।

ভানু : আপুনিয়ে তেওঁৰ পিতাক নেকি?

পণ্ডিত : ওঁ তাৰ মাকেতো সেই বুলিয়ে কয়।

পদ্ম : (ভানুলৈ চাই) ই কি কথা বোলে। আন মানুহৰ নাম লোৱাটো দেখোন দস্তৰমতে প্ৰবঞ্চনা।

পণ্ডিত : তাক ধৰক, ধৰক। কটা মোৰ নাম কৰি সি এতিয়া কাৰবাক ঠগিব। (বাদুলিৰ প্ৰবেশ)

বাদুলি : মই বিয়াৰ থলত তেওঁলোকক বহুৱাই থৈ আহিছোঁ। বোধকৰোঁ কাজকেৰা নিৰ্বিঘ্নেই হৈ যাব। বোপা ঐ! সৌটো দেখোন বুঢ়া দেউতা। এতিয়াহে সবংশে মৰিলো। সকলো ভ্ৰষ্ট হ'ল।

ভানু : বাদুলি কটা ৰলিয়া এইপিনে আহ।

বাদুলি ঃ খুচি হলে যাম বাৰু।

ভানু ঃ এইফালে আহা কটা ধূৰ্ত, মোক পাহৰিলিয়ে নেকি ?

বাদুলি ঃ পাহৰিলোঁ। ক'তা মইতো আপোনাক আগেয়ে কেতিয়াও দেখা নাই। সেই দেখি পাহৰাও নাই।

ভানু ঃ কটা গোকাট মিছলীয়া, তোৰ ডেকাদেউৰ বাপেকক তই কেতিয়াও দেখা নাইনে ?

বাদুলি ঃ অ' মোৰ গিৰিহঁত······সৌৱা খিৰিকীৰে মুখ উলিয়াই চায়েই আছে নহয়।

ভানু ঃ হয়নে কটা ৰহ। (বাদুলিক মাৰে)

বাদুলি ঃ মাৰিলে ঔ। বলিয়াই মাৰিলে ঔ। কোন আছ ৰক্ষা কৰহিহঁক ঔ।

পণ্ডিত ঃ মাৰিলে ঔ মাৰিলে। বাপুটি ডাঙৰীয়া, বলক ৰক্ষা কৰকগৈ।
(পণ্ডিত খিৰিকীৰপৰা আঁতৰে)

পদ্ম ঃ কেতুৰী, বলা অলপ আঁতৰি এই ৰহস্য-খনকে চাওঁগৈ।
(অলপ আঁতৰি থিয় দিয়ে। পণ্ডিত, বাপুটি আৰু ত্ৰিনয়নৰ প্ৰবেশ)

ত্ৰিনয়ন ঃ ডাঙৰীয়া, আপুনি কোন যে এনেকৈ মোৰ চাকৰটোক মাৰে।

ভানু ঃ মই কোননে ? কটা লাঠুৱা, কি সুন্দৰ পোছাক পিন্ধিছে চোৱা যেন ভদ্রলোক-টিহে। মই ঘৰত দুখ কৰি মৰোঁ। আৰু মোৰ পোৱে এইদৰে মোৰ ধন নষ্ট কৰিছে নহয়।

বাপুটি ঃ এই বুঢ়াজন নিশ্চয় বলিয়া।

ত্ৰিনয়ন ঃ বাৰু ডাঙৰীয়া, আপোনাক দেখোঁতে বেছ বিশিষ্ট এজন লোক যেন লাগে। ইফালে বলিয়ালিখন কৰিছে কেলেই ? মোৰ এইজন পিতাই মোক যদি যথেষ্ট দিবলৈ সমৰ্থ হয়, মইনো বাৰু ভাল কাপোৰ-কানি পিন্ধিম কেলেই ?

ভানু ঃ তোৰ বাপেৰ কটা তই জানো ৰৰগুটি গাঁৱৰ খেতিয়কৰ ল'ৰা ত্ৰিনয়ন নহয় ?

বাপুটি ঃ কি বুলিলে এওঁ ত্ৰিনয়ন ? আপোনাৰ বৰ ভুল হৈছে বুজিছে ?

ভানু ঃ হয় মই তাৰ নাম নাজানো ? মই তাক তিনি বছৰ বয়সৰ পৰাই তুলি-তালি ডাঙৰ কৰিলো। নাম দিলোঁ ত্ৰিনয়ন মই নাজানো ?

পণ্ডিত ঃ ইয়াৰপৰা যোৱা বলিয়া। তেওঁৰ নাম লক্ষ্মীকান্ত মোৰ একেটি ল'ৰা, আৰু মোৰ নাম ভানুকান্ত।

ভানু ঃ ইহঁতে নিশ্চয় মোৰ পোক বধ কৰিছে। বজাৰ দোঁহাই। ইহঁতক ধৰাহঁক। অ' মোৰ বোপাই ! অ' মোৰ বাচা ! তোক ইহঁতে নিশ্চয় বধ কৰিলে। ক নিমখহাৰাম। ত্ৰিনয়ন, মোৰ বাচা লক্ষ্মীকান্ত ক'ত আছে ?

ত্ৰিনয়ন ঃ কোন আছ পুলিচ মাতি আন। এই বাতুলজনক থানালৈ নি কোটত বন্দী কৰি থবৰ দিহা কৰা যাওক।
(এজন দাৰোগাৰ প্ৰবেশ)

ভানু ঃ মোক কোটত সুমুৱাই থ'বনে ?

গিৰীন্দ্ৰ ঃ বৰ দাৰোগা, তেখেতক কেলেই কোটত থ'ব বাৰু ?

বাপু ঃ গিৰীন্দ্ৰ, কথা নক'বা। এই বুঢ়াক কোটত থবই লাগিব। ই বলিয়া।

গিৰীন্দ্ৰ ঃ বাপুটি ডাঙৰীয়া, ভাবি-চিন্তি কাম কৰিব একা।

পণ্ডিত ঃ সাহ আছে যদি শপত খাই কোৱাচোন এখেত ভানুকান্ত বুলি।

গিৰীন্দ্ৰ ঃ মই শপত খাব নোৱাৰোঁ।

ত্ৰিনয়ন ঃ তেন্তে মই লক্ষ্মীকান্ত নহওঁ বুলি কওঁক।

গিৰীন্দ্ৰ ঃ আপুনি যে লক্ষ্মীকান্ত সেইটো মই জানো।

বাপু : দাৰোগা, এই বলিয়াটোক গ্ৰেপ্তাৰ কৰি লৈ যাওঁক।

ভানু : বিদেশত অচিনাকি মানুহৰ এনে হোৱাটোৱেই সম্ভৱ। (লক্ষ্মীকান্ত আৰু বীণাৰ প্ৰবেশ)

বাদুলি : ডেকাদেউ, সকলো ভ্ৰষ্ট হ'ল। সৌৱা তেওঁ তাতে আছে। তেওঁ পিতাক নহয় বুলি কওক। নহলে সকলো নষ্ট হয় এতিয়া।

লক্ষ্মীকান্ত : (বাপেকৰ আগত আঠুকাঢ়ি) পিতা, পিতা, অধম সন্তানক ৰক্ষা কৰক।

বীণা : (বাপেকৰ আগত আঠুকাঢ়ি) পিতা ক্ষমা কৰক।
(বাদুলি, ত্ৰিনয়ন আৰু পণ্ডিত পলাই যায়)

বাপু : তুমিনো কি দোষ কৰিছা, বীণা আইটি, এনেকৈ যে ক্ষমা খুজিছা? লক্ষ্মীকান্ত কেনি গ'ল?

লক্ষ্মী : ময়ে লক্ষ্মীকান্ত আচল ভানুকান্তৰ পুতেক। আজি আপোনাৰ জীয়েকক ময়ে বিয়া কৰাইছোঁ। নকল লক্ষ্মীকান্ত সৌৱা পলাল।

ভানু : সেই বদ্‌মাছ নিমখহাৰাম ত্ৰিনয়ন কেনি গ'ল? সি মোক ইমান অপমান কৰিলে কটা।

বাপু : তুমি জানো কাম্বোজ নোহোৱা?

বীণা : আজি কাম্বোজ অন্তৰ্দ্ধান হ'ল। এতিয়া এখেত মোৰ পতি, লক্ষ্মীকান্তহে।

লক্ষ্মী : প্ৰেমে এইবোৰ আচৰিত কাণ্ড কৰালে। সি মোৰ বেশ ললে আৰু মই এই বেশ ললোঁ। এতিয়া বহুত দুখ-কষ্ট উৎকণ্ঠাৰ মাজেদি মোৰ চিৰাকাংক্ষিতা চিৰবাঞ্ছিতা বীণাক পালোঁ। ত্ৰিনয়নক ময়ে তেনে কৰিবলৈ কৈছিলোঁ পিতা! আজি এই মধুৰ মিলনত সকলো মধুময় হওক। পিতা, তাক ক্ষমা কৰক।

ভানু : তাক পালে মই তাৰ নাকটো কাটিম। কটা ইমান সাহ! মোক সি ফাটেকলৈ পঠিয়াব খুজিছিল।

বাপু : পিচে লক্ষ্মীকান্ত, মোৰ সন্মতি নোলোৱাকৈয়ে তুমি বীণাক বিয়া কৰালানে?

ভানু : বাপুটি ভাওৰীয়া খং নকৰিব। মই আপোনাক সন্তুষ্ট কৰিম। তবে এই নিমখহাৰামকেটাক শিক্ষা দিমেই দিম। (প্ৰস্থান)

বাপু : ময়ো এই ঠগবাজিৰ বিষয়ে অলপ অনুসন্ধান নকৰাকৈ নেৰো। (প্ৰস্থান)

লক্ষ্মী : বীণা প্ৰিয়তমে, ভয় নকৰিবা। পিতাৰে বহুত সময় খং কৰি নেথাকে।

(দুয়োৰো প্ৰস্থান)

গিৰীন্দ্ৰ : মোৰ কপালেতো চেলিলেই। এতিয়া বিয়াৰ জলপানটো খোৱা যাব আৰু কি কৰা যাব পাৰে! (প্ৰস্থান। পদ্মপাণি আৰু কেতুৰী আওৰাই আহে)

কেতুৰী : স্বামিন্ বলক। এই কাৰ্য্যৰনো শেষ কেনেকৈ হয় চাওঁগৈ।

পদ্ম : বাৰু প্ৰথমে মোক এটি মিঠা চুমা দিয়া।

কেতুৰী : উঃ আলিতে থিয় দি অ'ত মানুহৰ আগতেনে?

পদ্ম : কেলেই মোক পাই লাজ পাইছা নেকি কেতুৰী?

কেতুৰী : নহয়, নহয় মানুহ-দুনুহৰ আগত চুমা দিবলৈ দেখোন লাজ লাগে।

পদ্ম : ভাল তেন্তে আকৌ ঘৰলৈকে উভতি যাওঁ। তাতে স্থি হয় হ'ব।

কেতুৰী : প্ৰিয়তম মই চুমা দিওঁ বাৰু। এতিয়া বাৰু ঘূৰি যাবলৈ নুখুজিবচোন।

পদ্ম ঃ আহা, আহা মোৰ মাধুৰী, মোৰ কেতুৰী আহাঁ (চুমা খাই) নিষ্কাম প্ৰেমৰ চুমা এটি খালেও বহুত।

## ২য় দৃশ্য

### লক্ষ্মীকান্তৰ ঘৰ

(বিয়াৰ ভোজলৈ আহি সকলোবিলাক বহে। বাপুটি, লক্ষ্মীকান্ত, বীণা, গিৰীন্দ্ৰ, ভানুকান্ত, পণ্ডিত, পদ্মপাণি, কেতুৰী, হৰিশ্চন্দ্ৰ, বিধবা, এফলিয়াকৈ বহে ত্ৰিনয়ন, বাদুলি আৰু গেৰা)

লক্ষ্মী ঃ উস্ অৱশেষত আমাৰ কাজিয়া-পেচাল-বোৰ তেও শেষ হ'ল। ধুমুহাৰ পিচত এতিয়া বতাহ, আকাশ, সাগৰ, নগৰ সকলো শান্ত সুবাশ দেখা যায়। বীণা, মোৰ পিতাক সাদৰে নমস্কাৰ কৰা। ময়ো শহুৰ ডাওৰীয়াক নমস্কাৰ কৰোঁ। ভাই পদ্মপাণি, বাইদেউ কেতুৰী, আমাৰ নমস্কাৰ গ্ৰহণ কৰাহঁক। হৰিশ্চন্দ্ৰ, তোমাক আৰু তোমাৰ পত্নীকো আমি সাদৰ সম্ভাষণ জনাইছোহঁক। মোৰ ঘৰৰ এই বিয়াত সকলোৱে যোগ দি এই শুভ দিনটি আনন্দ উৎসৱেৰে মুখৰিত কৰি দিয়ক। স্বাগতং স্বাগতং সকলো বহক। আনন্দ কৰক।

পদ্ম ঃ এতিয়া কেৱল বহক আৰু খাওক খাওক এইমাত্ৰ বোল দেখিছোঁ।

বাপুটি ঃ এই পদুমনগৰ অতিথি সৎকাৰৰ নিমিত্তে বিখ্যাত বোপা পদ্মপাণি।

পদ্ম ঃ পদুমনগৰ মৰমেৰে ভৰা [ কেতুৰীলৈ চাই ] পদুমনগৰে আনক ঘি দান কৰে সিয়ো দয়াৰে পৰিপূৰ্ণ।

হৰি ঃ আশাকৰোঁ মোৰ কপালত সেই কথাটো ফলিয়াব।

পদ্ম ঃ হৰিশ্চন্দ্ৰই নিশ্চয় ঘৈণীয়েকলৈ ভয় কৰিছে।

বিধবা ঃ মই তেওঁলৈ ভয় কৰা নাই হলে।

পদ্ম ঃ মই কৈছোঁ যে তেওঁ আমালৈ ভয় কৰিছে।

বিধবা ঃ যাৰ মূৰ ঘূৰে সি গোটেই পৃথিবীকে ঘূৰি থকা দেখা পায়।

পদ্ম ঃ উত্তৰটো ঘূৰায়েই দিলা দেখিছোঁ।

কেতুৰী ঃ যাৰ মূৰ ঘূৰে সি গোটেই পৃথিবীকে ঘূৰি থকা দেখে। ইয়াৰ মানেতো কি কৰিছে আপুনি ডাঙৰীয়ানী।

বিধবা ঃ অৰ্থাৎ তোমাৰ স্বামীয়ে এটি দন্দুৰী বিয়া কৰাই ভাবে যে তেওঁৰ দৰে সকলোৰে জীৱন দুখময় হ'ব।

কেতুৰী ঃ বৰ ঘিণ লগা কথা।

বিধবা ঃ হয় তোমাক উদ্দেশ্য কৰিয়েই কৈছিলোঁ। কি কৰা কৰা বাৰু।

কেতুৰী ঃ অৱশ্যে তোমাৰ মতে বোধহয় মই বেয়াই, আনৰ মনত নহৱও পাৰোঁ।

পদ্ম ঃ লাগি যোৱা দেখা যাওক।

হৰি ঃ প্ৰিয়ে কথাত নেঘাটিবা।

বাপুটি ঃ গিৰীন্দ্ৰ, এইবিলাক চালাক মানুহক কেনে দেখিছা ?

গিৰীন্দ্ৰ ঃ বেছ ছাগলী যুঁজ। ভালেই দেখিছোঁ।

বীণা ঃ ছাগলী যুঁজ মানে এওঁলোকৰ শিং গজিল নেকি যে তাৰে খুঁজিছে ?

ভানু ঃ বোৱাৰী আই, তোমালোকৰো গা উঠিল নেকি ?

বীণা ঃ নহয় দেউতা, বাৰু মনে মনে থাকিলোঁ।

পদ্ম ঃ সেইটি নহৈছে। মাত দিলা যেতিয়া অলপ ঠাট্টা-মস্কৰা সহিবই লাগিব।

বীণা ঃ মই জানিবা চৰাই পোৱালিছে। তোমা-লোকে খেদি খেদি বাটলুণ্ডি মাৰিবা-হঁক। তাতকৈ মই আন ডালতে বাহা লওঁগৈ।

[ বীণা, কেতুৰী আৰু বিধবাৰ প্ৰস্থান ]

পদ্ম : মোক জানিবা খুলশালীয়ে ঠগিলে। হেই ত্ৰিনয়ন, তুমি ঠিক মানুহ। নিজে যত্ন কৰি আনৰ হাতত তুলি দিলা।

ত্ৰিনয়ন : ডাঙৰীয়া, মই লক্ষ্মীকান্ত বোপাৰ চিকাৰী কুকুৰৰ নিচিনা। প্ৰভুৰ নিমিত্তে চিকাৰ কৰি তেওঁকে দিওঁ। আপুনি কিন্তু নিজৰ নিমিত্তে হৰিণী চিকাৰ কৰিলে। কিন্তু বোধহয় হৰিণীয়ে শিং পাতি আপোনাক জব্দ কৰি ৰাখিছে নহয়।

বাপুটি : বেছ ত্ৰিনয়নে দিলে এসেকা পদ্মপাণি বোপা।

লক্ষ্মী : সেই কথাষাৰৰ বাবে ধন্যবাদ ত্ৰিনয়ন !

হৰি : বাৰু পদ্মপাণি, কোৱা ঠিক আচল ঠাইতে ঘাটো মাৰিছে নে নাই ?

পদ্ম : অৱশ্যে অলপ লাগিছিল কাঁৰপাত। কিন্তু মোৰ গাৰপৰা পিছলি গ'লগৈ। তোমালোক দুয়োকো বিন্ধিলে নহয় ?

বাপুটি : মই উচিত কথা ক'ব লাগিলে তুমিয়ে তিনিওৰো ভিতৰত অবাধ্য তিৰোতা এগৰাকী পালা।

পদ্ম : কেতিয়াও নহয়। বাৰু প্ৰত্যেকে আমাৰ তিৰোতালৈ খবৰ পঠিয়াওঁ যেনে আছে তেনে পলম নকৰাকৈ ইয়ালৈ আহক। যাৰ তিৰোতা তৎক্ষণাত অকণো পলম নকৰাকৈ আহিব তেওঁ কুৰিটা সোণৰ মোহৰ পাব। আগে বাজি ৰখা হক।

হৰি : বাজি !

লক্ষ্মী : একুৰি মোহৰ।

পদ্ম : আমি সামান্য কথাতে কুৰি মোহৰ বাজি ৰাখোঁইক। মই তাৰ কুৰিগুণ অৰ্থাৎ চাৰিশ মোহৰ বাজি ৰাখিলোঁ। বাধা তোমালোকেও। যেয়ে জিকে সেয়ে গোটেইখিনি পাব।

লক্ষ্মী : বাৰু এশ মোহৰলৈকে হওক।

পদ্ম : বেছ বাজি !

হৰি : মন্নো বাজি।

পদ্ম : কোনে আৰম্ভ কৰিব ?

বাপুটি : মই লক্ষ্মীকান্ত বোপাৰ টকা আধা দিম। বীণা জিকিব চাবা। বাদুলি যা, আইদেৱেৰক মাতি আনগৈ।

[ বাদুলিয়ে মাতিবলৈ যায় ঘূৰি আহে ]

লক্ষ্মী : নেলাগে, মৰ্য়ে সম্পূৰ্ণ দিম। কি হ'ল ও বাদুলি ?

বাদুলি : আইদেৱে কলে বোলে তেখেত এতিয়া কিবা কামত ব্যস্ত আছে ; সেইদেখি এতিয়া আহিব নোৱাৰে।

পদ্ম : বৰ ব্যস্ত সেইদেখি নাহেনে ?

গিৰীন্দ্ৰ : বাৰু তোমাৰ দশা কি হয় চাবাচোন।

পদ্ম : বাৰু চাবা।

হৰি : বাদুলি মোৰ পৰিবাৰক যেনে আছে তেনে আহিবলৈ মই অনুৰোধ কৰিছোঁ বুলি কগৈ।

[ বাদুলিৰ প্ৰস্থান ]

পদ্ম : অনুৰোধনে ?

হৰি : তোমাৰ জনাই অনুৰোধ নালাগে, উপ-ৰোধতো নাহে ই ধুৰুপ। [ বাদুলিৰ প্ৰবেশ ]

বাদুলি : তেখেতে কলে তেওঁকে ইয়ালৈ আহিব কগৈ। তালৈ গলে জোকাব মোক।

পদ্ম : তালৈ মাতিছেনে ? অসহ্য ! হেই গেৰা, যা আয়েৰক কগৈ মই ইয়ালৈ তেওঁক তৎক্ষণাৎ মাতিছোঁ বুলি কগৈ।

( গেৰাৰ প্ৰস্থান )

হৰি : উত্তৰ কি হব মই জানো।

পদ্ম : কি হ'ব ?

হৰি : নাহে কেতিয়াও।

পদ্ম ঃ বেছ, নাহে যদি মোৰ দুৰ্ভাগ্য আৰুতো একো বেছি নহয় ! [কেতুৰীৰ প্ৰবেশ]

বাপুটি ঃ সৌৱা কেতুৰী আইদেউ আহিলেই চোৱাঁ ।

কেতুৰী ঃ আপুনি মোক কেলেই মাতিছে স্বামী ?

পদ্ম ঃ তোমাৰ ভনীটি আৰু হৰিশ্চন্দ্ৰৰ পৰিবাৰ ক'ত আছে কেতুৰী ?

কেতুৰী ঃ তেওঁলোকে জুই ফুৱাব লাগিছে ।

পদ্ম ঃ কেতুৰী যোৱাঁ, তেওঁলোক দুয়োকো ইয়ালৈ মাতি আনাগে । [কেতুৰীৰ প্ৰস্থান ]

লক্ষ্মী ঃ কি আচৰিত !

হৰি ঃ আচৰিত হয় । ইয়াৰ পিচৰ পালি আছে নহয় ।

পদ্ম ঃ পিচৰ পালি পৰস্পৰৰ প্ৰতি প্ৰেম, ভাল-পোৱা, সহানুভূতি আৰু সম্ভ্ৰম । তাৰ পিচত চিৰকাল শান্তিৰে জীৱন কটোৱা ।

বাপুটি ঃ বোপা পদ্মপাণি, মোৰ অন্তৰৰ আশীৰ্বাদ লোৱাঁ । ভগৱানে তোমালোক দুয়োৰো ভাল কৰক । এওঁলোকে দুশ মোহৰ তো হাৰিছেই । মই তাৰে লগত আৰু কুৰি হাজাৰ মোহৰ যোগ দিম । আগে ত্ৰি দিম বুলিছিলোঁ আৰু এজনী জীয়াৰী থাকিলে যেনেকৈ দিলোঁহেঁতেন আৰু এভাগ বেছিকৈ দিম । কাৰণ মোৰ মৰমৰ খুড়িয়াল কিন্তু আজলী আঁকৰী কেতুৰীৰ আজি পুনৰ্জন্ম হ'ল ।

পদ্ম : দেউতা, মই তাতোকৈ অমূল্য পুৰস্কাৰ আশা ক.ৰোঁ । মই মোৰ কেতুৰীৰ শ্ৰদ্ধা আৰু সভক্তি প্ৰেম বশ্যতা এইবিলাক পাবলৈ আশা কৰোঁ । সৌৱা মোৰ কেতুৰীয়ে তোমালোকৰ ঘৈণী দুগৰাকীক বন্দী কৰা দি লৈ আহিছে ।

[ কেতুৰী, বীণা আৰু বিধবাৰ প্ৰবেশ ]

কেতুৰী, প্ৰিয়া মোৰ তোমাৰ মূৰত সেই পুৰণি ওৰণি শোভা পোৱা নাই । সেইখন পেলাই দি ভৰিৰে গচকি দিয়া । [ কেতুৰীয়ে ওৰণি পেলাই দি গচকে ]

বিধবা ঃ প্ৰভু, মোৰ যেন এনে দুৰ্গতি কেতিয়াও নকৰা ।

বীণা ঃ ইয়োনো এটা কথানে ? ওৰণি পেলাই দি গচকা ই মূৰ্খালি ।

লক্ষ্মী ঃ তুমিও তেনে মূৰ্খ হোৱা হলে মোৰ এশ মোহৰ ৰ'লহেঁতেন ।

বীণা ঃ তেন্তে মোৰ কৰ্তব্যা-কৰ্তব্য সম্বন্ধে ইমান বিচাৰ কৰোঁতা আপুনিও মূৰ্খ ।

পদ্ম ঃ কেতুৰী, এই অবাধ্য তিৰোতা কেইজনীক তিৰোতাৰ স্বামীৰ প্ৰতি কি কৰ্তব্য কবানে ?

বিধবা ঃ মিছাতে এইখন কি পাতিছেহঁক । নুশুনো আমি বক্তৃতা ।

পদ্ম ঃ নহয়, আৰম্ভ কৰা কেতুৰী !

বিধবা ঃ তেওঁক ক'বলৈ নিদিও — নক'বাহে ।

পদ্ম ঃ নিশ্চয় ক'ব । মোৰ হুকুম, নিশ্চয় ক'ব ।

কেতুৰী ঃ বাইটি, ছিঃ ছিঃ চকু থোপা কৰি খং মুখেৰে কেলেই তোমাৰ স্বামীৰ ফালে চাইছা ? সেই কঠোৰ চাৱনিয়ে তেওঁৰ মনত কিমান আঘাত কৰে জানা জানো ? মুখত খঙৰ ভাব থাকিলে সৌন্দৰ্যৰ লেশমাত্ৰ নেথাকে । ঘোলা খাল যেনহে দেখি । ঘোলা খালৰ পানী কেওঁ নেখায় । অহঙ্কাৰী তিৰো-তাৰো কোনো ওচৰ নেচাপে । স্বামী নাক-চুলিৰ গৰাকী, জীৱনৰ দেৱতা, ঘৰৰ গিৰিহঁত, মান-ইজ্জত ৰক্ষাকৰ্তা । আমাক খুৱায় পিন্ধায় কোনে ? স্বামীয়ে । আমাৰ সন্মান ৰক্ষাৰ্থে, আমাৰ সুখৰ অৰ্থে

হাবি-বন, সাগৰ, নগৰ ঘূৰি ফুৰে। আমাৰ সুখ শয্যাত অলপ ছিটা পৰিলে তৎক্ষণাত তৰোৱাল লৈ নিজৰ জীৱন তুচ্ছ কৰি আগবাঢ়ে আৰু আমি তেখেতৰ বিতৰ ওপৰত বহি ঘৰ চলাই মহা-সুখে খাওঁ, বওঁ, থাকোঁ। তেওঁলোকৰ অত বিপদৰ দুখৰ পৰিবৰ্তে কি দিব পাৰোঁ আমি? তেখেতসকলৰ কথা শুনিব লাগে। ভাল মুখে মাতিব লাগে আৰু শ্ৰদ্ধা-ভক্তি-প্ৰেম হিয়া উবু-ৰিয়াই দিব লাগে। বনে বনে পথে-প্ৰবাসে আমাৰ হৈ যত দুখ কষ্ট পায়, তাৰ তুলনাত কত ক্ষুদ্ৰ প্ৰতিদান! ৰজাৰ প্ৰতি প্ৰজাৰ যি কৰ্তব্য, স্বামীৰ প্ৰতি ভাৰ্যাৰো সেয়ে কৰ্তব্য। যেতিয়া বিনা কাৰণত তিৰোতাই টান কথা, খং ৰাগ এইবোৰেৰে স্বামীৰ মনত তিতা লগায় ঠিক বিদ্ৰোহীয়ে ৰাজদ্ৰোহ কৰিলে যেনে পাপ লাগে, এই ক্ষেত্ৰত তাতকৈয়ো বেছি পাপ লাগে। ভগ-বানে আমাৰ গা কোমল কৰি স্ৰজিছে। মনবোৰতো কোমল প্ৰবৃত্তি দিছে কেলেই? তেখেতসকলক আমাৰ এই কোমল দেহেৰে, ভক্তিৰে, প্ৰেমেৰে, শ্ৰদ্ধাৰে তেওঁ-লোকৰ সেৱা কৰিবলৈ। এই দেহা আৰু এই মনলৈ তেখেতসকলৰ ওপৰত প্ৰভুত্ব কৰিব খোজাটো তিৰোতাৰ উপযুক্ত বৃত্তি নহয়। মোৰ মনৰ কথা বাক্যবানৰ কথা দেখোন তোমা-লোকে জানাই! কিন্তু এতিয়া গমি-পিতি চাই বুজিছোঁ যে তিৰোতাৰ অস্ত্ৰ যিমানেই চোকা হওক, মতাৰ আগত সি অতি তুচ্ছ। স্বামীতকৈ বেছি তেজী হ'বলৈ গলেই অবলা তিৰোতা ঠগত পৰে। স্বামীক জব্দ কৰিব পৰাতকৈ তেখেতৰ চৰণ সেৱা কৰাটো সতী ধৰ্ম। স্বামী, মই আপোনাৰ চৰণত ধৰোঁ দিয়ক।

পদ্ম ঃ কেলেই কেতুৰী, ভৰিত ধৰিব নেলাগে। লাহৰী, দেহলাও, আহাঁ মোক এটি মৰমৰ চুমা দিয়াহি।

লক্ষ্মী ঃ পদ্মপাণি, মোৰ শুভাকাংক্ষা লোৱা। তোমাৰ জীৱন মধুময় হওক।

ভানু ঃ এনে কথাই অবাধ্য মানুহক বেছি ভাল জ্ঞান দিয়ে।

পদ্ম ঃ আহাঁ কেতুৰী! নিশা বহুত হ'ল। আহাঁ মইনা, বহুত দুখ আৰু ভাগৰ ভুগিলা। আহাঁ আমি আজি শোওঁগৈ। আজি আমাৰ ফুলশয্যা।

[কেতুৰী আৰু পদ্মপাণিৰ প্ৰস্থান]

হৰি ঃ যোৱা বোপাই, এনেকৈনো বশীকৰণ বিদ্যা তুমি ক'ত শিকিছিলা?

লক্ষ্মী ঃ ই বৰ অসাধ্য কথা হয়।

[ প্ৰস্থান ]

## আঁৰ কাপোৰ

# তৰুণ কাঞ্চন

( ছেক্সপীয়েৰৰ নাটকৰ আলমত ১৯২২ চনত
যোৰহাট জেলত ৰচিত )

# চৰিত্ৰ সমূহ

## পুৰুষ

| | |
|---|---|
| প্ৰেম সিংহ | ৰজা |
| গোলাপ সিংহ | প্ৰেম সিংহৰ ৰাজবিষয়া, এজন জমিদাৰ । |
| কমল সিংহ | কণ্ঠি নগৰৰ শাসন-কৰ্তা |
| কীৰ্তি সিংহ | কৰ্ণেলৰ ৰজা |
| অৰুণ সিংহ | অভয়গড়ৰ ৰজা |
| সত্য সিংহ | অযোধ্যাৰ যুৱৰাজ |
| বৈৰাম সিংহ | বীৰভূমিৰ ৰজা |
| উদাৰ সিংহ | গোলাপ সিংহৰ প্ৰথম পুত্ৰ |
| ইড়া সিংহ | গোলাপ সিংহৰ জাৰজ সন্তান |
| কুবান | এজন সভাসদ |
| আহিনা | অৰুণ সিংহৰ ভৃত্য |
| এজন বুঢ়া | গোলাপ সিংহৰ প্ৰজা |

কবিৰাজ, মকৰা, ডাঙৰীয়া, বহুৱা, কটকী, দুজন কৰ্মচাৰী, আৰু কীৰ্তি সিংহৰ তিনিজন চাকৰ ।

## তিৰোতা

| | |
|---|---|
| চন্দ্ৰমুখী | প্ৰেম সিংহৰ প্ৰথম কন্যা, অৰুণ সিংহৰ পত্নী |
| ৰেখা | প্ৰেম সিংহৰ দ্বিতীয় কন্যা, কীৰ্তি সিংহৰ পত্নী |
| কৰুণাময়ী | প্ৰেম সিংহৰ তৃতীয়া কন্যা, সত্য সিংহৰ পত্নী । |

# প্ৰথম অঙ্ক

### ১ম দৃশ্য

স্থান—ৰাজস্থান

ৰাজপ্ৰাসাদ

[ কমল সিংহ, গোলাপ সিংহ আৰু ইড়া সিংহৰ প্ৰবেশ ]

কমল সিংহ : মোৰ বিশ্বাস আছিল যে কীৰ্তি সিংহতকৈ অৰুণ সিংহক ৰজাই বেছি ভাল পায়।

গোলাপ সিংহ : মোৰো সেয়ে ভাব আছিল, কিন্তু এতিয়া ৰাজ্যখন ভগাই দিওঁতে ইমান সমানকৈ ভগাইছে কাক যে বেছি ভাল পায়, তাৰপৰা একো ঠিক কৰিব নোৱাৰি।

কমল সিংহ : এইটো আপোনাৰ ল'ৰা নহয়নে ?

গোলাপ সিংহ : ডাঙৰীয়া, ময়েই জন্মদাতা হওঁ, কিন্তু সেই কথা স্বীকাৰ কৰিবলৈ বৰ লাজকে পাওঁ।

কমল সিংহ : মইতো আপোনাৰ কথা নুবুজিলোঁ।

গোলাপ সিংহ : ডাঙৰীয়া, মই ইয়াৰ মাকক বিয়া কৰাবলৈ নহ'ল, কিন্তু সি হলে জন্মিল। মোৰ তাত কি অপৰাধ কওঁক।

কমল সিংহ : অপৰাধৰ কথা একো নাই, পিচে ল'ৰাটি হলে বৰ ধুনীয়া আৰু ভাল।

গোলাপ সিংহ : হয় ডাঙৰীয়া, মোৰ নিজৰ ল'ৰা এজন আছে। সি ইয়াতকৈ অলপ ডাঙৰ, তথাপি ইয়াৰ মাকক মই বৰ ভাল পাইছিলোঁ দেখি ইয়াকহে মই ভাল পাওঁ। ইড়া ! ইড়া ! এই ফালে আহ। এখেতক চিনি পাৱনে ?

ইড়া সিংহ : নেপাওঁ দেউতা !

গোলাপ সিংহ : এখেতেই মোৰ পৰম বন্ধু কমল সিংহ 'কণ্ঠি' নগৰৰ শাসন-কৰ্তা।

ইড়া : ডাঙৰীয়া, মোৰ নমস্কাৰ ল'ব।

কমল সিংহ : মই তোমাক দেখি বৰ ভাল পাইছোঁ। তোমাৰ লগত আৰু ভালকৈ চিনা-পৰিচয় হ'বৰ মন গৈছে।

ইড়া সিংহ : ডাঙৰীয়া, মই আপোনাৰ মৰমৰ উপ-যুক্ত হবলৈ চেষ্টা কৰিম।

গোলাপ সিংহ : সি ন বছৰ বিদেশত আছিল, আকৌ যাবগৈ। সৌৱা ৰজা আহিব লাগিছে।

[ ভেৰিৰ শব্দ ]

[ ৰজা প্ৰেম সিংহ, কৰ্ণেলৰ ৰজা, কীৰ্তি সিংহ, অভয়নগৰৰ ৰজা, অৰুণ সিংহ, চন্দ্ৰমুখী, ৰেবা আৰু কৰুণাময়ীৰ প্ৰবেশ ]

প্ৰেম সিংহ : গোলাপ সিংহ, অযোধ্যাৰ ৰজাৰ আৰু বীৰ ভূমিৰ ৰজাৰ ওচৰলৈ যোৱাচোন। তেখেতসকলক শুশ্ৰূষা কৰিবা।

গোলাপ সিংহ : ভাল মহাৰাজ।

(গোলাপ সিংহ আৰু ইড়া সিংহৰ প্ৰস্থান।)

প্ৰেম সিংহ : এতিয়া আমাৰ গুৰুতৰ কৰ্তব্য সমাধা কৰা যাওঁক। মোক মানচিত্ৰখন দিয়া-চোন ? মই মোৰ ৰাজ্যখন তিনিভাগে

ভগাইছোঁ। মোৰ এয়েই পৰম ইচ্ছা যে মোৰ বুঢ়া শৰীৰৰপৰা ৰাজ্যৰ ভাৰ-খন নমাই থওঁ। আৰু সেই ভাৰ ডেকাসকলৰ কান্ধত দি মৰিবলৈ প্ৰস্তুত হওঁ। জোৱাই কীৰ্তি সিংহ আৰু অৰুণ সিংহ মোৰ জীয়াৰীহঁতক কি কি যৌতুক দিম এতিয়াই ভগাই পেলাম। যাতে ভৱিষ্যতে কোনো কাজিয়া-পেঁচাল নহয়। ইফালে অযোধ্যাৰ যুৱৰাজ সত্যসিংহ আৰু বীৰ ভূমিৰ ৰজা বৈৰাম সিংহ আহি আমাৰ নুমলীয়া ছোৱালীজনীক বিয়া কৰাবৰ মনেৰে ইয়াত বৈ আছেহি। বাৰু এতিয়া মোৰ আইদেউহঁত মই গোটেই ৰাজ্যখন দান কৰি দিয়াৰ আগেয়ে কোৱাচোন, তোমালোক তিনিওৰো ভিতৰত মোক কোনে ভাল পোৱা। যেয়ে মোক আটাইতকৈ বেছি ভাল পায় মই তেওঁকে ৰাজ্যৰ ভাগ বেছিকৈ দিম। বৰ আইদেউ ৰাজকুমাৰী চন্দ্ৰমুখী! তুমি আগে কোঁৱা।

চন্দ্ৰমুখী ঃ পিতা! মই আপোনাক যিমান ভাল পাওঁ কথাৰে বুজাব নোৱাৰোঁ। মোৰ চকুৰ মণিতকৈ, মোৰ স্বাধীনতাতকৈ, আৰু সংসাৰৰ সকলো ধন-বস্তুতকৈ, মোৰ জীৱনতকৈ, স্বাস্থ্য, সৌন্দৰ্য আৰু সন্মানতকৈ বেছি ভাল পাওঁ। সন্তানে বাপেকক যিমান ভাল পাব পাৰে তিমান ভাল পাওঁ। বাক্যৰে সেই কথা প্ৰকাশ কৰিব নোৱাৰি।

করুণাময়ী ঃ (স্বগতঃ) করুণা তই কি কৰি! ভাল পাব মনে মনে ভাল পাবি, ইমান কথা কোৱাৰ দৰ্কাৰ নাই।

প্ৰেম সিংহ ঃ (মানচিত্ৰ দেখুৱাই) এই পৰ্বত, প্ৰান্তৰ, নদ, নদী, উৰ্বৰা ভূমি সমৃদ্ধিশালী পাওঁ আৰু মূল্যবান গছেৰে ভৰা এইখিনিৰ-পৰা এইখিনিলৈকে তোমাক দিলোঁ, তুমি আৰু তোমাৰ স্বামী অৰুণ সিংহই পুত্ৰপৌত্ৰাদিক্ৰমে ভোগ কৰিবাহঁক। বাৰু এতিয়া আমাৰ মৰমৰ মাজু আইদেউ ৰেবা সুন্দৰীয়ে কি কয়।

ৰেবা ঃ মই একেবাৰে বৰ বাইদেউৰ নিচিনা। বৰ বাইদেউয়ে যি কৈছে মই ঠিক তেনেকৈ আপোনাক ভাল পাওঁ। মই তাতোকৈ আৰু বেছিকৈ কওঁ যে মই জীৱনত আপোনাক ভাল পোৱাৰ ভিন্ন আৰু কোনো কথাতে আনন্দ নাপাওঁ।

করুণাময়ী ঃ (স্বগতঃ) মোৰ কি হ'ব? মই কিমান ভাল পাওঁ জানো কিন্তু মুখেৰেটো এনেকৈ ক'ব নোৱাৰোঁ।

প্ৰেম সিংহ ঃ ৰেবা, তুমি আৰু তোমাৰ স্বামী কীৰ্তি সিংহই পুত্ৰপৌত্ৰাদিক্ৰমে বাইদেউৰাক দিয়াৰ নিচিনা ভোগৱতী শ্যামলা পৃথিৱীৰ এইখিনিৰপৰা এইখিনিলৈকে ভোগ কৰিবা। এতিয়া মোৰ নুমলীয়া জী মোৰ প্ৰেমত অযোধ্যাৰ ৰাজকুমাৰ আৰু বীৰভূমিৰ ৰজা দুয়ো আহি ইয়াত প্ৰতিদ্বন্দ্বী হৈছেহি আৰু যাক মই বৰ ভাল পাওঁ কোঁৱা—মোৰ করুণাময়ী আইদেউ তোমাৰ কি ক'বলগীয়া আছে।

করুণাময়ী ঃ মোৰ ক'বলৈ একো নাই।

প্ৰেম সিংহ ঃ কি! একো নাই!

করুণাময়ী ঃ হয় দেউতা একো নাই।

প্ৰেম সিংহ ঃ ক'বলৈ একো নাথাকিলে দিবলৈকো একো নাথাকিব একা! ভাবি-চিন্তি কথা কোৱা।

করুণাময়ী ঃ পিতা, মই হতভাগিনীয়ে অন্তৰত যি অনুভৱ কৰোঁ মুখেৰে তাক ক'ব নোৱাৰোঁ। মই সন্তানে জন্মদাতাক

যেনেকৈ ভাল পাব লাগে তেনেকৈ ভাল পাওঁ। বেছিও নাপাওঁ কমো নাপাওঁ।

প্ৰেম সিংহ ঃ ই কি কথা বোলে। কৰুণা! এতিয়াও সংযতভাবে কথা কোৱা। নহলে হয়তো একো নাপাবা।

কৰুণাময়ী ঃ পিতা! আপুনি জন্ম দিছে, প্ৰতিপালন কৰিছে, মৰম চেনেহ দিছে, মই তাৰ প্ৰতিদান স্বৰূপে আপোনাৰ বাধ্য। আপোনাক ভাল পাওঁ, আপোনাক সন্মান কৰোঁ। মোৰ বাইদেউহঁতে যদি মোৰ জীৱনৰ সমস্ত প্ৰেম আপোনাকে দিছে তেন্তে তেখেতসকলৰ স্বামীসকলৈ কি থৈছে। মই যদি বিয়া কৰাওঁ তেন্তে মোৰ প্ৰেম, মোৰ কৰ্তব্য আৰু মোৰ শুশ্ৰূষাৰ ভাগ অন্ততঃ আধা তেওঁ পাব। নিশ্চয়, নিশ্চয়। মোৰ বোপাইকে যদি জীৱনৰ সকলো কৰ্তব্য আৰু সকলো প্ৰেম দিওঁ তেন্তে মই কেতিয়াও বিয়া নকৰাওঁ।

প্ৰেম সিংহ ঃ এয়ে তোমাৰ অন্তৰৰ কথানে?

কৰুণাময়ী ঃ হয় দেউতা।

প্ৰেম সিংহ ঃ ইমান অলপ বয়স অথচ ইমান কঠোৰনে?

কৰুণাময়ী ঃ হয় দেউতা, বয়স কম হ'ব পাৰে কিন্তু মই সদায় সত্যত অনুৰক্তা।

প্ৰেম সিংহ ঃ তেন্তে সেয়ে হওঁক। তুমি সত্যলৈ থাকা সেয়ে তোমাৰ যৌতুক। সূৰ্যক আগত থৈ মই আজি তোমাক ত্যাগ কৰিলোঁ। আজিৰপৰা ৰক্ত মাংসৰ সম্বন্ধ চিঙিল। আৰু মোৰ হিয়াৰো মৰম অন্ত পৰিল। অসভ্যবিলাকে যিদৰে নিৰ্মম হৈ নিজৰ সন্তানক বধে ময়ো তোমাক আজিৰ-পৰা মৰিলা বুলি এৰিলোঁ।

কমল সিংহ ঃ "মহাৰাজ প্ৰভু!"

প্ৰেম সিংহ ঃ "চুপ"—কমলসিংহ। দৈত্যৰ ক্ৰোধাগ্নি জ্বলিলে তাৰ ওচৰলৈ নাহিবা। এইক মই আটাইতকৈ ভাল পাইছিলোঁ। আৰু ভাবিছিলোঁ এইৰ মৰমৰ নীড়তে মোৰ বুঢ়া কালতো শান্তিৰে কটাম। যা মোৰ চকুৰ আগৰপৰা। মোৰ মৃত্যুতেহে শান্তি হ'ব। সত্য সিংহক মাত। বৈৰাম সিংহক মাত। কীৰ্তি সিংহ আৰু অৰুণ সিংহ, এই তৃতীয় ভাগটো তোমালোকে দুয়ো সমানে ভগাই লোৱা। মোৰ ৰাজ্য সম্পূৰ্ণ তোমালোকক দান কৰিলোঁ। এই অহংকাৰিণীজনীয়ে অহঙ্কাৰ লৈয়ে থাওঁক। মই এশ অনুচৰ লগত ৰাখিলোঁ। আৰু পাল পাতি পাতি মাহে মাহে কিছুদিন এজনৰ তাত আৰু কিছু-দিন আনজনৰ তাত কটাম। মোৰ ৰাজহ, মোৰ ক্ষমতা এনেকি ৰাজমুকুট তাকো দুয়োকে দান কৰিলোঁ। ধৰা! এই ৰাজমুকুটটো দুয়ো ভগাই লবা।

(ৰাজমুকুট দিয়ে)

কমল সিংহ ঃ "হে ৰাজ ৰাজেশ্বৰ প্ৰেম সিংহ যাক মই সদায় মোৰ ৰজা স্বৰূপে সম্ভ্ৰম দেখুৱাই আহিছোঁ, প্ৰভু স্বৰূপে যাৰ সদায় অনুগত হৈ আছোঁ, ৰক্ষক স্বৰূপে যাৰ মঙ্গল ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰি আছোঁ—"

প্ৰেম সিংহ ঃ ধনুত শৰ যোজনা হৈ গৈছে। ওচৰ নাচাপিব।

কমল সিংহ ঃ মাৰক প্ৰভু! সেই শৰপাত মোৰ হিয়াত মাৰক। যেতিয়া আপুনি বলিয়া হৈছে, মোৰ অপৰাধ ক্ষমা কৰিব। হে বৃদ্ধ। খোচামোদত বশ হৈ আপুনি এতিয়া ভাবিছে যে সত্য কথা অপ্ৰিয় অন্যায়। ময়ো আজি দাস হৈ সঁচা কথা ক'বলৈ বাধ্য হলোঁ। যথা সৰ্বস্ব দান নকৰিব।

মোৰ জীৱন, মোৰ প্ৰাণ, সকলোখিনিকে পণ কৰি কওঁ—আপোনাৰ সকলজনী জীয়াৰীয়ে ই কেজনীতকৈ কেতিয়াও আপোনাক কম ভাল নাপায়, পৰিপূৰ্ণ হিয়াৰপৰা ডাঙৰ ডাঙৰ প্ৰতিধ্বনি কেতিয়াও নোলায়।

প্ৰেম সিংহ ঃ সাৱধান কমলসিংহ। জীৱনলৈ মমতা আছে যদি আৰু নকৰিবি।

কমল সিংহ ঃ (হাঁহি) মোৰ জীৱন আপোনাৰ শত্ৰুৰ বিৰুদ্ধে সদায় পণ কৰিয়েই থোৱা আছে। আজি আপোনাৰ কল্যাণৰ নিমিত্তে সেই জীৱন যায় যদি যাওঁক।

প্ৰেম সিংহ ঃ শুচ্ ইয়াৰপৰা।

কমল সিংহ ঃ এতিয়াও ভালকৈ গমি চাওক মহাৰাজ। মোৰ কথা শুনক।

প্ৰেম সিংহ ঃ ঈশ্বৰৰ শপত আজি তোক---

কমল সিংহ ঃ মিছাতে ঈশ্বৰৰ নাম লৈছে মহাৰাজ।

প্ৰেম সিংহ ঃ (কাটিবলৈ তৰোৱাল দাঙে) বিশ্বাসঘাতক নৰাধম---

(কীৰ্তি সিংহ আৰু অৰুণ সিংহই ৰজাৰ হাতত ধৰে)

কীৰ্তিসিংহ ঃ ক্ষান্ত হওক মহাৰাজ।

কমল সিংহ ঃ বৰ ভাল কথা। কবিৰাজক বধ কৰি বেমাৰটোক পোহপাল দিয়ক ৰজা। দান এতিয়াও প্ৰত্যাহাৰ কৰক। মোৰ কণ্ঠত মাত থকালৈকে মই চিঞৰি চিঞৰি কম আপুনি অন্যায় কৰিছে।

প্ৰেম সিংহ ঃ শুন ৰাজদ্ৰোহী! তই মোৰ প্ৰতিজ্ঞা ভঙ্গ কৰিবলৈ চেষ্টা কৰিছ। মোৰ ৰাজ ক্ষমতা তই অৱহেলা কৰিছ। তাৰ পুৰস্কাৰ ল। তোক পাচ দিনৰ সময় দিয়া গ'ল। ছয় দিনৰ দিনাখন তই এই ৰাজ্য এৰি যাবি। দহ দিনৰ মূৰত তোৰ এই শৰীৰ যদি মোৰ এই ৰাজ্যত কোনোবাই দেখা পায় তেন্তে তোৰ মৃত্যু নিশ্চিত। মোৰ এই অখণ্ডনীয় হুকুম। তই এতিয়াই ইয়াৰপৰা যা।

কমল সিংহ ঃ বিদায় মহাৰাজ! আজি আৰু ইয়াত স্বাধীনতা নাই। এই ৰাজ্যত থকা মানে নিৰ্বাসন। (কৰুণাময়ীলৈ চাই) নুমলীয়া ৰাজকুমাৰী! ভগৱানে আপোনাক আশ্ৰয় দিব। আপুনি সত্যপ্ৰিয় আৰু আপোনাৰ কথাও সত্যানুৰঞ্জিত।

(চন্দ্ৰমুখী আৰু ৰেৱালৈ চাই)

ৰাজকুমাৰীহঁত। বহুত লম্বা লম্বা কথা কলে, আশাকৰোঁ আপোনালোকৰ কথাই কামে একে হ'ব। আজি কমল সিংহই স্বদেশ ত্যাগ কৰি যাওঁ। ৰাজকোঁৱৰহঁত বিদায়।

(প্ৰস্থান)

(নেপথ্যে শিঙা ধ্বনি)

(সত্য সিংহ, গোলাপ সিংহ, আৰু বৈৰাম সিংহৰ প্ৰবেশ)।

প্ৰেম সিংহ ঃ বৈৰাম সিংহ। মই তোমাক প্ৰথমে শোধো, মোৰ এই সৰু জীয়াৰীজনীক কি যৌতুক দিলে বিয়া কৰাব পাৰা, নে যৌতুক নিদিলে তুমি বিয়া নকৰোৱা?

বৈৰাম সিংহ ঃ মহাৰাজ! আপুনি যিখিনি কৈছে মই সেইখিনিতে সুখী।

প্ৰেম সিংহ ঃ বৈৰাম সিংহ, মই যেতিয়া তাইক ভাল পাইছিলোঁ তেতিয়া সেইমতে দিব খুজিছিলোঁ। এতিয়া তাইৰ দাম সস্তা। সেই যে তাত তাই থিয় দি আছে মোৰ অভিশাপ লৈ অকল তাইকেহে পাবা, লাগে যদি নিয়া।

বৈৰাম সিংহ ঃ এই চৰ্তত মই ৰাজি হ'ব নোৱাৰোঁ।

প্ৰেম সিংহ ঃ অযোধ্যা মহাদেশৰ ৰাজকুমাৰ, আৰু

মই ঘিণ কৰো তাইক আপোনাৰ নিচিনা মহিমাময় ৰাজপুৰুষক দিব নোখোজোঁ। সেই দেখিয়েই মই আশা কৰোঁ আপুনি এই ঘৃণিতা নাৰীক এৰি আনক বিয়া কৰাবলৈ চেষ্টা কৰিব।

সত্য সিংহ ঃ ই বৰ আচৰিত কথা। এই অলপ আগলৈকে যাক আপুনি আটাইতকৈ বেছি ভাল পাইছিলে, যাক বুঢ়া কালত আশ্ৰয় বুলি ভাবিছিলে, সেইজনাই এনে কি কৰিলে যে অকস্মাৎ ইমান অপ্ৰিয় হৈ উঠিল। আপোনাৰ গভীৰ প্ৰেমত ইমান আঘাত লাগিবৰ হলে তেওঁ নিশ্চয় কিবা ভয়ঙ্কৰ বেয়া কাম কৰিছে। কিন্তু মোৰ অগাধ বিশ্বাসে তেনে কথা মনে কেতিয়াও পতিয়াব নিদিয়ে।

করুণা ঃ পিতা মহাৰাজ! মোৰ কথা শুনক। যদি মই মিছাকৈয়ে কিছুমান কথা ক'ব নোৱাৰোঁ, যি কথা পিচত প্ৰতিপালন কৰিব নোৱাৰিম আৰু মই অন্তৰৰপৰা যিখিনি সঁচা বুলি বিশ্বাস কৰোঁ, সেই কথা কওঁ, তেন্তে সি ইমান দোষণীয় হ'লনে? মই মোৰ চৰিত্ৰত কোনো কলঙ্ক অনা নাই, কাকো একাষাৰ কেতিয়াও বেয়া কথা কোৱা নাই, মোৰ সতীত্বত এতিয়াও কোনো চেকা পৰা নাই, তেন্তে আপোনাৰ দয়াৰপৰা কেনেই বঞ্চিত হলোঁ। মোৰ জিভাৰ জোৰ নাই। আৰু মিছা কথা ক'ব নোৱাৰোঁ। সেই কাৰণে আপুনি মোক বেয়া পাইছে। পাওঁক বাৰু—মোৰ একো অসন্তোষ নাই।

প্ৰেম সিংহ ঃ তই নোপোজা হলেই ভাল আছিল।

সত্য সিংহ ঃ অ' এয়েই দোষনে! এনেকুৱা বহু মানুহ আছে যি অন্তৰৰ কথা বহলাই ক'ব নোৱাৰে। পিচে বৈৰাম সিংহ আপুনি কি কয়! যি প্ৰেমত প্ৰেম ভিন্ন আন বিষয় মেৰ খাই থাকে সি প্ৰেমেই নহয়। তেওঁ নিজেই যথেষ্ট। আপুনি তেওঁক গ্ৰহণ কৰিবনে?

বৈৰাম সিংহ ঃ মহাৰাজ আপুনি এখেতক দিব খোজাখিনি দিয়ক; মই এখেতক মোৰ বীৰ ভূমিৰ ৰাণী কৰিম।

প্ৰেম সিংহ ঃ মই একো নিদিওঁ। ই নিশ্চয়।

বৈৰাম ঃ পিতাকে যাক পৰিত্যাগ কৰিছে ময়ো তেওঁক পত্নীৰূপে গ্ৰহণ কৰিব নোৱাৰোঁ।

করুণা ঃ বীৰভূমিৰ যুৱৰাজ। ঈশ্বৰে আপোনাৰ কল্যাণ কৰক। যাৰ মনত প্ৰেম মানে অৰ্থ সম্পত্তি তেনে মানুহক মই কেতিয়াও পতিৰূপে ভক্তি কৰিব নোৱাৰিম।

সত্য সিংহ ঃ লাৱণ্যময়ী করুণা। তুমি আজি অতি দুখীয়া হৈয়ো ধনী। পৰিত্যক্তা হৈয়ো আকাংক্ষীতা। ঘৃণিতা হৈয়ো প্ৰেমৰ ৰাণী। আজি তোমাক আৰু তোমাৰ গুণৰাশিক মই গ্ৰহণ কৰোঁ। হে ভগৱান! আনে উপেক্ষা কৰিছে দেখি-য়েই মোৰ প্ৰেম শ্ৰদ্ধাত পৰিণত হৈছে গৈ। আহা! পিতৃ পৰিত্যক্তা সম্পত্তিহীনা ৰাজকুমাৰী মোৰ বিশাল ৰাজ্য আৰু মোৰ হৃদয়ৰ ৰাণী হোৱাহি। ক্ষুদ্ৰ জমিদাৰী বীৰভূমি কি সাধ্য এই অমূল্য বস্তু কিনি ল'ব। করুণাময়ী! যিবি-লাকে মনত দুখ দিলে সেইবিলাকৰ-পৰা করুণাৰে বিদায় লোৱা। আহা আমি এই নিদাৰুণ ঠাই এৰি ভাল ঠাইলৈ যাওঁগৈ।

প্ৰেম সিংহ ঃ সত্যসিংহ, তুমিয়েই লোৱা। মই আৰু সেই মুখ নেচাওঁ। যোৱা তোমালোকে

ইয়াৰপৰা যোৱাগৈ। মই আশীৰ্বাদ দিব নোৱাৰিলোঁ।

(প্ৰেম সিংহ, বৈৰাম সিংহ, কীৰ্তি সিংহ, অৰুণ সিংহ আৰু গোলাপ সিংহৰ প্ৰস্থান)

সত্য সিংহ : করুণা! তোমাৰ বায়েৰাহঁতৰপৰা বিদায় লোৱা।

করুণা : বাইদেউহঁত থাকিবাহঁত। হতভাগিনী করুণা যায়গৈ। বাইদেউহঁত মই তোমালোকক বৰ ভালকৈ চিনি পাওঁ। তোমালোকৰ দোষবিলাক আজি আৰু নবখানো। পিতাক স্নেহ কৰিবাহঁক। হায়! আজি যদি মোক পিতাই মৰমৰ চকুৰে চাই থাকিলহেঁতেন, তেন্তে, ইয়াত তেখেতক নথৈ ইয়াৰপৰা ভাল ঠাইলৈ লৈ গলোহেঁতেন। মোৰ ভাগ্যত সেয়ে নঘটিল —বিদায়।

ৰেবা : বুজিছা করুণাময়ী! আমাৰ কৰ্তব্য আমি বুজো।

চন্দ্ৰমুখী : ভনীটি! নিজৰ স্বামীটিকে সুখী কৰি ৰাখাছোন। পিতাৰ প্ৰতি যি কৰ্তব্য দেখুৱালা সেয়ে হৈছে। ভাগ্যে তেও এজনে তোমাক দান স্বৰূপে ললে।

করুণা : বাৰু! সময়ে দেখুৱাব বৰ কঠিয়া বিলাকৰ মনত কি ভাব আছিল। যি কপটি হয় সি শেষত লাজত পৰে। ভগৱানে তোমালোকক ভালে ৰাখক।

সত্য সিংহ : আহা মধুমতী করুণাময়ী আমি যাওঁগৈ।

(সত্য সিংহ আৰু করুণাময়ীৰ প্ৰস্থান)

চন্দ্ৰমুখী : ৰেবা! তোমাৰ লগত মোৰ বহুত কথা আছে। বোধহয় পিতা আজি নিশা ইয়াৰপৰা যাবগৈ।

ৰেবা : সেইটো নিশ্চয় তোমাৰ লগত যাব। আৰু সিটো মাহত মোৰ লগত থাকিব।

চন্দ্ৰমুখী : দেখিছানে পিতাৰ কি ধৰণৰ মাতবোৰ। ভ্ৰম হ'ব ধৰিছে যেন পাওঁ। সকজনী ভনীক বৰ ভাল পাইছিল। আকৌ কেনেকৈ অলপ কথাতে তেওঁক ত্যাগ কৰিলে।

ৰেবা : বয়সৰ দোষ। বৰ বুঢ়া হৈছে। নিজেই নিজকে চিনি নোপোৱা হৈছে।

চন্দ্ৰমুখী : তেন্তে আমি তেখেতৰ বেমাৰী দেহাকে ৰাখিলে নহব। তেওঁ যে মনে মনে অস্থিৰ চিটিয়া বুদ্ধিহীন কাম বোৰ কৰিব তাকো সহি থাকিব লাগিব।

ৰেবা : সেই কমল সিংহক যিদৰে পত্ৰকৰে খেদি দিলে সেইদৰে আমি কেতিয়া কি অপমান পাব লাগিব তাৰ ঠিক নাই।

চন্দ্ৰমুখী : তেন্তে আমি দুয়ো লগ লাগি এই বিষয়ে এটা থিক কৰি ল'ব লাগিব। পিতাৰ এই ৰকম অনবস্থিত কাম আৰু উদ্ধত স্বভাব মই হ'লে সহিব নোৱাৰিম।

ৰেবা : আমি এই বিষয়ে দকৈ গমি চাব লাগিব।

চন্দ্ৰমুখী : নিশ্চয়। কিবা উপায় এটা ঠিক কৰি লবই লাগিব।

(প্ৰস্থান)

## দ্বিতীয় দৃশ্য

(গোলাপ সিংহৰ দুৰ্গৰ এটা কোঠা; ইড়া সিংহৰ প্ৰবেশ)

ইড়া : আই প্ৰকৃতি তুমি মোৰ আৰাধ্যা দেৱী। আই সমাজ আৰু সংস্কাৰে মোক হেচি ধৰি আছে। চৈধ্য মাহৰ মই সৰু। তাতে আইক বিয়া কৰোৱা নাই দেখি মানুহে মোক নীচ জাৰজ বুজি ভাবে। কেনেই এনে হয় আই। মানুহ হিচাপেতো মোৰ শৰীৰ বেছ দৃঢ় আৰু বলিষ্ঠ।

মোৰ মনটো বিবাহিতা তিৰোতাৰ ল'ৰাৰে নিচিনাই উদাৰ। বিয়া কৰাই তিৰোতাই গাহৰিৰ দৰে ল'ৰা-ছোৱালী পায় আৰু জাকে জাকে শেষত প্ৰেম নেথাকিও ল'ৰা-ছোৱালী হয়। কিন্তু যদি বাস্তৱিকে ভাল পোৱাৰ ফল স্বৰূপে বিয়া নোহোৱাকৈয়ে মোৰ আইৰ গৰ্ভত মই হৈছোঁ মোক কেলেই মানুহে ঘিণ কৰি জাৰজ, নীচ ইত্যাদি কথা কয়।

আইনমতে হোৱা ইদাৰ সিং যদি বুদ্ধিৰে আৰু কৌশলেৰে পাৰো এই জাৰজেই তোমাক চেৰ পেলাম। পিতাই মোক ভাল পায়। এই চিঠিখন যদি সফল হয় তেন্তে চাবা। ভগৱান দুখীয়াৰ সহায় হওঁক।

( গোলাপ সিংহৰ প্ৰবেশ। )

গোলাপ : কমল সিংহ নিৰ্বাসিত। সত্য সিংহ খং কৰি গুচি গৈছে। ৰজা আজি নিশা গ'লগৈ। তেওঁৰ নিজৰ ক্ষমতা সব বিলাই দি গ'লগৈ।কেনেকৈ অকস্মাৎ সব কাম শেষ হৈ গ'ল।

ইড়া সিংহ খবৰ কি ?

ইড়া : একো নহয় দেউতা (চিঠিখন দেখুৱাই)

গোলাপ : চিঠিখন লুকুৱাবলৈ ইমান ব্যস্ত হৈছা কেলেই ?

ইড়া : আন একো খবৰ নেজানো দেউতা।

গোলাপ : কি কাগজ পঢ়ি আছিলা?

ইড়া : ই একো নহয়।

গোলাপ : যদি একো নহয়, তেন্তে লুকুৱাবলৈ ইমান ব্যস্ত হৈছিলা কেলেই বাৰু ? একো নাথাকিলেতো নৰালৰিকৈ' মানুহে চিঠি জেপত নুসুমুৱাই, বাৰু চাওঁ দিয়া।

ইড়া : দেউতা ক্ষমা কৰিব। এইখন এখন ককাইদেউৱে লিখা চিঠি। মই গোটেইখন এতিয়াও পঢ়িবলৈ পোৱাই নাই। ত্ৰিখিনি পঢ়িছোঁ দেখোঁ যে আপুনি পঢ়িবৰ লায়কৰ চিঠি এইখন নহয়।

গোলাপ : চিঠিখন দিয়াচোন বাৰু।

ইড়া : মই নেদেখুৱালেও দায়ত পৰো দেখুৱালেও মৰোঁ।

গোলাপ : বাৰু চাওঁ দিয়াচোন।

ইড়া : মোৰ ভাইৰ হকে ইয়াকে কওঁ যে বোধহয় মোৰ মন পৰীক্ষা কৰিবলৈয়ে তেওঁ চিঠিখন লিখিছিল।

গোলাপ : [ চিঠি পঢ়ে ] বুঢ়াক মানি চলিব লাগে দেখিয়েই আমাৰ জীৱন তিতা হবলৈ ধৰিছে। বুঢ়া কাললৈ বাট চাই চাই সম্পত্তি পিচত পালোঁৱেই বা তাৰপৰা কি লাভ হ'ব পাৰে ? বুঢ়াৰ অত্যাচাৰ আৰু সহিব নোৱাৰাত পৰিছোঁ। মোৰ ওচৰলৈ আহিবা, এই বিষয়ে মই বহলাই কম। মই গৈ নজগাওঁ মানে যদি পিতা দীঘলীয়া টোপনিত থাকে তেন্তে মোৰ ভাইস্বৰূপে জমিদাৰীৰ আধা লাভ তুমি সদায় পাবা। ইতি

ইদাৰ সিং

উস্, কি ষড়যন্ত্ৰ। মই গৈ নজগাওঁ মানে যদি পিতা দীঘলীয়া টোপনিতে থাকে তেন্তে মোৰ ভাইস্বৰূপে জমিদাৰীৰ আধা লাভ তুমি সদায় পাবা। মোৰ ল'ৰা ইদাৰে এনে কথা লিখিছেনে ? তাৰ হাতেৰেনো এনে কথা লিখিব পাৰিলেনে ? কোনটো সহেৰে নো বাৰু সি এনে কথা লিখিলে ? এইখন কেনেকৈ পালা ? ক'ত পালা ?

ইড়া : এইখন মোক কোনেও দিয়া নাই। মোৰ কোঠাতে পৰি আছিল।

গোলাপ : তোমাৰ ককায়েৰাৰ আখৰ চিনা জানো?

ইড়া : লেখাখিনি সুপাঠ্য হোৱাহেঁতেন তেওঁৰে

লিখা বুলি কলোঁহেঁতেন। কিন্তু এতিয়া তেওঁৰ হয় বুলি ক'ব নোৱাৰোঁ।

গোলাপ ঃ হয় তাৰেই আখৰ হয়।

ইড়া ঃ তেওঁৰ আখৰ হলেও তেওঁৰ অন্তৰৰ কথা এইবোৰ নহয়।

গোলাপ ঃ তোমাক মুখেৰে এইবিলাক বিষয়ে কেতিয়াও ইঙ্গিত দিয়া নাছিলনে ?

ইড়া ঃ কেতিয়াও কোৱা নাই। পিচে তেওঁ বহুত সময়ত কোৱা শুনিছোঁ যে বাপেক যদি বুঢ়া হয়, ল'ৰা উপযুক্ত হয় তেন্তে বিষয় আশাই ল'ৰাক গোটাই দি নিজে খাই-বৈ ল'ৰাৰ তলতীয়া হৈ থকাটোৱেই যুগুত।

গোলাপ ঃ কি পাষণ্ড! চিঠিৰ ভাবৰ লগত তাৰ এইবোৰ কথা বেছ মিলি গৈছে। কি পশু এই ল'ৰাটো! পশুতকৈয়ো ই অধম। যোৱা, তাক বিচাৰি আনাগৈ। তাক মই ফাটেকত দিম। কটা পাষণ্ড! সি ক'ত আছে ?

ইড়া ঃ ক'ত আছে ক'ব নোৱাৰোঁ দেউতা! মোৰ বোধেৰে আপোনাৰ খং কিছুপৰ দমাই ৰাখি তেওঁক সুধি-পুছি এটা মীমাংসা কৰাটোৱেই ভাল। ততাতৈয়াকৈ ৰাগতে কিবা এটা কৰি পেলালে শেষত আপোনাৰ আত্ম-সন্মানৰ লাঘৱ হ'ব আৰু তেওঁৰো আপোনাৰ প্ৰতি ভক্তি কমি যাব। মই জীৱন পণ কৰি কব পাৰোঁ যে তেওঁ মোক পৰীক্ষা কৰিবলৈকেহে এই চিঠিখনি লিখিছিল।

গোলাপ ঃ তুমি তেনে ভাবানে ?

ইড়া ঃ বাৰু যদি আপুনি কয় আজি গধুলি মই কথা-বতৰা হৈ চাম, আপুনি আঁৰত থাকি কথাবিলাক শুনিব তেন্তে সব ঠিক পাব।

গোলাপ ঃ সিনো এনে ৰাক্ষস হৈছেনে বাৰু ?

ইড়া ঃ কেতিয়াও নহয়।

গোলাপ ঃ উস্! নিজৰ পিতাক তাক সি ইমান ভাল পায়। হে ভগৱান ই কি কৰিলা প্ৰভু! ইড়া তাক বিচাৰি আনা। যি ভাল হয় কৰা। এই বিষয়ে মই এটা কিবা স্থিৰ কৰিব লাগিব।

ইড়া ঃ মই তেওঁক এতিয়া বিচাৰি যাওঁ। এই বিষয়ে কথা-বতৰা হৈ মই আপোনাক জনাম।

গোলাপ ঃ এই যে অলপতে সূৰ্য আৰু চন্দ্ৰ গ্ৰহণ হৈ গ'ল তাৰপৰা একো মঙ্গল ন'হব। প্ৰকৃতিয়ে যদিও ভালৰ নিমিত্তেই সকলো কাম কৰে তথাপি তাৰ ফল মানুহৰ ওপৰত ভীষণ হয়। প্ৰেম চেঁচা পৰি যায়। বন্ধুত্বৰ শেষ হয়, ভাইয়ে ভাইয়ে বিভক্ত হয়। নগৰত ৰাজ-দ্ৰোহ, দেশময় অমিল, ৰজাঘৰত নানা ৰকম ষড়যন্ত্ৰ আৰু বাপেকে পুতেকৰ মায়া বান্ধ ছিড়িব ধৰিছে। মোৰ পোৱেই তাৰ দৃষ্টান্ত। পুতেক বাপেকৰ বিৰুদ্ধে লাগিছে। ৰজাই যি কৰিলে তাত দেখা যায় সন্তানৰ বিৰুদ্ধে বাপেক। আগৰ দিন বৰ ভালে গ'ল। এতিয়া মাজ সময়ত এইবিলাক ষড়যন্ত্ৰ বিশ্বাস-ঘাতকতা শেষ সঙ্গী হৈছেহি।

ইড়া ঃ এই লাঠুৰাটোক বিচাৰি উলিওৱা। আহা বিশ্বাসী উদাৰ হৃদয় কমল সিংহ নিৰ্বাসিত কেলেই হ'ল ? এনে সাধুজনৰ এনে অৱস্থা, কি আচৰিত!

[ প্ৰস্থান ]

ইড়া ঃ ই বৰ বঢ়িয়া কথা-যেতিয়া আমি দুৰ্ভাগ্যত পৰোঁ বহুত সময়ত নিজৰ দোষতেই পৰোঁ, কিন্তু তেতিয়া দোষ

খিনি দিওঁ সূৰ্য, চন্দ্ৰ, গ্ৰহ, নক্ষত্ৰৰ-ওপৰত। ঠিক যেন আমি বাধ্য হৈ হে দুষ্ট, দগাবাজ হওঁ। স্বৰ্গৰ ঠেলাতহে যেন চোৰ দগাবাজ বিশ্বাসঘাতক তৈয়াৰ হয়। তৰাৰ নজৰতহে যেন মাতাল, মিছলীয়া, পৰদাসগামী হয়। মোটৰ ওপৰত আমি যতখিনি বেয়া কাম কৰোঁ, গ্ৰহ-নক্ষত্ৰৰ গাত দি খালাচ হওঁ। বেশ্যাবোৰো মানুহ। তেওঁবো ছাগগ্ৰীৰ নিচিনা প্ৰকৃতি। ইপিনে এটা তৰাৰ গাত দোষ লগাই দিলেই হ'ল। মোৰ পিতাই যেনিবা প্ৰেমৰ ঠেলাত পৰি মোৰ আইক ৰক্ষিতাৰূপে গ্ৰহণ কৰিলে; আৰু মই জন্মিলোঁ। কৰ্কট ৰাশিত জন্মিলোঁ। সেইদেখি মই হলোঁ মিছলীয়া আৰু লুচ্চা।

[ ইদাৰ সিংহৰ প্ৰৱেশ ]

ইড়া : ইঃ চোৰা যেন ভাওনাৰ দুৰ্গাৰতীজনাহে আহিছে! মই এতিয়া একেবাৰে গহীন ভাব ধৰিব লাগিব দেখিছোঁ। আৰু একেবাৰে কমাৰশালৰ ভোঁপৰৰ দৰে হুমুনিয়াহ পেলাব লাগিব। ইঃ এই সূৰ্য চন্দ্ৰ গ্ৰহণ বিলাকে বৰ বেয়াকৈ কাজিয়াৰ সূত্ৰপাত কৰিছে হয়।

ইদাৰ : কি অ'-ভাই ইড়া! বৰ গহীন হৈ দেখোন কিবা ভাবিছ।

ইড়া : ককাইটি, মই অলপতে এই গ্ৰহণবিলাকৰ-পৰা কি কুফল হ'ব পাৰে সেই বিষয়ে পঢ়িছিলোঁ। আজি তাকে ভাবি আছোঁ।

ইদাৰ : তইনো তাতে ইমান ব্যস্ত হৈ আছ:ন অ'।

ইড়া : কি কৈছা ককাই এইবিলাক যে ভাইয়ে ভায়ে বিচ্ছেদ প্ৰথা, বি:দ্ৰোহ, বেমাৰ, মৃত্যু, আকাল, ৰাতি চোৰ, ভূমিকম্প, চলিব লাগিছে, সকলোৰে মূল হৈছে এই চন্দ্ৰ আৰু সূৰ্যগ্ৰহণবিলাক। ইয়াত কোনো সন্দেহ নাই।

ইদাৰ : কেতিয়াৰপৰামো এনে জ্যোতিষৰ ভক্ত হলি অ' তই ?

ইড়া : বাৰু কোৱাচোঁন এতিয়া দেউতাক কেতিয়া শেষবাৰ দেখিছিলা ?

ইদাৰ : গ'ল নিশা ।

ইড়া : তেখেতৰ লগত কথা-বতৰা হৈছিলা জানা ?

ইদাৰ : হৈছিলোঁতো। প্ৰায় দুঘণ্টা কথা-বতৰা পাতিছিলোঁ।

ইড়া : বাৰু যাওঁতে তেখেতৰ লগত ভাল ভাবেই বিদায় হৈ গৈছিলানে ? তেখেতৰ মনত তোমাৰ প্ৰতি কোনো বিৰক্তিৰ ভাব দেখিছিলানে ?

ইদাৰ : বিৰক্তিৰ ভাব! কোনো ৰকম বিৰক্তিৰ ভাব দেখা নাছিলোঁ ভাই।

ইড়া : ভাবি চোৱা, কিবা কথাত তুমি তেওঁৰ বৰ খং তুলিছা। মই কাবৌ কৰি কওঁ ককাইটি, কেইদিনমানলৈকে আঁতৰি থাকা। এতিয়া যিমান খঙত তেখেত ফুলি আছে, তোমাৰ শৰীৰবো কিবা হানি হ'ব পাৰে।

ইদাৰ : কোনোবা দুষ্টই মোৰ এই অপকাৰ-খিনি কৰিছে।

ইড়া : মম্লো সেইটোহে ভয় কৰিছোঁ। মই অনুৰোধ কৰোঁ তেখেতৰ খং পাৰ নোহোৱালৈকে কিছুদিন লুকাই থাকা। মোৰ যে এটা ঘৰ আছে তাতে গৈ থাকাগৈ। মই মাজে মাজে খবৰ-বাতৰি দি থাকিম। কিন্তু কেতিয়াবা

যদি ৰাহিৰ ওলোৱা সশস্ত্ৰ হৈ বাহিৰলৈ ওলোৱা যেন।

ইদাৰ : সশস্ত্ৰ হৈ কেলেই ?

ইড়া : ককাইটি, মই তোমাৰ ভালৰ নিমিত্তেই কৈছোঁ। মই যদি আন কিবা ভাবিহে কৈছোঁ মোক যেন মিছলীয়া বুলি নেভাবা। মই যি অভাৱ পাইছোঁ তাতেহে তোমাক সাৱধান কৰি দিছোঁ। আচল কাম যে কি ভয়ানক হ'ব পাৰে কবই নোৱাৰি। মই কাৰো কৰি কৈছোঁ আঁতৰি যোৱা।

ইদাৰ : বাৰু তোৰপৰা মই সব খবৰ-বাতৰি পাই থাকিম নহয় ?

ইড়া : নিশ্চয়। এই বিষয়ত মই তোমাক সহায় কৰিম।

[ ইদাৰৰ প্ৰস্থান ]

বেছ বেছ। পিতা হৈছে পোনপটীয়া। মোৰ কথা একেবাৰেই বিশ্বাস কৰি ককাই হৈছে উদাৰ। তেওঁ আনৰ কাৰণে অপকাৰ কৰিব ছাৰি আনৰ বেয়াকে ভাবিবলৈ অক্ষম। তেওঁৰ গকৰ দৰে বিশ্বাসী আৰু মই সেই বিশ্বাসৰ ওপৰত তেওঁক সহজেই চলাব পাৰিম। এতিয়া কথাবিলাক বেছ বোধগম্য হৈছে। জন্মৰ বাবা মাটি-বাৰী নেপাওঁ, বুদ্ধিৰেই মাটি-বাৰী-খিনি হাত কৰা যাওক।

[ প্ৰস্থান ]

## তৃতীয় দৃশ্য

[ অভয়গড়ৰ ৰাজপ্ৰাসাদ ]

( চন্দ্ৰমুখী আৰু আহিনাৰ প্ৰবেশ )

চন্দ্ৰমুখী : তেওঁৰ বহুৱাটোক দাবি দিছিল দেখি পিতাই মোৰ কৰ্মচাৰী এজনক মাৰিছে হয়নে ?

আহিনা : হয় আইদেউ।

ৰগলা : দিনে ৰাতিয়ে পিতাই মোৰ বৰ অন্যায় কৰিব লাগিছে হয়। ঘণ্টায় ঘণ্টায় এটা নহয় এটা অপকৰ্ম কৰি ঘৰখনতে বেমেজালি লগাই দিছে। মই আৰু নসহোঁ। তেওঁৰ লগৰ ভদ্ৰলোক-সকলে সদায় হাই-খৰিয়াল কৰি থাকে আৰু নিজেও অলপ কথাতে আমাক গালি-শপনি পাৰে। এইবাৰ তেখেত চিকাৰৰপৰা উলটি আহিলে মই কেতি-য়াও কথা নকওঁ। বৰ বেজাৰ বিৰক্তি লাগিছে হয়। তয়ো আগৰ দৰে আলপৈচান নধৰিবি। যি দোষ হয় মোৰ হ'ব।

আহিনা : তেখেত আহিব লাগিছে আইদেউ। সৌৱা মই গম পাইছোঁ।

[ শিঙাৰ শব্দ ]

চন্দ্ৰমুখী : এতিয়া তই আৰু তোৰ লগৰ চাকৰ-বিলাকক কৈ দে যেন তেওঁৰ প্ৰতি অৱহেলা দেখুওৱা হয়। তেওঁ যেন এই বিষয়ে মোক সকিয়াব লগাত পৰে। তেখেতে যদি এনে ব্যৱহাৰ ভাল নেপায় তেন্তে মোৰ ভনীৰ ঘৰলৈ গুচি যাব পাৰে। এনেকৈ মোৰ ওপৰত মই দপালিবলৈ কেতিয়াও নিদিওঁ। সোৰোপা কৰ্মহীন বুঢ়া নিজৰ সকলো ক্ষমতা দান কৰি দি এতিয়া আকৌ ক্ষমতা চলাব খোজে। বুঢ়া হলেই আকৌ ল'ৰাৰ দৰেই হয় দেখা যায়। কিছু দমাই নাৰাখিলেই নহয় দেখিছোঁ। মই যি কৈছোঁ মনত ৰাখিবি একা।

আহিনা : ভাল আইদেউ।

চন্দ্ৰমুখী : তেওঁৰ সহচৰ ভাওৰীয়াসকলেও যেন তইঁতৰ কথাৰ মুখেহে দেখে। যি হয় হ'ব বাৰু। ভাৰ পিচত যুক্তি দি

ভনীলৈকো জিখিম যাতে তেওঁ মোৰে দৰে চলে। [ প্ৰস্থান ]

## ৪ৰ্থ দৃশ্য

[ অভয়গড়ৰ ৰাজপ্ৰাসাদ। ছদ্মবেশেৰে কমল সিংহৰ প্ৰবেশ ]

কমল সিংহ : শৰীৰত যি ছদ্মবেশ লৈছোঁ কথা-কেইটাও চিনিব নোৱাৰাকৈ ঘূৰাই ক'ব পাৰিলেই বোধকৰোঁ কাৰ্য সিদ্ধি হ'ব। নিৰ্বাসিত কমল সিংহই এতিয়াও ৰজাক কিমান ভাল পাওঁ। এতিয়াও প্ৰভুৰ কামত যদি লাগিব পাৰোঁ, আৰু প্ৰভুক সহায় কৰিব পাৰোঁ তেন্তে নিজকে নিজে কৃতাৰ্থ মানিম।

[ শিঙাৰ শব্দ ]

[ ৰজা প্ৰেম সিংহ, লগৰীয়া ভাওৰীয়া সকল আৰু ভৃত্যসকলৰ প্ৰবেশ ]

প্ৰেম সিংহ : [ চাকৰ এটালৈ চাই ] হেৰৌ বেগাই যা, মোৰ খাবৰ এতিয়াই তৈয়াৰ হ'ব লাগে। অলপো যেন পলম নহয়।

[ চাকৰৰ প্ৰস্থান ]

হেৰৌ তই কোন অ'?

কমল সিংহ : এটা মানুহ ভাওৰীয়া।

প্ৰেম সিংহ : তই কি কৰি খাৱ? তোক কি লাগে?

কমল সিংহ : সম্প্ৰতি একো নকৰোঁ। কেৱল এয়ে মোৰ কাম যে মোক যি বিশ্বাস কৰে, তেওঁক প্ৰাণ দিয়ো কাম কৰি দিওঁ। যি সাধু তেওঁক ভাল পাওঁ, যি জ্ঞানী আৰু কম কথা কয় তেওঁৰ লগত কথা পাতোঁ। ঠেকত পৰিলে যুদ্ধও কৰোঁ, আৰু মাছ নেখাওঁ।

প্ৰেম সিংহ : তই কোন?

কমল সিংহ : মই এজন পোনপটীয়া মানুহ। আৰু ৰজাৰ দৰে দুখীয়া।

প্ৰেম সিংহ : হয়তো, তইঁতৰ ৰজা এতিয়া যেনে দুখীয়া তেনেকুৱা হলে প্ৰজাৰূপে তয়ো বৰ দুখীয়া। তোক কি লাগে পিচে?

কমল সিংহ : চাকৰি এটা লাগে।

প্ৰেম সিংহ : কাৰ তলত চাকৰি লাগে?

কমল সিংহ : আপোনাৰ তলত চাকৰি লাগে।

প্ৰেম সিংহ : তই মোক চিনি পাৱ নেকি অ'?

কমল সিংহ : চিনি নেপাওঁ, কিন্তু আপোনৰ মুখ দেখি আপোনাক মোৰ প্ৰভু কৰি লবলৈ ইচ্ছা হৈছে।

প্ৰেম সিংহ : কিনো দেখিছ মোৰ মুখত?

কমল সিংহ : প্ৰভুত্ব।

প্ৰেম সিংহ : তই কি কাম কৰিব পাৰ?

কমল সিংহ : মই কথা শুনি বিশ্বাস ৰাখিব পাৰোঁ। ঘোঁৰাত উঠিব পাৰোঁ, লৰিব পাৰো সহজ বাতৰি সৰল ভাবে দিব পাৰোঁ, আৰু গল্প ক'ব লাগিলে তেনেই বিকৃত কৰি পেলাব পাৰোঁ। আনে যি পাৰে সকলো পাৰোঁ; কিন্তু মোক খুব কাৰ্যতৎপৰ পাব—এইটো ঠিক।

প্ৰেম সিংহ : তোৰ বয়স কিমান হৈছে?

কমল সিংহ : তিৰোতাৰ লগত প্ৰেম কৰি গান গাই ফুৰা বয়স গৈছে। আৰু একেবাৰে বুঢ়াও হোৱা নাই। দুকুৰি আঠ বছৰ মাত্ৰ হৈছে।

প্ৰেম সিংহ : বাৰু! তই মোৰ তলত কাম কৰিবি? খাইবই উঠাৰ পিচত যদি কোনো কাৰণত বেয়া নাপাওঁ তেন্তে তই মোৰ লগতে থাকিবি।

ক'তা ঐ! মোৰ খোৱা বস্তু ক'তা? মোৰ অকৰাটো কলৈ গ'ল? হেৰৌ

যাওঁতে মোৰ অকৰাটোক মাতি আন।

[ আহিনাৰ প্ৰবেশ ]

হেৰৌ কটা! মোৰ বৰ আইদেউ ক'ত অ'?

আহিনা : হয় দেউতা! [ প্ৰস্থান ]

প্ৰেমসিংহ : সি কি কৈ গ'ল! সেই গৰুটোক মাত।

[ এজন ভাওৰীয়াই বিচাৰি যায় ]

মোৰ অঁকৰাটোক মাত। এই ঘৰৰ আটাইবিলাক শুলে নেকি?

[ ভাওৰীয়াৰ পুনৰ প্ৰবেশ ]

কি হ'ল সেই কুকুৰটো নাহিল কেলেই?

ভাওৰীয়া : প্ৰভু! সি কলে বোলে আপোনাৰ জীয়েকৰ গা বেয়া।

প্ৰেমসিংহ : তাক মাতোঁতে সি নাহিল কেলেই মোৰ ওচৰলৈ?

ভাওৰীয়া : প্ৰভু! সি খোলাখুলিকৈ কলে নেযাওঁ বুলি।

প্ৰেমসিংহ : কি! সি নাহে!

ভাওৰীয়া : মই ক'ব নোৱাৰোঁ প্ৰভু ঘটনা কি হৈছে? কিন্তু আপোনাক প্ৰথমে প্ৰথমে ইয়াত যি আদৰেৰে শুশ্ৰূষা কৰা হৈছিল তেনে আদৰ সম্ভাষণ এতিয়া নাইকিয়া হৈ যাব লাগিছে। বজাৰপৰা আৰম্ভ কৰি আপোনাৰ জীয়েক আৰু চাকৰ ভাণ্ডাৰীৰ ব্যৱহাৰতো সদায় তাক লক্ষ্য কৰিব লাগিছোঁ।

প্ৰেমসিংহ : তুমি এনে ক'লানে?

ভাওৰীয়া : প্ৰভু! মোৰ যদি ভুল হৈছে ক্ষমা কৰিব। আপোনাৰ অপমান মই সহিব নোৱাৰোঁ। সেইদেখি এনেকৈ কলোঁ।

প্ৰেমসিংহ : ময়ো অলপ অলপ লক্ষ্য কৰি আহিছোঁ কিন্তু যি ৰকমে ব্যৱহাৰ চলিছে কোনো বেয়া ভাবৰপৰা হোৱা নাই বুলি ভাবিছিলোঁ। এতিয়া সেই বিষয়ে অলপ মনোযোগ দি চাব লাগিব। মোৰ অঁকৰাটো ক'ত পিচে? আজি তাক দুদিন দেখা নাই।

ভাওৰীয়া : সৰু গৰাকী আইদেউ অযোধ্যালৈ যাবৰপৰা অঁকৰাটো কিবা শুকাই গৈছে।

প্ৰেমসিংহ : নকবা আৰু সেই বিষয়ে মোক। মই সকলো লক্ষ্য কৰিছোঁ। হেৰৌ যা। বৰ আইদেউক কগৈ—মই মাতিছোঁ বুলি।

[ এটা চাকৰৰ প্ৰস্থান ]

আৰু তই যা, মোৰ অঁকৰাটোক মাতি আনগৈ। [ আন এটা চাকৰৰ প্ৰস্থান ]

[ আহিনাৰ প্ৰবেশ ]

প্ৰেম সিংহ : অ' আপুনি আহিলেনে? ভাওৰীয়া! মই কোন জানেনে?

আহিনা : আমাৰ ৰাণীৰ বাপেক।

প্ৰেম সিংহ : ৰাণীৰ বাপেক বুলিহে জান কটা কুকুৰ, গোলাম!

আহিনা : মই সেইবিলাক একো নহওঁ। আপুনি মোক ক্ষমা কৰিব।

প্ৰেমসিংহ : মোৰ মুখে মুখে উত্তৰ দিয়! কটা বজ্জাত! ( তাক মাৰে )

আহিনা : মোক নামাৰিব, মই নসহিম একো।

কমল সিংহ : মই গোৰো নেখাম একো। লাথি খাই উফৰিও নেযাম একো।

[ গোৰ মাৰি আহিনাক বগৰাই দিয়ে ]

প্ৰেমসিংহ : মোৰ ধন্যবাদ ল। তই মোৰ বেয়া কাম কৰি দিছ। তোক ভাল পাইছোঁ।

কমল সিংহ : উঠা ভাওৰীয়া, উঠা! ইয়াৰপৰা যোৱা। কাক কেনেকৈ সন্মান দেখুৱাব

লাগে অলপ শিকিলানে? যদি খিয়দি থাক আকৌ দীঘল দিবি। যা কটা, অজ্ঞান ওলা।

[ তাক গতিয়াই উলিয়াই দিয়ে ]

প্ৰেম সিংহ : হেৰ' মোৰ মঙ্গলকামী ভৃত্য, মোৰ ধন্যবাদ ল। এয়া অলপমান টকাও দিওঁ ল। [কমল সিংহক টকা দিয়ে]

[ অঁকৰাৰ প্ৰবেশ ]

অঁকৰা : পিচে তাক কিমান টকাৰে ভাৰা কৰিলা? এইয়া মোৰ মূৰৰ জটটোকে দিওঁ লোৱা। [ টুপীটো তাক দিয়ে ]

প্ৰেম সিংহ : পিচে অঁকৰা কেনে আছ ?

অঁকৰা : মোৰ এই জটটো নোলোৱা কেলেই হে !

কমল সিংহ : কেলেই লম অ' !

অঁকৰা : কেলেই নলবা! তুমি দেখিব নোৱাৰা মানুহৰ পক্ষ লৈছা। যেনেকৈহে বতাহ বব লাগিছে, হাঁহি এটা মাৰিবলৈ মুখ মেলিলেও পানী লাগিব। সেই দেখি মোৰ এই জটটোকে লোৱাঁচোন বাৰু। এই মানুহজনে দুজনী ছোৱালীক নিৰ্বাসন দিলে। আৰু তৃতীয় জনীক অনিচ্ছাৰে সুখৰ ঠাইলৈ পঠিয়ালে। কাজেই তুমি যদি তেওঁৰ লগত ফুৰা তেন্তে এই অঁকৰাৰ চুড়াটো তুমি নিবই লাগিব। পিচে বুঢ়া আপ! খবৰ কি? ইস্ মোৰ যদি দুজনী ছোৱালী থাকিলহেঁতেন আৰু দুটি অঁকৰাৰ মূৰত পিন্ধা জোলোম থাকিলহেঁতেন!

প্ৰেম সিংহ : তেন্তে কি কৰিবিলিহেঁতেন ?

অঁকৰা : মোৰ যি আছে গোটেইখিনি জীয়াৰী-হঁতক দি মুখৰ জোলোমকিটা মূৰত পিন্ধি ফুৰিলোহেঁতেন।

প্ৰেম সিংহ : হেৰৌ সাৱধান! বেত খাবি।

অঁকৰা : সঁচা কথা, যি চেকুৰা সি গোৰ খাই চুৰনি-পাতলৈ যাবই লাগিব।

প্ৰেম সিংহ : একেবাৰেই বিহহে যেন ঢালিছে।

অঁকৰা : বাৰু মই এটা বক্তৃতা দিওঁ শুনা।

প্ৰেম সিংহ : বাৰু দে।

অঁকৰা : শুনা শুনা বুঢ়া আপ মোহোৰ কাহিনী।
দেখাতকৈ বেছি ধন থাকে যেন সদা।
জনাতকৈ কম কথা কবাহে সৰ্বদা॥
দেনাতকৈ কম যেন ধাৰে দিয়া হয়।
খোজতকৈ বেছি যেন চলে তয়ু হয়॥
শুনাতকৈ বেছি যেন শিকা কথা হিত।
ব্যয়তকৈ বেছি যেন সাঁচি থোৱা বিত॥
মদ-পানী ব্যভিচাৰ পৰিহাৰ কৰা।
নাবাগৰি ঘৰতেই থাকিবলৈ ধৰা॥
দুটা দহ জোৰা দিলে একুৰি যে হয়।
বাঢ়িব তোমাৰ কুৰি জানিবা নিশ্চয়॥

প্ৰেম সিংহ : বৰ কথা কলি বোপাই!

অঁকৰা : তেন্তে মোৰ কথাবিলাক বইনা নিদিয়া উকীলৰ কথাৰ দৰে হ'ল বাৰু, মোৰ কথাখিনিনো কোনো কামত নাহিবনে হে আপ!

প্ৰেম সিংহ : তাৰ অৰ্থই নহয়। আৰু কি কামত আহিব।

অঁকৰা : [ কমল সিংহলৈ চাই। হেৰা তেওঁক কোৱাহে তেওঁৰ মাটিৰ খাজনা কিমান। মোৰ নিচিনা মূৰ্খৰ কথা বিশ্বাস নকৰে তেওঁ।

প্ৰেম সিংহ : কটা! এই মূৰ্খটোৰ মুখত কিন্তু বৰ বিহ।

অঁকৰা : বাৰু আপ, তিতা বহুৱা আৰু মিঠা বহুৱাৰ তফাৎ কি?

প্ৰেম সিংহ : নেজানো বোপাই, কচোন বাৰু ?

অঁকৰা : বুঢ়া আপ! সেই যিজনে ভাওবীয়াই তোমাক যথা সম্পত্তি দান কৰিবলৈ

বুধি দিছিল তেওঁক আনি মোৰ ওচৰত থিয় কৰি দিয়া। আৰু তুমি তেওঁৰ ঠাইত থিয় দিয়া। তেতিয়া তিতা মুখ বহুৱা আৰু মিঠা মুখ বহুৱাৰ চিন ওলাই পৰিব। সেই তাত থিয় দিয়াজন হব মিঠা বহুৱা আৰু মই হ'ম তিতা বহুৱা।

প্ৰেম সিংহ : হেৰ' কটা, তই দেখোন মোক মূৰ্খ বুলিলি ?

আঁকৰা : তোমাৰ স্বত উপাধি গোটেইখিনিতো বিলাই দিলেই, এতিয়া উপজিবৰপৰা লগত থকা উপাধিটোহে ৰ'ল।

প্ৰেম সিংহ : ই মূৰ্খ নহয়, ই কটা সিয়ান।

আঁকৰা : কি কৰিম ভাওৰীয়া! ৰজাবিলাকে, ভাওৰ মানুহবিলাকে মোৰ সেই গুণটি একচেটিয়াকৈ অকলে ভুজিব নিদিয়ে। তেখেতসকলেও কাঢ়ি-আজুৰি অলপ ভাগ লয়েই লয়। আপ! তুমি যদি মোক কণী এটা দিয়া, মই তোমাক দুটা মুকুট দিম।

প্ৰেম সিংহ : কি ৰকম মুকুট অ' ?

আঁকৰা : এই ধৰা, কণীটো ঠিক পেটে পেটে দুফাল কৰিলোঁ। ভিতৰৰ মালখিনি ভাজি খালোঁ। সেই কণীৰ খোল দুডোখৰেৰে তোমাৰ দুটি মুকুট হ'ব। তোমাৰ নিজৰ মুকুট যিটি আছিল সেইটি দুডোখৰ কৰি বিলাই দি গাধ এটা কান্ধত লৈ তুমি জানিবা বোকা পাৰ হবলৈ চেষ্টা কৰিছা। যেতিয়া তোমাৰ তপলা মূৰৰপৰা সোণৰ মুকুটটো খুলি এইদৰে বিলাই দিয়া তেতিয়া এই ধৰণৰ মুকুটেই ভাল। [ গান গায় ]

এতিয়া মূৰ্খৰ দিন,
জ্ঞানী হ'ল জ্ঞান হীন ॥
জ্ঞানীয়ে নেজানে কৰিবলৈ তাৰ
জ্ঞানৰ ব্যৱহাৰ।
বান্দৰৰ দৰে দাঁত শিকতাই
চোৱাই মুকুতা হাৰ

প্ৰেম সিংহ : তই কেতিয়াৰপৰা ইমান গান গাব শিকিলি অ' ?

আঁকৰা : যেতিয়াৰপৰা তুমি জীয়াৰীহঁতক মাতিবি পাতি হাতত চেকনি দি নিজে পেনিক্ৰক পিন্ধিলা সেই তেতিয়াৰ পৰা। (আকৌ গান গায় )

আই মোৰ কান্দে আনন্দতে,
মই গান গাওঁ দিনে ৰাতি
তাৰেহে শোকতে ॥

এনে হেন ৰজামোৰ বহুৱাবনি যে ঐ
মুৰুখৰ মাজতে ঠাই ;
লুকাভাকু খেলে মুখ বিকটাই
মুখত হাঁহিটি নাই ॥

পিছে আপ! মোক এটা মাষ্টৰ ৰাখি দিয়াহে। মই অলপ মিছা কথা কবলৈ শিকোঁ।

প্ৰেম সিংহ : হেৰ' মিছা কথা কবলৈ শিকিলে তই বেত খাবি একা।

আঁকৰা : মই ভাবিয়েই ঠিক কৰিব নোৱাৰোঁ। মোৰ জীয়াৰীসকলৰ লগত তোমাৰ কি সম্বন্ধ! সঁচা কথা কলে সিহঁতে মোক মাৰে। মিছা কথা কলে তুমি মাৰিবা। মনে মনে বহি থাকিলে যেয়ে সেয়ে মাৰে। সেইদেখি মই আঁকৰা কামটো এৰাহে ভাল। কিন্তু বুঢ়া আপ! মই তোমাৰ কামটি নলওঁ। তোমাৰ বুধিখিনিৰ আগো নাইকিয়া হ'ল পিচো নাইকিয়া হ'ল। এনেকি মাজখিনিও নাইকিয়া হ'ল। সৌৱা জোতুৰ ভিতৰৰ এগৰাকীআহিছে।

[ চন্দ্ৰমুখীৰ প্ৰবেশ। ]

প্ৰেম সিংহ : কি হ'ল আইদেউ ! এনেকৈ চকু খোপা কৰি কেলেই আছিছা ? আজি কালি তোমাৰ কপাল থুপুৰি হৈয়েই থাকে দেখোন !

আঁকৰা : যেতিয়া তেখেতৰ কপাল থুপুৰি হোৱা নোহোৱাতৈ কোনো কথা নাছিল তেতিয়া তুমি বৰ বঢ়িয়া আছিলাহে। এতিয়া তুমি যেন এটা বৃহৎ গোলাকাৰ শূন্যহে। মোৰ অলপ পদাৰ্থ আছে। তোমাৰ একো নাই।

[ চন্দ্ৰমুখীলৈ চাই ]

বাৰু ! মুখ দেখিয়েই বুজিছোঁ। মোক মনে মনে থাকিবলৈ কৈছা। মই বাৰু মনে মনে থাকিলোঁ। মুঠতে আগ নুগুণি গুণে পাছ, ভোকত মৰে খালৰ মাছ ॥

[ প্ৰেম সিংহলৈ আঙুলিয়াই ]

চন্দ্ৰমুখী : দেউতা ! অকল এই আঁকৰাৰ বাক্য-বাণেই নহয়—আপোনাৰ লগৰীয়া ভাওৰীয়া চাকৰ-বাকৰবিলাকে চিক্ৰৰি-বাখৰি ইয়াত মানুহ থকা অসম্ভৱ কৈ তুলিছে। তাৰ প্ৰতিকাৰ কৰিব ছাৰি আপুনি সেইবিলাক কামক সমৰ্থন কৰিছে। এতিয়া বাধ্য হৈ এই অত্যা-চাৰৰ প্ৰতিকাৰ আমিয়েই কৰিব লাগিব। তেতিয়া হয়তো আপুনি বেয়া পাব। আপুনি লাজ পাব হয়, কিন্তু বাধ্য হৈ তেনে কাম কৰাটো উচিত হ'ব।

আঁকৰা : "কাউৰীয়ে পুহিলে কুলি,
কাউৰীৰ মূৰ কামুৰি ছিঙিলে
খাবলৈ দিছিল বুলি ॥"
চাকি নুমাল। এতিয়া আন্ধাৰত কেনেকৈ থাকোঁ ?

প্ৰেম সিংহ : তুমি মোৰ জীয়াৰী হয়নে ?

চন্দ্ৰমুখী : আপুনি বুঢ়া হৈছে আৰু আপুনি জ্ঞান-বৃদ্ধ। মই আশা কৰোঁ আপুনি জ্ঞানীৰ দৰে ব্যৱহাৰ কৰিব। আজিকালি আপুনি যি চালেৰে চলিছে সেই চাল যেন আপুনি পৰিত্যাগ কৰে।

আঁকৰা : গাধয়ো জানে গাড়ীয়ে কেনেকৈ ঘোঁৰা টানি নিবৰ "কুহু হু মই তোমাক বৰ ভাল পাওঁ।"

প্ৰেম সিংহ : ইয়াত মোক কোনোবাই চিনি পাবনে ? এইটো সঁচাকৈ প্ৰেম সিংহনে ? প্ৰেম সিংহই এইদৰেই খোজ কাঢ়েনে ? আৰু এইদৰেই কথা কয়নে ? প্ৰেম সিংহ, তোৰ চকুকেইটা ক'ত থলি ? হাঁ হাঁ বুঢ়া হৈ চকু দুৰ্বল হ'ল। মই টোপনিত আছিলোঁনেকি ? সাৰ পাইছোঁ এতিয়া বহু। মই কোন, কোনোবাই ইয়াত ক'ব পাৰেনে ?

আঁকৰা : পাৰোটো ! প্ৰেম সিংহৰ ছাঁয়া।

প্ৰেম সিংহ : বাৰু মই সেইটো বুজি লম। ৰাজ-ৰাজেশ্বৰৰ লক্ষণেৰে মোৰ জ্ঞানেৰে, মোৰ যুক্তিৰে মই বুজিব নোৱাৰোঁ। মই বিশ্বাস কৰিব নোৱাৰোঁ যে মোৰ কোনোবা জীয়াৰী আছে।

আঁকৰা : এনে জীয়াৰী, যাৰ বাধ্য বাধকতাত বাপেক সদায় থাকিব লাগিব।

প্ৰেম সিংহ : [ চন্দ্ৰমুখীলৈ চাই ] ভদ্ৰ মহিলা ! আপোনাৰ নাম কি ?

চন্দ্ৰমুখী : দেউতা ! মোক এইদৰে কথা সোধাও আপোনাৰ নতুন নতুন ব্যৱহাৰৰ এটা অংশ। মই প্ৰাৰ্থনা কৰিছোঁ, মোৰ কথাখিনি যেন ভালকৈ বুজি লয়। আপুনি বুঢ়া হৈছে, এতিয়া আপুনি জ্ঞানী হ'ব লাগে। আপোনাৰ এই এশ মানুহৰ উৎপাতত এই ৰাজপ্ৰাসাদ

এতিয়া ঠিক এখন হাটৰ দৰে হৈছে। যেনে লাজ পাইছোঁ তৎক্ষণাত ইয়াৰ প্ৰতিবিধান কৰিবই লাগিব। মই মিনতি কৰি জনাইছোঁ, আপোনাৰ অনুচৰবিলাকৰ কিছুমানক খেদি দিয়ক। নহলে ময়েই খেদিম। বাকী যি কেইজন থাকিব, আপোনালোকৰ বয়সৰ অনুপাতে চুপচাপ হৈ ইয়াত থাকিব লাগিব।

প্ৰেম সিংহ : এক্কাৰ! এক্কাৰ! হেৰৌ মোৰ ঘোঁৰাৰ জিন্ ক'ত। মোৰ মানুহবিলাকক মাত। অধম জাৰজ সন্তান আৰু তোক দুখ নিদিওঁ। মোৰ আৰু এজনী জীয়াৰী আছে, মই তালৈকে যাম।

চন্দ্ৰমুখী : তুমি মোৰ মানুহবিলাকক মাৰা, আৰু তোমাৰ এই বজাৰি সোপাই ভদ্ৰাভদ্ৰ চিনি নেপাই।

( অৰুণ সিংহৰ প্ৰবেশ )

প্ৰেম সিংহ : হায় হত ভাগ্য! এতিয়া যে মোৰ অনুতাপৰো সময় পাৰ হৈ গ'ল। (অৰুণ সিংহলৈ চাই) অ' আহিলা। তোমাৰো সেই মত মোৰ ঘোঁৰা তৈয়াৰ হ'লনে? অকৃতজ্ঞতা। তোৰ বুকু শিলতকৈয়ো টান। বিশেষতঃ নিজৰ সন্তান যেতিয়া অকৃতজ্ঞ হয় তেতিয়া সাত সমুদ্ৰৰ ভয়ঙ্কৰ ৰাক্ষসো তাৰ সমান আপচু নহয়।

অৰুণ সিংহ : দেউতা! অলপ ধৈৰ্য ধৰক।

প্ৰেম সিংহ : (চন্দ্ৰলৈ চাই) ঘৃণিতা তই মিছা কথা কৈছ। মোৰ লগৰীয়া বিলাক সব সম্ভ্ৰান্ত আৰু গুণবান পুৰুষ। সিহঁতে নিজৰ কৰ্তব্য বুজি পায়। হাঁয়! হাঁয়! মোৰ কৰুণাময়ী আইদেৱে কি অকণমান দোষ কৰিছিলে যে সেই দোষকণেই মোৰ হৃদয়ৰ গোটেইখিনি প্ৰেম উঘালি পেলাইছিল। হেৰ প্ৰেম সিংহ, প্ৰেম সিংহ, (মূৰত হাতেৰে চপৰিয়াই) ইয়াতেই তোৰ যত মূৰ্খামি। তোৰ সুবিবেচনা এই ফালেদিয়েই ওলাই গৈছিল। মোৰ লগৰীয়াবিলাক ইয়াৰপৰা যোৱাগৈ।

অৰুণ সিংহ : মই নিৰ্দোষী। মই এতিয়াও নেজানো আপোনাৰ কেলৈ খং উঠিছে।

প্ৰেম সিংহ : হ'ব পাৰে অৰুণ। প্ৰকৃতি সৰ্বময়ী জননী শুনা, শুনা, হে দেবী, এই পাপীষ্ঠাক যদি সন্তানৱতী কৰিব খুজিছা সেইটো ৰোধ কৰা। এই যেন চিৰ বন্ধ্যা হৈ থাকে। তাইৰ যেন কোলাত কোনো সন্তানে ঠাই নেপাই। যদি এইৰ কোনোবা দিনাখন সন্তান হয় এনে সন্তান দিবা আই যাৰ ভয়ঙ্কৰ দোষ ৰাশিয়ে তাইক দিনে ৰাতিয়ে নৰকৰ যাতনা ভোগায়। সন্তানৰ অকৃতজ্ঞতাত কান্দোতে কান্দোতে তাইৰ গাডৰু গালেদি চকুলো বৈ বৈ যেন খাল হৈ যায়। জন্ম দিয়াৰ পৰিবৰ্তে তাই যেন দিনে ৰাতিয়ে হাঁহিয়তি আৰু ঘৃণাৰ পাত্ৰী হয়। হে আই প্ৰকৃতি! এই অকৃতজ্ঞ সন্তানে যেন বুজি পায় যে নিজৰ সন্তান অকৃতজ্ঞ হ'লে সেই দুখ চোকা ফেটি সাপৰ দাঁতৰ কামোৰতকৈয়ো বেছি ধাৰাল। বলা বলা যাওঁহঁক বলা। (প্ৰস্থান)

অৰুণ সিংহ : কি হ'ল। ঘটনা কি!

চন্দ্ৰ সিংহ : আপুনি মনে মনে যাওঁকচোন। বুঢ়া হৈ প্ৰকৃতি লৰিছে।

(আকৌ প্ৰেম সিংহৰ প্ৰবেশ)

প্ৰেম সিংহ : এই পোন্ধৰ দিনতে মোৰ পঞ্চাশটা অনুচৰ খেদিছে নহয়।

অৰুণ সিংহ ঃ কি হ'ল দেউতা।

প্ৰেম সিংহ ঃ বাৰু মই কওঁ। (চন্দ্ৰমুখীলৈ চাই) মোৰ মনুষ্যত্ব আজি এইদৰে অপমানিত কৰিবলৈ তোৰ শক্তি হৈছে দেখি মই বৰ লাজ পাইছোঁ। এই যে মোৰ তপত চকুলো অবিৰল ধাৰে বব লাগিছে ইয়াৰ যদি তই উপযুক্ত হলিহেঁতেন তোৰ ওপৰত মোৰ অভিশাপ পৰক। শত খণ্ডে বিচ্ছিন্ন শোকত জৰ্জৰিত পিতৃ হিয়াৰপৰা ওলোৱা অভিশাপে তোৰ সমস্ত অঙ্গ প্ৰত্যঙ্গ জৰ্জৰিত কৰক। বুঢ়া মৰমিয়াল চকু যদি আকৌ চকুৰ পানী উলিয়াবি, তেন্তে মই যুকি উলিয়াই পেলাম। হৃদয় শান্ত হ। তোৰ আৰু এজনী ছোৱালী আছে নহয়। তাই কেতিয়াও এনেকুৱা নিমৰমিয়াল নিদাৰুনি নহ'ব। তোৰ এই কথা শুনিলে তাই নখৰে তোৰ শিয়ালৰ দৰে মুখৰ মঙহ নেফানেফি কৰিব। মই যি পৰিত্যাগ কৰিছোঁ তাক আকৌ লম। ঠিক জানিছ।

(প্ৰেম সিংহ, কমল সিংহ, আৰু আন আনবিলাকৰ প্ৰস্থান)

চন্দ্ৰমুখী ঃ কি কৈ গ'ল শুনিলে।

অৰুণ সিংহ ঃ শুনিলো। তোমাক যদিও বৰ ভাল পাওঁ চন্দ্ৰ তথাপি তোমাৰ কথাকে শুনি একো স্থিৰ কৰিব নোৱাৰিলোঁ।

চন্দ্ৰমুখী ঃ বাৰু এতিয়া শান্ত হৈ থাওঁকচোঁন। (জঁকৰালৈ চাই) পিচে ভাজৰীয়া! আপুনি বহুবাৰে বদ্‌মাইচ্। পিৰীইত যেনি গ'ল আপুনিও তেনি যোৱাই ভাল।

জঁকৰা ঃ আপ! আপ্! ব'ৰ মৰো যাওঁ। (গান গাই)

এনেহেন জীয়াৰী শিয়ালীৰ কুটুম ঐ
দয়া যে মৰমে নাই।
মোৰে হাততে পৰিলে যে শিয়ালী
ফাঁচিতে ওলমি যায়॥

(প্ৰস্থান)

চন্দ্ৰমুখী ঃ এই মানুহজনক ভাল কথা কৈ বেয়া হলোঁ, চ'ক ভাজৰীয়া লাজ ৰাখে ইয়োনো এটা কথানে? সেইটো উচিতো নহয় আৰু বৰ নিৰাপদো নহয়। অলপ গোলমাল লগালেই গোটেইখনেই আমাক বেৰি ধৰিলে দেখোন আমাৰ জীউলৈয়ে টনা টনি হ'লহেঁতেন। হেৰা আহিনা আহিনা——

অৰুণ সিংহ ঃ তুমিও দেখিছোঁ বৰ বেছি ভয় কৰিছা।

চন্দ্ৰমুখী ঃ বৰ বেছি বিশ্বাস কৰি থকাতকৈ নিৰাপদ হৈ থকাটোৱেই ভাল। মই তেওঁক ভালকৈ চিনি পাওঁ। মোৰ ভনীলৈ সব কথা লেখি পঠাইছোঁৱেই। তেওঁ তাত বাহিৰা মানুহ কেতিয়াও ৰাখিব নিদিয়ে।

(আহিনাৰ প্ৰবেশ)

কি অ' আহিনা মোৰ ভনীলৈ লেখিবলৈ দিয়া চিঠিখন লেখিলি জানো?

আহিনা ঃ হয় আইদেউ।

চন্দ্ৰমুখী ঃ যোঁৱা লৈ এতিয়াই বেগাই যাগে। ইয়াত কি কি হৈছিল সব কথা কগে। সোনকালে যা আৰু শীঘ্ৰে উলটি আহি খবৰ দিবিহি।

(আহিনাৰ প্ৰস্থান)

নহয় নহয় স্বামী আপুনি যিদৰে মৃদু ভাবে চলিব খোজে সেইটো ভাল নহয়। মই আপোনাক দোষ নিদিওঁ কিন্তু ক্ষমা কৰিব যে আপোনাৰ নিজ স্বভাৱক মানুহে বিবেচনা হীনতা বুলিহে ভাবিব।

অৰুণ সিংহ ঃ তুমি কিমান দূৰ ভাৱি চাইছা নাজানো। কিন্তু বহুত সময়ত আমি ভালকৈ বেয়া কৰোঁ।

চন্দ্ৰমুখী ঃ নহয় বুজিছে।

অৰুণ সিংহ ঃ বাৰু বাৰু কলেন পৰিচয়তে। (প্ৰস্থান)

## ৫ম দৃশ্য

[ অভয়গড়ৰ ৰাজ-প্ৰাসাদৰ সম্মুখৰ পথাৰ। প্ৰেম সিংহ, কমল সিংহ আৰু অঁকৰাৰ প্ৰবেশ ]

প্ৰেম সিংহ ঃ এই চিঠিখন লৈ প্ৰথমে তই গোলাপ সিংহৰ তালৈ যা। তাৰ পিচত আই-দেউৰে চিঠি পঢ়ি যদি কিবা সোধে, খ্ৰি জান তাকে কৰি। যদি বেপাই নেযাৱ মই আগে সেইখিনি পামগৈ এৰা।

কমল সিংহ ঃ চিঠিখন নিদিয়ালৈকে মই নোলোঁৱেই প্ৰভু। [ কমল সিংহৰ প্ৰস্থান ]

অঁকৰা ঃ মানুহৰ মগজখিনি যদি ভৰি তলুৱাত থাকিলহেঁতেন তেন্তে সদায় মূৰ ঘূৰাবৰ ভয় নাথাকিলহেঁতেন নহয় নে বাৰু?

প্ৰেম সিংহ ঃ হয়।

অঁকৰা ঃ তেন্তে আনন্দ কৰা আপ তোমাৰ মগজ-খিনি মজবুত হৈয়ে থাকিব।

প্ৰেম সিংহ ঃ [ হাঁহে] হাঃ হাঃ হাঃ।

অঁকৰা ঃ দেখিবা বাৰু, সিজনা আই কুঁৱৰীয়ে তোমাক কেনেকৈ ব্যৱহাৰ কৰে। তেখেত আৰু এখেত কেকোঁৰা যেন মধুৰিয়ামৰ নিচিনা তেনেই একে ৰকমৰ। তবু মই খ্ৰি জানো জানো।

প্ৰেম সিংহ ঃ কি জান অ' কি জান?

অঁকৰা ঃ ঠিক এটা কেকোঁৰা যেনে এটা কেকোঁৰাৰ দৰে এখেতসকল দুয়ো তেনে ৰকমে একে। বাৰু মানুহৰ মুখৰ ঠিক মাজতে নাকটো কেলেই আছে বাৰু কোৱাচোন?

প্ৰেম সিংহ ঃ নেজানো অ'।

অঁকৰা ঃ অৰ্থাৎ দুয়োফালে দুটা চকু থাকিবলৈ নাকেৰে শুঙি ঠিক কৰিব নোৱাৰিলে এটা নহয় এটা চকুৰে তেওঁ দেখাকে পাবলৈ।

প্ৰেমসিংহ ঃ আহ্‌া, মই বাছাক চাগে বৰ অন্যায় কৰিলোঁ।

বহৰা ঃ বাৰু শামুকৰ পিঠিত খোলাটো কেলেই আছে জানানে?

প্ৰেম সিংহ ঃ নেজানো।

অঁকৰা ঃ কাৰণ সি তাতে তাৰ শিং ওলোৱা মূৰটো সুমুৱাব পাৰে আৰু সেইদেখি সি তাৰ খোলাটো জীয়েকহঁতক দান কৰি নিদিয়ে।

প্ৰেম সিংহ ঃ পিতৃ হৃদয়ৰ গোটেইখিনি কৰুণা আৰু ভালপোৱা এইবাৰ পাহৰিম, মোৰ ঘোঁৰাবিলাক তৈয়াৰ হ'লনে?

অঁকৰা ঃ বুঢ়া আপ, তুমি যদি মোৰ দৰে মূৰ্খ হলাহেঁতেন তেন্তে এনেকৈ অকালত বুঢ়া হোৱাৰ বাবে তোমাক মৰিয়ালোঁহেঁতেন।

প্ৰেম সিংহ ঃ কি ৰকম?

বহৰা ঃ জ্ঞান নোহোৱালৈকে তুমি বুঢ়া হ'ব নালাগিছিল।

প্ৰেমসিংহ ঃ প্ৰভু! মই যেন বলিয়া নহওঁ। হে দয়াময় প্ৰভু! মোক বলিয়া নকৰা যেন।

[ এজন ভাওৰীয়াৰ প্ৰবেশ ]

কি ঘোঁৰা তৈয়াৰ হ'ল নে?

ভাওৰীয়া ঃ হৈছে মহাৰাজ।

প্ৰেমসিংহ ঃ আহ অ'বা, আহ যাওঁ। [প্ৰস্থান]

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

[জমিদাৰ গোলাপ সিংহৰ দুৰ্গৰ চোতাল। ইভা আৰু কুবানৰ প্ৰবেশ ।]

ইভা : ভালে আছে কুবান !

কুবান : আছোঁ ডেকাদেউ ! আপোনাৰ পিতাক বাতৰি দিলোঁ যে ৰজা কীৰ্তি সিংহ আৰু তেখেতৰ ৰাণী আজি নিশা আহি তেখেতৰ প্ৰাসাদত থাকিবহি ।

ইভা : তাৰ মানে !

কুবান : মই বিশেষ নাজানো। লোকে কিন্তু বহুত কথা কণাকণিকৈ কয়। আপুনি শুনা নাই জানো ?

ইভা : : নাই শুনা—কি কথা কচোন বাৰু ?

কুবান : আপুনি জানো শুনা নাই যে ৰজা কীৰ্তি সিংহৰে আৰু ৰজা অৰুণ সিংহৰে মাজত যুদ্ধৰ সম্ভাৱনা হৈছে ।

ইভা : ক'তা মইতো একো শুনা নাই ।

কুবান : শুনিব বাৰু অলপতে। [প্ৰস্থান]

ইভা : ৰজা আজি নিশা ইয়াত থাকিবহি, খুব ভালেই হ'ল। মোৰ কামত লাগিব দেখিছোঁ। ককাইদেউক ধৰিবলৈতো পিতাই চিপাহী নিযুক্ত কৰিছেই । এতিয়া খুব শীঘ্ৰে মোৰ কাৰ্যখিনি শেষ কৰিব পাৰিলেই হয়। ককাইটি, আহকচোন ! ইয়াতে আছে ।

[ ইদাৰ সিংহৰ প্ৰবেশ ]

ককাইটি : দেউতাৰ এই ঘৰটোৰ চাৰিওফালে মানুহ থৈছে তোমাক হান্দিবলৈ। তুমি এই ঘৰ এৰি শীঘ্ৰে পলোৱা। নিশাতে পলোৱা। তুমি বাৰু ৰাতি কীৰ্তি সিংহৰ বিৰুদ্ধে কথা কোৱা নাছিলা জানো ? তেওঁ আজি ৰাতি ইয়াতে থাকিবহি। লগতে ৰাণী বেৰাও আহিব। তুমি বাৰু ৰজা অৰুণ সিংহৰ দলক ৰজা কীৰ্তি সিংহৰ দলৰ বিৰুদ্ধে একো কোৱা নাছিলানে ?

ইদাৰ সিংহ : মই কেতিয়াও কাৰো বিৰুদ্ধে এটা কথাও কোৱা নাই ।

ইভা : সৌৱা, পিতা আহিব লাগিছে। মোক ক্ষমা কৰিবা ককাইটি। মিছাকৈয়ে তোমাৰে মোৰে এখন যুঁজ পাতি দেখুৱাওঁ। তুমি আত্মৰক্ষা কৰাৰ দৰে দেখুৱাবা। মই তৰোৱাল খুলিলোঁ। তুমি এতিয়া পলোৱা। [ ভাওৰকৈ কয় ] আহাঁ আহাঁ, পিতাৰ আগলৈ লৈ যাওঁ আহাঁ। চাকি আন, চাকি আন। [লাহেকৈ] পলোৱা ককাইটি— পলোৱা। [ইদাৰ সিংহ লৰ মাৰে] মোৰ নিজৰে হাতত অলপ তেজ উলিয়াই ল'ব লাগিব। [ তৰোৱালৰ আগেৰে হাতত ঘা কৰি তেজ উলিয়াই ]

বোপাই ঔ, ক'ত মাতাল দেখিলোঁ এনেকৈ কটাকটি কৰা দেখা নাই পিতা ! পিতা ! মোক ৰক্ষা কৰক, মোক ৰক্ষা কৰক ।

[ গোলাপ সিংহ আৰু জোঁৰ লৈ লৈ চাকৰ-বাকৰৰ প্ৰবেশ ]

গোলাপ ঃ ইড়া, সেই ৰজ্জাতটো ক'ত ?

ইড়া ঃ ইয়াতে তৰোৱাল খুলি লৈ বিৰবিৰকৈ কিবা মন্ত্ৰ মাতি আছিল ।

গোলাপ ঃ পিচে সি ক'ত আছে এতিয়া ?

ইড়া ঃ চাওক মোৰ তেজ উলিয়াই দিলে ।

গোলাপ ঃ ক'ত সেই বদমাইচ ক'ত আছে ক ?

ইড়া ঃ এই ফালেদি লৰ মাৰিছে ।

গোলাপ ঃ হেৰৌ তাৰ পিচে পিচে খেদি যা ।

[ চাকৰ বিলাক যায় ]

ইড়া ঃ যেতিয়া মই কোনোমতেই আপোনাক হত্যা কৰিবলৈ ৰাজী নহলোঁ আৰু কলোঁ যে দেৱতাসকলে পিতৃ-হন্তাৰ ওপৰত ঘোৰ অভিশাপ দিয়ে। যেতিয়া কলোঁ যে পিতাৰ ওচৰত কত দয়া, চেনেহৰ বাবে সন্তান সদায় ঋণী। আৰু যেতিয়া দেখিলে যে তেওঁৰ এই অমানুষিক ক্ৰিয়াৰ মই কোনো বিৰুদ্ধ বাদী হৈ থিয় দিছোঁ, তেতিয়া তৰোৱাল লৈ মোক আক্ৰমণ কৰি হাতত ঘা লগাই দিলে। মই যেতিয়া আটাহ পাৰি যুদ্ধলৈ প্ৰস্তুত হলোঁ, তেতিয়া তেওঁ লৰ মাৰি পলাই গ'ল ।

গোলাপ ঃ সি যেন বহুত দূৰলৈ পলাই যায় । কাৰণ এই ৰাজ্যৰ ভিতৰত য'তে থাকক ধৰা পৰিবই । আজি মোৰ পৰম হিতকাৰী ৰজা কীৰ্ত্তি সিংহ আৰু ৰেৱা ৰাণী আহি ইয়াতে থাকিবহি । তেখেতৰ হুকুমাই জাননী প্ৰচাৰ কৰি দিম যে এই বিশ্বাসঘাতক নৰঘাতীটোক যেয়ে ধৰি দিব সেয়ে পুৰস্কাৰ পাব। কোনো-বাই যদি তাক লুকুৱাই থয় তেন্তে তাৰ মৃত্যু নিশ্চিত ।

ইড়া ঃ পিতা, যেতিয়া মই তেওঁক এই বেয়া কাম নকৰিবলৈ বুজাইছিলোঁ তেওঁ উত্তৰ দিলে, কটা জাৰজ, মই যদি তোৰ বিৰুদ্ধে হওঁ তোৰ কি গুণ বা মূল্য আছে মানুহে মোতকৈ তোৰ কথা বেছিকৈ বিশ্বাস কৰিব। মই ধৰা পৰিলে কম যে এই বিলাকতো মোৰ কথা নহয়---এই জাৰজটোৰহে এই বিলাক কথা। মানুহে সহজে বিশ্বাসো কৰিব কাৰণ মই মৰিলে জাৰজ হলেও তয়েই সম্পত্তি খিনি পাবি ।

গোলাপ ঃ এই দুৰাচাৰীৰ মন একেবাৰে কঠোৰ হৈ গৈছে। সি চিঠিখন কেনেকৈ অস্বীকাৰ কৰিব বাৰু ?

[ শিঙাৰ শব্দ ]

সেইয়া ৰজাৰ ভেড়ী তেখেত কেলেই আহিছে মই ক'ব নোৱাৰোঁ। ৰজাক কৈ পলাবৰ সব বাট বন্ধ কৰাই দিম। সি কেতিয়াও সাৰিব নোৱাৰে। তাৰ ছবিও মই দেশে দেশে পঠিয়াম যাতে সব দেশতে তাক চিনি পা'য়। মোৰ মাটি বৃত্তি সব তোকে দিম বাছা ।

[ কীৰ্ত্তি সিংহ আৰু ৰেৱা ৰাণীৰ প্ৰবেশ ]

কীৰ্ত্তি ঃ কোন আছা বন্ধু! আহিবৰ এই অলপ সময় হৈছে মাত্ৰ, কিন্তু ইয়াৰ ভিতৰতে বহুত আচৰিত কথা শুনো দেখোন !

ৰেৱা ঃ শুনা কথা যদি সঁচা হয় তেন্তে অতি উগ্ৰ শাস্তিয়ো পাপৰ জোখাৰে কমহে বুলিব লাগিব। আপুনি কেনে আছে ডাঙৰীয়া ।

গোলাপ সিংহ : কুঁৱৰী, মোৰ অন্তৰ একেবাৰে ভাগি-ছিগি গৈছে ।

ৰেবা : পিচে আমাৰ পিতাৰ পুত্ৰ সম্বন্ধ পতোৱা জনেইনো আপোনাৰ প্ৰাণ ল'ব খুজি-ছিলনে ? আমাৰ পিতাই কাম দিছিল ইদাৰ সিংহক নহয়নে ?

গোলাপ সিংহ : সেই কথা ক'বলৈ লাজ লগাই হৈছে কুঁৱৰী !

ৰেবা : সিয়ো আমাৰ পিতাৰ দুৰ্জয় সঙ্গীসকলৰ কাম নহয়নে ?

গোলাপ সিংহ : ক'ব নোৱাৰোঁ কুঁৱৰী ! কিন্তু বৰ বেয়া কথা বৰ বেয়া কথা পিতৃ-হত্যা বৰ ভয়ানক ।

ইড়া : হয় ৰাজকুঁৱৰী, তেখেত সেইসকলৰ সঙ্গী হয় ।

ৰেবা : তেন্তে আচৰিত হ'বৰ কোনো কাৰণ নাই । বোধহয় এই বুঢ়াক মাৰিবৰ বুদ্ধিও সিহঁতেই দিছে । যাতে তেওঁৰ গোটেইখন বৃহৎ জমিদাৰী বেছ সোন-কালে ভোগ কৰিব পাৰে । বাইদেৱে সিহঁতৰ সম্বন্ধে মোক এই এতিয়াই অলপতে জনাইছে । যদি মোৰ ঘৰত সিহঁত থাকিবলৈ আহে মই হ'লে তাত নেথাকোঁ ।

কীৰ্ত্তি সিংহ : ময়ো নেথাকোঁ ৰেবা । ইড়া ! তুমি হেনো পিতাৰ প্ৰতি সন্তানৰ যি কৰ্ত্তব্য তাক ভালকৈ দেখুৱাইছা, হয়নে ?

ইড়া : প্ৰভু, মোৰ কৰ্ত্তব্য মাত্ৰ কৰিছোঁ ।

গোলাপ সিংহ : ই তাৰ মতলব হাঁসিল কৰিবলৈ নিদিলে আৰু তাৰ বাবে এইয়া ঘাও খালে ।

[ ইড়াৰ হাতৰ ঘা দেখুৱাই ]

কীৰ্ত্তি সিংহ : তাক ধৰিবলৈ মানুহ গৈছেনে ?

গোলাপ সিংহ : হয় গৈছে ।

কীৰ্ত্তি সিংহ : এবাৰ ধৰা পৰিলে আৰু আপোনাক সি কষ্ট দিব নোৱাৰে । ইড়া ! যাৰ সাহ আৰু কৰ্ত্তব্যপৰায়ণতা ইমান প্ৰবল তুমি এতিয়াৰপৰা আমাৰ হলা । আমাক বিশ্বাসী মানুহ লগাত পৰিছে । তোমাকে প্ৰথমে আমি বাছিলোঁ ।

ইড়া : জীৱন দিয়ো আপোনৰ কাজ কৰিম প্ৰভু ।

গোলাপ সিংহ : তাৰ নিমিত্তে মোৰো ধন্যবাদ লওক মহাৰাজ !

কীৰ্ত্তি সিংহ : ডাঙৰীয়া, গোলাপ সিংহ আমি কেলেই ইয়ালৈ আহিছোঁ । আপুনি এতিয়াও নেজানে নহয় ?

ৰেবা : এই নিশা যে আমি খপিয়াই জপিয়াই এইখিনি পাইছোঁহি, সম্মানিত বীৰ পুৰুষ গোলাপ সিংহ । তাৰ এটা উদ্দেশ্য আছে । আমাৰ পিতা আৰু বাইদেৱে কাজিয়া হৈছে । উভয়ে আমালৈ চিঠি দিছে । তাৰ উত্তৰ আপোনাৰ ঘৰৰ পৰাহে দিম বুলি ভাবি ইয়ালৈ আহিছোঁ । তেওঁলোকৰ দূত বৈয়ে আছে । এতিয়া বন্ধু, আপোনাৰ পৰামৰ্শ বিশেষ কামত আহিব ।

গোলাপ সিংহ : মই আপোনালোকৰ আজ্ঞা শিৰোধাৰ্য কৰি ললোঁ । এতিয়া আহক দুখীয়াৰ পঁজালৈ । [প্ৰস্থান]

## দ্বিতীয় দৃশ্য

গোলাপ সিংহৰ দুৰ্গৰ সন্মুখ ।

[আহিনা আৰু ছদ্মবেশী কমল সিংহৰ প্ৰবেশ]

আহিনা : বন্ধু, তুমি এই ঘৰৰে মানুহ নেকি ?

কমল সিংহ : হয় ।

আহিনা : পিচে আমাৰ ধোঁৱাবিলাক ৰাখিব ক'ত ?

কমল সিংহ ঃ বোকাত ।

আহিনা ঃ মোক যদি ভাল পোৱা তেন্তে কোৱা দেও কোৱা—

কমল সিংহ ঃ তোকতো মই ভাল নেপাওঁ ।

আহিনা ঃ তেন্তে ময়ো পৰোৱা নকৰোঁ ।

কমল সিংহ ঃ পথাৰৰ মাজত অকলে তোক পালে পৰোৱা কৰোৱালোঁহেঁতেন ।

আহিনা ঃ মোক এনে কথা কেলেই কৈছা মইতো তোমাক চিনি নেপাওঁ ।

কমল সিংহ ঃ গোলাম, তোক মই চিনো ।

আহিনা ঃ কি চিন তই মোক ?

কমল সিংহ ঃ মই জানো তই এটা ধূৰ্ত আৰু চুৱা খোৱা । তই নীচ, অহংকাৰী, ভিকহু, কাপোৰ-কানি পিন্ধি মানুহটো । তই ভীৰু, কাপুৰুষ । তই গোলাম । তই তৎক্ষণাত ভেড়ুৱাৰ কাম কৰিবলৈ সাজু । তোৰ তেজ-মঙহৰ কেৱল ফুটনি, ভিকহুত্ব, ভীৰুতা আৰু ভেড়ুৱাত্বৰে গঠিত । যদি নহওঁ বোল তেন্তে তোৰ পিঠিৰ ছাল তুলিম গোলাম । বুজিছ ।

আহিনা ঃ তইতো বৰ আচৰিত মানুহ, যাক চিনি নেপাৱ আৰু যি তোক চিনি নেপায় তাক এনে অসভ্য ভাষাৰে গালি পাৰ ।

কমল সিংহ ঃ তই এটা মিহলীয়া, সেইদেখিহে কৈছ মোক চিনি নেপাৱ বুলি । আজি দুদিনো হোৱা নাই তোক ৰজাৰ আগত গোৰ মাৰি বগৰাই দি পিটিছিলোঁ । মনত নাই ? উলিয়া খিচে, উলিয়া তৰোৱাল । নিশা হলেও জোনৰ পোহৰ আছে । আহ, কটা আহ ।

[ তৰোৱাল উলিয়ায় ]

আহিনা ঃ গুচ, মোক সেইখন নেলাগে ।

কমল সিংহ ঃ তৰোৱাল কটা হাৰমজাদা । তই ৰজাৰ বিৰুদ্ধে চিঠি লৈ যাব । *

* * *

কমল সিংহ ঃ মহাৰাজ, আপোনাৰ মহামহিমাধি মহানুভৱতাৰ আশ্ৰয় লৈ সূৰ্য দেৱতাৰ মণ্ডলৰ কেউকাষৰ জ্যোতিৰ নিচিনা যে আপোনাৰ উজ্জ্বল জ্যোতি প্ৰভাৱ —

কীৰ্তি সিংহ ঃ সেইখন আকৌ কি অ' ?

কমল সিংহ ঃ যদি এনে খোচামোদৰ কথা শুনিব নোখোজে তেন্তে ভাওৰীয়া মই আপোনাক কওঁ যে কোনোবাই যদি আপোনাক স্পষ্ট কথা কৈ বগাইছে মই সেই বিধৰ মানুহ নহওঁ জানিব । অৱশ্যে মোৰ কথাত আপুনি হয়তো বেজাৰ পাবও পাৰে ।

কীৰ্তি সিংহ ঃ [ আহিনালৈ চাই ] হেৰ, তইনো কি কৰিছিলি অ' কচোন ?

আহিনা ঃ মই তাৰ কেতিয়াও কোনো অপকাৰ কৰা নাই । মোক ভুল বুজি ৰজাই মোক মাৰিছিলে, তেতিয়া সি আহি ৰজাই ভাল পাবলৈ পিচফালৰপৰা গোৰ মাৰি বগৰাই দিছিল । এইদৰে মোক মাৰি কিলাই গালি পাৰি সি ৰজাৰপৰা প্ৰশংসাও পাইছিল । মইতো তলতীয়া সামান্য মানুহ । তাত এইদৰে মাৰি কিলাই হেঁপাহ নপলাল, এতিয়া আকৌ ইয়াত আহি মোক কাটিব খুজিছিল ।

কমল সিংহ ঃ শুনা, এইবিলাক চোৰ বদমাইচৰ কথা—

কীৰ্তি সিংহ ঃ হেৰৌ শিকলি আন । ইয়াক ভৰিত

---

* কিয়দাংশ পাঠ পোৱা নগ'ল ।

শিকলি দি পেলাই থ'। কটা বুঢ়া, মুখত বান্ধ পাই কেৱল বৰ বৰ কথা মাত্ৰ। ইয়াক শিকাম আজি মই।

কমল সিংহ ঃ ৰজা, মই বহুত বুঢ়া হলোঁ। এতিয়া নো বাকী কি শিকাব। শিকলি নিপিন্ধাব। মই ৰজাৰ দূত। যদি দূতক দুৰৱস্থা কৰে তেন্তে ৰজাক দেখা-দেখিকৈ অপমান কৰা হ'ব।

কীৰ্তি সিংহ ঃ আন শিকলি। সি ইয়াতে আজি নিশাটো কালি দুপৰীয়ালৈকে বহি থাকিব।

ৰেবা ঃ দুপৰীয়া কেলেই, কালিলৈ ৰাতিও ওৰে ৰাতিটো কটাব লাগিব।

কমল সিংহ ঃ কেলেই ডাঙৰীয়ানী আপোনাৰ বাপেকৰ কুকুৰ হলেওতো এনে ব্যৱহাৰ কৰা উচিত নহয়।

ৰেবা ঃ হয় ডাঙৰীয়া, কুকুৰ হলে কথাই আছিল, আপুনি যেতিয়া তেওঁৰ টেটোন টামন আপোনাক শিকলি পিন্ধামেই।

কীৰ্তি সিংহ ঃ সেই যে খুলশালীয়ে লেখিছে ৰজাৰ দুষ্ট অনুচৰবিলাকৰ কথা, ইয়ো তাৰে ভিতৰত এটা।

[ শিকলি আনি কমল সিংহৰ ভৰি বান্ধি তলা লগাই দিয়ে। ]

গোলাপ সিংহ ঃ মহাৰাজ! মোৰ সকাতৰ অনুৰোধ এই কাম নকৰিব। তাৰ বহুত দোষ হ'ব পাৰে, কিন্তু ৰজাক কলে তেখেতে তাক শাস্তি দিব নহয়। আপুনি যি শাস্তি দিছে এই শাস্তি সামান্য চোৰ, মোনা কটাবিলাকক দিয়া হয়। ৰজাই দেখিলে দূতৰ এই অপমানত বৰ দুখ পাব।

ৰেখা ঃ মোৰ বাইদেৱে কেনে পাব যেতিয়া শুনিব যে তেওঁৰ দূতক ই বুঢ়াই কত অপমান কৰিছে। বেছ তাক বান্ধি দে। ব'লক আমি যাওঁ ব'লক।

[সকলোৰে প্ৰস্থান]

[ কেৱল কমল সিংহ আৰু গোলাপ সিংহ থাকে। ]

গোলাপ সিংহ ঃ বন্ধু, তোমাৰ নিমিত্তে মই বৰ দুখ পাইছোঁ। কি কৰিবা এই ৰজাজনে এবাৰ যি কৰোঁ বোলে কাৰো কথা নুশুনি কৰেই কৰে। মই বাৰু আকৌ তেখেতক কৈ চাম।

কমল সিংহ ঃ নক'ব ডাঙৰীয়া, নক'ব। মই বহুত দূৰৰপৰা ভাগৰে-জুগৰে আহিছোঁ। এতিয়া ইয়াতে বহি থাকিম, কেতিয়াবা বা শুইয়ে জিৰণি লম। সাৰ পালেই সুহৰিয়াম। ভাল মানুহৰ ভাগ্য গৈ ভৰিত হে গজে দেখোন। ভগবানে আপোনাৰ ভাল কৰক।

গোলাপ সিংহ ঃ দোষ সম্পূৰ্ণ ৰজা কীৰ্তি সিংহৰ।

[প্ৰস্থান]

কমল সিংহ ঃ আহা দয়ালু ৰজা! মোৰ এতিয়া সামান্য কামোৰো সহিব লাগিব।

হে সূৰ্য দেৱ! আহা পৃথিৱীত ৰশ্মি বিলাই দিয়াহি। য'তে দুৰ্ভাগ্য দুঃখ-দৈন্য ত'তে ভগবানে অলপ পোহৰ দিয়ে। আহা দেৱ! মই যেন ৰাজৰাণী কৰুণাময়ী আইদেউৰ চিঠিখন পঢ়িবৰ সুবিধা পাওঁ। ভাগ্যে তেওঁ মোৰ ছদ্মবেশৰ কথা আৰু মই ক'ত ক'ত ফুৰিছোঁ, সেই বিলাক গম পাই আছে দেখিছে। ভাগৰতে চকু মুদ খাই আহিছে। চকু এই সুবিধাতে জাপ খাই যা, যেন সেই পাপৰ আধৰৰ য'ত পাপীষ্ঠ পাপীষ্ঠা আছে, মই দেখা নাপাওঁ। ভাগ্যলক্ষ্মী, আকৌ এবাৰ চকু মেলি

চোৰ্ষ্মী, আকৌ এবাৰ সুদিন দিয়া।

[ শোৱে ]

### তৃতীয় দৃশ্য

খেলৰ পথাৰ

[ ইদাৰ সিংহৰ প্ৰবেশ ]

ইদাৰ সিংহ ঃ মোক ধৰিবলৈ জাননী ওলাই গৈছে। চিকাৰী সকলে মোক চিকাৰ কৰিবলৈ ওলাই গৈছেই। ভাগ্যে গছৰ খোৰোং এটা পাই তাতে সোমাই থাকিলোঁ। নহলে হৈছিলেই আৰু। কেনিও যাবৰ বাট নাই। ঘাট বাট চাৰিওফালে মোক ধৰিবলৈ চিপাহী-চন্তৰী বৈ আছে। যেতিয়ালৈকে পাৰো নিজকে বচাই চলিবই লাগিব। একেবাৰে দুখীয়া বেশ ধৰিব লাগিল। মুখে গায়ে মাটি ময়লা সানিব লাগিল। কম্বল এখনকে ককালত বান্ধি টপিনাত সুমুৱাই লম। মূৰত জটা বান্ধিম আৰু এধা নাওঠা হৈ ৰ'দে বৰষুণে ফুৰিম। এই দেশত বহুত এধা বলিয়া ফকীৰ আছে। সিহঁতে বলিয়া যেন দেখুৱাই আৰু গাত কাইট ফুটাই বুকুত চপৰিয়াই দেখুৱায়। এই ৰকমে অন্তত গাওঁত গৈ দুখীয়া মানুহৰ পজাঁৰপৰা, কাৰখানাৰপৰা, দোকানীৰপৰা কিছু কিছু ভিক্ষা কৰি লম। এতিয়াৰপৰা মোৰ নাম দুখীয়া টোমোন এইয়ে হ'ল। ইদাৰ সিংহ আৰু নাই। (প্ৰস্থান)

### ৪র্থ দৃশ্য

গোলাপ সিংহৰ প্ৰাসাদৰ সন্মুখ

(প্ৰেম সিংহ, ওঁকৰা আৰু এজন ডাওৰীয়াৰ প্ৰবেশ)

প্ৰেম সিংহ ঃ সিহঁত যে এইদৰে ঘৰ এৰি গুচি গ'ল মোৰ দূতটোকো ফিৰাই নপঠিয়ালে এইটো আচৰিত কথা।

ডাওৰীয়া ঃ মই শুনিছোঁ আগৰাতি তেখেতসকলৰ কলৈকো যাবৰ মতলব নাছিল।

কমল সিংহ ঃ মহাৰাজ প্ৰভু মোৰ নমস্কাৰ গ্ৰহণ কৰিব।

প্ৰেম সিংহ ঃ বাঃ এইখন কি লাজলগা ধেমালি কৰিছ তই।

কমল সিংহ ঃ মই ধেমালি কৰা নাই প্ৰভু।

ওঁকৰা ঃ বৰ শকত অলঙ্কাৰ ডাল পিন্ধিছাঁহে ককাই। ঘোঁৰাক মুখত লেগাম দি বান্ধে, কুকুৰ, ভালুকক ডিঙিত বান্ধে, বান্দৰক ককালত বান্ধে। লাহে লাহে নামি আহে। ভৰিৰ কলাফুল ডাওৰ হলে বেছ লোহাৰ মোজা পিন্ধে।

প্ৰেম সিংহ ঃ তোৰ পদবী জানিও কোনে তোক এইদৰে থৈছে।

কমল সিংহ ঃ সি আৰু তাই দুয়ো অৰ্থাৎ আপোনাৰ জীয়েক, জোঁৱায়েক দুয়ো।

প্ৰেম সিংহ ঃ কেতিয়াও নহয়।

কমল সিংহ ঃ হয়।

প্ৰেম সিংহ ঃ মই কৈছো নহয়।

কমল সিংহ ঃ মই কৈছো হয়।

প্ৰেম সিংহ ঃ কেতিয়াও নহয়। কেতিয়াও সিহঁতে এনে নকৰে।

কমল সিংহ ঃ হয় নিশ্চয় সিহঁতে এনে কৰিছে।

প্ৰেম সিংহ ঃ ভগৱানৰ শপত সিহঁতে এনে নকৰে।

কমল সিংহ ঃ ভগৱতীৰ শপত সিহঁতে এনে কৰিছে।

প্ৰেম সিংহ ঃ সিহঁতে এনে কাম কৰিবলৈ কেতিয়াও সাহস নকৰে আৰু কৰাও নাই। সন্মানৰ ওপৰত এনে গুৰুতৰ আঘাত যে মৃত্যুৰ তুল্য। মোৰ দূত বুলি জানিও কোনে

এনে কৰিলে তয়ে বা কি দোষ কৰিছিলি মোক কচোন বাৰু ।

কমল সিংহ ঃ মহাৰাজ মই তেখেতসকলৰ ঘৰত আঠু কাঢ়ি আপোনাৰ চিঠিখন দি উঠি-ছিলোঁ। এনেতে একেবাৰে ফোপাই-জোপাই, ঘামি-জামি চন্দ্ৰমুখী ৰৰ আইদেউৰ অভিবাদন লৈ এটা কটকী পালেহি। তেখেতসকলে তৎক্ষণাত চিঠিখন পঢ়িলে। আৰু তেতিয়াই ঘোঁৰা সজোৱাই এই ফালে ৰাওনা দিলে। মোক উত্তৰ নিবলৈ পিচে পিচে আহিবলৈ কলে। মোৰ ফালে অতি অসন্তুষ্টভাৱে চালে আৰু মই বুজিলোঁ যে সিটো কটকীক খুব আদৰ কৰি মোক অনাদৰ দেখুৱালে। সেই কটকীটো হৈছে সেই বদ্‌মাইচটো যিটোৱে আপোনাক অপমান কৰিছিল। তাক ইয়াত পাই মই থাকিব নোৱাৰিলোঁ। তৰোৱাল খুলি লৈ তাকো তৰোৱাল খুলি যুদ্ধ কৰিবলৈ কলোঁ। সি ভীকয়ে কান্দি-কাটি চিঞৰি বাখৰি থলকনি লগাই দিলে। আৰু আপোনাৰ জীয়েক আৰু জোঁৱায়েকে আহি উপযুক্ত শাস্তি স্বৰূপে এই লজ্জাকৰ সাজটি দিলে ।

আঁকৰা ঃ ওপৰে উৰি গ'ল বগা বাঁজ হাঁহে
জয়ৰে চিনলি দি
টকাৰে টোপোলা ভৰা দেখা পায়ে
বাপেকক চিনিলে জী ।

প্ৰেম সিংহ ঃ মোৰ হিয়াৰ তলী ভেদি তিৰোতাৰ দৰে কি শোকৰ উৰ্মি উঠিব লাগিছে । হৃদয় শান্ত হ। মোৰ এই ছোৱালীজনী ক'ত...

কমল সিংহ ঃ মহাৰাজ এই ঘৰতে আপোনাৰ জীয়েক, জোঁৱায়েক দুয়ো আছে ।

প্ৰেম সিংহ ঃ ৰঃ মই ৰাওঁ তইঁত কোনো নাহিবিহঁক।
(প্ৰস্থান)

ভাওৰীয়া ঃ বাৰু তুমিনো আৰু একো কৰা নাছিলানে। যাৰ বাবে তোমাৰ এনে অপমান হয় ।

কমল সিংহ ঃ বাৰু একো কৰা নাই । বাৰু ৰজাৰ লগত ইমান কম মানুহ কেলেই আহিছে ?

আঁকৰা ঃ এই আঁকৰাটোক শিকলি দি ভালেই কৰিছিল দেখোঁ ।

কমল সিংহ ঃ কেলেই অ' গৰু ।

আঁকৰা ঃ তোক এটা পঢ়াশালিত পঢ়িবলৈ দিম তাত পণ্ডিত হ'ব পাৰোৱা । সি শিকাব যে জাৰকালি কাম কৰিব নেপায় । চকু কণা নহলে নাকটো চাই চাই গলেও বিত চকুৱেহে লৈ যায় । আৰু নাকে পচা বস্তুৰ গোন্ধো পায়। যেতিয়া এটা বৰ ভাওৰ ঘূৰণীয়া বস্তু পৰ্বতৰ টিঙৰপৰা তললৈ বাগৰি যায় বুজিয়কে সেইটো এৰি দিয়ে, ধৰি আনিলে তেনেই পিঠা গুৰি হৈ যাব দেখি। কিন্তু যেতিয়া শক্তিবান বস্তু ওপৰলৈ উঠি যাব তেতিয়া তাক খামোচ মাৰি ধৰিব লাগে তেন্তে লগে লগে সহজে উঠি যাব পাৰি । যদি কোনোবা জনা মানুহে উপদেশ দিয়ে মোৰ এই উপদেশখিনি ক্ৰিৰাই দিবি জানিছ। মই মূৰ্খ, মোৰ উপদেশ মতে ধূৰ্ত্তয়হে চলিব লাগে জানিছ।
ফৰকাল দিনৰে তয়ে
মোৰ কুটুম ঐ
তোৰে মৰমতে মৰো
ৰবৰমুণ বতাহে তোকে
আওৰিলে
মই লৰে মাৰি সাৰোঁ
আঁকৰা অজলাই
লগ যে নেৰো ঐ
পানীতে তিতিয়ে মৰো
টেটোন সাৰি যায় পোহৰ বিচাৰি
তথাপি সবাতকৈ সৰু ।

কমল সিংহ ঃ মূৰ্খ এনে ভাল কথা ক'ত শিকিলি ?

আঁকৰা ঃ মূৰ্খ ভৰিত শিকলি পিন্ধি শিকিলোঁ।

(প্ৰেম সিংহ আৰু গোলাপ সিংহৰ প্ৰবেশ)

প্ৰেম সিংহ ঃ মোৰ লগত কথা কব নোখোজেনে ? সিহঁতৰ বেমাৰ হৈছেনে ? সিহঁতৰ ভাগৰ লাগিছেনে ? এইবিলাক সব মিছা কেৱল অবাধ্যতা কেৱল অবাধ্যতা। যোঁৱা ইয়াতকৈ ভাল উত্তৰ মোক আনি দিয়া।

গোলাপ সিংহ ঃ মোৰ মৰমৰ স্বৰ্গদেউ। আপুনি জানেই দেখোন কীৰ্তি সিংহ কেনেকুৱা গোৱাৰ মানুহ।

প্ৰেম সিংহ ঃ গোৱাৰ নেলাগে যদি হাজিয়া, জুঁহনী বা মৃত্যুও হয় তুমি কোৱা গৈ যে মহাৰাজে কনৌজৰ অধিপতি আৰু তেওঁৰ ঘৈণীয়েকৰ লগত কথা পাতিব খোজে।

গোলাপ সিংহ ঃ স্বৰ্গদেউ মই তেওঁলোকক সেই কথা কৈছিলোঁ।

প্ৰেম সিংহ ঃ কৈছিলানে ? তুমি পিচে মোৰ কথা বিলাক বুজি পাইছা নে নাই।

গোলাপ সিংহ ঃ বুজিছোঁ স্বৰ্গদেউ ঈশ্বৰ।

প্ৰেম সিংহ ঃ কোৱাগৈ—মহাৰাজে কনৌজৰ জমিদাৰৰ লগত কথা পাতিবলৈ খোজে আৰু বাপেকে জীয়েকৰ লগত কথা পাতিবলৈ ইচ্ছুক এনেকৈ কৈছিলানে ? গোৱাঁৰ জমিদাৰ গোৱাৰ ডাঙৰীয়া, উস্ আঃ কিজানিবা তেওঁৰ বেমাৰেই হৈছে। বেমাৰ হলেটো মানুহে নিজৰ কৰ্তব্যও কৰিব নোৱাৰে। বাৰু মই শান্ত হলোঁ। কিন্তু এই মানুহটোনো এইদৰে শিকলিৰে বন্ধায় থাকিবনে বাৰু ? ইয়াৰ দশা দেখি মোৰ বিশ্বাস হয় যে কীৰ্তি সিংহৰ বেমাৰৰ কথাটো ছল মাত্ৰ। মোৰ চাকৰটোক মোকোলাই দিয়া। আৰু কীৰ্তি সিংহক আৰু মোৰ জীয়াৰীকে কোৱাগৈ মই তেওঁলোকৰ লগত কথা পাতিব খোজোঁ। যোৱা তুৰন্তে আহক নহলে মইগৈ এতিয়া দুৱাৰত ইমান ঢোল কোবাই দিম যে মৰা মানুহবো টোপনি ভাঙিব।

গোলাপ সিংহ ঃ মই সব ঠিক কৰি দিম স্বৰ্গদেউ।

(প্ৰস্থান)

প্ৰেম সিংহ ঃ ব্যথাত কাতৰ হিয়া অলপ শান্ত হ।

আঁকৰা ঃ এৰা বুঢ়া আপ অলপ শান্ত হোৱাটো। সেই পাতৈয়ে গৰে মাছক জীয়াই জীয়াই মছলা সানি মূৰত টাঙোন মাৰি মাৰি কোৱাদি—মনে মনে থাক দুষ্টহঁত। পাভেৰ ভায়েক ঘৃটায়ে হেনো আকৌ ঘোঁৰাৰ ঘাঁহত দৈ গাখীৰ সানি দিয়ে —এনেহে দয়া।

(কীৰ্তি সিংহ, ৰেবা আৰু গোলাপ সিংহৰ প্ৰবেশ)

প্ৰেম সিংহ ঃ ঈশ্বৰে তোমালোকৰ কল্যাণ কৰক।

কীৰ্তি সিংহ ঃ মোৰ অভিবাদন গ্ৰহণ কৰক দেউতা।

(কমল সিংহক মুকলি কৰি দিয়ে)

ৰেবা ঃ দেউতা আপোনাক দেখা পাই বৰ আনন্দ পালোঁ।

প্ৰেম সিংহ ঃ নিশ্চয় ভাল পাবাতো বাছা। বুঢ়া পিতাৰক দেখি যদি ভাল নোপোৱা মই ভাবিব লাগিব মাৰৰ পবিত্ৰ গৰ্ভত এজনী বেশ্যাহে ধাৰণ কৰিছিল। (কমল সিংহলৈ চাই) মুকলি হলিনে ? বাৰু মই কথা পিচত হ'ম।

ৰেবা মোৰ আদৰিণী ৰেবা তোমাৰ বায়েৰ একেবাৰে গুচিল। নিদাৰুণ বাক্য বাণে ভৰা শাওনৰ সৰে পিতৃ হৃদয় এইখিনিতে থকা-সৰকা কৰি দিছে। ইমান যাতনা যে মই তোমাৰ লগত ভালকৈ কথাকে পাতিব নোৱাৰোঁ

আই। মায়েৰৰ যে কি জঘণ্য স্বভাব তুমি ভাবিবই নোৱাৰিবা ৰেবা মোৰ।

ৰেবা ঃ দেউতা অলপ ধৈৰ্য্য ধৰক। মোৰ মনেৰে আপুনি তেওঁৰ গুণবিলাকৰ সম্বন্ধে ভালকৈ জনা নাই। তেওঁ নিজৰ কৰ্তব্য বেছ বুজে।

প্ৰেম সিংহ ঃ বাৰু মোক বুজাই কোৱাঁ।

ৰেবা ঃ মই নিশ্চয়কৈ জানো যে বাইদেউয়ে নিজৰ কৰ্তব্যৰপৰা কেতিয়াও ভ্ৰষ্টা নহয়। যদি কেনেবাকৈ আপোনাৰ লগৰীয়াবিলাকক বিষম উৎপাত কৰোঁতে তেওঁ বাধা দিছে তেন্তে ভালৰ নিমিত্তেইহে তেনে কৰিছে তাৰ বাবে তেওঁক দোষ দিব নোৱাৰি।

প্ৰেম সিংহ ঃ পিতৃ হৃদয়ৰ অভিশাপেৰে তাই অভিশপ্ত হওক।

ৰেবা ঃ পিতা আপুনি বুঢ়া হৈছে। প্ৰকৃতিৰ নিয়ম অনুসাৰে আপুনি মনুষ্য জীৱনৰ প্ৰায় শেষ সীমাত আহি উপস্থিত হৈছেহি। এতিয়া আপোনাতকৈ আপোনাৰ ভালৰ নিমিত্তে যিবিলাকে বেছি চিন্তা কৰিব পাৰে তেনে মানুহৰ কথা মতে আপুনি চলা উচিত। সেই দেখি মই কওঁ আপুনি আকৌ বাইদেউৰ তালৈকে ফিৰি যাওঁকগৈ আৰু তেওঁক কওঁক গৈ আপুনি যি কৰিলে তাৰ বাবে আপুনি দুখিত।

প্ৰেম সিংহ ঃ মই গৈ তাইক ক্ষমা প্ৰাৰ্থনা কৰিমনে? এইটো কেনে অশোভন হব চোৱাচোন। (আঠুকাঢ়ে)

আইদেউ মোৰ মৰমৰ ৰেবা মই বুঢ়া হৈছোঁ সঁচা। বুঢ়া হলে তাৰ কোনো মূল্যই নাথাকে দেখোন। মই আঠুকাঢ়ি মাতিছোঁ মোক তুমি ইয়াত থাকিবলৈ দি থোৱা বস্তু, পিন্ধা কাপোৰ-কানি আৰু শুবলৈ বিচনাৰ দিহা কৰি দিয়া।

ৰেবা ঃ ছিঃ পিতা এইবিলাক কি আপচু ব্যৱহাৰ। আপুনি বাইদেউৰ তালৈ ফিৰি যাওঁকগৈ।

(ৰজা উঠে)

প্ৰেম সিংহ ঃ কেতিয়াও নেযাও ৰেবা। তাই মোৰ মানুহ আধা খেদিলে। মুখ ওফোন্দাই চকু খোপা কৰি কথা কয়। তাই সাপৰ নিচিনা জিবাৰে চোকা চোকা কথা কৈ বুকু থকা-সৰকা কৰি দিলে। স্বৰ্গৰ যতখিনি শাস্তি গোটেইখিনি আহি তাইৰ মূৰত পৰকহি। বতাহ তুমি অভিশাপ আনি অকৃতজ্ঞ জীয়াৰীৰ দেহা অভিশপ্ত কৰি দিয়াহি।

কীৰ্তি সিংহ ঃ ছিঃ দেউতা ছিঃ।

প্ৰেম সিংহ ঃ বজ্ৰ তোমাৰ তড়িত প্ৰবাহেৰে তাইৰ ঘোপা চকু দুটা কণা কৰি দিয়া। হে সূৰ্য। তাইৰ সৌন্দৰ্য্য হৰণ কৰা আৰু তাইৰ অহঙ্কাৰ চূৰ্ণ কৰি দিয়া।

ৰেবা ঃ উঃ কি কথা—আপোনাৰ খং উঠিলে মোকো এইদৰে শাও দিবা নহয়।

প্ৰেম সিংহ ঃ ৰেবা তোমাক মই কেতিয়াও শাও নিদিও। তোমাৰ মৰমিয়াল অন্তৰ। তুমিতো কেতিয়াও অসহ্য টান কথা নোকোৱা। তোমাৰ চকু দুটাৰেতো ঘৃণাৰ অনল হলকে হলকে নোলায়। তুমিতো কেতিয়াও মোৰ চাকৰ-বাকৰ কমাই নিদিয়া। তুমিতো বেবা কথা নোকোৱা আৰু মই আহিলে মোৰ মুখৰ আগত দুৱাৰ জপাই নিদিয়া। তুমি প্ৰকৃতিৰ বন্ধন পিতাকৰ প্ৰতি জ'বা-হোৱালীৰ কৰ্তব্য ভাল ব্যৱহাৰ আৰু কৃতজ্ঞতাৰ প্ৰতিদান এইবিলাক ভালকৈ

জানা। মই যে তোমাক আজি ৰাজ্য দিছোঁ এই কথাটো তুমি নাপাহৰা।

ৰেবা ঃ কাজৰ কথা কওক পিতা।

প্ৰেম সিংহ ঃ মোৰ এই মানুহটোক কোনে শিকলিৰে বান্ধি থৈছিলে।

(শিঙাৰ শব্দ)

কীৰ্তি সিংহ ঃ কাৰ শিঙাৰ ধ্বনি সেইয়া।

ৰেবা ঃ মই জানো। বাইদেউ আহিছে সেইয়া। তেওঁ চিঠিটো তাকে লেখিছিল।

(আহিনাৰ প্ৰবেশ)

তইঁতৰ ৰাণী আহিছেনে ?

প্ৰেম সিংহ ঃ এই এটা গোলাম যি তাৰঁ ভেমতে ওফন্দি ফুৰিছে। গুচ, বজ্জাত আগৰ পৰা গুচ,।

কীৰ্তি সিংহ ঃ দেউতাৰ কথাবাৰৰ মানে কি ?

প্ৰেম সিংহ ঃ মোৰ মানুহটোক কোনে শিকলিৰে বান্ধি থৈছিলে। ৰেবা, তুমি বোধহয় এই বিষয়ে একো নেজানিছিলা নহয় ! হেৰ' মোৰ প্ৰভু ! সৌৱা কোন আহিছে ?

[ চন্দ্ৰমুখীৰ প্ৰবেশ ]

প্ৰেমসিংহ ঃ [ৰেবালৈ চাই] যদি বুঢ়াক ভাল পোৱা, যদি বুঢ়া বয়সত ল'ৰা-ছোৱালীৰ বাধ্যতা পাবলৈ আশা কৰা, মোৰ ফলীয়া হোৱা। মোৰ এই বুঢ়া ডাড়ি দেখি তোৰ লাজ নেলাগেনে ? [ চন্দ্ৰমুখীলৈ চাই ] ৰেবা, ৰেবা, তাইৰ হাতত ধৰি আদৰ কৰিবানে ?

ৰেবা ঃ হাতত ধৰি কি অপৰাধ কৰিলোঁ দেউতা ? অবিবেচনা হলে বা অতি বুঢ়া হৈ একো বুজিব নোৱাৰা হলে ভালকো বেয়া দেখি।

প্ৰেম সিংহ ঃ অস্থি পঞ্জৰ তই বৰ টান। এতিয়াও চূৰ্ণ হৈ যোৱা নাই তই—পিচে মোৰ মানুহটোক শিকলিৰে কোনে বান্ধিছিল ?

কীৰ্তি সিংহ ঃ ময়ে বান্ধিছিলোঁ। তাৰ দুষ্কৃতিৰ বাবে তাতকৈ ভাল ব্যৱহাৰ পাব নোৱাৰে।

প্ৰেম সিংহ ঃ তুমি এই কাম কৰিছাতো ?

ৰেবা ঃ পিতা, আপুনি দুৰ্বল হৈ মগজো দুৰ্বল হৈ গৈছে। আপুনি ফিৰি যাওক, বাইদেউৰ লগত এমহ থাকক গৈ। আৰু যি মানুহ লগত আছে, তাৰে আধা এৰি দিয়ক। তাৰ পিচত আহি মোৰ ইয়াত থাকিবহি। মই এতিয়া ঘৰ এৰি আহিছোঁ আৰু আপোনাক নিয়ম মতে ৰাখিবলৈ তেনে জোগাৰো নাই।

প্ৰেম সিংহ ঃ পঞ্চাশটা মানুহ লৈ আকৌ তাইৰ তালৈ ফিৰি যাব লাগেনে ? নেলাগে নেলাগে তাতকৈ মই ঘৰ-দুৱাৰ এৰি বতাহ-বৰষুণৰ লগতে যুঁজ কৰি থাকিম। বাঘ আৰু ফেঁচা মোৰ সঙ্গী হ'ব। খোৱা-বোৱাৰ নিমিত্তে তাইৰ তালৈ ফিৰি যাব লাগিবনে ? কেলেই, অযোধ্যাৰ ৰজাই যে এটা ফুটা কড়ি যৌতুক নোলোৱাকৈ মোৰ সৰু জীয়াৰীক নিছে। তেওঁৰ সিংহাসনৰ আগত যদি গৈ আঠু লওঁ তেন্তে তেওঁতো এই ঘৃণিত জীৱন জীয়াই ৰাখিব পৰাকৈ—এটা মাহিলি দৰমহাকে নিশ্চয় দিব। তাইৰ ওচৰলৈ ফিৰি যামনে ? তাতকৈ [আহিনালৈ আঙুলিয়াই] এই গোলামটোৰ গোলাম হোৱাও দেখোন ভাল।

চন্দ্ৰমুখী ঃ ভাল, যদি তাকে কৰাই ভাল।

প্ৰেম সিংহ ঃ জী, মই কাবৌটি কৰিছোঁ, মোক বলিয়া নকৰিবি। পেটৰ জীয়াৰী বিদায়। আৰুতো কোনোদিনা তোক মই আমনি নকৰোঁ। আৰুতো কোনো দিনা তোৰে মোৰে দেখা-দেখি নহ'ব। তথাপি তই মোৰ তেজ মঙহ নহয়নে? নহয়, নহয়, তই মোৰ মঙহত হোৱা এটা বেমাৰহে। তই যেন এটা বিষাক্ত খহু, এডোখৰ যেন শুকাব নজনা ঘা, এটা গৰ্ভ-নাৰেঙা। আৰু তোক গালি নাপাৰোঁ বাৰু। যদি কেতিয়াবা লাজ পাব পাবি বাৰু। বজ্ৰ আহি তোৰ মূৰত পৰক বুলি আৰু নকওঁ, ভগৱানকো তোৰ কৰ্মৰ প্ৰতিফল দিয়ক বুলি আৰু নকওঁ। যেতিয়া ভগৱানে সুমতি দিয়ে তেতিয়া ভাল হবি। এতিয়া মই ৰেবাৰ লগতে থাকিম। মোৰ লগৰ অনুচৰো মোৰ লগতে থাকিব।

ৰেবা ঃ নহয় পিতা, এতিয়াই নহয়। মইতো আপোনাক ৰাখিবলৈ একো জোগাৰকে কৰা নাই। বাইদেৱে যি কৈছে তাকে শুনক। আপুনি বুঢ়া হৈ বুদ্ধি কম হৈছে। যিবিলাকে যুক্তিৰে আপোনাৰ ভালৰ নিমিত্তে কাম কৰে তাৰ কথা শুনিব লাগে।

প্ৰেম সিংহ ঃ এইবিলাকনো ভাল কথা কৈছানে ৰেবা?

ৰেবা ঃ মই নিশ্চয় কৈছোঁ, এইবিলাক যুক্তি-যুক্ত কথা। কেইটামান মানুহতকৈ আপোনাক বেছি কেলেই লাগিছে? ইমান মানুহক পোহা অকল যে খৰচেই এনে নহয়, ভাত বিপদো আছে। এক্কে ঘৰতে দুজনৰ হুকুম মতে মানুহ চলিলে মিল-জুলেই বা হ'ব কেনেকৈ? এইটো দেখোঁতেই অসম্ভৱ কথা।

চন্দ্ৰমুখী ঃ পিতা মোৰ বা ৰেবাৰ চাকৰ-বাকৰে আপোনাৰ পৰিচৰ্যা কৰিলেনো নচলে কেলেই?

ৰেবা ঃ হয়তো, নচলে কেলেই বাৰু? যদি আমাৰ চাকৰ-বাকৰে আপোনাৰ কথা নুশুনে আমি সিহঁতক শাস্তি দিম নহয়। মই এতিয়াহে কথাবিলাক গমি চাই দেখিছোঁ বিপদ ক'ত। মোৰ লগত থাকিব লাগিলে আপুনি ২৫টাৰ বেছি মানুহ লগত ৰাখিব নোৱাৰিব, মই কৈ দিলোঁ।

প্ৰেম সিংহ ঃ মই যে তোমালোকক যথা সৰ্বস্ব দান কৰি দিছোঁ।

ৰেবা ঃ ঠিক উপযুক্ত সময়তে দান কৰি দিছে হয়।

প্ৰেম সিংহ ঃ যথাসৰ্বস্ব দান কৰি দি তোমালোকক মোৰ ভঁৰালী আৰু অভিভাৱক পাতি দিছিলোঁ নহয়। সেই বন্দবস্তত এই কথাও আছিল নহয় যে মোৰ লগত এশ অনুচৰ থাকিব। এতিয়া মই ২৫টা মাথোন মানুহ লৈ তোমাৰ লগত থাকিব লাগিবনে? ইয়াকে কৈছানে?

ৰেবা ঃ মই ইয়াকে আকৌ কওঁ—মোৰ লগলৈ আৰু বেছি মানুহ লৈ আহিব নোৱাৰিব।

প্ৰেম সিংহ ঃ যি বেয়া তাতোকৈয়ো যদি বেছি বেয়া দেখা পোৱা যায় তেন্তে তাকো অলপ ভাল দেখা যায়। মই তেন্তে চন্দ্ৰৰ লগতে যাম নেকি? তাই অন্ততঃ তোমাৰ দুগুণ মানুহ ৰাখিব দিছিলে। ৫০টা ৰাখিব দিছিলে।

চন্দ্ৰমুখী ঃ পিতা শুনক। আপুনিনো ২৫টা মানুহেৰে কি কৰিব বাৰু? তাৰ দুগুণ মানুহতো

ঘৰত আছেই, যি আপোনাৰ লাচনি-পাঁচনি সদায় কৰিব।

ৰেবা : ইমান মানুহনো কেলেই লাগে বাৰু?

প্ৰেম সিংহ : যুক্তিমতে নেলাগে নহয়নে? ভিখাৰীৰ গাতো নলগা বস্তু কিছু নহয় কিছু থাকে। ঠিক যিখিনি থালে বা পিন্ধিলে কোনো মতে জীৱন ধাৰণ কৰিব পাৰি, তাতকৈ যদি এধানো বেছি নোহোৱাকৈ মানুহ থাকে তেন্তে মানুহ দেখোন পশুৰ শ্ৰেণীত পৰিণত হ'ব। বাৰু তুমি জানিবা এজনা ভদ্ৰ মহিলা। সেইয়া কি সুন্দৰ কেনে জাক-জমক পোছাক পিন্ধিছা। কেলেই গাটো ঢাকিবলৈ বা গৰম ৰাখিবলৈ এইবোৰ কাপোৰ কেলেই? যি পাট মহুন্দাৰ পিন্ধিছা তাৰে গাটো গৰমো ভালকৈ নেথাকে, তেন্তে এনে ৰকম ভেমকৈ পিন্ধিছা কেলেই? প্ৰভু, মোক ধৈৰ্য দিয়া, ধৈৰ্য দিয়া। হে প্ৰভু, দেখিছাই বয়স আৰু শোকৰ ভৰত আজি মই কেনে জৰ্জৰিত হৈছোঁ। প্ৰভু, এই পেটৰ পোৱালি কিজানি যদি মোক এই দুখ দিবলৈ তুমিহে বুদ্ধি দিছা প্ৰভু! মইসেই দুখ মূৰ পাতি মানি লবই লাগিব। প্ৰভু, মোক শক্তি দিয়া। তিৰোতাৰ দৰে যেন মোৰ এই দুগাল চকুৰ পানীৰে তিতি নাযায়।

শুন হেৰৌ প্ৰকৃতিৰ অভিশপ্তা নাৰী! তহঁতৰ কি প্ৰতিশোধ, মই তহঁতৰ ওপৰত লম ক'ব নোৱাৰোঁ। কিন্তু এনে প্ৰতিশোধ ল'ম যে মানুহে দেখি ভয় খাব। তহঁতে ভাবিছ মই কান্দিম বুজি। কান্দিবৰ বহুত কাৰণ আছে। কিন্তু মই কেতিয়াও নেকান্দো জানিবি। চকুৰ পানী ওলোৱাৰ আগে হিয়াখন হাজাৰ খণ্ড হৈ ভাগি যাওক।

অঁকৰা : ঔ মই বলিয়াহে হ'ম এতিয়া।

[ প্ৰেম সিংহ, গোলাপ সিংহ, কমল সিংহ আৰু অঁকৰাৰ প্ৰস্থান ]

[ দূৰত মেঘৰ গাজন আৰু ধুমুহা অহাৰ শব্দ শুনা যায়। ]

কীৰ্তি সিংহ : ভিতৰলৈ যাওঁ আহাঁ। এই ধুমুহা আহেহে।

ৰেবা : এইটো এটা অকণমান ঘৰ; ইয়াত বুঢ়া আৰু লগৰীয়া বিলাকনো ক'ত থাকিব?

চন্দ্ৰমুখী : নিজৰ দোষত নিজে দুখ পাব, আমি কি কৰিব পাৰোঁ।

ৰেবা : অকলে কেওঁ আহিলে মই আনন্দেৰে ঠাই দিম, কিন্তু অনুচৰ এটাকো সোমাব নিদিওঁ।

চন্দ্ৰমুখী : মোৰো সেইয়ে কথা। গোলাপ সিংহ ক'লৈ গ'ল?

কীৰ্তি সিংহ : বুঢ়াৰ পিচে পিচে গৈছে, সৌৱা তেওঁ আহিছে।

[ গোলাপ সিংহৰ প্ৰবেশ ]

গোলাপ সিংহ : স্বৰ্গদেউ একেবাৰে বিষম খঙতে জ্বলি গৈছে।

কীৰ্তি সিংহ : গৈছেনো কেনি?

গোলাপ সিংহ : ঘোঁৰা সজাবলৈ কৈছে। কিন্তু কেনি যায় কব নোৱাৰোঁ।

কীৰ্তি সিংহ : তেওঁ এতিয়া যি ভাল দেখে তাকে তেওঁক কৰিবলৈ দিয়াটো উচিত।

চন্দ্ৰমুখী : ভাওৰীয়া! তেওঁক থাকিবলৈ যেন খোচামতি নকৰে।

গোলাপ সিংহ : হাঁয় হাঁয়, ৰাতি আহিব লাগিছে, ইফালে ইমান ধুমুহা আহিব লাগিছে! কত মাইললৈকে কেনিও ঘৰ নেলাগে আশ্রয় লবলৈ গছৰ জোপা এটিও নাই যে।

ৰেবা : ডাঙৰীয়া! গোঁৱাৰ মানুহে ভুগিছে শিকে। দুৱাৰ জপাই দিয়ক। তেওঁৰ লগত বহুতো ভয়ানক মানুহ আছে। শেষত ইয়ালৈ আহি বা কি ভয়ানক কাম কৰিবহি ঠিকনা নাই।

কীৰ্তি সিংহ : দুৱাৰ বিলাক বন্ধ কৰি দিয়ক ডাঙৰীয়া! ৰেবাই মোৰ ঠিক কথাকে কৈছে। বতাহ বৰষুণবগৰা ভিতৰলৈ আহক।

[ প্ৰস্থান ]

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

[ এখন পথাৰ। বতাহ-বৰষুণ, বিজুলী-চমক, মেঘৰ গাজনি। কমল সিংহ আৰু এজন ভাওৰীয়া ]

কমল সিংহ : ধুমুহাৰ সঙ্গী সেইটি কোন ?

ভাওৰীয়া : যি জনৰ প্ৰাণৰ আবেগ আজি ধুমুহাৰ দৰেই হৈছে।

কমল সিংহ : চিনি পাইছোঁ ভাওৰীয়া! পিচে মহাৰাজ ক'ত ?

ভাওৰীয়া : ৰজাই এই ঘোৰ প্ৰলয়কাৰী ঝঞ্জাৰ লগত যুদ্ধ কৰিব লাগিছে। বতাহক আহ্বান কৰিব লাগিছে, পৃথিবীক চূৰ্ণীকৃত কৰি সাগৰত পেলাই দিবলৈ অথবা তৰঙ্গায়ীত ফেনীল মহাসাগৰক ওফৰাই আনি পৃথিবী ধ্বংস কৰিবলৈ। অন্ধ বতাহে নিৰ্মমভাৱে উকৰাই আউল বাউল কৰি দিয়া শুভ্ৰ কেশ ধৰি টানি টানি ছিঙিব লাগিছে যেন ক্ষুদ্ৰ মানুহৰ শক্তিৰে আজি ভীম-প্ৰভঞ্জনৰ লগত যুঁজহে পাতিছে। আজি নিশা পোৱালিবোৰেৰে ভালুকীয়েও গাঁত এৰি নোলায়। আজি এই দুৰ্যোগত ক্ষুধাৰ্ত সিংহ কিবা নাহৰফুটুকীয়েও কেতিয়াও আহাৰ বিচাৰি ওলাই নাহে। এনে সময়ত সুদা মূৰে তেখেতে লৰি ফুৰিব লাগিছে আৰু ধ্বংসক উদ্বোধন কৰিব লাগিছে।

কমল সিংহ : তেখেতৰ লগত কোন আছে বাৰু ?

ভাওৰীয়া : কোনো নাই, কেৱল বেচেৰা অকৰা-টোৱে ছাঁয়া ফুৰাদি লগে লগে ফুৰি ধেমেলীয়া কথা কৈ তেখেতৰ মনৰ বেদনা অলপ কমাবলৈ চেষ্টা কৰিব লাগিছে।

কমল সিংহ : ভাওৰীয়া! মই আপোনাক চিনি পাওঁ। আৰু এটা ভাল বাতৰি শুনাওঁ শুনক। যদিও সম্প্ৰতি অৰুণ সিংহ আৰু কীৰ্তি সিংহৰ মিল যেন দেখা যায় তলে তলে তেওঁলোকৰ দ্বন্দ্ব লাগিছে। তেওঁলোকৰ চাকৰৰ ভিতৰতে বহুত চোৰাংচোৱাই এই ৰজাসকলৰ অৱস্থা আৰু তেওঁলোকৰ মহাৰাজৰ প্ৰতি ব্যৱহাৰ মনে মনে প্ৰবল প্ৰতাপান্বিত অযোধ্যাৰ ৰজাক জনাই আছেগৈ। এইটো ঠিক জানিব যে অযোধ্যাৰপৰা বহুত সৈন্য আহি এই গোলমলীয়া ৰাজ্যৰ সীমা পাইছেহি আৰু বোধহয় অলপতে অযোধ্যাৰ জয় পতাকা প্ৰকাশ্যে এই ৰাজ্যত পুতিবহি। এতিয়া মই ক'ব খোজোঁ ইয়াকে যে আপুনি যমুনাৰ পাৰলৈ এবাৰ যাওক। তাতে এনে মানুহক লগ পাব যি সত্য বাতৰি পালে আপোনাক ধন্যবাদ দিব। তেখেতক কব মহাৰাজৰ কি ভীষণ আৰু বাতুল হোৱাৰ যোগ্য দুখ যথাৰ্থতে হৈছে।

মোক যে দেখিছে মই এজন ডাওৰ বংশৰ আৰু ওখ পদবীৰ মানুহ জানিব। আৰু আপোনাক চিনি পাইছোঁ দেখি এই কাজ আপোনাৰ হাতত দিছোঁ।

ভাওৰীয়া : মই এই বিষয়ে বাৰু আপোনাৰ লগত কথা হ'ম।

কমল সিংহ : কথা পাতিবৰ দৰকাৰ নাই। মই যে বাহিৰত দেখাতকৈ আন এজন, এই মোহৰৰ মোনাটো খুলিলেই জানিব পাৰিব। এই মোনাৰ ধনখিনি আপুনি লওক। যদি আপুনি অযোধ্যাৰ মহাৰাণী করুণাময়ীক দেখা পায়, আৰু মই কওঁ, আপুনি গলেই তাত দেখা পাব—আঙঠিটো তেখেতক দেখুৱাব। তেখেতে আপোনাক জনাব মই কোন। মই ইয়াত ৰজাক বিচাৰি যাওঁ গৈ।

ভাওৰীয়া : ভাওৰীয়া, আপোনাৰ হাতখন দিয়ক। আৰু কৰ একো নকয়নে?

কমল সিংহ : অলপ কথা—আপুনি সেই যে যাব নহয় মই এইফালে ৰজাক বিচাৰি যাওঁ। যদি আপুনি ৰজাক দেখে তেন্তে খুব সুহৰিয়াব।

[ দুয়োৰো প্ৰস্থান ]

## দ্বিতীয় দৃশ্য

[পথাৰ। খুব ধুমুহা বৈছে। ৰজা প্ৰেম সিংহ আৰু আঁকৰাৰ প্ৰবেশ ]

প্ৰেম সিংহ : উদ্দাম পৱন ব'ব, ঘোৰ প্ৰলয়ঙ্কৰী ঘোৰ ঝঞ্জা, ঘোৰ বজ্ৰপাত, ঘোৰ ধুমুহা ভীষণভাৱে পৃথিৱীলৈ নমাই আন। মেঘ, যত পানী আছে অবিৰল ধাৰে বৰ্ষাই দে, প্ৰাসাদ, দেৱ মন্দিৰ, মানুহৰ থকা ঘৰ ভাঁহি যাওক। আৰু বজ্ৰ! মোৰ মূৰত আঘাত কৰহি। মোৰ এই পকা ডাড়ি উৱালি দে, অকৃতজ্ঞ মানুহৰ সঁচ নাইকিয়া কৰি দে।

আঁকৰা : অ' বুঢ়া আপ। ঘৰৰ ভিতৰত থাকি পানীক বৰষিবলৈ কলে বাহিৰত বৰষুণত তিতি থকাতকৈ বহুতৰ ভাল। আপ! ব'লা ব'লা, জীয়েৰাৰ ঘৰলৈকে ব'লা। এই বতাহ-বৰষুণে বুঢ়া বুলি তোমাৰ মুখলৈকো নেচায় আৰু আঁকৰা বুলি মোৰ মুখলৈকো নেচায়।

প্ৰেম সিংহ : গাজ! গাজ! মেঘ গাজ! অগ্নি বৰ্ষণ কৰ। বৰষুণ, বতাহ, বজ্ৰ, জুই আহহঁক, তহঁত অন্ততঃ মোৰ জীয়াৰী নহয়। তহঁতক মই নিষ্ঠুৰ বুলিব নোৱাৰোঁ। তহঁতক তো কোনো দিন হিয়া উবুৰিয়াই মৰম কৰি বাছা বুলি মতা নাই। সেই দেখি আহ! আহ!! মই ইয়াতে থিয় দি আছোঁ। দুখীয়া, দুৰ্বল, ঘৃণিত বুঢ়া তহঁতৰ হেঁপাহ পলুৱাই মোৰ মূৰত যি পাৰ বৰ্ষণ কৰ। বেছিতো একো নহয়, কেৱল দুজনী অকৃতজ্ঞ জীয়াৰীৰ লগ লাগি সিহঁতক সহায় কৰিবলৈ কেৱল মোৰ এই বগা চুলিৰ ওপৰত ধুমুহা চেৰেকনি চালি দিছ।

আঁকৰা : আপ! তাত মূৰ সুমুৱাবৰ বাবে ক'ত ঘৰ আছে।

প্ৰেম সিংহ : নাই মই এতিয়া শান্ত হ'ম। বাৰু একো নকওঁ। [কমল সিংহৰ প্ৰবেশ]

কমল সিংহ : সেইটি কোন?

অঁকৰা : এইটি মই অঁকৰা আৰু আনটি এজন জ্ঞানী পুৰুষ, আমাৰ মহাৰাজ।

কমল সিংহ : হয় প্ৰভু! আপুনি ইয়াতে আছে। এই ঘোৰ নিশা এনে দুৰ্যোগত নিশাচৰ বিলাকেও পলাই ফাট মাৰিছে। উপ-জিৱৰপৰা কেতিয়াও ইমান ধুমুহা, ইমান ঢেৰেকনি, ইমান বতাহ আৰু ইমান বৰষুণ মই কেতিয়াও দেখা নাই। মনুষ্য শৰীৰে ইমান উৎপাত সহিব নোৱাৰে।

প্ৰেম সিংহ : দেৱতা সকলে আজি আমাক নতুন শত্ৰু পাই এই ৰকমে তেওঁলোকৰ খং আমাৰ মূৰত বৰ্ষণ কৰিছে। পাপী যি আজিও পাপৰ শাস্তি পোৱা নাই ভয়তে তোৰ অন্তৰ কঁপোক। খুনী আজি তোৰ ৰক্ত সানা হাত লৈ পলাই থাক। মিছলীয়া, প্ৰৱঞ্চক আৰু অসতী তহঁত আজি মূৰ লুকুৱাই থাক। ভীৰু! পিচফালৰপৰা আহি মানুহ খুন কৰা তোৰ অভ্যাস, ভয়তে তই কঁপি কঁপি আধা মৰা হৈ থাক। পাপী! পাপ লুকুৱাই দিন কটাইছ! তই আজি দেৱতাৰ এই বজ্ৰ আহ্বান শুনি 'ত্ৰাহি মাং' 'ত্ৰাহি মাং' বুলি মাত। কিন্তু মই, মই যে পাপ কৰা নাই, মোৰ বিৰুদ্ধে আনেহে বহু পাপ কৰিছে।

কমল সিংহ : আহা! আহা! মোৰ প্ৰভু, দয়ালু প্ৰভু মোৰ! আজি সুদা মূৰে এইদৰে দুখ পাইছে। ওচৰতে এটা পঁজা আছে। আহক প্ৰভু! তালৈকে গৈ অলপপৰ মূৰ সুমুৱাওঁ। মই সেই প্ৰাসাদলৈ যাওঁ, শিলতকৈয়ো টান হিয়া তাত যি আছে, বলেৰে বাধ্য কৰি দুৱাৰ মোকোলাই দিওঁগৈ।

প্ৰেম সিংহ : উস্, ! মোৰ অলপ হচ আহিছে। আহ, আহ, অঁকৰা ল'ৰা, কেনে আছ তই? জাৰ লাগিছে নেকি? হেৰ মানু-হটো! কোনখিনিত তোৰ সেই পঁজাটো আছে? আজি বিপদত পৰি এই সামান্য পঁজাও মোৰ পক্ষে দুৰ্মূল্য। আই ঐ দেহি! মোৰ অঁকৰা ল'ৰাটো তোলৈ মোৰ এতিয়াও অলপ অলপ মৰম লাগি আছে।

অঁকৰা : [ গান গায় ]

বতাহ বৰষুণে অঁকৰাক খুন্দিলে
অঁকৰাই নকৰে ভয়।
বিধিয়ে যি দিয়ে তাতেই সন্তোষ
জয় অঁকৰাৰ জয়॥

প্ৰেম সিংহ : ভাল কথাই কৈছ বোপাই! ব'ল, ব'ল, সেই পঁজালৈকে যাওঁ।

[প্ৰেম সিংহ আৰু কমল সিংহ যায়]

অঁকৰা : আজি নিশাটো এনেহে চেঁচা যে ব্যভি-চাৰিণীৰ গাও ঠাণ্ডা পৰে। যোৱা, আগেয়ে এটা ভৱিষ্যৎবাণী কৰা যাওঁক—

নুবুজি নুবুজি মন্ত্ৰ মাতিব
যিদিনা পুৰোহিত দেৰে।
গাখীৰৰ টেকেলিত পানী মিহলাব
যিদিনা গোৱালৰ পোৰে॥
কাপোৰে কানিয়ে ভাওৰীয়া হ'ব
যিদিনা দুখীয়া পুত।
অধৰমীক শাস্তি নিদিব
মাৰিব শহৰৰ সুত॥
যিদিনা হাকিমে নিয়াই বিচাৰিব
ভাওৰীয়া ঋণ হীন।
পকেট মাৰাই পকেট নামাৰি
বজাব প্ৰেমৰ বীণ॥
সুদ খোৰে যিদিনা সুদ এৰি দিব
বেশ্যাই পূজিব হেৰি।

যিদিনা মানুহে মুৰ দাঙি দাঙি
চলোতে চলাব ভৰি ॥

[ প্ৰস্থান ]

## তৃতীয় দৃশ্য

(গোলাপ সিংহৰ প্ৰাসাদ )

[ গোলাপ সিংহ আৰু ইড়াৰ প্ৰবেশ ]

গোলাপ সিংহ ঃ ছিঃ ! ছিঃ ! চাচোন বাৰু ইড়া ! কেনে অন্যায় কাম। এনে অস্বাভাৱিক কথা মই বৰ বেয়া পাওঁ। মই কেতিয়াও ৰজালৈ মৰম লাগি তেখেতক ভিতৰলৈ আনিবলৈ খুজিলোঁ, তেতিয়া তেওঁলোকে মোৰ ঘৰৰ ভাৰ নিজে হাতত ললে। আৰু ৰজাক মাতি আনিবলৈ আৰু খুৱাব-বুৱাবলৈ একেবাৰেই হাক দিলে।

ইড়া ঃ ই অকল অস্বাভাৱিকেই নহয় —ই ভয়ানক অসভ্যতা।

গোলাপ সিংহ ঃ বাৰু, বাৰু, দেখা যাব। তই একো নকবি দেই। এই দুইজন জোঁৱায়েকৰ ভিতৰত মনোমালিন্য ঘটিছে। তাতোকৈ এটা ডাঙৰ কথা হৈছে—মই আজি এখন চিঠি পাইছোঁ। সেই বিষয়ে কোৱা বৰ বিপদজনক। চিঠিখন মোৰ হাতনি পেৰাত সুমুৱাই থৈছোঁ। ৰজাৰ ওপৰত এই অত্যাচাৰৰ প্ৰতিবিধান শীঘ্ৰে হ'ব। সম্প্ৰতি শক্তিবান বিপক্ষ দলৰ এক অংশ আহি পাইছেহিয়েই। আমি মহাৰাজৰ পক্ষে থাকিবই লাগিব। তই যা, কীৰ্তি সিংহৰ লগত কথা-বতৰা হৈ তেওঁক ৰখা গৈ। মই ৰজাক বিচাৰি যাওঁ। মোৰ কথা সুধিলে মোৰ গা বেয়া হৈছে, মই বিচনাত শুইছোঁ গৈ বুলি কবি। মোৰ বুঢ়া প্ৰভুক মই সহায় কৰিবই লাগিব। বহু ঘটনা আগত সম্ভৱ হৈ পৰিছে। ইড়া ! সাৱধান।

[ প্ৰস্থান ]

ইড়া ঃ মোক যি কথা কবলৈ মানা কৰিছে, মই এতিয়াই কীৰ্তি সিংহক কৈ দিম। সেই চিঠিখনো দিম। ফলত এই হ'ব—পিতাৰ জমিদাৰী যাব আৰু মই সেইখন পাম। নল মৰিলে গজালি উঠেই। ই আজিৰ কথা নে কালিৰ কথা। *

[ প্ৰস্থান ]

---

* অসম্পূৰ্ণ

# অমাতৰ মাত

## ঘোঁৰা আৰু গাধ

এটা তেজাল ঘোঁৰাৰ পিঠিত খুব সুন্দৰ দলিচা এখন পাৰি তাৰ ওপৰত সুন্দৰ জিন এখন বান্ধি, তাক বাটেদি লৈ যাওঁতে, সি পিঠিত বৰ ডাঙৰ বোজা এটা লৈ লাহে লাহে গৈ থকা নিচলা গাধ এটাক দেখা পালে। ঘোঁৰাই বৰ অহঙ্কাৰ কৰি তেতিয়া মাত লগালে, "শুচ কটা গাধ মোৰ আগৰ পৰা শুচ। তোক দেখা পালে মই অতি কষ্টৰেহে নলথিয়াই থাকোঁ।" মনত দুখ পাই গাধ আঁতৰি গ'ল আৰু মনে মনে দৰ্পহাৰী ভগবানৰ ওচৰত এই অপমানৰ গোচৰ দিলে। তাৰ কিছুমান দিনৰ পিচত জাপ মাৰোতে পৰি ঘোঁৰাৰ কঁকাল ভাগিল আৰু সি সোৱাৰীৰ অযোগ্য হ'ল। গিৰিহঁতে তেতিয়া তাক গোবৰৰ গাড়ী টনা ঘোঁৰা কৰি পামলৈ পঠিয়াই দিলে। তাতে গৈ সি গোবৰৰ গাড়ী টানি টানি নি দূৰত থোৱাৰ বাব পালে। আগৰ দৰে খাবলৈ নাপাই আৰু যত্নৰ অভাৱত তাৰ শৰীৰৰ অৱস্থা বৰ বেয়া হৈ গ'ল। এদিন গোবৰৰ গাড়ীখন লৰৌ-ফৰৌকৈ টানি নি থাকোতেই গাধই বাটত লগ পালে। গাধই ক'লে, "ঘোঁৰা তোমাৰ মমমতালি কলৈ গ'ল আৰু তোমাৰ এই সুন্দৰ সাজ-পাৰ আৰু দেহানো কি হ'ল?" ঘোঁৰাই শোকে দুখে একো নেমাতি মনে মনে থাকিল।

উপদেশ—'অতি দৰ্পে হত লঙ্কা' বা নিশ্চয়ে বলিব লাগে।

## যুঁজাৰু কুকুৰা আৰু চিলনী

দুটা যুঁজাৰু কুকুৰাই ভয়ানক যুঁজ কৰি থাকোতে থাকোঁতে তাৰে এটা হাৰিল। হৰাটোৱে লাজতে আৰু ভয়তে গৈ সোঁত-মোঁত খাই ভঁৰালৰ তলত আশ্ৰয় ললেগৈ। জিকাটোৱে বিজয়ী বীৰৰ দৰে গগুপ মাৰি মূৰ দাঙি ফুৰোতেই ওপৰৰপৰা এজনী চিলনী আহি তাক থাপ মাৰি লৈ গ'ল। তেতিয়া উখি যোৱা কুকুৰাটো চাঙৰ তলৰপৰা ওলাই আহি চোতালত নিৰ্ভয়ে ফুৰিবলৈ ধৰিলে।

উপদেশ—অহঙ্কাৰে অধোগতিৰ পূৰ্ব লক্ষণ।

## ঘোঁৰা আৰু চিপাহী

যিমান দিন যুঁজ লাগি আছিল তিমান দিন চিপাহীয়ে তাৰ ঘোঁৰাটোক খুৱাই-বুৱাই ভালে ৰাখিছিল। যেতিয়া যুদ্ধ শেষ হল তেতিয়া চিপাহী ঘৰলৈ উলটি আহি খেতিত লাগিল, আৰু যুঁজৰ ঘোঁৰাক বোজা কঢ়িওৱা ঘোঁৰা কৰিলে আৰু খাবলৈকো নিদিয়াত পৰিল। দুখ পাই পাই ঘোঁৰা তেনেই শুকাই-খীণাই উজুটিতে পৰি মৰা যেন হ'ল। এনেতে আকৌ যুদ্ধ লাগিল। আকৌ চিপাহীৰ ডাক পৰিল। সি তেতিয়া লৰালৰিকৈ ঘোঁৰাটো সজাই জিন লেকাম কচি নিজেও পোছাক পিন্ধি ঢাল তৰোৱাল লৈ ঘোঁৰাত উঠি চেকুৰ মেলিলে। অলপ মান দূৰ গৈ ঘোঁৰা উজুটি খাই পৰি তাৰ কঁকাল ভাগিল উঠিবই নোৱাৰিলে। ঘোঁৰাই তেতিয়া কলে, "প্ৰভু ইমান দিন গাধ কৰি থৈ আজি অকস্মাৎ ঘোঁৰা হ'বলৈ ক'লে মই কেনেকৈ হ'ম। আপুনি এতিয়া যুঁজিবলৈ যাওক।"

উপদেশ—যাক যি কামৰ নিমিত্তে গঢ়ি-পিটি তোলা যায়, তাক সেই কামতহে লগাই থব লাগে। আন কামত লগালে তাৰ দুয়োকালে বেয়া হয়।

## পেট আৰু দেহৰ আন আন অঙ্গ

এদিন হাত, ভৰি, মুখ, চকু ইত্যাদি দেহৰ আন আন অঙ্গ-প্ৰত্যঙ্গ বিলাকে ঠিক কৰিলে যে সিহঁতে

পেটক আৰু নুখুৱায়। সিহঁতে দিনে ৰাতিয়ে কাম কৰি খাটি মৰে আৰু পেট বপুৰাই বহি বহি খাই তুলতুলীয়া চিকুণটি হৈ বহি থাকে। এই বুলি সিহঁতেও নিজৰ নিজৰ কাম কৰিবলৈ এৰি দিলে, পেট নীৰৱে শুকাবলৈ ধৰিলে। লাহে লাহে আন আন অঙ্গ বিলাকে দেখিলে যে সিহঁতো লগে লগে শুকাই শুকাই দুৰ্বল হৈ যাবলৈ ধৰিছে। তেতিয়া সিহঁতে নিজৰ ভুল বুজি আকৌ পেটক শুশ্রূষা কৰিবলৈ ধৰিলে আৰু নিজেও পৰিপুষ্ট আৰু সবল হৈ উঠিল।

উপদেশ : সমাজত থাকিব লাগিলে কাৰ কাম টান কাৰ কাম চিলা চাব নালাগে। নিজৰ নিজৰ কৰ্তব্য কৰি যাব লাগে নহলে আনে যে কষ্ট পাবই, নিজেও কষ্টত পৰে।

## বাপেক আৰু জীয়েকহঁত

এজন মানুহৰ দুজনী ছোৱালী আছিল। এজনীক এটা খেতিয়কলৈ বিয়া দিছিল আৰু এজনীক এটা কুমাৰে বিয়া কৰাইছিল। কিছুদিনৰ পিচত তেওঁ প্ৰথমে খেতিয়ক জোঁৱাইৰ ঘৰলৈ গৈ জীয়েকক সুধিলে তেওঁ কেনে আছে। জীয়েকে উত্তৰ দিলে, "পিতা মোৰ সকলো ভাল। এতিয়া কেজাকমান বৰষুণ দিলেই পথাৰৰ ধান কিভাল ভালকৈ গজিব আৰু মোৰো কোনো দুখ নাথাকিব। নহলে দুখৰ পাৰ-কূল নাইকিয়া হ'ব"। তাৰ পিচত তেওঁ সিজনী ছোৱালীৰ ঘৰলৈ গৈ সেইদৰেই শুধিলে যে তেওঁ কেনে আছে। জীয়েকে উত্তৰ দিলে, "পিতা মোৰ সকলো পিনে সন্তোষ। জোঁৱাইয়ে মাটিৰ কলহ, চৰু, খাপৰি ইত্যাদি বহুতো সাজি পথাৰত দম কৰি থৈছে। এতিয়া এমাহমান খুব টান ৰ'দ দি থাকিলে সেইবোৰ শুকুৱাই পুৰি-ধুৰি ঘৰ সুমুৱাব পাৰিলেই ৰক্ষা পৰোঁ। নহলে আমাৰ বৰ দুখ হ'ব। আৰু ধাৰ কৰি খাব লগাত পৰিম।" মানুহজনে বিমোৰত পৰি ক'লে, "বায়েৰাৰ বৰষুণ নহলে বৰ দুখ হ'ব তোমাৰ বৰষুণ হলে দুখ হ'ব। মইনো কাক কি বুলি আশীৰ্বাদ দিওঁ।"

উপদেশ : সংসাৰত সকলো সমানে সুখী হ'ব নোৱাৰে।

## নিগনি, ভেকুলী আৰু চিলনী

এটা নিগনি আৰু ভেকুলীয়ে সখি বান্ধিলে আৰু দুয়ো লগ লাগি পথাৰত ফুৰিবলৈ ধৰিলে। পথাৰত ফুৰোঁতে নিগনিয়ে হৰ হৰাই লৰি ফুৰে কেতিয়াবা দূৰলৈ যায় কেতিয়াবা ভেকুলীৰ ওচৰলৈ আহে। ইয়াকে দেখি পানীত যিদৰে ভেকুলী ফুৰিব পাৰে তাকে নিগনিক দেখুৱাবলৈ মন কৰিলে। আৰু পানীত নি নিগনিক এশিকনি দিবৰ মন কৰিলে। ভেকুলীয়ে নিগনিক এই বুলি ক'লে, "মিতা বামত বহুত ফুৰিলোঁ এতিয়া পানীত ফুৰোঁগৈ বলা। তুমি বামৰ বস্তু পানীৰ আও ভাও ভালদৰে নুবুজা। এতেকে মোৰ ভৰিত ডোল এডালৰ এমূৰে বান্ধি তোমাৰ ভৰিতো সিটো মূৰে বান্ধি লোৱা। তেনে-হলে মই তোমাক সকলো সময়তে লৈ ফুৰাব পাৰিম।" নিগনিয়ে তাকে সৰলভাৱে বিশ্বাস কৰি মান্তি হ'ল। সেই মতে বান্ধি লৈ দুয়ো মিতায় পানীত নামিলগৈ। পানীত ভেকুলীৰ বল বেছি। সি পানীত পৰিয়েই সাঁতুৰি ফুৰিবলৈ ধৰিলে। ভেকুলী বুৰ দি তললৈ যায় আকৌ উঠে, কিছুমান দূৰ সাঁতুৰি আকৌ বুৰ মাৰে এইদৰে নিগনিক এবাৰ পানীৰ তললৈ নিয়ে এবাৰ ওপৰলৈ আনে। এইদৰে ফুৰোতে ফুৰোতে উশাহ বন্ধ হৈ নিগনি মৰি চেলপোলা দিলে। এনেতে ওপৰৰপৰা চিলনীয়ে ওপঙি ফুৰা নিগনিৰ মৰাশটো থাপ মাৰি লৈ ওপৰলৈ তুলি লৈ গ'ল গৈ। চিলনীক থাপ মৰা দেখি ভেকুলীয়ে বুৰ দি পানীৰ তলত লুকাইছিল। কিন্তু সাৰিব নোৱাৰিলে।

তাৰ ভৰি নিগনিৰ ভৰিৰ লগত বন্ধা থকাত সিয়ো লগে লগে উঠি গ'ল। চিলনীয়ে গছৰ ডালত বহি আনন্দেৰে দুয়োকো জলপান কৰিলে।

উপদেশ : আনলৈ দ্ৰুল চাঁচিলে নিজেও সেই দ্ৰুলতে পৰি মৰে।

## কুকুৰ-নেচীয়া বাঘ আৰু ছাগলী

এটা কুকুৰ-নেচীয়া বাঘক এজাক কুকুৰে বেৰি ধৰি কামুৰি আচুৰি এনে ঘা লগাই দিলে যে সি উঠিব নোৱাৰি হাবিৰ দাঁতিত পৰি থাকিল। এনেতে ওচৰেদি এজনী ছাগলী যাওক। ছাগলীজনী দেখি বাঘে মাত লগালে "হেৰা বাইটি মোক এটুপি পানী আনি দিব পাৰানে ?" ছাগলীয়ে মাত লগালে বোলো, "পানীৰে যেনিবা পিয়াহ গুচাবা ভোকনো গুচাবা কিহেৰে ?" বাঘে কলে বোলে "তুমি পানী আনি দিলেই ভোক গুচাবৰ দিহা হ'ব।" ছাগলীয়ে ক'লে বোলে "মই তোমাক পানী আনি দিব নোৱাৰোঁ দেও, মই তোমাক পানী যোগাওতেই লগতে তোমাক জলপানটোও যোগোৱা নহ'ব জানো ?"

উপদেশ : দুৰ্জনক দূৰতে পৰিহাৰ কৰিবা।

## শিয়াল আৰু কাউৰী

এডোখৰ মঙহ কৰবাৰপৰা চুৰি কৰিলৈ কাউৰী আহি গছৰ ডালত বহিলহি। মঙহডোখৰ দেখি শিয়ালৰ বৰ লোভ লাগিল। সি তেতিয়া ওপৰলৈ চাই ক'বলৈ ধৰিলে "আহা! কি সুন্দৰ চৰাইটি! ঈশ্বৰৰ বিনন্দিয়া সৃষ্টিত ক'ত কোনে এনে সুন্দৰ ৰূপ দেখা পাইছে। চকুজোৰনো কি চাবা যেন এযোৰ পদ্মকান্ত মণিহে, ডিঙিজোনো কি চাবা যেন ৰাজহাঁহৰ ডিঙিহে। ঠোঁটটোনো কি চাবা কেনে সুন্দৰ চাই থাকিবৰে মন যায়। এইটি যেন মৰ্ত্যৰ চৰাই নহয় হে, স্বৰ্গৰ চৰাইহে ভুলতেহে যেন ইয়ালৈ নামি আহিছে। কিন্তু বৰ দুখৰ কথা যে ইমান সুন্দৰ চৰাইটি বোবা। হায়! হায়! ঈশ্বৰৰ কি অবিচাৰ এনে ধুনীয়াকৈ চৰাইটি সৃজন কৰিও তাক বোবা কৰিলে। চকু দুটি ঘূৰাই ঘূৰাই কেনেকৈ চাব লাগিছে অথচ মাত নাইকিয়া বাবে ইমান সৌন্দৰ্য একেবাৰে নষ্ট হৈ গ'ল। মাত থকাহেঁতেন এই চৰাইজনীক আমি চৰাইৰ ৰাণী পাতিলোহেঁতেন।" শিয়ালৰ কথাত ভোলগৈ কাউৰীয়ে শিয়ালৰ আৰু প্ৰশংসা পাবৰ মনেৰে আৰু বোবা যে নহয় তাকে বুজাবলৈ মন কৰি 'কা' বুলি মাত দিলে। মুখৰ মঙহ ডোখৰ সৰি পৰিল আৰু শিয়ালে বৰ আনন্দেৰে জলপান কৰিলে। শিয়ালে খাই বৈ সন্তুষ্ট হৈ কাউৰীক কলে বোলে "হেৰ কাউৰী তোৰ মাত আছে মই জানো কিন্তু তোৰ যে বুদ্ধি কম সেইটো এতিয়া খুব ভালকৈ জানিলোঁ।

উপদেশ : বিধিধানৰ মানুহ তাতকৈ যদি বেছিকৈ কোনোৱে প্ৰশংসা কৰে তেন্তে জানিব লাগিব যে প্ৰশংসাকাৰীৰ কিবা কুমতলব আছে আৰু সেই প্ৰশংসাকে সঁচা বুলি ভাবি তাতে ভোল গলে প্ৰশংসা পোৱাজনৰো বিপদ হয়।

## বাঘ আৰু বৰা

অহকালি দুপৰীয়া বাঘ আৰু বৰা দুয়ো একেটা ডোবালৈকে পানী খাবলৈ আহিছিল। কোনে আগে পানী খাব পাৰে তাকে লৈ দুয়োৰো ভয়ানক যুঁজ লাগিল। যুঁজোতে যুঁজোতে ভাগৰ লাগি উশাহ লবলৈ অলপ পৰ বওঁতে শগুণে কাউৰীয়ে অনাই বনাই কুৰিব লাগিছে আৰু গছৰ ডাল বিলাকত বহিও ৰখি আছে। দুয়ো বুজিলে যে যুঁজত যিটো পৰে তাক খাবলৈকে—এই চৰাই বিলাক বৈ আছে।

ভেতিয়া দুয়ো যুঁজ কৰিবলৈ এৰি দিলে আৰু মিত্র-ভাৱে গৈ এটা এটাকৈ পানী খালে কাৰণ দুয়ো গমি চাই বুজিলে যে মিছাতে যুঁজ কৰি কাউৰী শগুণৰ আহাৰ হোৱাতকৈ বন্ধুভাৱে পানী খালে পিয়াহ গুচিব আৰু নিজৰো একো দুখ নহয়।

উপদেশ : মিত্রভাৱে কাম কৰিলে যিমান সুবিধা পায় পাৰি কেৰ পাতি অনাহক খৰিয়া-খৰি কৰিলে তেনে সুবিধা নাহে বৰং কাম নষ্ট হ'বহে ভয়।

## এচকুৱা পহু

এজনী পহুৰ এটা চকু কণা আছিল। তাই সদায় পানীৰ ফালে কণা চকুটো দি বামৰ ফালে দেখাকৈ ভাল চকুটো থয়। এইদৰে চৰি থাকোঁতে এদিন হঠাৎ নাৱেদি কেইটামান কাঁৰি ওচৰেদি যাওঁতে তাইক দেখা পাই কঁৰিয়াই মাৰি পেলালে। কণা চকুটো পানীৰ ফালে থকা দেখিহে সিহঁতক দেখা নাপাই পহুজনী মৰা পৰিল।

উপদেশ : বিপদ বহুত সময়ত অসম্ভাবিত ঠাইৰ পৰাহে আহে।

## গাধ আৰু দেৱতাৰ মূৰ্তি

এটা গাধৰ পিঠিত এজন দেৱতাৰ মূৰ্তি বান্ধি এখন চহৰৰ মাজেদি এটা মানুহে গাধটো খেদি লৈ গৈ আছিল। বাটত যাওঁতে দুয়ো কাষৰ মানুহে আঠুলৈ, দেৱতাৰ মূৰ্তিটোক নমস্কাৰ কৰিছিল। গাধই ভাবিলে যে মানুহ বিলাকে তাকো নমস্কাৰ কৰিছে। কাজেই বাটে বাটে লৰি নুকুৰি লাহে লাহে গহীনভাৱে ফুৰাটোহে উচিত, তেহে বেছি মান পাব। এই ভাবি গাধই থমকি ৰবলৈ আৰু বহুত পৰৰ মূৰে মূৰেহে একোটা খোজ দিবলৈ ধৰিলে। গাধৰ গিৰিহঁতে গাধৰ অহঙ্কাৰ হৈছে বুলি বুজিব পাৰি হাতত থকা এছাৰিৰে খুব কেইটামান লগাই দি কলে বোলে "গাধ তোৰ গাধ বুদ্ধিৰে ভাবিছ মানুহে তোকহে সেৱা কৰিছে বুলি। সেইটো নহয়। মানুহ এতিয়াও ইমান অধলত পৰা নাই যে গাধক সেৱা কৰিব।" এছাৰিৰ কোবত তত মত নেপাই অহঙ্কাৰ এৰি গাধ লৰ দিলে।

উপদেশ : আনৰ প্রতি সন্মান দেখুৱাওঁতে নিজক সন্মান কৰিছে বুলি অহঙ্কাৰ কৰা অজ্ঞানীৰহে চিন।

## বুঢ়া সিংহ

এটা সিংহ বুঢ়া হৈ একেবাৰে লৰচৰ কৰিব নোৱাৰা হ'লত এদিন এঠাইত পৰি আছিল। এটা বৰা আহি তাক দাঁতেৰে এখুণ্ডা মাৰি পূৰ্বৰ কথা এটা সোঁৱৰাই থৈ গ'ল। এটা ষাঁড় আহি শিঙেৰে হিনিকা মাৰি কত গৰু নিপাত কৰিছে তাকে সোঁৱৰাই থৈ গ'ল। এটা গাধই তাকে দেখা পাই বৰ বীৰত্ব কৰি সিংহৰ মূৰত লথিয়াই তাক শেষ কৰি থৈ গ'ল। মৰিবৰ সময়ত সিংহই দুখ কৰি মৰিল বোলে "বীৰৰ হাতত অপমান পাইয়ো সহিব পাৰি কিন্তু গাধৰ নিচিনা ভীৰু দুৰ্বল আৰু অধম জীৱৰ অপমান সহি মৰাটোত মোৰ মৰণ যন্ত্রণা দুগুণ হ'ল।"

উপদেশ : নীচৰ হাতত লাঞ্ছনা দুগুণে অপমানজনক।

## বাটকৰাৰ ভুল

নৈৰ কাষেৰে গৈ থাকোঁতে কেজনমান বাটকৰাই দূৰত জাহাজৰ দৰে এটি বস্তু দেখি মনতে ঠিক

কৰিলে যে সেইখন এখন জাহাজ। জাহাজ বুলি ভাবি লৈ তাকে চাবলৈ কেউজন ৰ'ল। কিছুমান পৰৰ মূৰত বস্তুটো আৰু ওচৰ চাপিলত দেখে যে সেইখন জাহাজ নহয়। জাহাজতকৈ সৰু বস্তুহে। তেতিয়া ঠিক হ'ল যে সেইখন এখন নাওহে। বস্তুটো যেতিয়া সোঁতৰ কোবত আৰু ওচৰ চাপিলহি তেতিয়া দেখিলে যে সেইটো এটা গছৰ মূঢ়াহে। তেতিয়া তেওঁলোকে কলে যে "আমি অতপৰ মিছা আশাত বন্দী হৈ এনেয়ে সময় নষ্ট কৰিলোঁ। অসাৰ গছৰ মূঢ়া এটা লৈ ৰওঁতে ৰওঁতেই বেলা শেষ হ'ল।"

উপদেশ : বহু মানুহৰ জীৱন এনেকৈ অসাৰ আশাতেই শেষ হৈ যায়।

## ৰৰগছ আৰু উলু

বতাহৰ কোবত ৰৰগছ এজোপা ভাগি পৰিল। ভাগি মাটিত পৰি উলুয়নি বনবিলাক নভগা নিচি-গাকৈ থকা দেখি ৰৰগছে শুধিলে "মই ইমান ডাঙৰ আৰু বলী হৈয়ো ভাগি পৰিলোঁ; তইঁত ইমান দুৰ্বল আৰু লিটা হৈয়ো থিয় দি আছ কেনেকৈ?" উলু-বিলাকে মাত লগালে যে মহাপৰাক্ৰমী বতাহৰ আগতো তুমি নৰম নোহোৱা আৰু মূৰ ওখকৈ তাৰ লগত যুঁজ পতা সেইদেখি তোমাৰ এনে দশা; আৰু আমি অলপতে মূৰ দোৱাঁও, কাৰো লগত ফেৰ নেপাতো সেইদেখি ধুমুহা বতাহ সকলোকে আমি জয় কৰোঁ।

উপদেশ : বিনয়ী আৰু মৃদু হলে বহু ঠাইত ৰৰ পৰাক্ৰমীৰ আক্ৰমণো এৰাব পাৰে।

## কুকুৰ-নেচীয়া বাঘ আৰু সিংহ

কুকুৰ-নেচীয়া বাঘ এটাই গড়ালৰপৰা এটা ছাগলী পোৱালি চুৰ কৰি লৈ যাবিৰ কালে যাওঁতে বাটতে সিংহই লগ পাই ছাগলী পোৱালিটো কাঢ়ি লৈ গুচি গ'ল। কুকুৰ-নেচীয়াই অলপ দূৰৰপৰা গৈ কলে বোলে "সিংহ তুমি এনেটো কাম কৰিব নালাগিছিল। মোৰ হক বস্তুটো এনেকৈ অন্যায়কৈ কাঢ়ি নিয়া তোমাৰ উচিত হোৱা নাই।" সিংহই মাত লগালে বোলে "ঠিক কৈছা, তোমাৰ হক বস্তুৱেই হয়। তুমি কিনি আনিছিলা নে তোমাক কোনোবা বন্ধুৱে এই ছাগলী পোৱালিটো দান কৰিছিলহে?"

উপদেশ : অন্যায়কৈ অনা বস্তু নাথাকে—"চোৰকো মোৰে পায়"।

## পকৰা আৰু কপৌ

এটা পকৰাই পানী খাবলৈ নৈৰ কাষলৈ যাওঁতে কেনেবাকৈ পানীত পৰিল। সোঁতৰ কোবত উটি গৈ পকৰাৰ প্ৰাণ যাও যাও হলত ওচৰৰ গছৰ ডালত পৰি থকা কপৌ এটাই পুতৌ কৰি গছৰ পাত এটা তাৰ আগতে পেলায় দিলে। পকৰা তাতে উঠি কোনোমতে ৰক্ষা পৰিল। কিছুমান দিনৰ পিচত কপৌ গছত পৰি টোপনিয়াই থাকোঁতে এটা চৰাই মৰিয়াই কঠালৰ এঠাৰে ফান্দ পাতি কপৌক ধৰিবলৈ যত্ন কৰিছিল। পকৰাই দেখা পাই মনে মনে গৈ চৰাই মৰিয়াৰ ভৰিৰ আঙুলিত এনে কামোৰ মাৰিলে যে সি হাতত থকা সাজ-সঁজুলি গোটেইখিনি মাটিত পেলাই দি চিঞৰ মাৰি উঠিল। শব্দত টোপনি ভাগি কপৌয়ে চৰাই মৰিয়াক দেখি সকলো বুজি উৰি গ'ল।

উপদেশ : ভাল লোকে কেতিয়াও উপকাৰ নাপাহৰে।

## শহাপহু আৰু ভেকুলী

শহাবিলাক স্বভাৱতে বৰ ভয়াতুৰ। সেই দেখি সিহঁত সদায় ভয়ত অস্থিৰ হৈ থাকে। ইমান

ভয়াতুৰ হৈ থকাতকৈ মৰি যোৱাই ভাল—ইয়াকে ঠিক কৰি সিহঁতে এটা ডাঙৰ আৰু দ পুখুৰীত জাঁপ দি মৰিবৰ মনেৰে দল বান্ধি গৈছিল। পুখুৰীৰ পাৰত বহুতো ভেকুলী আছিল। সিহঁতে ইমানবোৰ শহা হুৰ হুৰাই অহা গম পাই ভয় খাই ততালিকে পুখুৰীত জপিয়াই জপিয়াই পৰিল। আৰু ডুব মাৰি পানীৰ তলত লুকাল। তেতিয়া সিহঁতৰ ভিতৰত এটাই মাত লগালে বোলে "ভাইহঁত ৰবি, ৰবি আমাৰ মৰিবৰ কোনো কাৰণ নাই। আমাতকৈয়ো ভয়াতুৰ জীৱ আছে।"

উপদেশ : নিজতকৈ ওপৰলৈ চালে নিজকে তল দেখি, তললৈ চালে নিজকে ওপৰ দেখি।

## জালোৱা আৰু সৰুমাছ

দিনটো জাল বাই বাই জালোৱা এটাই গধূলি এটা সৰু মাছ ধৰিলে। খালৈত ভৰাবলৈ ধৰোতেই মাছটোৱে মাত লগালে বোলে "ডাঙৰীয়া মোক এৰি দিয়ক। মোৰ নিচিনা ক্ষুদ্ৰ মাছ এটাৰে আপোনাৰ কোনো কাম নহ'ব। মোক যদি এৰি দিয়ে, তেন্তে মই লাহে লাহে খুব ডাঙৰ হ'ম। আপুনি তেতিয়া মোক ধৰি বেচিলে বহুতো লাভ কৰিব পাৰিব।" জালোৱাটোৱে উত্তৰ দিলে বোলে "মই এনে নিৰ্বোধ নহওঁ যে ভৱিষ্যতৰ এটা ডাঙৰ মাছৰ লাভৰ আশাত বৰ্তমান হাতত পোৱা বস্তুটো এৰি দিম।"

উপদেশ : কোলাৰটো এৰি পেটৰটোলৈ আশা কৰাটো বুৰ্বাবিৰ চিন।

## এটা বুঢ়া, তাৰ পুতেক আৰু সিহঁতৰ গাধ

এখন হাটলৈ বুঢ়া আৰু তাৰ পুতেকে সিহঁতৰ গাধ এটা বেচিবলৈ লৈ গৈছিল। বাটত যাওঁতে যাওঁতে এটা কুঁৱাৰ পাৰত পানী আনিবলৈ যোৱা মাইকী মানুহ কেইজনীমান লগ পালে, সিহঁত কেইজনীয়ে কবলৈ ধৰিলে "আইহঁত এনে অঁকৰা মানুহ দেখিছানে কৰবাত ? এনে সুন্দৰ গাধ এটা লগত থাকোতে কেনেকৈ খোজ কাঢ়ি মৰিছে। গাধৰ ওপৰত সুন্দৰকৈ উঠি যোৱা হলেই হয়। এই কথা শুনি বুঢ়াই লৰালৰিকৈ পুতেকক গাধটোত তুলি দি নিজে খোজ কাঢ়ি যাবলৈ ধৰিলে। এনেতে বুঢ়া মানুহ এদল সেই বাটেদি খোজ কাঢ়ি কথা পাতি পাতি ফুৰিবলৈ যায়। ইহঁতক দেখা পাই কবলৈ ধৰিলে "এনে অকৰ্মণ্য এলেহৱা মানুহনো ক'ত দেখিছা, বুঢ়া বাপেকে খোজ কাঢ়ি মৰিছে আৰু এই মটমটীয়া চেঙেৰা ল'ৰাটোৱে মজাকৈ গাধত উঠি গৈ আছে।" "নাম কটা নাম, বুঢ়াক উঠিবলৈ দে; বুঢ়াৰ অলপ ভাগৰ পলাওক।" এই কথা শুনি ল'ৰাটো গাধৰপৰা নামি আহিল, বুঢ়াই গাধৰ পিঠিত উঠি যাবলৈ ধৰিলে। এইদৰে কিছুদূৰ যাওঁতেই ল'ৰা-ছোৱালীৰে এজাক বাটৰুৱা তিৰোতা মানুহ লগ পালে, সিহঁতে বুঢ়াক গাধত উঠি যোৱা দেখি ক'বলৈ ধৰিলে "হেৰ চাচোন চা কটা বুঢ়াৰ আসৈটো চা, সি হলে গাধটোত বজা বহাদি বহি গৈছে, কুমলীয়া ল'ৰাটোক কেনেকৈ এই ব'দত খোজ কঢ়াই মাৰিছে, দেহি ঐ ল'ৰাটোৱে গাধৰ লগত লৰি লৰি কোনোমতেহে লগ ধৰিছে।" এই কথা শুনি বুঢ়াই পুতেককো গাধত তুলি ল'লে। এইদৰে বাপেক পুতেক দুয়ো গাধৰ পিঠিত উঠি গৈ আছে। অলপ সময় পিচত এজাক বাটৰুৱা লগ পালে। তেওঁলোকে বুঢ়াক শুধিলে—"বুঢ়া বাপ, এই গাধটো আপোনাৰ নিজৰনে ?" বুঢ়াই "হয়" বুলি শলাগিলে। বাটৰুৱাজনে ক'লে—"এই নিমাত জীৱটোক মানুহে এইদৰে কষ্ট দিয়া উচিত নহয়। দুজন মজবুত শকত মানুহ তাৰ পিঠিত উঠি তাক দেখোন এধানৰা কৰিছাইক। তোমালোকে খোজ কাঢ়ি যাবতো পাৰাই, গাধটোক ইচ্ছা কৰিলে দেখোন সাজি কৰি নিব পাৰা ইমান শক্তি তোমা-

জোকৰ গাত আছে যেন দেখা যায়। নিমাত নিচলা জন্তুক ইমান দুখ দিয়া ভাল নহয়।" এই কথা শুনি বুঢ়াই আৰু পুতেকে গাধটোৰ ঠেংকিটা লুটি বান্ধি এডাল বাঁহ সুমুৱাই গাধটোক দুয়ো কান্ধত লৈ যাবলৈ ধৰিলে। এই অদ্ভুত ঘটনা দেখি চহৰৰ যত দুষ্ট ল'ৰা আছিল সিহঁতে হৈ হৈ দিবলৈ ধৰিলে। এনেতে বুঢ়া আৰু পুতেক আহি এখন ডাঙৰ দলংৰ ওপৰ পালেহি। ল'ৰাবোৰে পিচে পিচে কোঢ়াল কৰি গাধটোৰ ওপৰত দলিয়াবলৈ ধৰিলে। গাধ-টোৱে ভয় খাই বৰ টনা-আজোৰা কৰোঁতে বাঁহ ডাল ভাগি গাধটো ভৰি হাত বন্ধা অৱস্থাতে পানীত পৰি ততালিকে তল পৰি মৰি গ'ল। লাজে, দুখে, অপমানে আধামৰা হৈ বুঢ়া কোনোমতেহে ঘৰ পালেগৈ। বুঢ়াই মনে মনে গুণিবলৈ ধৰিলে।

উপদেশ : সকলোকে সন্তুষ্ট কৰিবলৈ বিচাৰিলে কোনো সন্তুষ্ট নহয়। অথচ মাজতে নিজৰ হানিও হয়।

## চোৰ আৰু তাৰ মাক

এটা ল'ৰাই এদিন পঢ়াশালিৰপৰা তাৰ লগত পঢ়া আন এটা ল'ৰাৰ কিতাপ এখন চুৰ কৰি মাকক দিলেহি। মাকে তাতে তাক খং নকৰি ভালহে বুলিলে। সি মাকৰপৰা উৎসাহ পাই এদিন লগৰ ল'ৰা এটাৰ ঘড়ি এটা চুৰ কৰি আনিলে। মাকে তাক ভাল বুলিলে। ডাঙৰ হৈ অহাৰ লগে লগে সি ওচৰ-চুবুৰীয়াৰপৰা বেচি দামৰ সোণ, আন আন বস্তু চুৰ কৰি আনিবলৈ ধৰিলে। মাকৰ উৎসাহত সি ক্ৰমাৎ দগধা চোৰত পৰিণত হ'ল। এদিন সি এটা ডাঙৰ বস্তু চুৰ কৰি ধৰা পৰিল। বিচাৰত তাৰ আগৰেপৰা পোৱা বহু চুৰি বৃত্তান্তত সি বহুত দোষত দোষী সাব্যস্ত হোৱাত ; এইবাৰ তাক ৰজাই শূলত দিবলৈ আদেশ দিলে। চাণ্ডাং-বোৰে তাক "অনামলৈ শূলত দিবলৈ লৈ গ'ল। মাকে পিচে পিচে বুকু চাকুৰি কান্দি কান্দি গৈ আছিল। শূলত দিয়াৰ আগতে দোষীৰ মনৰ শেষ হাবিয়াস পূৰ কৰাৰ নিয়ম আছে, সেই নিয়মমতে তাৰ কি হাবিয়াস আছে সোধাত সি তাৰ মাকক কাণে কাণে এষাৰ কথা কোৱাৰ হাবিয়াস আছে বুলি কলে। মাকক তাৰ কাষলৈ আহিবলৈ হুকুম দিয়া হ'ল। মাকে কাণখন তাৰ মুখৰ ওচৰলৈ আগবঢ়াই আনিলে, চোৰ পুতেকে মাকৰ কাণত কথা কোৱাৰ ছলেৰে মাকৰ কাণখন কামুৰি চিঙি পেলালে। পুতেকৰ শোক পাহৰি কাণৰ যন্ত্ৰণাত অধীৰ হৈ মাকে তাক গালি পাৰিবলৈ ধৰিলে। পুতেকে তেতিয়া মাকক ক'লে, "বোলো আই! তুমি প্ৰথম দিনাখনেই কিতাপ চুৰ কৰি আনোতে মৰিয়াই কিয়নো যদি মোক চুৰ কৰা অতি বেয়া কাম বুলি শিকালাহয়, তেনেহলে আজি মোৰ এনে দশা নহলহয়। তুমি তাকে নকৰি মোক চুৰ কৰিবলৈ উৎসাহহে দিছিলা। সেই গতিকে তোমাৰ দৰে মাকবোৰৰো এনে দশা হোৱা উচিত বুলি ভাবি মই আন মাকবোৰলৈ এইটো শিক্ষা থৈ গ'লো। তোমাকো উচিত শিক্ষা দি গ'লো। তোমাৰ দোষত আজি মই অকালত মৰিবলগীয়া হ'ল।

উপদেশ : যি যেনেকুৱা গছ ৰোৱে সি তেনেকুৱা গুটিৰ ফল পায়।

## নমতা আলহী

এজন ধনী মানুহে ডাঙৰ ভোজ এটা পাতি বহুতো বন্ধু আৰু জ্ঞাতিক নিমন্ত্ৰণ কৰিছিল। এই সুবিধা দেখি ঘৰৰ কুকুৰে এটা বাটৰ চেকুৰাক নিমন্ত্ৰণ কৰিলে বোলে, "আজি ৰাতি বৰ খানা হ'ব। তোমাক নিমন্ত্ৰণ কৰিলো মোৰ লগত আহি খানা খাই যাবাহি।" সময় মতে চেকুৰা টো

উপস্থিত হ'লগৈ। সি ঘৰুৱা কুকুৰটোৰ লগত নেজ জোঁকাৰি জোঁকাৰি কেউফালে চাই ফুৰিবলৈ ধৰিলে আৰু আয়োজন দেখি মনত বৰ ৰং পালে আৰু স্ফূৰ্ত্তিতে নেজ জোঁকাৰি ঘৰুৱা কুকুৰটোৰ লগত চেলেকা চেলেকি আৰু কামোৰা কামুৰি কৈ লৰি চাপৰি ফুৰিবলৈ ধৰিলে। ঘৰৰ খানচামা অৰ্থাৎ ৰান্ধনিজন অলপ খং খোৱা বিধৰ আছিল। তেওঁ অচিনাকি চেকুৰাটোক এইদৰে খোৱা বস্তুৰ মাজে মাজে দেখা পাই খং উঠি তাৰ আগভৰি কেইখনত ধৰি এৰেকেবেলিয়ে খিৰিকীয়েদি দলিমাৰি ফৰ্মুটি ওফৰোৱাদি ওফৰাই পঠিয়ালে। চাং ঘৰৰ ওপৰৰ খিৰিকীয়েদি আহি বাটৰ শকত মাটিত পৰি বপুৰাৰ ঠেং ভাগিল আৰু বিষত তত নেপাই ভয়ঙ্কৰ ঘেং ঘেং ঘেং কৰি চিঞৰিবলৈ ধৰিলে। তাৰ আটাহ শুনি বাটে বাটে ফুৰা আন চেকুৰা আহি তাক শুধিলে বোলে "ভায়া ভোজনো পিচে কি ৰকম খালা। এতিয়া দেখোন ঠেং কুকচ ঠেং কুকচ কৈ ইয়াৰপৰা বেগ দিছা?" সি মাত লগালে বোলে "কি কম ভায়া ইমান যে দামি দামি মদ খানা খাওঁতে খালোঁ তাৰ জালত এতিয়া মই একো কবই নোৱাৰোঁ। ভৰি হাতৰো থৰ যুগুতি নাইকিয়াত পৰিছে। খিৰিকীয়েদিনো কেনেকৈ জঁপিয়াই মাটিত পৰিলোহি সিয়ো মনত নাই।"

উপদেশ: অনিমন্ত্ৰিত হৈ সভালৈ গ'লে অপমানৰ ভাগী।

## সিংহ আৰু শহা

শহা পহ এটা নিচিন্তভাৱে শুই থকা দেখা পাই সিংহই তাক ধৰিবৰ মনেৰে লাহে লাহে এখুজি দুখুজিকৈ ওচৰ চাপিলহি। ধৰে ধৰে এনেতে সিংহৰ আগেদি লোদোৰ পোদোৰ কটিয়া পহ এটা লৰ মাৰিলে। সিংহয়ো শহাক এৰি ভাওৰ চিকাৰৰ পিচে পিচে খেদা দিলে। কটিয়া পহয়ে আগৰ পৰাই বেগাই আহি আছিল। এতিয়া বেগ আৰু বঢ়াই দি কোনোবা দেশ পালেগৈ। সিংহই তাক ধৰিব নোৱাৰিলে। ইফালে সিংহ আৰু কটিয়াৰ শব্দত শহাৰ টোপনি ভাগি সিংহক দেখি সি তাৰপৰা প্ৰাণটাকি লৰি পলাই গ'ল। কটিয়াক ধৰিব নোৱাৰি সিংহই শহাক বিচাৰি আহি দেখে শহাও পলাইছে। সিংহই তেতিয়া ভোকে দুখে নিজকে নিজে ধিক্কাৰ দি তাৰপৰা গুচি গ'ল।

উপদেশ: হাততে যি লাভ পোৱা যায় তাক এৰি ভৱিষ্যতে বেছি পোৱা যাব বুলি আশা কৰিলে দুয়োফালে হেৰায়।

## ষাঁড় আৰু ছাগলী

সিংহৰ খেদাত তত মত নেপাই এটা ষাঁড় গৈ এটা গুহাত লুকালগৈ। তাতে এটা ভোবোলা শুই আছিল। সি লৰালৰিকৈ শুই উঠি শিঙেৰে ষাঁড়-টোক হিনিকিবলৈ ধৰিলে। ষাঁড়টোৱে মাত লগালে বোলে "নীচ তই কিমান পাৰ হিনিকি থাক। মই বিপদত পৰা দেখি তই মটমটাইছ। সিংহ এবাৰ আঁতৰি যাওক ৰঃ তাৰ পিচত তোৰ মজা উলিয়াম। ষাঁড়ে যেনে কথা তেনে কাম কৰিলে। ভোবোলায়ো তাৰ জীৱনত এটা শিকনি পালে।

উপদেশ: মহৎলোক বিপদত পৰিলে নীচজনেহে সেই সুযোগত অলপ কষ্ট দিয়ে; কিন্তু বিপদ কাটি গ'লে তাৰ নিজৰ গালৈ টান পৰে।

## সিংহ, শিয়াল আৰু গাধ

সিংহ, শিয়াল আৰু গাধ তিনিও কথা বান্ধিলে বোলে চিকাৰলৈ যাওঁতে তিনিও তিনিওকো সহায় কৰিব। পিচত যি পায় তিনিও ভাগ কৰি লব।

এদিন তিনিও এইদৰে লগ লাগি চিকাৰ কৰি আনি একে ঠাইতে থুপুৰি কৰিলে। সিংহই গাধক ভগাবলৈ দিলে। গাধই বৰ সাৱধানেৰে সমানে তিনি ভাগ কৰি ভগালে আৰু সিংহকে শিয়ালকে আগে একোভাগকৈ দিলে। এই কথাত সিংহৰ ভয়ানক খং উঠি একে থাপে গাধক ধৰি তাৰ কেইগৰাহমানতে জলপান কৰি পেলালে। তাৰ পিচত শিয়ালক দুভাগ কৰিবলৈ কলে। শিয়ালে কেৱল চকুৰে মনা নমনাকৈ নিজৰ নিমিত্তে এটি অতি সৰু ভাগ ৰাখি বাকী গোটেইখিনি সিংহৰ আগত দ'মাই দিলে। সিংহই দেখি হাঁহি পেলালে আৰু ক'লে বোলে "শিয়াল ককাই তুমি অঙ্ক বিদ্যাত ভাৰি পণ্ডিত। ইমান সমানকৈ ভগাবলৈ তোমাক কোনে শিকালে।" শিয়ালে উত্তৰ দিলে বোলে "গাধৰ অৱস্থা দেখি মই এনে হিচাপ শিকিলোঁ।"

উপদেশ : আনৰ দুৰ্গতিৰপৰা জ্ঞানীলোকে সৎ শিক্ষা লাভ কৰে।

## সোণৰ কণী পৰা কুকুৰা

এটা মানুহৰ এজনী কুকুৰা চৰাই আছিল। তাই সদায় একোটা সোণৰ কণী পাৰিছিল। মানুহজনে তৎক্ষণাত ধনী হ'বৰ মনেৰে আৰু কুকুৰাজনীৰ পেটত থকা আটাইখিনি কণী একেলগে পাবৰ মন কৰি কুকুৰাজনী মাৰি তাইৰ পেটটো ফালি পেলালে। পেটত একো নেপাই মানুহজনে তেতিয়া মূৰে-কপালে হাত দিলে।

উপদেশ : অতি লোভত সকলো নষ্ট হয়।

## কাউৰী আৰু কলহ

পিয়াহত তত নেপাই কাউৰী এজনীয়ে পানী বিচাৰি ফুৰোঁতে এটা কলহ দেখা পাই বৰ মনেৰে তালৈ উৰি গৈ দেখে যে কলহৰ পানী আধামানলৈহে আছে। কাণত বহি কাউৰীজনীয়ে পানী খাবলৈ বহু যত্ন কৰিও চুকি নেপালে। তেতিয়া ওচৰতে থকা সৰু সৰু শিলগুটি কিছুমান আনি আনি তাত পেলাবলৈ ধৰিলে। কলহৰ তলিত শিলগুটি পৰি পৰি লাহে লাহে পানীবোৰ ওপৰলৈ উঠি আহিল আৰু তেতিয়া কাউৰীজনীয়ে আনন্দ চিত্তেৰে পানী খাই উৰি গ'ল।

উপদেশ : টানত পৰিলে খাব-জীবৰ বুদ্ধি ওলায়।

## কেটেৰা

এদিন এটা ল'ৰাই নৈত সাঁতোৰোতে সাঁতোৰোতে ভাগৰ লাগি অথাউনিত পৰি কক্‌বকাবলৈ ধৰিলে। পাৰত এজন ডাঙৰীয়া বিধৰ মানুহ থিয় হৈ আছিল। বিপদত পৰি ল'ৰাটোৱে মাত লগালে বোলে "ডাঙৰীয়া মই মৰো এতিয়া মোক ৰক্ষা কৰক।" ডাঙৰীয়াজনে দীৰ্ঘ বক্তৃতাৰে ল'ৰাটোক তাৰ দেওপৰা স্বভাৱৰ বাবে যে সি এতিয়া ভুগিছে তাক বুজাবলৈ বহতো কথা কবলৈ ধৰিলে। ল'ৰাটোৱে কোনো-মতে সেহাই সেহাই ক'লে বোলে "ডাঙৰীয়া মোক আগে বিপদৰপৰা ৰক্ষা কৰক, তাৰ পিচত যিমান মুখে ধৰে গালি পাৰিব একো ওজৰ নকৰোঁ।" ডাঙৰীয়াই তথাপি সেই ল'ৰাটোক তাৰ উত্তণ্ডালিৰ নিমিত্তে বেয়া বুলি কেনেকৈ ভাল ল'ৰা হ'ব লাগে তাকে কৈ থাকোতেই ল'ৰাটো পানীত ডুবি গ'ল।

উপদেশ : আচল মতে সহায় নকৰি মুখেৰে উপদেশ দি থকাৰ একো লাভ নাই।

## শহা আৰু সিংহ

এদিন পশুবিলাকৰ এখন সভা বহিছিল। তাতে উঠি শহাপহবিলাকৰ হৈ এটা খুব কথকু

শহাই দীঘল বক্তৃতাৰে বুজাই দিছিল যে পৰমেশ্বৰৰ ৰাজ্যত সকলো সমান। শহা আৰু সিংহৰ একো তফাৎ নাই। তাতে বুঢ়া সিংহ এটাই মাত লগালে বোলে "শহা ভাওৰীয়াই যি কথা কৈছে সি সঁচা, কেৱল এইকণেই ঘাটি হৈছে যে তেওঁবিলাকৰ আগৰ দৰে দাঁত আৰু নখ নাই।"

উপদেশ : সামৰ্থ্য নোহোৱাকৈ সমান হবলৈ কৰলৈ গলে হাঁহিয়াতৰ পাত্ৰহে হয়।

## শৰালি চৰাই আৰু তাৰ পোৱালি

ধাননিৰ এচুকত শৰালি এটাই এটা বাঁহ সাজি কণী পাৰি উমাই উমাই ৪টা পোৱালি জগালে। সময়ত ডাওৰ হৈ উৰন্তকীয়া হলত এদিন মাকে আহাৰ বিচাৰি গ'ল। সিহঁতে বাঁহত সোপোহা মাৰি থাকি শুনিলে যে ধানৰ গিৰিহঁতে আৰু এটা মানুহক কৈছে "ধান কিদাল পকিল। এতিয়া ওচৰ-চুবুৰীয়াবিলাকক খবৰ দি, গোটাই পিটাই সানি কাটি নিব পাৰিলেই ৰক্ষা।" মাক ফিৰি আহিলত সিহঁতে মাকক কি শুনিলে তাকে জনাই ক'লে যে সেই ঠাই এৰি আন ঠাইলৈ যোৱাহে যুগুত। মাকে ক'লে বোলে "বোপাইহঁত একো চিন্তা নাই। এতিয়া আমি ইয়াতে থাকিম। যি মানুহে ক'লে এটা কাম কৰিবলৈ বন্ধু-বান্ধৱৰ সহায় খুজি পঠিয়াই সি সেই কাম শীঘ্ৰে কৰিব নোৱাৰে।" তাৰে কেইদিনমান পিচত ধানৰ গিৰিহঁত আকৌ পথাৰলৈ আহি ধাননিখন চাই ক'লে বোলে "ধানবোৰ তেনেই পকিল। কাইলৈ চাকৰ-নাকৰ আৰু ফাল্টু কুলি যি পোৱা যায় গোট খুৱাই লৈ মই নিজে ধান কাটিবলৈ আহিম। নহলে ধানকিটা চপাই নি সুমুৱা টান হ'ব দেখিছোঁ। শৰালি ফিৰি আহিলত আকৌ পোৱালি কেইটাই মাকক এই কথা জনালে। তেতিয়া মাকে ক'লে বোলে "বোপাইহঁত এতিয়া আমি ইয়াৰপৰা যাওঁ বলা। এইবেলি মানুহটোৱে যি কথা কৈছে তেনে মতে কাম কৰিব কাৰণ সি এইবাৰ বন্ধু-বান্ধৱৰ সহায়তাৰ ওপৰত নিৰ্ভৰ কৰা নাই।"

উপদেশ : নিজকে নিজে সহায় কৰাটো উত্তম সহায়।

# হাতেম তাই

(১৯২২ চনৰ কাৰাবাসৰ সময়ত মূল উৰ্দু
'হাতেম তাই'ৰ পৰা অনূদিত)

# হাতেম তাই

প্ৰথম সাধু---খোৰাছান নগৰৰ ৰবজখ সদাগৰৰ জীয়াৰী হাসেন বানুক সেই নগৰৰ ৰাজ কেনেকৈ কৰা হয় আৰু কেনেকৈ হাৰিলৈ গৈ তেওঁ অগণন ধন-সোণ পায় আৰু ৰাজপুত্ৰ 'মণিৰ স্বামী' কেনেকৈ তেওঁৰ প্ৰেমত পৰে আৰু হাতেম তায়ে কেনেকৈ তেওঁক সেই বিষয়ত সহায় কৰিবলৈ প্ৰতিজ্ঞা কৰে।

শুনাত শুনো যে 'খোৰাছান' নগৰত এজন ৰজা আছিল। লাখে লাখে অশ্বাৰোহী আৰু পদাতিক সৈন্য সদায় তেখেতৰ লগত আছিল, আৰু বিচাৰ-বিবেচনাত এনে আছিল যে তেখেতৰ ৰাজ্যত বাঘে-ছাগে একে ঘাটে পানী খাইছিল। তেখেত এনে ন্যায় বিচাৰক আছিল যে আপোনাৰ পিতাককো সেই বিষয়ত খাতিৰ নকৰিছিল। তেখেতৰ ৰাজ্যত 'ৰবজখ' নামেৰে এজন খুব বিশিষ্ট ধনী সদাগৰ আছিল। তেওঁ তেওঁৰ কৰ্মচাৰী-সকলৰ হাতত বেপাৰৰ বস্তু-বাহানি দি নানান দেশত বেহা কৰোৱাইছিল। তেওঁ নিজে কিন্তু নিজৰ দেশতেই শান্তিৰে বাস কৰিছিল। তেওঁ ৰজাক বৰ সন্মান আৰু ভক্তি কৰিছিল, আৰু ৰজাৰো তেওঁৰ ওপৰত খুব কৃপা আৰু মৰম আছিল; কিছুদিনৰ মূৰত ৰবজখৰ জীৱনৰ সঁকুৰা শেষ হৈ গ'ল আৰু তেওঁ 'হাসেন বানু' নামেৰে একেটি জীয়াৰী এৰি ইহ-সংসাৰ ত্যাগ কৰিলে। তেওঁৰ ধন-সম্পত্তি তেওঁৰ জীয়াৰী হাসেন বানুৱেই পালে। সেই সময়ত হাসেন বানু পাট গাভৰু। 'ৰবজখে' হাসেন বানুক ৰজাক গতাই দি গৈছিল। ৰজায়ো তেওঁক নিজৰ সন্তানৰ তুল্যই দেখিছিল, আৰু ৰবজখৰ ধন-সম্পত্তি সকলো হাসেন বানুক সঁপি দিছিল। কিছুকাল পিচত যেতিয়া ছোৱালী অলপ জনা-শুনা হ'ল তেতিয়া নিজৰ আত্মাৰ সদ্‌গতি আৰু দেহ মনৰ পবিত্ৰতাৰ কথা ভাবি তেওঁ তেওঁৰ নিজৰ ধাই মাকক ক'লে, "মোৰ মৰমিয়াল আই অ', এই সংসাৰ এটা পানীৰ বুদ্‌বুদৰ নিচিনা ক্ষণস্থায়ী। এই ধন-দৌলত মই অকলেই লৈ কি কৰিম। এনে মনে ধৰে যেন এইখিনিক ভগবানৰ নামত তেওঁৰ কাৰ্যত লগাই দিওঁ আৰু নিজকে পৃথিৱীৰ জঞ্জালবিলাকৰপৰা পবিত্ৰ ৰাখোঁ। বিয়া নকৰাওঁ কেৱল ভগবানৰ ধ্যানত জীৱন কটাওঁ। তুমি মোৰ এই সংকল্প কেনে দেখা কোৱাঁ?" ধাইয়ে ক'লে, "আই, মোৰ কথা শুনা, তুমি এখন কাগজত মই কোৱাৰ দৰে সাতোটা প্ৰশ্ন লেখি তোমাৰ দুৱাৰত কাগজখন লগাই থোৱাঁ।

"আৰু লেখি দিবা যে তোমাৰ সেই সাতোটা প্ৰশ্নৰ যি লোকে মীমাংসা কৰি দিব পাৰিব তুমি তেওঁকে বৰিবা। সেই প্ৰশ্নকেইটা এই—"

১ম প্ৰশ্ন—সেইটো কি বস্তু যাক এবাৰ দেখিলে আকৌ দ্বিতীয়বাৰ দেখিবলৈ হাউস লাগে।

২য় প্ৰশ্ন—পুণ্য কাৰ্য কৰা আৰু নদীত ভহাই দিয়া।

৩য় প্ৰশ্ন—কাৰো প্ৰতি অন্যায় নকৰিবা—কৰা যদি তাকে পাবা।

৪ৰ্থ প্ৰশ্ন—সত্যবাদীৰ সদায় সুখ হয় কিয় ?

৫ম প্ৰশ্ন—কোহিস্তাৰ খবৰ আনিব লাগে।

৬ষ্ঠ প্ৰশ্ন—মোৰ ওচৰত যি মুক্তা আছে সি এটা কুকুৰাৰ কণিৰ সমান। তাৰ জুৰি ক'ত আছে আনি দিব লাগে।

৭ম প্ৰশ্ন—হমামবাদগৰদৰ খবৰ আনি দিব লাগে। হাসেন বানুৱে ধাইৰ এই কথাত মান্তি হ'ল। মনে মনে গুণিলে যে এনে কোন আছে যে এই সাতোটা কথাৰ ঠিক মতে মীমাংসা কৰি দিব পাৰিব। এনে ধাৰণা কৰি তেওঁ দিনে-ৰাতিয়ে ধ্যান-ধাৰণা-ব্ৰত-উপাসনাত লাগি গ'ল।

এদিন নিজৰ ঘৰৰপৰা আলিৰ ফালে চাই থাকোঁতে হাসেন বানুৱে দেখে যে এজন যোগী পুৰুষ ৪০ জন শিষ্যৰে সৈতে ৰাস্তাৰে যাব লাগিছে। কিন্তু তেখেতে মাটিত ভৰি দিয়া নাই। শিষ্য-সকলে সোণ-ৰূপৰ ইটা পাতি পাতি দি গৈ আছে, আৰু তেখেতে তাৰ ওপৰত ভৰি দি দি গৈ আছে। তাকে দেখি হাসেন বানুৱে ধাইক সুধিলে, "আই এই ফকীৰজন বৰ সাধক বুলি মনে ধৰে, এখেত কোন ?" ধাইয়ে কলে যে এখেত বজাৰ গুৰু। প্ৰত্যেক মাহতে ৰজা দুই-চাৰিবাৰ এখেতৰ ঘৰলৈ যায়। আৰু এখেতেও কেতিয়াবা কেতিয়াবা ৰজাৰ ঘৰলৈ যায়। পৃথিৱীত এখেতৰ নিচিনা সন্ন্যাসী নাই, কাৰণ এখেত অত্যন্ত সাধু আৰু ঈশ্বৰ ভক্ত। হাসেন বানুৱে ক'লে, "তুমি তেখেতক খবৰ দিয়াগৈ যে মই তেখেতক নিমন্ত্ৰণ কৰি আনি আলহী সুধিব খোজোঁ। তেখেতক অলপ সময়ৰ নিমিত্তে ইয়ালৈ আনি মোৰ চুলিৰে তেখেতৰ চৰণৰ ধূলি মচি দিব পাৰিলে মই নিজকে ধন্য মানিম।" ধাইয়ে এই কথা ভাল বুলি প্ৰশংসা কৰিলে আৰু মানুহৰ হতুৱাই সন্ন্যাসী জনক এই বিষয়ে সোধোৱাত তেখেতেও নিমন্ত্ৰণ গ্ৰহণ কৰি পিচদিনা দুপৰীয়া আহিবলৈ প্ৰতিজ্ঞা কৰি গ'লগৈ। লগতে তেওঁৰ দুকুৰি শিষ্যকো আনিব বুলি কৈ গ'ল। এই কথা শুনি হাসেন বানুৱে নানা তৰহৰ মিঠাই, সুমিষ্ট ফল আৰু আন আন আমিষ আৰু নিৰামিষ আহাৰ তৈয়াৰ কৰোৱালে। আৰু উপহাৰ দিবৰ নিমিত্তে থালতকৈ নানা ৰকমৰ সোণ, ৰূপ, হীৰা, মুকুতাৰ বস্তু সজাই থোৱালে। ঘৰৰ দুৱাৰ মুখৰপৰা অতি উৎকৃষ্ট বহু মূল্যৰ কাপোৰ কোঠালীৰ ভিতৰলৈকে পৰাই দিয়ালে আৰু ঘৰৰ মাজত ৰাজ-সিংহাসনৰ নিচিনা আসন পাতি বহুমূল্য আস্তৰণ পৰাই থোৱালে। ঠিক সময়ত সন্ন্যাসী তেওঁৰ চল্লিশ জন শিষ্য লৈ সোণ-ৰূপৰ ইটাত ভৰি দি দি উপস্থিত হলহি আৰু হাসেন বানুৰ এইবিলাক বন্দোবস্ত দেখি বৰ প্ৰশংসা কৰিলে। তাৰ পিচত 'ফৰাণ সাহান'ত * বহিলগৈ। বানুৱে অতি ভক্তি আৰু বিনয়েৰে সম্ভাষণ কৰি সোণ, ৰূপ, হীৰা জহৰতৰ থালবিলাক উপহাৰ দিলে। অতি লোভী হলেও ফকীৰে সম্প্ৰতি সাধুতা দেখুৱাই সেইবিলাক গ্ৰহণ নকৰিলে আৰু সংসাৰ যে অনিত্য আৰু সোণ-ৰূপ যে সন্ন্যাসীৰ কোনো কামত নালাগে, ইয়াকে কৈ প্ৰবোধ দিলে। তাৰ পিচত উৎকৃষ্ট আসনত বহি নানা ৰকম উৎকৃষ্ট খাদ্য খালে। সোণৰ চৰিয়াত হাত-মুখ ধুই পুনৰ (সিংহাসন) ফৰাসে সহানাৎ বহিলগৈ। তাৰ পিচত ঘৰৰ দুৱাৰে দুৱাৰে গুণাৰ কাম কৰা পাট কাপোৰৰ পৰ্দা, হীৰা-মুকুতাৰ নানা ৰকমৰ আচ্-বাব ইত্যাদি দেখি মনে মনে গুণিব ধৰিলে যে "বৰজখ সদাগৰ বৰ ধনী আছিল। আজি ৰাতি এই ধন মোৰ ঘৰ গোৱাৰ লাগিব।" তাৰ পিচত হাসেন বানুক বহুতো আশীৰ্বাদ দি সন্ন্যাসী তাৰপৰা বিদায় হ'ল।

* ফৰাণ সাহান—সিংহাসন

দৈবাৎ তাগৰে পৰিশ্ৰমে সেইদিনাখন বানুৰ চাকৰবিলাকেও তাগৰ লাগি ঘৰৰ সদৰ দুৱাৰ জপাবলৈ পাহৰিলে, আৰু দিনত উলিওৱা সোণ-ৰূপৰ বস্তুবিলাকো পেটাৰিত ভৰাই থবলৈ পাহৰিলে। দুপৰ নিশা সেই সন্ন্যাসী ডকাইত তাৰ দুকুৰি অনুচৰ লগত লৈ আহি ঘৰ সোমালহি আৰু ঘৰৰ বস্তু-বাবি লুটিবলৈ ধৰিলেহি। দুই-চাৰিজন চাকৰ উঠি চিঞৰ-বাখৰ কৰাত ঘৰৰ আন আন চাকৰবোৰো উঠিল। তেতিয়া সেই ডকাইতবিলাকে প্ৰায় দহ-বাৰজনক প্ৰাণে মাৰিলে আৰু বহুতক জখম কৰি বস্তু-বাবি লৈ পলাই গ'ল। হাসেন বানুৱে ওপৰত এখন খিৰিকীৰ পৰা চাই থাকি দেখিলে আৰু চিনিলে যে ডকাইত আন কোনো নহয়, সেই সোণ-ৰূপৰ ইটাত ভৰি দিয়া ফকীৰ আৰু তাৰ শিষ্যবিলাক।

ৰাতিটো কোনোমতে শেষ হ'ল, পুৱাতে হাসেন বানুৱে গৈ ৰাজ-দৰবাৰত উপস্থিত হৈ গোচৰ কৰিলেগৈ। ৰজাই সিংহাসনত বহিয়েই ওৰণি লোৱা ছোৱালীটিৰ কি গোচৰ বুলি সোধাত এজন পাত্ৰই বানুক কি ক'বলগীয়া আছে ক'বলৈ কলে। বানুৱে সমস্ত বৃত্তান্ত কৈ ক'লে, "স্বৰ্গদেৱ, সেই ডকাইত আন কোনো নহয়, আপোনাৰ গুৰু-জন।" গুৰুৰ ওপৰত ৰজাৰ বৰ ভক্তি আৰু বিশ্বাস। কাজেই এই কথা শুনি গোচৰ মিছা বুলি অনুমান কৰি হুকুম দিলে যে এই ছোৱালী জনীক বধ কৰিব লাগে। এজন পাত্ৰই তেতিয়া উঠি যৰজখ সদাগৰৰ নাম কৰি কলে, "স্বৰ্গদেউ, তেখেত আপোনাৰ পৰম মিত্ৰ আছিল, তেওঁৰ কন্যাক যদি আপুনি আজি হত্যা কৰে তেন্তে বৰ অপযশ হ'ব।" এই কথাত ৰজা অলপ কুমলিল, হুকুম দিলে, বাৰু, এইক প্ৰাণে মাৰিব নেলাগে, কিন্তু এইৰ সমস্ত সম্পত্তি ৰজাঘৰীয়া হ'ল আৰু এই ৰাজ্য এৰি এতিয়াই গুচি যাব লাগে। ৰজাৰ কৌজে তৎক্ষণাত হাসেন বানুক নগৰৰ বাজ কৰি দিলে, লগত গ'ল কেৱল ধাই। ইফালে সমস্ত সম্পত্তি ৰাজ চৰকাৰৰ অধীন হ'ল।

অন্তৰত বৰ দুখ পাই ধাই আৰু বানু গৈ গৈ বৰ ডাওৰ হাবি এখন পালেগৈ। হাবিৰ ভিতৰেদি গৈ গৈ তাগৰে-দুখে, ভোকে-পিয়াহে আকুল হৈ এজোপা গছৰ তলত দুয়ো বহিল গৈ। তাতে দুয়োবো টোপনি ধৰিলত, লাল-কাল দি শুলে। হাসেন বানুৱে সপোন দেখিলে যেন এজন সন্ন্যাসী বগা কাপোৰ পিন্ধি হাতত সেউজীয়া টোকন এডাল, ডিঙিত ৰুদ্ৰাক্ষৰ মালা, দেখিলেই ভক্তিৰ উদ্ৰেক হয়। তেখেতে ক'লে, "আইদেউ, দুখ নকৰিবা। পৰমেশ্বৰে যি কৰে মঙ্গলৰ নিমিত্তেই কৰে। এই গছৰ তলত সাতজন ৰজাৰ ধন আছে। সেই ধন তোমাৰ নিমিত্তেই আছে। উঠি অলপ খান্দিলেই পাবা।" সাৰ পাই উঠি হাসেন বানুৱে ধাইক কলে আৰু দুয়ো গছৰ তল খান্দিবলৈ আৰম্ভ কৰিলে। অলপমান পৰ খন্দাৰ পাছতে গছৰ তলত সাতোটা কুঁৱা ওলাল, আৰু সাতোটা কুঁৱাতেই সোণৰ মোহৰেৰে খুন্দ খাই থকা দেখা গ'ল। তাৰ মাজত কুকুৰা কণীৰ সমান ডাঙৰ মুক্তা এটাও পালে।

এইখিনি ধন-দৌলত পাই হাসেন বানুৰ মনত বৰ আনন্দ হ'ল আৰু পৰমেশ্বৰক অসীম কৃতজ্ঞতা জনালে। তাৰ পিচত ধাইক ক'লে, "আই! তুমি চহৰলৈ গৈ খোৱা-বোৱাৰ বস্তু-বাবি আৰু অলপ বাচন-বৰ্তন লৈ আহাঁগৈ।" ধাই এই কথাত ৰাজি নহয়, কাৰণ তেওঁ ভয় কৰিলে পাছে এৰি গলে হাসেন বানুৰ আকৌ বা কি বিপদ হয়! এনেকৈ কথা-বতৰা পাতি থাকোঁতেই হাসেন বানুৰ এজন আত্মীয় সন্ন্যাসীৰ ভেশ ধৰি সেইখিনি ওলালহি। সি আহিয়েই হাসেনৰ ভৰিত ধৰি কান্দিবলৈ ধৰিলে আৰু উঠি হাসেন বানুৰ মুৰত চুমা খাই থিয় দি ৰ'ল। হাসেনে তাক দেখি

বৰ ৰং পালে আৰু ক'লে যে "আৰু কোনো ভয় নাই। ঈশ্বৰে মোক বৰ অনুগ্ৰহ কৰিছে। এতিয়া মই অসীম ধনৰ অধিপতি। মোৰপৰা ৰূপ-বান লৈ তুমি চহৰলৈ গৈ এই সু-খবৰ মোৰ বন্ধু-বান্ধৱক দিয়াগৈ আৰু মোৰ আত্মীয়-কুটুম্ব-সকলক ইয়ালৈ লৈ আহাগৈ। আহোঁতে খুব ভাল ভাল মিস্ত্ৰী আৰু কাৰিকৰ কিছুমানো লগতে লৈ আহিবা। সম্প্ৰতি মোৰ নিমিত্তে ইয়াত এটা সুন্দৰ পকী ঘৰ হ'ব। তাৰ পিচত ইয়াত 'সাহা-বাদ' নামে এখন নগৰ পাতিম। এই কথা কিন্তু প্ৰকাশ নহয় যেন।" এই কথা শুনি মানুহ-জন চহৰলৈ উলটি আহিল। হাসেন বানুৰ পৰিয়ালৰ মানুহবিলাকে ভিক্ষা কৰি কৰি খাই ফুৰিছিল। সিহঁতক গোটে খুৱালে। আৰু হাসেন বানুৰ ওচৰলৈ লৈ গ'ল। তাৰ পিচত সিহঁতক তাতে থৈ পুনৰ চহৰলৈ উলটি গৈ ৰাজ-মিস্ত্ৰী আৰু আন আন কৰ্মীসকলক সদাগৰৰ লগত বন্দোবস্ত কৰি সিহঁতকো হাবিলৈ লৈ গ'ল। প্ৰথমে সকলোটিয়ে তম্বু তৰি আছিল। তাৰ পিচত ছমাহ বাদে যেতিয়া সুন্দৰ ঘৰে-দুৱাৰে এটি হাউলি তৈয়াৰ হ'ল তেতিয়া আটাইবোৰ তাতে থাকিল। হাসেন বানুৱে মিস্ত্ৰীসকলক এখন নগৰ পাতন কৰিবলৈ ক'লত ঘাই মিস্ত্ৰীজনে আপত্তি কৰিলে যে ৰজাৰ হুকুম নোহোৱাকৈ এনে কাম কৰা ভাল নহয়। হাসেন বানুও এই কথাত মান্তি হ'ল।

তাৰ পিচত হাসেন বানুৱে নিজৰ ভেশ সলাই মতা মানুহৰ সাজ-পোছাক পিন্ধিলে আৰু এটা তেজাল ঘোঁৰাত উঠি লগত কিছুমান অনুচৰ লৈ চহৰৰ ফালে বাওনা হ'ল। চহৰ পালত ৰজাৰ ওচৰলৈ খবৰ গ'ল যে এটি অতি সুন্দৰ সদাগৰৰ ল'ৰাই তেখেতৰ চৰণ দৰ্শন কৰিবৰ আকাংক্ষা কৰি দুৱাৰ মুখত বৈ আছেহি। এই কথা শুনি ৰজাই তেওঁক বৰ আদৰ কৰি ভিতৰলৈ নিবলৈ হুকুম দিলত ৰাজ-কৰ্মচাৰীসকলে বৰ আদৰেৰে তেওঁক ভিতৰলৈ আহ্বান কৰি লৈ গ'ল। ৰাজ-সিংহাসনৰ ওচৰত থিয় দি ৰজাক নিয়ম মতে অভিবাদন নমস্কাৰ কৰাৰ পিচত হাসেন বানু বিনীতভাৱে হাত যোৰ কৰি থিয় দিলে। ৰজালৈ অনা ৰাজ ভক্তিৰ শৰাই ধন-ৰত্নেৰে পৰিপূৰ্ণ কৰি সিংহাসনৰ তলত থৈ দিলে। ৰজাই তেওঁক সুধিলে "তুমি ক'ত থাকা আৰু ইয়ালৈ কেলেই আহিছা। তোমাৰ নাম কি?" তেওঁ ক'লে "মই অমুক সদাগৰৰ পুতেক। পিতা গদিশ চহৰৰ পৰা অমুক ঠাইলৈ যাওঁতে কাল প্ৰাপ্ত হয়। তেতি-য়াৰপৰা মই এই হুজুৰ ছায়াত থাকিম বুলি মনস্থ কৰি আহি আহি এইখিনি পাইছোহি। ইচ্ছা কৰিছোঁ যেন জীৱনৰ বাকী দিন কেটা ইয়াতে কটাম। এতিয়া প্ৰাৰ্থনা কৰোঁ যেন অমুক জঙ্গলত কিছুদিন থাকিবলৈ দিয়ে আৰু তাতে জঙ্গল কাটি 'সাহাবাদ' নামে এখন নগৰ স্থাপন কৰিবৰ হুকুম পাওঁ।" ৰজাই হাসেন বানুক দেখি অত্যন্ত সন্তোষ পালে আৰু কবলৈ ধৰিলে "ডেকা আজিৰপৰা তুমি মোক পিতৃ তুল্য বুলি ভাবিবা আৰু মোৰ সন্তান-সন্ততিৰ মাজত তুমি যে এটা হলা। যি লাগে তাকে দিম। য'তে খুচি ত'তে থাকা। মনত কোনো শঙ্কা নকৰিবা।" হাসেনে উত্তৰ কৰিলে স্বৰ্গদেৱে যদি মোক কোঁৱৰ শ্ৰেণী ভুক্তহে কৰিলে তেন্তে মোক এটা উত্তম খিতাপ আৰু নাম দিয়া হওঁক, যাতে মোৰ সন্মান বাঢ়ে। ৰজাই তেওঁৰ নাম দিলে 'মেহেৰসাহ' আৰু কলে "হে পুত্ৰ যি জঙ্গলৰ নাম কলা সি বহু দূৰত। মোৰ এনেহে ইচ্ছা যেন ৰাজ্যৰ ওচৰতে এডোখৰ ঠাইত তুমি নিজ নামেৰে এখন চহৰ কৰি থাকিবা।" হাসেনে জবাব দিলে "স্বৰ্গদেব মোৰ সেই জঙ্গলতহে মন বহিছে। তাতে মিস্ত্ৰী লগাই চহৰ সজাবলৈ আজ্ঞা দিলে বৰ অনুগৃহীত হওঁ।" সমশেষত ৰজায়ো তাতে মঞ্জুৰ হ'ল। ইয়াৰ পিচত হাসেন বানু মাহত দুবাৰ-তিনিবাৰকৈ ৰজাক

দৰ্শন কৰিবলৈ আহিবলৈ ধৰিলে। শেষত বছৰৰ মূৰত সাহাবাদ নগৰ তৈয়াৰী হোৱাত মিস্ত্ৰী কাৰিকৰ সকলোকে বকচিচ্ দি বিদায় দিলে। তাৰ পিচত 'হাসেন বানুৱে' ৰাজসভালৈ প্ৰতিদিনে অহা-যোৱা কৰিবলৈ ধৰিলে।

এদিন ৰজাঘৰলৈ আহি হাসেন বানুৱে দেখিলে যে ৰজাই তেওঁৰ গুৰুৰ ওচৰলৈ যাবলৈ কাৰবাৰ কৰিছে। হাসেনক দেখি ৰজাই ক'লে, "বোপা, মোৰ ইচ্ছা তুমিও যেন মোৰ লগতে সেই সাধু সজ্জনজনক দেখা কৰিবলৈ যাবা। ব'লা দুয়ো গৈ তেখেতক দৰ্শন কৰি ইহ-পৰকালৰ উপকাৰ সাধোঁ গৈ।" হাসেনে যদিও সেই সাধুৰূপী দুৰাত্মাৰ মুখ দেখাও পাপ বুলি মনে মনে ভাবিছিল, তথাপি ৰজাৰ অনুৰোধত ৰজাৰ লগত যাবলৈ বাধ্য হৈছিল। সন্ন্যাসীৰ ঘৰ পাই দস্তুৰ মতে অভিবাদন নমস্কাৰাদিৰ পিচত ৰজাই ইকথা সিকথাৰ পিচত সন্ন্যাসীৰ আগত হাসেন বানুক মেহেৰসাহ বুলি পৰিচয় দিলে আৰু নানা ৰকমে প্ৰশংসা কৰিবলৈ ধৰিলে। হাসেনে তললৈ মূৰ কৈ ভাবিবলৈ ধৰিলে "এই প্ৰশংসা মোৰ নহয়, মোৰ ধনৰ হে। মই সেই বৰজখৰ কন্যা হাসেন বানুৱেই। মোকেই নগৰৰ বাজ কৰি দিছিল। আৰু আজি মোৰ গুণৰাশিৰ ইমান প্ৰশংসা! কিছু কথা-বতৰাৰ পিচত ৰজাই কলে যে মেহেৰসাহৰ ঘৰত যদি সন্ন্যাসী ঠাকুৰে শুভ পদাৰ্পণ কৰি তেখেতে তেওঁৰ আতিথ্য গ্ৰহণ কৰে, তেন্তে তেওঁ বৰ উপকৃত হ'ব। সন্ন্যাসীয়ে এই কথা শুনি মেহেৰসাহক প্ৰশংসা কৰি তাত মান্তি হ'ল। তেতিয়া হাসেন বানুৱে ৰজাক জনালে যে "স্বৰ্গদেৱ, মোৰ ঘৰ বহুত দূৰত। এই চহৰত বৰজখ সদাগৰৰ ঘৰটো খালী আছে, মোক যদি সেইটো কেদিনমানৰ নিমিত্তে দিয়ে তেন্তে মই তাতে এই পৰম ধাৰ্মিক মহাত্মাক সোধ-পোচ কৰিব পাৰোঁ। ৰজাই এই কথাত মান্তি হৈ তাৰপৰা বিদায় ললে আৰু হাসেন বানুৱেও তাৰপৰা তেওঁৰ পুৰণা বাপতীয়া ঘৰলৈ গৈ তাৰ দুৰ্দশা দেখি বৰ শোক কৰিলে। তাৰ পিচত মানুহ-দুনুহ লগাই দি ঘৰটো মেৰামত কৰাই সোণ-ৰূপৰ আচ্বাব, পাট শুণাৰ পৰ্দা, নানা ৰকম দলিচা আৰু সু-শোভন বস্তুৰে সজোৱাই পেলোৱালে। তাৰ পিচত এদিন ৰজা ঘৰলৈ গৈ ফকীৰক পিচদিনা নিমন্ত্ৰণ কৰিবলৈ অনুমতি লৈ আহিল। এটি মুকুতাৰ মৈৰা আৰু সোণৰ ফেঁচা কৰি বহা ঠাইৰ ওচৰত থলে আৰু থাল ভৰাই ভৰাই সোণ-ৰূপৰ মোহৰ আৰু আন আন বহুমূল্য পাথৰ চাৰিও-ফালে সজাই থৈ ঘৰৰ সৌন্দৰ্য বঢ়াই থলে। তাৰ পিচত মানুহ পঠিয়াই সন্ন্যাসীক পিচদিনাৰ নিমিত্তে নিমন্ত্ৰণ কৰি পঠিয়ালে। পিচদিনা যথা সময়ত সন্ন্যাসীয়ে সোণ ৰূপৰ ইটাত ভৰি দি দি আহি ৪০ জন অনুচৰেৰে সৈতে হাসেন বানুৰ ঘৰ ওলালহি। হাসেন বানুৱে অতি যত্ন কৰি তেওঁক নি ৰাজ-সিংহাসনত বহুৱালে আৰু বহুত তুতি-মিনতি কৰি খুৱাই-ধুৱাই সাধুবৰক সন্তুষ্ট কৰি তামোল-চালি আতৰ ইত্যাদিৰে মান সৎকাৰ কৰিলে। তাৰ পিচত মুকুতাৰ মৈৰা আৰু সোণৰ ফেঁচাটি উপহাৰ দিলত ধূৰ্ত সন্ন্যাসীয়ে ভাবিলে যে এতিয়া লোভ দেখুৱাই লাভ কি? ৰাতি আহি এইবিলাক লুটি-পুতি নিলেই হ'ব। এই ভাবি সংসাৰ যে অনিত্য আৰু সোণ-ৰূপ যে সাধু সন্তই হাতেৰে চুব নাপায়, ইয়াকে বঢ়িয়াকৈ হাসেন বানুক বুজাই বঢ়াই তেখেতে বিদায় লৈ গ'লগৈ। ইফালে হাসেন বানুৱে গৈ চহৰৰ প্ৰধান কোটোৱালক খবৰ দিলেগৈ যে আজি ৰাতি তেওঁৰ ঘৰত বহুত ডকাইত পৰিব, কোটোৱালে যেন বহুত চিপাহী লৈ তাত গুপ্তভাৱে থৈ দিয়ে। ৰাতি হ'লত ঘৰৰ দুৱাৰ মেলি থৈ ঘৰৰ সকলো মানুহ সাৱধান হৈ থাকিল। ইফালে কোটোৱাল আৰু চিপাহীয়ে ঘৰৰ চাৰিওফালে লুকাই সাৱধানে

থাকিল। মাজনিশা সন্ন্যাসী তাৰ চল্লিশ জন অনুচৰে সৈতে আহি উপস্থিত হৈ প্ৰবত সোমাই নিজৰ ইচ্ছামতে সোণ-ৰূপৰ বস্তু, মুকুতাৰ মৈৰা, সোণৰ মেঁচা বেচকৈ বান্ধি ললে আৰু ঘৰৰপৰা ওলাল। ঠিক সেই সময়তে হাসেন বানুৰ মানুহ আৰু চিপাহীবিলাকে লুকুৱা ঠাইৰপৰা ওলাই সিহঁতক ধৰি বান্ধি পেলালে। সিহঁতক আলে-বস্তুৰে বেছকৈ বান্ধি কোটোৱালে নি বাতিটো বান্ধি থলে। পুৱা হাসেন মেহেৰসাহৰ ভেশেৰে ৰজা ঘৰত উপস্থিত হ'লগৈ। ইফালে ডকাইত-বিলাকক লৈ কোটোৱালো হাজিৰ হ'লহি। ৰজাই ৰাজ-সিংহাসনত বহি কোটোৱালক তাৰ সকামৰ কথা সুধিলত তেওঁ পুৱাৰাতিৰ ঘটনা যথাযথ বৰ্ণনা কৰিলে আৰু ক'লে যে মেহেৰসাহে এইখিনি বুদ্ধি নকৰাহেঁতেন নৃশংসহঁতে তেওঁক ধনে-প্ৰাণে বধিলেহেঁতেন। ৰজাই মেহেৰসাহক এই বিষয়ে সুধি তেওঁৰ মুখেও এই কথা শুনি আচামীবিলাকক তেওঁৰ আগলৈ আনিবলৈ হুকুম দিলে। সৰ্ব-প্ৰথমে আহিল সন্ন্যাসী ডকাইত বেশেৰে। ৰজাই তেওঁক দেখি আচৰিত হ'ল আৰু সুধিলে যে তেওঁৰ এই বেশৰ তাৎপৰ্য কি? সন্ন্যাসী অবাক। তেওঁৰ পিঠিৰ বোজাৰপৰা বহুত সোণ-ৰূপৰ চোৰাই মাল ওলাল। তেতিয়া ৰজাৰ ৰব থং উঠিল আৰু গোটেই দলৰে প্ৰাণ দণ্ড কৰিলে। তেতিয়া হাসেন বানুৱে সিংহাসনৰ আগত থিয় দি কলে, "স্বৰ্গদেৱ, মই মতা মানুহ নহওঁ, মই বৰজৰ সদাগৰৰ জীয়েক হাসেন বানুহে। আগৰ বাৰো এই ডকাইতেই মোৰ যথাসৰ্বস্ব লুটি নিছে। তাৰ ঘৰ দুৱাৰ খানি কুৰি চালে সকলো ওলাব।" ৰজাই তৎক্ষণাত মানুহ পঠিয়াই চোৰাজত বৰজৰ সদাগৰৰ বহুত ধন দৌলত ওলাল। তেতিয়া ৰজাই হাসেন বানুক ধন্যবাদ দিলে আৰু নিজে বৰ দুখ প্ৰকাশ কৰিলে। আৰু হাসেন বানুৰ ঘৰ-দুৱাৰ, বস্তু-বাবি সকলো ওভোতাই দি কলে, "পূৰ্বে মই তোমাক পো বুলিছিলোঁ, এতিয়া জী বুলিলোঁ। তুমি তোমাৰ পুৰণা ঘৰ, বস্তু সকলো অবাধে ভোগ কৰা, আৰু নতুন চহৰতো প্ৰভুত্ব কৰা।" হাসেনে তেতিয়া গছৰ তলত কিদৰে বহুত ধন-সোণ পাইছিল সকলো কলে, আৰু ৰজাক 'সাহাবাদলৈ' নিমন্ত্ৰণ কৰি থৈ গ'ল।

হাসেন বানু সাহাবাদ পায়েই চহৰত নানাৰকম সাজ-সজ্জা কৰিবলৈ লাগি গ'ল। নিজৰ থকা ঘৰটোও অতি উত্তম কৈ সজোৱালে। নানা ৰকম ধন, বস্ত্ৰ, গছ, পান্নাৰ ফুল পাতেৰে (তেড়েন) চ'ৰা ঘৰ (চোগল) বাটঘৰ সজাই অতিদিব্য চমৎকাৰ কৈ কৰোৱালে। ঘৰৰ ভিতৰত বিচিত্ৰ সিংহাসন পতাই শৰাইয়ে শৰাইয়ে নানা ধন-সোণ-বস্ত্ৰ সজোৱাই থোৱালে। বাটে বাটে কাপোৰ পৰালে। বাট চৰাৰপৰা সিংহাসনলৈকে বহুমূল্য 'সনন্দ' পতোৱালে ৰাজ ভোগ্য, নানা ৰকম থোৱা বস্তু সংগ্ৰহ কৰি থোৱালে, যথা সময়ত ৰজা আহি নগৰ দুৱাৰত উপস্থিত হলহি, আৰু হাসেন বানুৱে নিজৰ সৈন্য-সামন্ত লগত লৈ অতি আদৰেৰে আৰু সন্মানেৰে ৰজাক আগবঢ়াই আনিলেগৈ। ৰজাক যথা:যোগ্য সন্মানেৰে ৰাজাসনত বহুৱাই বিনীতভাৱে তেখেতৰ চৰণ চুম্বন কৰি হাত যোৰ কৰি জনালে যে "স্বৰ্গদেউ বেটীয়ে যি ধন-বস্ত্ৰ পাইছোঁ সকলে আপোনাৰ। এইবিলাক আপুনি গ্ৰহণ কৰি মোক কৃতাৰ্থ কৰক"। এইবুলি ৰজাক লগত লৈ সেই কুঁৰা কেইটা দেখুৱাবলৈ লৈ গ'ল। ৰজাই গৈ দেখে হীৰা, মুকুতা, সোণ-ৰূপৰ কুঁৰাকেইটা ভৰপূৰ আৰু তাৰ জেউতিৰে ঠাইডোখৰ উজ্জ্বল হৈ আছে। ৰজাই হাতেদি এমুঠি বস্ত্ৰ তুলিবলৈ হাতখন কুঁৱাৰ মুখত লগোৱা মাত্ৰেই দেখে যে ধন-বস্ত্ৰ আটাইখিনি তৎক্ষণাত সাপ আৰু বিছাত পৰিণত হ'ল। ৰজাৰ ভয়তে হাতখন কোচ খুৱাই আনিলে আৰু ভয়তে

---

তেড়েন— চ'ৰা ঘৰ, চোগল—বাট ঘৰ,
সনন্দ—কাৰ্পেট, দলিচা

হাসেন বানুৰ মুখো কেহবাজ বটা যেন সেঁতা পৰিল। অলপ পৰ থাকি ৰজাই ক'লে "হাসেন বানু এই বস্তু ঈশ্বৰে তোমাকেহে ভোগ কৰিবলৈ দিছে কাজেই এই বস্তুত মোৰ লোভ নাই। ইয়াক তুমি নিজৰ বুদ্ধি যথা ইচ্ছা খৰচ কৰিব পাৰা।" অলপ পৰ থাকি হাসেন বানুৰ আতিথ্যত পৰম প্ৰীত হৈ ৰজা নগৰলৈ উভতি গ'ল।

হাসেন বানুৱে নতুন নগৰত এটা আলহী ঘৰ সজোৱালে আৰু বিদেশী কোনো মানুহ আহিলেই, তেওঁক সেই ঘৰত থৈ খুৱাই-বুৱাই তেওঁৰ পদৱী আৰু সন্মানৰ নিমিত্তে যিমানখিনি দিয়া উচিত সেই অনুসাৰে খৰচ পত্ৰ দি বিদায় কৰে।

এই ৰকমে নানা দেশৰ মানুহ আহি আহি উলটি গৈ নিজ নিজ দেশত হাসেন বানুৰ নানা গুণ আৰু ব্যৱহাৰৰ প্ৰশংসা কৰিবলৈ ধৰিলে। সেই সময়ত 'খাৰজম' নামে এখন ৰাজ্য আছিল। তাৰ ৰজা বৰ পৰাক্ৰমী আছিল। তেওঁৰ 'মনিৰ-স্বামী' নামে এজন কোঁৱৰ আছিল। মানুহৰ মুখে ডেকা মনিৰস্বামীয়ে এই খবৰ শুনি তেওঁৰ মন হাসেন বানুৰ প্ৰতি আকৃষ্ট হবলৈ ধৰিলে। সেই ৰাজ্যত এজন ভাল চিত্ৰকৰ আছিল। তাক মাতি মনিৰস্বামীয়ে কিছু ধন দি কলে যে সাহাবাদৰ গৰাকী হাসেন বানুৰ নক্সা এখন মোক আ.নি দিব লাগে। চিত্ৰকৰজনে এই কথা শুনি তাৰপৰা বাওনা হৈ গ'ল। গৈ গৈ সাহাবাদ পালেগৈ। তাত খাই বৈ উঠাৰ পিচত হাসেন বানুৰ লগত দেখা কৰিবলৈ গ'ল। হাসেন বানুও পৰ্দাৰ আৰৰপৰা তেওঁৰ লগত কথা হবলৈ ধৰিলে। চিত্ৰকৰজনে জনালে যে তেওঁৰ কিছুদিন হাসেন বানুৰ তলত চাকৰি কৰিবৰ মন। হাসেন বানুৱে শুধিলে "তেওঁ কি কাম জানে।" চিত্ৰকৰে জনালে যে তেওঁ অতি নিপুণ চিত্ৰকৰ। হাসেনে এই কথা শুনি তেওঁক তাত কিছুদিন থাকিবলৈ ক'লে। এদিন হাসেন-বানুৰ নিজৰ এখন পট কৰোৱাৰ ইচ্ছা হ'ল। চিত্ৰকৰক মাতি আনি ক'লে, "মই তোমাক সাক্ষাতে দেখা নিদিলেও মোৰ এখন পট তুমি আঁকিব পাৰিবানে?" চিত্ৰকৰজনে কলে, "আপুনি আপোনাৰ ঘৰৰ বাৰান্দাৰ দেওৱালৰ তলত এটা সৰু পুখুৰী কৰাই তাক পানীৰে ভৰ্তি কৰাওক। মাজত পৰ্দা দিব যেন আপোনাক দেখা নাপাওঁ, কিন্তু আপোনাৰ ছাঁয়াটো যেন সেই পানীত পৰে। তেনেহলেই মই আপোনাৰ অতি উত্তম পট আঁকি দিব পাৰিম।" হাসেন বানুৱে সেইদৰে বন্দোবস্ত কৰাই দিয়াত তেওঁৰ ছাঁয়া চাই চিত্ৰকৰজনে দুখন পট আঁকিলে। এখন নিজে লুকুৱাই ৰাখিলে বাকীখন হাসেন বানুক দিলে। পট পাই হাসেন বানু সন্তুষ্ট হৈ তেওঁক বটা বকচিচ্ দি বিদায় দিলে।

চিত্ৰকৰে পট নি মনিৰস্বামীক দিলত মনিৰ-স্বামীয়ে সেই পট দেখিয়েই মূৰ্চ্ছা গ'ল। তাৰ পিচত উঠি মনে মনে ভাবিলে যে এই হেন নাৰী ৰত্ন নাপালে জীৱনেই বৃথা। এই ভাবি ৰাতি মনে মনে ঘৰৰপৰা ফকীৰৰ বেশেৰে ওলাই গৈ সাহাবাদ পালেগৈ। তাত আলহী ঘৰত গৈ থাকিল হয়; কিন্তু ভাত—পানী একো নাখায়। এই কথা শুনি হাসেন বানুৱে তেওঁক মতাই পঠিয়ালে আৰু আঁৰ কাপোৰৰ সিফালৰপৰা সুধিলে "বাটৰুৱা তুমি নোখোৱা নোবোৱা কিয়; যদি লাগে মই কিছু টকা কড়ি দিও তাকে লোৱা। মনিৰস্বামীয়ে মাত লগালে "হে সুন্দৰী মই ধন-বস্তুৰ দুখীয়া নহওঁ মই নিজেই 'খাৰজম' নগৰৰ ৰাজকোঁৱৰ। মই প্ৰেমৰ ভিখাৰী। তোমাৰ এখন নক্সা দেখি আৰু তোমাৰ গুণ—গৰিমাৰ কথা শুনি মোৰ প্ৰাণ তোমাতে অৰ্পণ কৰিছোঁ। মোক এবাৰ দেখাদি প্ৰাণ ৰক্ষা কৰা।" হাসেন বানুৱে ক'লে, "যুৱৰাজ এই আশা পৰিত্যাগ কৰক। মোৰ ভৰিৰ বুঢ়া আঙুলিও আপুনি দেখা নাপায়। মোৰ সাতোটা

প্ৰশ্ন আছে। সেই সাতোটাৰ যি উত্তৰ দিব পাৰিব মই তাকেই বৰণ কৰিম নহলে নহয়।” এই কথা শুনি মনিৰস্বামীয়ে প্ৰশ্ন কেইটা শুধিলে। হাসেন-বানুৱে ক'লে যে মোৰ প্ৰথম প্ৰশ্ন এই “এবাৰ দেখিলো আকৌ দেখিবৰ হেঁপাহ আছে, এই কথাষাৰ কোনে কয় আৰু সি ক'ত আছে।” মনিৰস্বামীয়ে শুধিলে যে কলৈ গ'লেনো তাক দেখা পাব। হাসেন-বানুৱে হাঁহি উত্তৰ দিলে যে তেওঁ যদি জানিলেহেঁতেন তেন্তে শুধিলেহেঁতেননো কিয়। তাৰ পিচতো ৰাজকোঁৱৰে হাসেন বানুক নানা অনুনয়-বিনয় কৰিবলৈ ধৰিলে। হাসেন বানুৱে শেষত ভাবি দিলে আৰু কলে—“এনেকৈ তেওঁক বাৰে বাৰে বিৰক্ত কৰিলে তেওঁ তেওঁক তাৰপৰা বলেৰে খেদাই দিবলৈ বাধ্য হ'ব।” অগত্যা ৰাজকোঁৱৰ তাৰপৰা ওলাই গ'ল। আৰু কান্দি কান্দি হাবিয়ে বনে ফুৰিবলৈ ধৰিলে। এইদৰে কান্দি কান্দি গৈ গৈ পামোৰ নামৰ এখন নগৰ পালেগৈ। তাৰ ওচৰত এখন হাবিয়নি আছিল। তাত সোমাই এজোপা গছৰ তলত বহি অতি করুণ ভাবেৰে হুৰাও বাওৱে কান্দিবলৈ ধৰিলে। দৈবাৎ ‘এমনৰ’ ৰজা ‘হাতেম তাই’ তালৈ চিকাৰ কৰিবলৈ আহি অতি সুন্দৰ ডেকা এজনক এইদৰে কান্দি কাটি গছৰ তলত বহি থকা দেখি শুধিলে—“বাটকৰা-সুন্দৰ-ডেকা। তুমি কোন আৰু ইয়াত বহি এইদৰে কেলেই হুৰাও বাও কৈ কান্দি আছা? মই এমনৰ ৰজা মোৰ আগত তোমাৰ দুখৰ কথা কোৱা মই যথাসাধ্য তাৰ প্ৰতিকাৰ কৰিম।” মনিৰস্বামীয়ে ক'লে “মহাৰাজ! মলো এজন যুবৰাজ কিন্তু মোৰ দুখ গুচাওঁতা ঈশ্বৰ ভিন্ন আৰু কোনো নাই। সম্প্ৰতি ঈশ্বৰো বিমুখ সেইদেখি কান্দি কাটিয়েই এই দেহা নষ্ট কৰিম। আপুনি নিজৰ কামত যাওক। এই হতভাগ্যৰ নিমিত্তে অকাৰণে ভাবিবৰ একো দৰ্কাৰ নাই।” হাতেম তাইৰ অজলা ডেকা-জনক দেখি বৰ মৰম লাগিল। তেতিয়া তিনি সত্য কৰি ক'লে, “বোপা মই সত্যে কৈছো তোমাৰ দুখ গুচাবৰ নিমিত্তে মই দৰ্কাৰ হলে প্ৰাণো দিবলৈ সাজু আছোঁ। এতেকে কোৱা তোমাৰ কি হৈছে।” মনিৰস্বামীয়ে সকলো কথা ভাঙি-পাতি কলত দুয়ো পুনৰ ‘সাহাবাদলৈ’ গ'লগৈ। ‘সাহাবাদত’ সেই-দিনা থাকি হাতেম তায়ে হাসেন বানুৰ লগত কথা-বতৰা হৈ এই ঠিক কৰিলে যে তেওঁ তেওঁৰ সকলো প্ৰশ্ন মীমাংসা কৰিব কিন্তু শেষত যাকে বিয়া কৰাবলৈ কব হাসেনে তাকে বিয়া কৰাব লাগিব। আৰু সম্প্ৰতি মনিৰস্বামীক সাহাবাদৰ আলহী ঘৰতে তেওঁ উলটি নহালৈকে থাকিবলৈ দিব। এই কথাত হাসেন বানু মান্তি হ'ল। আৰু মনিৰস্বামীক তাতে এৰি হাতেম তাই তাৰপৰা নিজ ৰাজ্যলৈ উলটি আহিল। নিজ ৰাজ্যৰ সকলো বন্দবস্ত কৰি হাতেম তাই তাৰপৰা বাওণা হ'ল।

# হাতেম তাইৰ কথা

## ১ম প্ৰশ্নৰ মীমাংসা

ঘৰৰপৰা ওলাই হাতেমৰ মনত চিন্তা লাগিল যে এতিয়া কেনি যাম, কি কৰিলে এই কথাৰ সম্ভেদ পাম। কিছুদূৰ গৈ গৈ এখন হাবি পালে। তাত গৈ দেখে যে এটা নাহৰফুটুকী বাঘে এজনী গাভিনী পহু ধৰিছে। হাতেমে তাকে দেখি বাঘটোক বাধা দিলে আৰু ক'লে, "এইজনী গাভিনী পহু তই কেলেই ইয়াক মাৰি অধৰ্ম কৰ।" বাঘে ক'লে "হাতেম তুমি ধাৰ্মিক বুলি মই শুনিছোঁ কিন্তু মই মাংসভোজী, যি পাওঁ তাকে খাওঁ, এই হৰিণী মোৰ খাদ্য। তুমি ধাৰ্মিক হৈ মোৰ মুখৰ আহাৰ কেলেই কাঢ়ি ল'লা?" হাতেমে ক'লে, "তই কোৱা কথা সঁচা। মোৰ গাৰ মাংস এডোখৰ মই কাটি দিম তই খাবি। কচোন কোন ঠাইৰ মঙহ তোক লাগে।" বাঘে ক'লে, "তপিনাৰ মঙহত হাড় নাই তাৰে এডোখৰ কাটি দিলে মই খাব পাৰোঁ।" হাতেমে ছুৰী উলিয়াই এডোখৰ মঙহ কাটি দিলে। বাঘে তাকে খাই বৰ সন্তুষ্ট হ'ল। তাৰ পিচত সুধিলে "হে হাতেম তুমি এমন এৰি কেলেই এনেকৈ অনাই বনাই এই ভয়ংকৰ হাবিত ফুৰিছাহি।" হাতেমে হাসেন বানু আৰু মনিৰস্বামীৰ কথাখিনি ক'লে আৰু প্ৰথম প্ৰশ্নৰ কথাখিনি কৈ সুধিলে, "হে বাঘ! তুমি জানানে সেই মানুহজন ক'ত আছে, যি সদায় কেৱল আটাহ পাৰিব লাগিছে 'এবাৰ দেখিছোঁ আকৌ দেখিবৰ হাউচ হৈছে।" বাঘে ক'লে "মই জানো সেইখন ঠাইৰ নাম 'দস্তে হোৱেদা।' সেই ঠাই ইয়াৰপৰা বহুদূৰ নহয়। তুমি গৈ গৈ থাকিলে এটা দুই আলিৰ মূৰ পাবা। তাৰপৰা বাওঁ ফালৰ আলিৰে গৈ থাকিলে সেই ঠাই পাবাগৈ।" এই বুলি কৈ বাঘে পহুয়ে দুয়ো হাতেমক আশীৰ্বাদ দি দি গুচি গ'ল। হাতেমে তাৰপৰা বিষত খোৰাই খোৰাই কোনোমতে কিছুদূৰ গৈ এজোপা গছৰ তলত পৰি থৰকবাবলৈ ধৰিলে। সেই গছৰ ওচৰতে শিয়াল-শিয়ালীৰ বাঁহ আছিল। সিহঁত কৰবাৰ পৰা আহি থৰকবাই থকা হাতেমক দেখিলেহি। শিয়ালীয়ে শিয়ালক ক'লে "আমি ইয়াত আৰু থকা উচিত নহয় কাৰণ ইয়াত মনিচ আহি ঠাই ললেহি।" শিয়ালে ক'লে "এইটো হাতেম তাই, এওঁ থকাৰ পৰা আমাৰ কোনো অপকাৰ নহয়, কাৰণ এওঁ পৰম ধাৰ্মিক মানুহ।" শিয়ালীয়ে সুধিলে, "তুমিনো এইবিলাক জানিলা ক'ত।" শিয়ালে ক'লে, "বুঢ়া বুৰঢিয়াৰ মুখে পূৰ্বেই শুনিছোঁ যে অমুক তাৰিখে হাতেম তাই এই হাবিলৈ আহিব। সেই তাৰিখ আজি। এওঁ এখন দেশৰ ৰজা।" শিয়ালীয়ে সুধিলে "এওঁ যদি ৰজাই হয় তেন্তে এওঁৰ এই দশা হ'ল কেনেকৈ।" শিয়ালে কলে "এওঁ মনিৰস্বামীৰ কামৰ নিমিত্তে এইফালে আহিছে আৰু বাটত এজনী গাভিনী পহুক এটা বাঘে ধৰাত তেওঁ নিজৰ মঙহকে দি, সেই পহুজনীক ৰক্ষা কৰিছিল। সেই দেখি তেওঁ এনে দুঃখ পাইছে।" এই কথা শুনি শিয়ালী বৰ আচৰিত হ'ল। নৰমনিচৰ ভিতৰতো

যে এনে দয়ালু আৰু ধাৰ্মিষ্ঠ পুৰুষ থাকে এই কথা শিয়ালীয়ে ইয়াৰ পূৰ্বে বিশ্বাস কৰিবই নোৱাৰিছিল। তেতিয়া শিয়ালীৰ মনত বৰ দয়া হৈ শুধিলে যে "এখন হাবিত 'পৰিৰথ' নামে একৰকম চৰাই আছে। তাৰ মূৰটো মানুহৰ দৰে গাটো মৈৰাৰ দৰে। সৰবত খুৱাই দিলে সি জীয়াই থাকে। সেই চৰাইৰ মূৰৰ ঘিউ আনি এওঁৰ ঘাত দিলে ঘা ভাল হৈ একেবাৰে আৰোগ্য হ'ব।" শিয়ালীয়ে শুধিলে "সেই বস্তুনো এতিয়া আনিব কোনে?" শিয়ালে ক'লে "যদি তই এওঁক ৰখি থাক তেন্তে মযে গৈ আনিব পাৰোঁ।" শিয়ালী মান্তি হলত শিয়াল গৈ গৈ এখন হাবিত 'পৰিৰথ' চৰাই এটাক গছৰ তলত শুই থকা পালেগৈ। তাৰ মূৰটো তৎক্ষণাত ছিঙি লৈ আহিল। আহি দেখে যে শিয়ালীয়ে আহাৰ বিহাৰ এৰি হাতেমৰ মূৰ শিতানত বহি আছে, আৰু তেওঁৰ কাৰণে এটা চৰাইকো আহিবলৈ দিয়া নাই। সেই চৰাইৰ মূৰৰ ঘিউ উলিয়াই তেতিয়া হাতেমৰ ঘাত লগাই দিলে। দেখোঁতে দেখোঁতে ঘা শুকাই উঠিল আৰু হাতেম উঠি বহিল। হাতেমে উঠি শিয়ালক ক'লে, "হে শিয়াল! তুমি মোৰ নিমিত্তে আৰু এটা প্ৰাণী কেলেই বধ কৰিলা। ইয়াক বধাৰ বাবে ঈশ্বৰৰ ওচৰত মই কি জবাব দিম।" শিয়ালে ক'লে, "হে হাতেম! তুমি এই বিষয়ত একো চিন্তা নকৰিবা। যি পাপ হয় মোৰ হব।" তেতিয়া হাতেমে ক'লে যে মোৰ নিমিত্তে তো বহুত কৰিলা; এতিয়া তোমালোকৰ যদি কিবা উপকাৰ কৰিব পাৰোঁ, কোৱা। শিয়ালে ক'লে যে "এজোৰ ঘোং ওচৰতে আছে। সিহঁতে বছৰে বছৰে আমাৰ পোৱালিবিলাক খাই পেলায়। সিহঁতক মাৰি যদি আমাৰ পোৱালিবিলাক ৰক্ষা কৰিবৰ এক উপায় কৰি দিব পাৰা, তেন্তে পৰম উপকাৰ হয়।" এই কথা শুনি হাতেমে "ঘোঙৰ বাহ কিমান দূৰত আছে আৰু ক'ত আছে মোক দেখুৱাব পাৰানে" বুলি সুধিলত শিয়ালে তেওঁক লৈ গৈ ঘোঙৰ বাহ দেখুৱাই দিলেগৈ আৰু নিজে দূৰত লুকাই থাকিল। হাতেম গৈ ঘোঙৰ ওচৰ পাই তাৰ বাহৰ ওচৰতে বহি থাকিলগৈ। ঘোঙ-ঘোঙনী ক'ৰবাৰপৰা আহি পালেহি আৰু হাতেমক দেখা পাই ঘোঙে মাত লগালে "বোলো হেৰ মনিচ! তই ইয়ালৈ কেলেই আহিছ? ভালে ভালে আঁতৰি যা, নহলে এতিয়াই ডোখৰা-ভুখৰি কৰিম।" হাতেমে মাত লগালে যে "তহঁতে কেলেই এনে কথা কৰ। মই আলহী নহয়? অলপ পৰ ইয়াত বহিলোঁৱেই, তাতে নো তহঁতৰ কি হানি হ'ল?" সেই কথাত ঘোঙে গুঁজৰিবলৈ ধৰিলে। হাতেমে তেতিয়া কলে যে "ঘোঙ! তই গোঁজৰমি খিনি অলপমান পৰ সামৰি থৈ মোৰ কথা শুন। তহঁতে কেলেই শিয়াল-শিয়ালীৰ পোৱালিবিলাক ধৰি ধৰি খাব? আনক হিংসা কৰিব নেপায়, নেজাননে?" ঘোঙে তৰ্জন-গৰ্জন কৰি ক'লে "হেৰ নৰ-মনিচ! ভালে ভালে আঁতৰ হ। ইয়াত শিয়ালৰ কাৰণে ওকালতি কৰিব নেলাগে।" হাতেমে তেতিয়া সিহঁতক ঈশ্বৰৰ দোহাই দিলে। আৰু ক'লে "হেৰ, অসহায় নিৰপৰাধী শিশুকেটাক কেলেই বছৰে বছৰে মাৰ। ঈশ্বৰৰ দোহাই—এনে কাম নকৰিবি।" ঘোঙে সেই কথাটোত মান্তি নহৈ হাতেমক আক্ৰমণ কৰিবলৈ উদ্যত হলত হাতেমে ঘোঙ-ঘোঙনী দুয়োকে টেটুত দুহাতে ধৰি মাটিত পেলাই টেপা মাৰি ধৰিলে। উশাহ নেপাই সিহঁত মৰোঁ মৰোঁ হ'ল। তেতিয়া প্ৰাণ বধ কৰিবৰ ইচ্ছা নকৰি সিহঁতৰ নখকেটা উভালি পেলালে আৰু দাঁতকেটা ভাঙি দি এৰি দিলে। সিহঁতে তাৰ বিষত ছটফটাই থাকোঁতে হাতেমে আঠুকাঢ়ি ঈশ্বৰক প্ৰাৰ্থনা কৰিলে—"হে প্ৰভু! মোক ক্ষমা কৰা! আৰু এই নিৰ্বোধ পশু কেইটাৰ যাতনাৰ নিবৃত্তি কৰি দিয়া।" চাওঁতে চাওঁতে সিহঁতৰ যাতনা নিবৃত্তি হ'ল। তেতিয়া সিহঁতে কান্দি কান্দি কবলৈ ধৰিলে—"এতিয়া আমি কেনেকৈ আহাৰ ধৰিম আৰু কেনেকৈ জীয়াই থাকিম।" হাতেমে ক'লে—"হেৰ অজান পশু, দুখ নকৰিবি। যি প্ৰভুৱে সকলোকে সৃজন কৰিছে তেৱেঁই তহঁতক আহাৰ যোগাব।" তেতিয়া জোপৰ-জাঁৰৰপৰা শিয়াল ওলাই আহি সইত থাই কলে-

"আমি জীয়াই থকাত যোওৰ আহাৰৰ নিমিত্তে কেতিয়াও ভাবিব নেলাগে। যি আহাৰ সিহঁতে খাব পাৰে, সেই আহাৰকে সদায় নিয়মিত ৰূপে যোগাই থাকিম।" ইয়াৰ পিচত হাতেম পুনৰ শিয়ালৰ বাহৰ ওচৰলৈ গ'ল। শিয়াল-শিয়ালীৰ মন আনন্দ আৰু কৃতজ্ঞতাত উপচি পৰিল। শিয়ালীয়ে শিয়ালক ক'লে, "এইজন মানুহক অকলে যাবলৈ দিব নোৱাৰি; তুমিও যোৱা।" শিয়ালেও হাতেমৰ লগত যাবলৈ ওলাল। হাতেমে কিন্তু তাক ধন্যবাদ দি যাবলৈ হাক দিলে আৰু কেৱল বাট দেখুৱাই দিবলৈ অনুৰোধ কৰিলে। অগত্যা শিয়ালে 'দস্যু হাৰেদা'ৰ * বাট দেখুৱাই দি বিদায় ললে আৰু হাতেম আগবাঢ়ি গ'ল। গৈ গৈ এঠাইত চাৰি আলিৰ মূৰ পালেগৈ। তাত থিয় দি কেনি যাব ভাবি-চিন্তি থাকোতেই দেখা পালে যে অসংখ্য ভালুক ইফালে সিফালে লৰিব লাগিছে। সেইখন ভালুক ৰজাৰ দেশ। প্ৰজাবিলাকে হাতেমক ধৰি ৰজাৰ কাষলৈ লৈ গ'ল। ৰজাই হাতেমক দেখি বৰ সন্তোষ পালে, আৰু নিজৰ সিংহাসনৰ ওচৰত বহুৱাই সুধিলে যে তেওঁ কোন? অনুমানত তেওঁক হাতেম বুলি বিবেচনা হয় বুলি কলে। হাতেমে নিজকে টোৱৰ পুতেক হাতেম বুলি চিনাকি দিলে আৰু তেওঁ যে 'এমন' দেশৰ ৰজা তাকো কলে। তেতিয়া ভালুকৰ ৰজাই হাতেমক কলে যে "হে হাতেম। তুমি মোৰ অতি আদৰৰ জীয়ৰীক বিয়া কৰাব লাগিব। ঈশ্বৰেও তোমাক সেই কাৰণেই ইয়ালৈ আনিছে।" হাতেমে এই কথা শুনি আচৰিত হৈ কলে যে মানুহৰে জন্তুৰে বিয়া কেনেকৈ হ'ব পাৰে! এই কথা শুনি ভালুকৰ ৰজাই এটা বেলেগ ঘৰত তেওঁৰ কন্যাক থৈ হাতেমক তালৈ পঠিয়াই দিলে। হাতেমে গৈ দেখে যে পৰীতুল্যা অৰ্থাৎ পূৰ্ণিমাৰ জোনৰ দৰে এটি ছোৱালী তাতে বহি আছে। এই আচৰিত ঘটনা দেখি হাতেম ভাবপৰা উজাটি আছিল। ৰজাই সুধিলে, তুমি মান্তি হৈছানে?

হাতেমে মনিৰস্বামীৰ কথা ভাবি তেওঁৰ প্ৰতিজ্ঞা ভঙ্গৰ ভয়ত বিয়া কৰাবলৈ অমান্তি হ'ল। ৰজাই তেতিয়া অত্যন্ত ক্ৰুদ্ধ হৈ হুকুম দিলে যে হাতেমক এটা গহবৰত বন্দী কৰি থোৱা হওক। ভালুকপুলিচে তৎক্ষণাত হাতেমক বন্দী কৰিলে। হাতেম সাত দিন সাত ৰাতি তাতে অনাহাৰে আছিল। তাৰ পিচত তেওঁক মুক্তি কৰি আনি ভালুকৰ ৰজাই খুব খুৱাই-বুৱাই পুনৰ সুধিলে। পুনৰ হাতেমে অস্বীকাৰ কৰাত পুনৰায় তেওঁক সেই কাৰাগাৰত বন্দী কৰি থলে। এইবাৰ বন্দী অৱস্থাত হাতেমৰ প্ৰতি স্বপ্নাদেশ হ'ল যে তেওঁ যেন এই বিয়া কবুল কৰে। সেইদিনা হাতেমক মুক্তি কৰি আনি ৰজাই সুধিলত হাতেম মান্তি হ'ল। তেতিয়া অতি ধুম-ধামেৰে বিয়াৰ কাম আৰম্ভ হ'ল। খুব উত্তম উত্তম ফৰাশ পতা হ'ল। তাৰ ওপৰত 'মচনদে শাহানা' (অৰ্থাৎ ৰাজগদী) সজোৱা হ'ল। সভাসদ, পাত্ৰ-মিত্ৰ সকলোৱে ৰকম ৰকম লেবাচ (পোছাক) পিন্ধি আহি তাত বহিল। নানাৰকম মেওৱা মিঠাই খানা জলপানেৰে সকলোকে তুষ্ট কৰা হ'ল। শেষত সেই দেশৰ ৰসুম (ৰীতি) অনুসাৰে বিবাহ কাৰ্য্য সম্পন্ন কৰা হ'ল। হাতেম সেই ঠাইত অতি সুখেৰে ৰূপৱতী আৰু গুণৱতী ভাৰ্য্যাৰ সাহচৰ্য্যত কিছুদিন থাকিল। তাৰ পিচত এদিন মৈণীয়েকৰ আগত মনিৰস্বামীৰ কথা আৰু নিজ প্ৰতিজ্ঞাৰ কথা কৈ তেওঁক এই বিষয়ে সহায় খুজিলে। পতিপ্ৰাণাই স্বামীৰ এই কথা শুনি তেখেতক সেই বিষয়ত সহায় কৰিবলৈ অঙ্গীকাৰ কৰি বাপেকক এই বিষয়ে জনালত ৰজায়ো এই বিষয়ৰ ভাৰ জীয়েকৰ গাতে দিলে। তেতিয়া ৰাজকন্যাই স্বামীক নিজ প্ৰতিশ্ৰুত কাৰ্য্য কৰিবলৈ বিদায় দিলে আৰু যাবৰ সময়ত এটা জহৰ-মহৰ তেওঁৰ পাগুৰিত বান্ধি দিলে। হাতেম তাৰপৰা বাওনা হৈ গ'ল। কিছুদূৰ গৈ গৈ হাতেম এটা অজগৰৰ মুখত পৰিবলৈ। অজগৰেও আগতে তেওঁক পাই থপ কৰে গিলি থলে।

---

* এখন ঠাইৰ নাম

গিলাৰ পিচত অজগৰৰ পেটত ইমান গোলমাল হ'বলৈ ধৰিলে যে তৎ নেপাই তেওঁক আকৌ বঁতিয়াই উলিয়াই দিলে। মুঠ কথা—ৰাজ-কন্যাৰ জহৰ-মহৰে এইবাৰ হাতেমক ৰক্ষা কৰিলে। তাৰ পিচত হাতেমে গৈ গা-পা কাপোৰ-কানি ধুই আকৌ যাবলৈ ধৰিলে। কিছুদূৰ যাওঁতেই হাবিৰ মাজতে ৰাতি হ'ল। তেতিয়া এজোপা গছৰ তলত তেওঁ শুই পৰিল। ৰাতি-পুৱা সাৰ পাই উঠি দেখে যে এজন মানুহ তেওঁৰ ওচৰতে বহি আছে। উঠি নমস্কাৰ কৰিলত বহি থকা মানুহজনে সুধিলে—"বোপা, তুমি কোন? কলৈ যাবা?" হাতেমে উত্তৰ কৰিলে, "মই এজন বাটকৰা। মই 'দস্য হাৱেদা'লৈ যাম।" এই কথা শুনি মানুহজনে কলে যে "তুমি এই ইচ্ছা মনৰপৰা আঁতৰ কৰা। তালৈ গলে মানুহ ফিৰি নাহে আৰু ফিৰি আহিলেও সি বলিয়া হয়।" হাতেমে কলে যে তেওঁ মনিৰ স্বামীৰ ওচৰত প্ৰতিজ্ঞাবদ্ধ, কাজেই তেওঁ যাবই লাগিব। ঈশ্বৰত ভাৰসা কৰি তেওঁ ওলাইছে, প্ৰভুৱে এতিয়া যি কৰে সেয়ে হ'ব। তেতিয়া মানুহজনে তেওঁক এই বুলি সমিধান দিলে—"যদি নিতান্তই যোৱা, তেন্তে মোৰ এই কথা কেইটা মনত ৰাখিবা। সেইখিনি পোৱাৰ পূৰ্বেই যদি তোমাক কোনো সুন্দৰী তিৰোতাই হাতত ধৰি লৈ যায়, য'লৈকে লৈ যায় ত'লৈকে যাবা। কিন্তু সাৱধান—তাইৰ বা আন কোনোৰে ভুবন মোহিনী সৌন্দৰ্যই যেন তোমাক মুহিব নোৱাৰে। ঈশ্বৰকে সদায় ভাবি থাকিবা আৰু শত প্ৰলোভনৰ মাজতো যেন মনলৈ কোনো কুভাব আহিব নিদিয়া। সাৱধান—সিহঁতৰ হাতত নধৰিবা।"

এই কথা কোৱাৰ পিচত দুয়ো খাই-বৈ তাতে ৰাতি থাকিল। পুৱা হাতেম ৰাওনা হ'ল। বহুত দূৰ যোৱাৰ পিচত হাতেমে এটা পুখুৰী দেখা পালে। পুখুৰীৰ পাৰত থিয় দিয়া মাত্ৰেই এজনী অতি সুন্দৰী তিৰোতা আহি তেওঁৰ হাতত ধৰি পুখুৰীৰ ভিতৰলৈ টানি লৈ গ'ল। পানীত পৰি তেওঁ চকু মুদিলে। বহুত পৰ গৈ গৈ মাটিত ভৰি লাগিলত চকু মেলি দেখিলে যে তেওঁ এখন বাগিচাত উপস্থিত হৈছেগৈ। তেওঁক যি জনে তালৈ নিলে তেওঁ তাৰপৰা আঁতৰি গ'ল। ফলত হাতেমে অকলশৰে সেই বাগিচাৰ চাৰিওফালে চাই চাই ফুৰিবলৈ ধৰিলে। কিছু পৰৰ পিচত দেখে, অসংখ্য অনুপমা সুন্দৰী—সাক্ষাৎ যেন অপেস্বৰী হে, নানা সাজ অলঙ্কাৰেৰে সাজি-কাচি তেওঁক বেঢ়ি ধৰিলেহি। আটাইবোৰেই তেওঁক ধৰি টনাটনি কৰিবলৈ আৰম্ভ কৰিলে। হাতেমে কিন্তু তললৈ যি মূৰ কৰি আছিল, তাৰপৰা মুখ বা চকু তুলি নেচালে। সুন্দৰীবিলাকে তেওঁক টানি এটা বিচিত্ৰ ঘৰৰ ভিতৰলৈ লৈ গ'ল। তাত কাৰু-কাৰ্য সমন্বিত নানা ৰত্নেৰে খচিত এখন আসনত তেওঁক বহুৱালে। তাৰ পিচত সেই সুন্দৰীবিলাক ঘৰৰ দেৱালৰ গাত সমান হৈ মিলি গৈ নক্সা লগা দি লাগি থাকিল। অলপ পৰৰ পিচতে দেখে তাৰে আটাইতকৈ সুন্দৰ ছবিটো দেৱালৰ গাৰপৰা ওলাই নাচি নাচি আকৌ হাতেমৰ ওচৰলৈ আহিল। ইয়াকে দেখি তেওঁ অবাক হ'ল আৰু ঈশ্বৰক স্মৰণ কৰিবলৈ ধৰিলে। নাচনীজনী অতি সুন্দৰী—তাতে আৱ-ভাব কটাক্ষত মুনিৰো মন মোহে। কিন্তু হাতেমে তেওঁৰ মন ঠিক ৰাখিছিল। ৰাতি হ'লত দেখিলে—ঘৰত নানা ৰকম চাকিৰ পোহৰেৰে ঘৰটি উজ্জ্বল হৈ উঠিল আৰু সুন্দৰীসকল দেৱালৰপৰা ওলাই আহি নানা ৰস ৰঙ্গ কৌতুকেৰে গান-বাজনা কৰি কৰি নাচিবলৈ ধৰিছে। সিহঁতে হাতেমৰ আগত নানা ৰকম সুন্দৰ সুন্দৰ খাদ্য ফল মিঠাই আদি আনি দিবলৈ ধৰিলে। হাতেমে সেইবিলাক খাই বৰ সোৱাদ পায়, কিন্তু তেওঁৰ কোনোমতেই পেট নভৰে। এইৰূপে তিনি ৰাতি পাৰ হৈ গ'ল। হাতেমে তেতিয়া ভাবিলে যে এই মায়া-পুৰীত এই ৰকমে জীৱনভৰ থাকিলেও মুক্তি নহ'ব, কাজেই ইয়াত অলপ উৎপাত নকৰিলে নহয়। এইদৰে ভাবি তেওঁ এজনী তিৰোতাৰ

হাতত ধৰি এটা বৰ আজোৰ মাৰিলে। সেই মুহূর্ততে আন এজনীয়ে তেওঁক এনে গোৰ এটা মাৰিলে যে তেওঁ লাথি খাই মূৰ্চ্ছিত হৈ পৰিল। জ্ঞান আহিলত চকু মেলি দেখে যে সেই সুন্দৰী-বিলাকো নাই, সেই ঘৰো নাই, সেই বাগিচাও নাই; তেওঁ এখন ভয়ঙ্কৰ নিবিড় হাবিৰ মাজত পৰি আছে। হাতেমে মনে মনে ভাবিলে যে তেওঁ এইবাৰ 'দস্য হাৰেদা' পালেহি। তেতিয়া তেওঁ উঠি ইফালে সিফালে ফুৰিবলৈ ধৰিলে। অলপমান পৰৰ পিচতে তেওঁৰ কাণলৈ এটা আৱাজ আহিল "এবাৰ দেখিলোঁ, আকৌ এবাৰ দেখিবলৈ মন যায় ঐ।" তেওঁ বুজিলে, এয়ে সেই মানুহ—যিজনৰ কথা হাসেন বানুৱে প্ৰথম প্ৰশ্নত সুধিছিল। তেওঁ সেই মানুহজনৰ ওচৰলৈ গৈ দেখে যে দীঘল শুভ্ৰ ডাড়ীয়া পুৰুষ এজনে বহি সেইদৰে নিৰাশাৰ বাণী শুনাব লাগিছে। হাতেমক দেখি সেই মানুহজনে সুধিলে, "হে সুঠাম সুন্দৰ ডেকা, তুমি এই হাবিলৈ ক'ৰপৰা আহিলা আৰু তোমাক লাগে কি?" হাতেমে উত্তৰ কৰিলে—"ডাঙৰীয়া! মই আপোনাকে বিচাৰি আহিছোঁ। আপুনি নো দিনে ৰাতিয়ে কেলেই এনেকৈ চিঞৰি থাকে? আপুনি এনে কি দেখিলে যাক দ্বিতীয়বাৰ নেদেখিলে মন ব্যাকুল হয়?" মানুহজনে হাতে-মক ওচৰত বহিবলৈ ক'লে। এনেতে সন্ধ্যা হ'ল। দুখন ৰুটি, দুই গিলাচ পানী আনি আগত এজনে থৈ গ'ল। হাতেম আৰু সেই মানুহজনে তাকে খাই ভোক পিয়াহ নিবাৰণ কৰিলে। ৰাতি সেই মানুহজনে কবলৈ ধৰিলে যে তেওঁ এদিন এটা পুখুৰীৰ পাৰত বহি থাকোঁ-তেই এজনী সুন্দৰীয়ে তেওঁক হাতত ধৰি পুখুৰীৰ তলত থকা এখন সুন্দৰ বাগিচালৈ লৈ গ'ল। তাতে এটা বিচিত্ৰ অট্টালিকাৰ মাজলৈ নি এখন হীৰা মুকুতাৰে ভৰা বাদচাহী মচনদৰ ওপৰত নি তেওঁক বহুৱালে। তেতিয়া নানান ধৰণৰ সুন্দৰী আহি তেওঁৰ আগত নাচিবলৈ ধৰিলে। তাৰে এজনীয়ে ওৰণি লৈ তেওঁৰ ওচৰলৈ আহিল। সেই সুন্দৰীক ওচৰত পাই তেওঁ তাইৰ মুখৰ কাপোৰ গুচুৱাই চালত দেখিলে যে জগতত এই ৰূপৱতী অতুলনীয়। সেই ৰূপনাটি দেখি তেওঁ আপোনপাহৰি গ'ল। আৰু বিশ্ব সংসাৰ পাহৰি আপোন প্ৰাণ-মন সেই সুন্দৰীৰ চৰণত সমৰ্পণ কৰিলে। শেষত সেই সুন্দৰীক হাতত ধৰি নিজৰ গাৰ ফালে টানোতেই আন এজনী তিৰোতাই আহি এনে এটা লাথি মাৰিলে যে সেই লাথি খাই তেওঁ আহি এই হাবিত পৰিলহি। তেতিয়াৰ পৰা তেওঁ শান্তি পোৱা নাই। দিনে ৰাতিয়ে প্ৰাণ জ্বলিব লাগিছে। পাহৰিবৰ বাবেও কত চেষ্টা কৰিব লাগিছে, কিন্তু হাঁয়, এই পৰ্যন্ত তেওঁ পাহৰা দূৰৈত থাওক, মনৰ জুই আৰু দুগুণ হৈ জ্বলিবহে লাগিছে। এতিয়া তেওঁৰ জীৱনত আৰু আন কোনো আশা-আকাংক্ষা নাই। কেৱল সেই সুন্দৰীক চকুৰে একোবাৰ দিনান্তে দেখা পালেও জীৱন কৃতাৰ্থ মানিব।

হাতেমে বুজিলে যে বুঢ়া একেবাৰে বলিয়া হৈ গৈছে। ইয়াক বুজোৱাৰপৰা একো লাভ নাই। আসক্তি এনে বস্তু যে তাৰ শান্তি প্ৰিয়া সাহচৰ্যৰ দ্বাৰাই হে হ'ব পাৰে। এনে ভাবি তেওঁ সেই মানুহজনক সেই পুখুৰীটো দেখুৱাই দিবলৈ গাত ল'লে। ৰাতিপুৱা দুয়ো তাৰপৰা ৰাওণা হ'ল। গৈ গৈ দুই তিনি দিন বাদে সেই পুখুৰী পালেগৈ। হাতেমে দূৰৰপৰা মানুহ-জনক পুখুৰীটো দেখুৱাই দিলে আৰু ক'লে—"ডাঙৰীয়া! সেই পুখুৰীৰ পাৰলৈ যাওক গৈ। তালৈ গলেই এজনী সুন্দৰীয়ে আপোনাক সেই বাগিচালৈ লৈ যাব। আপুনি গোটেই জীৱন তাতে বহি বহি ৰূপৰ খেলাৰ আনন্দৰ লহৰী চাই থাওক গৈ। কিন্তু সাৱধান—কোনো সুন্দৰীৰ হাতত যেন নধৰে, ধৰিলে পুনৰ সেই হাবিয়েই আপোনাৰ গতি হ'ব।" এই কথা শুনি মানুহজন লৰ মাৰি পুখুৰীৰ পাৰলৈ গ'লগৈ।

হাতেমে দেখিলে যে এজনী সুন্দৰী আছি তেওঁৰ হাতত ধৰি পুখুৰীৰ তললৈ লৈ গ'লগৈ। হাতেমে তাৰ পিচত সাহাবাদ চহৰৰ ফাললৈ খোজ ললে। কিছুদিনৰ পিচত সাহাবাদ পালেহি আৰু হাসেন বানুক সকলো কথা ক'লে। আৰু ক'লে যে সেই অন্তৰাজ আৰু দস্য হাৰেদাও নাই।

হাচেন বানুৱে তেওঁক বহুত ধন্যবাদ দিলে। তাৰ পিচত হাতেমে মণিৰস্বামীৰ লগত দেখা কৰি তাতেই আঠ দিন কটালে।

## দ্বিতীয় প্ৰশ্ন

(পুণ্য কৰ্ম কৰা আৰু পানীত ভহাই দিয়া)

হাতেম আকৌ দ্বিতীয়বাৰ বাওণা হ'ল। গৈ গৈ এখন বৰ হাবিয়নি পালেগৈ। তাতে এজোপা গছৰ তলত জিৰাই থাকোঁতেই তেওঁৰ টোপনি আহিল। সাৰ পাই উঠি তেওঁ শুনিলে বেদনাতুৰ সুৰেৰে কোনোবাই ইনাই-বিনাই কান্দিব লাগিছে। হাতেমৰ মন সমবেদনাৰে ভৰি গ'ল। তেওঁ ওচৰ চাপি গৈ দেখে যে এটি বৰ ধুনীয়া ডেকা বহি কান্দিব লাগিছে। তেওঁৰ ফুলৰ নিচিনা শুৱনি গালেদি দুধাৰি মুকুতা পাহিৰ নিচিনা চকুলো বই পৰিছে। শোকত অধীৰ ডেকাজনে ক'ব লাগিছে—"মই কাক মোৰ প্ৰিয়-তমাৰ বাতৰি সুধিম! কোনে মোক সম্বিধান দিব?"

এই কথা শুনি হাতেম ওচৰলৈ গ'ল আৰু ডেকাজনক সুধিবলৈ ধৰিলে—"ডেকাদেউ! তোমাৰ এনে কি বিপদ হৈছে যে তুমি ইমান ব্যাকুল আৰু ব্যথিত হৈছা?" তেওঁ উত্তৰ দিলে—"ভাওৰীয়া, মই এজন সাউদ। নানা ৰকমৰ বস্তু লৈ বণিজ বেহাই ফুৰোঁ। এদিন এনেকৈ ফুৰোঁতে ইয়াৰপৰা বাৰ ক্ৰোশ দূৰত থকা এখন নগৰত উপস্থিত হলোঁগৈ। তাতে এজন মানুহৰ ঘৰৰ বাৰান্দাৰ ছাঁয়াত বহি জিৰণি লৈ থাকোঁতেই তেওঁৰ ঘৰৰ ভিতৰৰ ফালে চকু পৰিল। দেখিলোঁ যে এগৰাকী পৰীৰ দৰে গাভৰু সেই ঘৰতে ইফাল সিফালকৈ ফুৰিব লাগিছে। মানুহক সুধি গম পালোঁ যে তেখেত এতিয়াও আবিয়ৈ। মোৰ প্ৰাণ মন সেই মুহূৰ্ত্ততে সেই ৰূপৱতী গাভৰুৰ চৰণত সমৰ্পণ কৰিলোঁ। শুনিলোঁ বোলে গাভৰুজনীয়ে তেওঁক বিয়া কৰাব খোজা মানুহজনক তিনিটা প্ৰশ্ন সোধে। যেয়ে সেই তিনি প্ৰশ্নৰ মীমাংসা কৰিব পাৰিব, তাকে তেওঁ বিবাহ কৰিব। এই কথা শুনি মই সেই মানুহজনৰ ঘৰলৈ গৈ বিয়াৰ প্ৰস্তাৱ কৰি পঠিয়ালোঁ। গাভৰুৱে মোক ভিতৰলৈ মাতি নি ক'লে যে আপুনি যদি নিজৰ প্ৰতিশ্ৰুতিত (কায়েম) থাকোঁ বুলি কথা দিয়ে, তেন্তে মই মোৰ প্ৰশ্ন তিনিটা আপোনাৰ আগত বয়ান কৰিব পাৰোঁ। তেওঁৰ কথা শুনি মই তেওঁ যি কৰে তাতে মান্তি হম বুলি প্ৰতিজ্ঞা কৰিলোঁ। তেতিয়া তেওঁ তিনিটা প্ৰশ্নৰ কথা কলে। প্ৰশ্ন কেইটা এই—

(১) এই নগৰৰ প্ৰান্তত এটা ভয়ঙ্কৰ গাঁত আছে। তাৰ যে অন্ত ক'ত কোনেও ক'ব নোৱাৰে। তাৰ ভিতৰত কি আছে সেই খবৰ মোক আনি দিব লাগে।

(২) ওচৰতে এখন হাবিত শুকুৰবাৰে ৰাতি সদায় আৱাজ হয়। কোনোবা এজনে কয়, "মই এনে কাম কৰা নাই—যি কাম আজি ৰাতি মোৰ ব্যৱহাৰত আছে।"

(৩) মেহেৰ পৰীশাহৰ হাতত জহৰ-মহৰ এটা আছে, মোক সেই জহৰ-মহৰটো আনি দিব লাগে।

প্ৰশ্ন তিনিটা শুনিয়েই মোৰ ধাতু উৰিল। যি কাণ্ডজ্ঞান আছিল সিয়ো লোপ পালে। মই তেতিয়া তাৰপৰা উঠি আহিবৰ কাৰবাৰ কৰোঁতেই কইনাজনীয়ে বল কৰি নিজ মানুহৰ দ্বাৰাই মোৰ মালবস্তু কাঢ়ি ৰাখি মোক নগৰৰ বাজ কৰি দিয়ালে।

মোৰ এতিয়া তিনিটা অৱস্থা—১ম যথাসৰ্বস্ব গ'ল, ২য় লাজৰ সীমা নাইকিয়া হ'ল, ৩য় প্ৰেমে মোৰ কলিজা থকা-সৰকা কৰি চালনীৰ দৰে কৰিব লাগিছে। এতিয়া মোৰ জীৱনত আৰু সকাম নাই যেন দেখোঁ।

সেই কথা শুনি হাতেমে তেওঁক নিৰ্ভয় দি মাল-বস্তুও ফিৰৎ আনি দিব, কইনাকো লগ লগাই দিব—এই প্ৰতিজ্ঞা কৰি তেওঁক লগত লৈ সেই নগৰলৈ গ'লগৈ। তাতে এটা আলহী-ঘৰত থাকি খাই-বই জিৰাই-শঁতাই সেই কইনা থকা ঘৰলৈ গৈ খবৰ দি পঠিয়ালে বোলে কইনাৰ বিয়াৰ বিষয় প্ৰাৰ্থনা কৰিবলৈ এযোৰা মানুহ আহিছে। তৎক্ষণাত ভিতৰলৈ মতাই নি হাতেমক কইনাই প্ৰতিজ্ঞাবদ্ধ কৰালে। হাতেমেও কইনাক প্ৰতিজ্ঞা-বদ্ধ কৰিলে যে যদি তেওঁৰ প্ৰশ্নৰ মীমাংসা কৰি দিব পাৰে, তেন্তে তেওঁ কইনাক যাকে বিয়া কৰা-বলৈ কয় তাকে বিয়া কৰাব লাগিব। কইনাও তাতে মান্তি হ'ল। তেতিয়া পূৰ্বৰ প্ৰশ্ন তিনিটাৰ কথা কইনাই তেওঁক জনালে। হাতেমে তেতিয়া তাৰপৰা বিদায় লৈ লগত বাট দেখুওৱা মানুহ লৈ গাঁতৰ ফালে বেগ দিলে। গাঁতৰ মুখ দেখুৱাই দি লগত অহা মানুহবিলাক উভতি গ'ল। আৰু হাতেম সেই গাঁতত সোমাই গ'ল। আঁকাই-পকাই গাঁতৰ মাজেদি সোমাই গৈ গৈ বহুত পৰৰ মূৰত অলপ পোহৰ দেখা পালে। আৰু কিছুদূৰ গৈ এখন বৰ ডাঙৰ পথাৰ পালে। কিছুদূৰ যোৱাৰ পিচত এদল মানুহ দেখা পালে। সিহঁত আচ-লতে মানুহ নহয়, 'দেও' হে। দেওবিলাকে তেওঁক লগ পাই ধৰি পেলালে আৰু তেওঁক মাৰি খাবৰ বন্দবস্ত লগালে। এটা দেওৱে ক'লে যে "ভাইহঁত, মানুহৰ মঙহ বৰ মিঠা আৰু উপা-দেয়। ইয়াক আমি ৰজাৰ আগতহে দিব লাগে। আমি খালে ৰজাই দণ্ডিব।" এই কথা শুনি আনবিলাক দেওৱে হাতেমক এৰি দিলে বোলে "আমাৰ আন কাম এৰি এতিয়া ইয়াক লৈ ৰজা-ঘৰলৈ যাব নোৱাৰোঁ।" মুকলি পাই হাতেম তাৰপৰা গৈ গৈ এখন গাঁও পালেগৈ। সেইখনো দেওৰে গাঁও। তাৰ দেওবিলাকেও হাতেমক পাই খাওঁ খাওঁ মূতি ধৰিলে। কিন্তু অৱশেষত সিহঁতে তেওঁক সিহঁতৰ চৰ্দাৰৰ ওচৰলৈ লৈ গ'ল। ইফালে চৰ্দাৰৰ তিৰোতা গৰাকীৰ চকুৰ বেমাৰ হৈ বহুত দিনৰপৰা পৰি আছিল। চকু মেলিবই নোৱাৰে, তাৰ ওপৰত যাতনা বিষ-পুঁজ পানীৰ কোবত তত নাই; দিনে-ৰাতিয়ে কেৱল চিঞৰ। চৰ্দাৰৰ মন বৰ বেয়া, মূৰে-কপালে হাত দি বহি আছে। হাতেমক অনা দেখা পাই তেওঁ বিৰক্ত হৈ ক'লে, "এই মনিচটোক কেলেই ইয়ালৈ আনিছ, এৰি দে হঁক। যেনি খুচি যাওক।" সিহঁতে হাতেমক এৰি দিলে। হাতেমে চৰ্দাৰক তেনে ৰকমে বহি থকা দেখা পাই তাৰ কাৰণ সুধিলত চৰ্দাৰে ঘৈণীয়েকৰ চকুৰ বেমাৰৰ কথা হাতেমক কলে। তেতিয়া হাতেমে কলে যে "যদি তুমি মোক চিকিৎসা কৰিব দিয়া, তেন্তে মই এই ৰোগ ভাল কৰি দিব পাৰোঁ।" হাতেমৰ-কথা শুনি চৰ্দাৰজনে প্ৰতিজ্ঞা কৰিলে যে "যদিহে মোৰ পৰিবাৰ ভাল হয় তেন্তে তুমি যি হুকুম দিয়া মই তাকে পালন কৰিবলৈ ৰাজি আছোঁ।" হাতেমে কলে যে মোক আন একো নেলাগে; কেৱল তোমালোকৰ ৰজাৰ ওচৰলৈ নি তেওঁৰ লগত মোৰ পৰিচয় কৰাই দিব লাগে। চৰ্দাৰ এই কথাত আনন্দেৰে মান্তি হ'ল। তেতিয়া হাতেমে চৰ্দাৰণীক চালেগৈ। ৰোগ নিৰ্ণয় কৰি পাওৰিৰপৰা জহৰ-মহৰাটো উলিয়াই পানীত তাকে পিহি সেই পানী ৰোগিণীৰ চকুত সানি দিবলৈ ধৰিলে। অলপ সময়ৰ ভিতৰতে ৰোগিণী চকু মেলিব পৰা হ'ল। আৰু কেবাৰমান

দিয়াৰ পিচতে দুই-তিনি দিনৰ ভিতৰতে তেওঁ একেবাৰে সম্পূৰ্ণ আৰোগ্য হ'ল। চৰ্দাৰে হাতেমক বৰ আদৰেৰে তাতে খুৱাই-বুৱাই কেদিনমান ৰাখি এদিন তেওঁক ৰাজ-সভালৈ লৈ গ'ল।

ৰজাৰ আগত হাতেমক উপস্থিত কৰি চৰ্দাৰজনে কবলৈ ধৰিলে, "স্বৰ্গদেউ, এই মানুহজন বৰ বিদগ্ধ পণ্ডিত আৰু জ্ঞানী। চিকিৎসা-শাস্ত্ৰতো এখেত বৰ পাৰ্গত। মোৰ পৰিবাৰৰ আজি বহুত দিনৰ দুৰাৰোগ্য চকুৰ বেমাৰ। এখেতে অতি সহজে দুই এদিনতে সম্পূৰ্ণ ভাল কৰি দিলে।" ৰজাই এই কথা শুনি হাতেমক বৰ আদৰ কৰিলে আৰু তেওঁৰ নিজৰ কথা কলে বোলে "হে মনিচ, ময়ো পেটৰ বেমাৰত বৰ দুখ পাইছোঁ। যি খাওঁ হজম নহয়—সদায় পেটৰ বেদনাত বিতত হৈ থাকোঁ। তাৰ যদি কিবা উপায় কৰিব পাৰা, চোৱাঁ।" হাতেমে ক'লে, "স্বৰ্গদেউ, আপুনি ভোজন কৰিবৰ সময়ত মোক মাতিবচোন বাৰু, মই কি কৰিব পাৰো চাম।" খাবৰ সময়ত হাতেমৰ ডাক পৰিল। তেওঁ গৈ দেখে নানান বস্তু ৰান্ধি ৰজাৰ আগত সজাই সজাই থৈ দিছে। পৰিচাৰক-বিলাকে সেই বস্তুবিলাকৰ প্ৰতি লোলুপ দৃষ্টিৰে চাই আছে। হাতেমে গোটেইবিলাক খোৱা বস্তুকে ঢকাই পেলালে। আৰু কিছুমান পৰ এনেকৈ থৈ পুনৰ ঢাকনিবিলাক গুচুৱাই পেলোৱালে। দেখা গ'ল খোৱা বস্তুবিলাকৰ ভিতৰত নানা ৰকমৰ পোক পিলপিলাই ফুৰিব লাগিছে। ৰজা আচৰিত হ'ল আৰু হাতেমক ইয়াৰ কাৰণ সুধিলে। হাতেমে ক'লে, "স্বৰ্গদেউ! মানুহৰ নজৰতকৈ দেওসকলৰ নজৰ অতি প্ৰখৰ। আপোনাৰ এই খাদ্যবিলাক দেখি আপোনাৰ পৰিচাৰক দেওবিলাকৰ লোভ লাগে। কাজেই মুখ লগাৰ বাবে আপোনাৰ এনে গতি হয়। আপুনি আপোনাৰ খোৱা বস্তুবিলাক আগিৰপৰা অন্তলৈকে ঢাকনিৰ তলত ৰাখিব আৰু খাওঁতে নিজে বন্ধা ঠাইৰ ওচৰতে খাব। আন একো কৰিব নেলাগে।" ৰজাই এই নিয়মেৰে দুই এদিন খাওঁতেই লাহে লাহে তেওঁৰ পেটৰ বেমাৰ ভাল হ'বলৈ ধৰিলে। আৰু কিছুদিনৰ মূৰত একেবাৰে আৰাম পালে। ভাল হৈ উঠি ৰজাই হাতেমক আলিঙ্গন কৰিলে আৰু কি লাগে সুধিলে। হাতেমে ক'লে, "স্বৰ্গদেউ! আপোনাৰ পোতাশালত বহুত মনিচ বন্দী হৈ আছে। সিহঁতক যেন মুক্তি দিয়া হয়।" ৰজাই তৎক্ষণাত হুকুম দিয়াই সিহঁতক অনালে আৰু বটা বক্‌চিচ্ দি তাৰপৰা বিদায় দিলে। ৰজাই তাৰ পিচত হাতেমক ক'লে যে "তেওঁৰ আৰু এটা ইচ্ছা আছে—যদি হাতেমে সেই ইচ্ছা পূৰ কৰে।" হাতেমে সাধ্যমতে চেষ্টা কৰিবলৈ প্ৰতিজ্ঞা কৰিলত তেওঁ ক'লে যে তেওঁৰ মৰমৰ জীয়াৰীজনীৰ বৰ বেমাৰ। হাতেমে তৎক্ষণাত তেওঁক চাবলৈ অনুমতি প্ৰাৰ্থনা কৰিলে। ৰজায়ো তেওঁক ভিতৰলৈ লৈ গৈ জীয়েকক দেখুৱালে। হাতেমে দেখে যে ৰোগিণী বহুত দিনৰ পুৰণা বেমাৰত ভুগিব লাগিছে। মুখত তেজ নাই—একেবাৰে কেহৰাজ বঁটা যেন হৈ পৰিছে। হাতেমে এবাটি চৰবতৰ ফৰমাইচ দিলে। চৰবত আহিলত তাতে জহৰ-মহৰাটি বেচকৈ পিহি সেই চৰবত নৰিয়াক খুৱাই দিলে। নৰিয়াৰ তাৰ পিচৰপৰা এদিন এবাতি হৰদম ভেদ হ'বলৈ ধৰিলে। শেষত গৈ কেবাবাৰো বাতিও হ'ল। ঘটনা দেখি ৰজাই বৰ ভয় খাইছিল। কিন্তু ঈশ্বৰৰ নাম লৈ লৈ হাতেমে তেওঁক নিৰ্ভয় দি আছিল। লাহে লাহে বেমাৰ শাম কাটিলে আৰু জোৰ নাইকিয়া হ'ল আৰু ধীৰে ধীৰে ছোৱালীৰ তেজ-পুঁজ ধৰি সম্পূৰ্ণ আৰোগ্য হ'ল। প্ৰায় কুৰি দিনৰ পিচত ছোৱালী সম্পূৰ্ণ আৰোগ্য হলত হাতেমে ৰজাৰপৰা বিদায় ললে। ৰজাই বৰ আদৰেৰে অসংখ্য ধন-সম্পত্তি সোণৰ মোহৰ লগত দি হাতেমক গাতৰ মুখত

খোৱাই দিয়ালে। হাতেমে তাৰপৰা মানুহ-দুনুহৰ মুৰত সেই ধন-সম্পত্তিবিলাক দি আলহী ঘৰ পঠালেগৈ। তাত সেই সদাগৰৰ ল'ৰাক এই ধন বস্তুবিলাক দান কৰিলে। সদাগৰ ডেকাই আন একো নেপাই হাতেমৰ ভৰি দুখন আকোৱালি ধৰি হৃদয়ৰ কৃতজ্ঞতা আৰু ভক্তি জনালে।

তাৰ পিচত পূৰ্বৰ গাভৰুৰ ওচৰলৈ গৈ প্ৰথম প্ৰশ্নৰ কথা ভাঙি পাতি ক'লে আৰু দ্বিতীয় প্ৰশ্নৰ কথা সুধিলে। গাভৰুৰ দ্বিতীয় প্ৰশ্নও হাতেমক কলে।

দ্বিতীয় প্ৰশ্ন এই। শুকুৰ বাৰে ৰাতি এটা আৱাজ হয়। তাতে কোনোবা এটাই কয়—"এনে কাম মই কৰা নাই--যি আজি ৰাতি মোৰ কামত আহিব পাৰে।" সেইটো কি আৰু ক'ৰপৰা আহে ইয়াৰ খবৰ আনি দিব লাগে।

এই কথা শুনাৰ পিচত হাতেম তাৰপৰা সেই শব্দ বিচাৰি যাত্ৰা কৰিলে। ময়দানে ময়দানে ৰাতিয়ে দিনে ফুৰিবলৈ ধৰিলে। অলপ দিনৰ পিচত এদিন সেই আৱাজ তেওঁ শুনিলে। শব্দ শুনি সেই শব্দ লক্ষ্য কৰি গৈ গৈ তেওঁ এদিন অকস্মাৎ এঠাইত ওলালগৈ--যত মানুহৰ কন্দাকটাৰ ৰোল উঠিছে। হাতেমে তাৰ মানুহক ইয়াৰ গুৰি সোধাত এজনে ক'লে যে সদায় মাহৰ সাত তাৰিখে গাঁৱলৈ এটা দৈত্য আহে। সি যেতিয়া আহি পায় তেতিয়া এটা মানুহ তৈয়াৰ থাকিব লাগে, সি তাক খায়। এই বেলি অহা বৃহস্পতিবাৰে আমাৰ গাঁৱৰ গৰাকীজনৰ ধুনীয়া ল'ৰাটিৰ পাল পৰিব। সেই কাৰণেই গাঁৱৰ সকলো মানুহেই এতিয়াৰপৰা শোকত অধীৰ হৈ কান্দিব লাগিছে। হাতেমে গৈ গৰাকীজনক লগ ধৰি তাক নিৰ্ভয় দিলে আৰু সুধিলে যে সেই দৈত্যটোক কোনোবাই দেখিছে নে নাই। গৰাকীয়ে তাক মাটিত আঁকি দেখুৱালে। তাৰ ন খন মুখ আৰু ন খন হাত, নখন ভৰি। হাতেমে কলে যে "এই দৈত্যৰ নাম 'হেলোকা' ই এক ৰকমৰ কৰক্ষ। ইয়াক মাৰিলেও নমৰে পুৰিলেও নোপোৰে। কিন্তু মই যি কওঁ তাক যদি শুনা তেন্তে মই ইয়াক মাৰিবৰ প্ৰবন্ধ কৰিব পাৰোঁ।" গৰাকীজনে হাতেমে যি কয় তাকে কৰিবলৈ গাত ললে। তেতিয়া হাতেমে ক'লে যে "তোমাৰ গাঁৱত যদি দৰ্পণ (আৰ্চী) তৈয়াৰ কৰিব পৰা মানুহ আছে তেন্তে এখন বৰ ডাঙৰ আৰ্চী মোক তিনি দিনৰ ভিতৰতে সাজি দিব লাগে।" তেতিয়াই গৰাকীয়ে গাঁৱৰ দৰ্পণ তৈয়াৰ কৰা মানুহবিলাকক মাতি আনি এখন কুৰি হাত দীঘল আৰু এহাত পুতলৰ দৰ্পণ কৰিবলৈ লগাই দিলে। যথা সময়ত দৰ্পণ তৈয়াৰ হৈ আহিল। তেতিয়া সেই দৰ্পণখন লৈ গৈ দৈত্য য'লৈ আহে তাতে নি থিয় কৰি দিলে। দৰ্পণৰ এখন ঢাকোন কৰি সেই ঢাকনি কাপোৰেৰে তাক ঢাকি থলে। অহা দিনৰ দিনা হাতেমে গাঁৱৰ মানুহক নিজৰ নিজৰ ঘৰলৈ যাবলৈ দিলে। যদি কোনোবাই ধেমালি চাব খোজে তেন্তে তেওঁৰ লগত থাকিবলৈ ক'লে। আন সকলো নিজৰ ঘৰলৈ গ'লগৈ; কিন্তু গৰাকীৰ ল'ৰাটোৱে হাতেমক এৰি যাবলৈ মান্তি নহ'ল। তেতিয়া গৰাকীয়ে পুতেকক যাবলৈ বৰকৈ অনুনয় বিনয় কৰিবলৈ ধৰিলে। পুতেকে ক'লে, "বোপাই, মোকতো তোমালোকে দৈত্যৰ মুখত দিয়ে থৈ গলা। এতিয়া যদি মৰোঁ এই পৰম উপকাৰী আৰু সাহিয়াল মানুহজনৰ লগতে মৰিম।" তাৰ পিচত সকলো ঘৰাঘৰি গুচি গ'ল। কেৱল হাতেম আৰু চৰ্দাৰৰ পুতেক তাত থাকিল। ৰাতি হ'লত দেখা গ'ল যে ধুমুহা বতাহ অহাদি কিবা এটা আহিব লাগিছে। দেখিবলৈ এটা পৰ্বতৰ দৰে—তাৰ নখন মুখ, নখন হাত আৰু নখন ভৰি। ঘনে ঘনে হুঙ্কাৰ দি দি আহিব লাগিছে। একোটা গোঁজৰণিত মাটি কঁপি উঠে। তাৰ নখন মুখৰপৰা জুই ওলাব লাগিছে

আৰু তাৰে গোটেই ঠাইখন পোহৰ হৈ উঠিছে। সি আহি আয়নাৰ সমুখ পালতে হাতেমে তাৰ ঢাকনি কাপোৰখন আঁতৰাই দিলে। মুখৰ জুইৰ পোহৰত দৈত্যই আয়নাত নিজ মূৰ্তি দেখি স্তম্ভিত হৈ ৰ'ল, আৰু মাটিত গোৰোহণি মাৰি এটা ভয়ঙ্কৰ চিঞৰ মাৰি দিলে। য'ত যি আছিল সেই ভয়ঙ্কৰ আৱাজত সকলো অজ্ঞান হৈ পৰিল। দৈত্যই পুনৰ আৰু এটা চিঞৰ মাৰিলে। একে চিঞৰে তাৰ পেট ফাটি গ'ল। সি তাৰ নিজ মূৰ্তি দেখি ভয়ে বিস্ময়ে ক্ৰোধে অস্থিৰ হৈ তাতে গিৰিসকৈ পৰি মৰি গ'ল। সি মৰাৰ পিচত গাঁৱৰ মানুহে আহি হাতেমক নানা ৰকমে খাতিৰ কৰিবলৈ ধৰিলে। তেওঁক বহুতো ধন-সম্পত্তিও আনি দিলেহি। তেওঁ সেই ধন-সম্পত্তি নলৈ সিহঁতক আশ্বাস দি কলে যে ধন-সম্পত্তি উপাৰ্জন কৰা তেওঁৰ উদ্দেশ্য নহয়। মানুহৰ দুখ দুৰ্দশা দূৰ কৰাই তেওঁৰ জীৱনৰ উদ্দেশ্য। তাৰ পিচত তেওঁ সুধিলে যে সেই গাঁৱত মানুহে শুকুৰবাৰে ৰাতি এটা মানুহে কোৱা শুনানে যে "মই এনে কোনো কাম কৰা নাই যি আজি ৰাতি মোৰ কোনো উপকাৰত লাগিব পাৰে।" গাঁৱৰ গৰাকীয়ে সেই আৱাজ কোন ফালৰপৰা শুনে দেখুৱাই দিলে, কিন্তু কোনে সেই আৱাজ কৰে সেই সম্বন্ধে হাতেমক বিশেষ একো ক'ব নোৱাৰিলে। হাতেমে সেই গাঁৱত দুৰাতি থাকি শব্দ যি ফালৰ পৰা আহে সেই ফালে ৰাওনা হ'ল। কিছুদূৰ গৈ এটা টিলাৰ তলত দুশ আৰোহী আৰু বহুত পদাতিক সৈন্য দেখা পালে। কিছুমান পৰ মনযোগ দি চাই থাকি তেওঁ উমান পালে যে এই পদাতিক বা অশ্বাৰোহী তাত একো নাই – তেওঁৰ ভ্ৰমহে মাথোন। সেই ঠাইত দেখিলে গোৰস্থান। তেওঁ ভাবিলে যে লোকৰ কবৰ বা সমাধি। তেওঁ আন্দাজ কৰিলে যে আৱাজটোও ৰাতি হ'লে তাৰেপৰা আহে। তেওঁ তাতে বহি থাকিল। ৰাতি হলত দেখে এটা জীৰ্ণ কবৰৰপৰা এটা মানুহ ওলাই আহি সেই কবৰটোৰ ওপৰত বহিল। তাৰ পিন্ধা কাপোৰখন অতি দুৰ্গন্ধ আৰু ফটা; তাৰ গা মলিয়ন আৰু খহলা। খাবলৈ তাৰ ওচৰত কিছু মলিয়ন পানী। তেওঁ আৰু দেখিলে যে আন আন কবৰবিলাকৰ পৰাও একোটা একোটা মানুহ ওলাই আহি নিজ নিজ কবৰৰ ওচৰত বহিলহি। সিহঁতৰ পিন্ধনত সুন্দৰ সুন্দৰ কাপোৰ। শৰীৰত নানা ৰকম সুগন্ধি অনুলেপন সানি সুগন্ধিময় হৈ আছে। বহিছে মনসদ[1]ৰ ওপৰত আৰু খাইছে অতি উৎকৃষ্ট লোভনীয় খাদ্য। আনবিলাক মানুহে সজীজনৰ ফালে কেৰাহি কৰিও চোৱা নাই। কিছুমান পৰ থাকি সেই মানুহজনে এটা দীঘল হুমুনিয়াহ ছাৰি চিঞৰ মাৰি কৈ উঠিল "আঃ! মই সেই কাম নকৰিলোঁ যি কামৰ ফল আজি ৰাতি কামত লাগিব পাৰে।" হতেমে নিজৰ মন্দিল[2]ৰ (উদ্দেশ্যৰ) সীমা পালেহি দেখি ঈশ্বৰক অসংখ্য ধন্যবাদ দিলে। হাতেমে বহি বহি চাই আছে এনেতে দেখিলে যে প্ৰত্যেকজন মানুহৰ আগত একোখন থালত ক্ষীৰ আৰু নানা ৰকম সুখাদ্য আহি উপস্থিত হৈছে আৰু লগে লগে একোলোটা পানী। তাৰে ভিতৰত এজনে মাত লগালে যে যদি কোনো ইয়াত উপস্থিত তেওঁকো এই খাদ্যৰ ভাগ দিব লাগে। এজনে আহি হাতেমক মাতি লৈ গ'লহি। হাতেম যোৱা মাত্ৰেই তেওঁৰ আগত আনি এখন থাল আৰু এলোটা পানী দিলেহি। হাতেমে দেখে যে সেই দুৰ্ভগীয়া মানুহজনৰ আগত এখন থালত দিছে কিছুমান শিলৰ টুকুৰা আৰু এলোটা গছৰ ৰস আৰু কুঁজা এটাত একুঁজা পানী; তাতো পঁজ তেজ আদি নানান প্ৰকাৰ দুৰ্গন্ধময় বস্তুৰে ভৰা। চকু কাণ মুদি হাতেমে নিজৰ ভাগ খাই উঠিল। তাৰ পিচত তাৰে এজনক সুধিলে— "আপোনালোকে যে ইমান আনন্দেৰে নানান ভোগ কৰি আছে সেই বেচেৰা গৰীবৰ এনে দুৰৱস্থা

১। গদিচা
২। উদ্দেশ্য

কেলেই হৈছে ?" মানুহজনে কলে যে তেওঁলোকে ইয়াৰ কোনো ৰহস্য নেজানে। সেই মানুহজনক সুধিলেই সকলো কথা গম পাব। হাতেমে তাৰ ওচৰলৈ গৈ তাক সুধিলত কবলৈ ধৰিলে, "মই জীয়াই থাকোঁতে এজন সদাগৰ আছিলোঁ। মোৰ নাম আছিল 'ইউচুফ'। এইবিলাক যে দেখিছা ইহঁত আছিল মোৰ চাকৰ; মোৰ অপাৰ ধন-দৌলত আছিল। কিন্তু মই ইমান কৃপণ আছিলোঁ যে ঈশ্বৰৰ বা ধৰ্মৰ বা সজ কামৰ নামেৰে এক পইচাও খৰচ কৰিব নোৱাৰিছিলোঁ। মোৰ চাকৰ-বিলাকে নিজৰ নিজৰ পইচা খৰচ কৰি মাজে মাজে ধৰ্ম কামত লগালে মই সিহঁতক খুব মাৰ-পিট কৰিছিলোঁ। সিহঁতে সেই অত্যাচাৰ সহ্য কৰিও পৰকালৰ নিমিত্তে যথাসাধ্য ধৰ্ম-কৰ্ম কৰি আছিল। তাৰ ফলত আজি মোৰ এই দুখ কষ্ট আৰু নিজ নিজ সুকৃতিৰ ফলত সিহঁত ইমান আনন্দেৰে আছে। এই ফালেদি বণিজ বেহাবলৈ যাওঁতে বাটতে ডকাইতে পাই চাকৰ-বাকৰেৰে সৈতে আমাৰ সকলোটিকে বধ কৰি ইয়াতে পুতি থৈ মাল-বস্তু কাঢ়ি লৈ গুচি গ'ল। এতিয়া মোৰ ল'ৰা-ছোৱালীবিলাকে খাবলৈ নেপাই বাটে বাটে ভিক্ষা কৰি কৰি ফুৰিব লাগিছে।" হাতেমে সুধিলে যে তেওঁৰ এই দুখৰ অন্ত কেনেকৈ হ'ব পাৰে। তেওঁ ক'লে, "হব পাৰে—যদি কোনোবাই মোৰ দেশলৈ যায়। আৰু তাত সদাগৰ চুবুৰিত যি মোৰ ঘৰ আছে তাৰ ওচৰতে এজোপা গছৰ তলত বহুত ধন-ৰত্ন পুতি থোৱা আছে। যদি সেইবোৰ উলিয়াই দান যজ্ঞ কৰে আৰু মোৰ ল'ৰা-ছোৱালীবিলাকক প্ৰাণ প্ৰবৰ্তনৰ সুবিধা দিব পাৰে, তেতিয়া হ'লে সিহঁতৰ আৰু মোৰ দুখৰ ওৰ পৰিব।"

হাতেমে এই কথা শুনি কলে যে তেওঁ এই কাজ নিশ্চয় কৰিব। নকৰে যদি তেওঁ ত্বই বংশৰ মানুহেই নহয়। তাৰ পিচত তেওঁ ৰাতিটো তাতে থাকিল। ৰাতি দেখে যে ধৰ্মাত্মাবিলাকে মহা আনন্দেৰে ৰাতি কটাব লাগিছে আৰু ই বেচাৰাই কান্দি-কাটি সময় কটাইছে। পুৱা হ'লত মৃতকৰ আত্মাবিলাক পুনৰ নিজ নিজ কবৰলৈ সোমাই গ'ল। হাতেমে তাৰপৰা যাত্ৰা কৰিলে।

# হাতেমৰ চীন দেশৰ ফাললৈ গমন

বাটত যাওঁতে যাওঁতে হাতেমে এঠাইত দেখিলে যে এটা মানুহে এটা কুঁৱাৰপৰা পানী তুলিবলৈ আৰম্ভ কৰিছে। নিজেই পানী তুলি খাবৰ মন কৰি হাতেমো ওচৰ চাপিল। এনেতে দেখে যে হাতীৰ শুঁৰৰ দৰে এটা সাপ কুঁৱাৰপৰা উঠি আহি মানুহটোক কঁকালত কামোৰ মাৰি ধৰি কুঁৱাৰ ভিতৰলৈ টানি লৈ গ'ল। দেখি শুনি হাতেম অবাক হ'ল। তেওঁ ভাবিবলৈ ধৰিলে যে এনে কাম কেলেই হ'ল। করুণাবে তেওঁৰ মন ভৰি গ'ল। ভাবিবলৈ ধৰিলে যে এই কুঁৱা বাট-কৰুৱাৰ। ঘৰত চাগে তাৰ ল'ৰা-ছোৱালীবিলাকে বাপেকৰ অপেক্ষাত বহি আছে। হে প্ৰভু, ই তোমাৰ কি মায়া! এনে কাম মোৰ চকুৰ আগতে কেলেই ঘটালা। নিজকে নিজে তেতিয়া ধিক্কাৰ দিবলৈ ধৰিলে 'হাতেম তই আগতে চাই থাকিও যে বেচাৰাক সাহায্য কৰিবগৈ নোৱাৰিলি, তই শেষ বিচাৰৰ দিনা ভগৱানৰ আগত কি উত্তৰ দিবি।' এইবিলাক ভাবি চিন্তি তেওঁ একেবাৰে কুঁৱাত জাপ মাৰি পৰিল। কুঁৱাৰ তললৈ গৈ গৈ যেতিয়া মাটিত ভৰি লাগিল গৈ, দেখে যে সি কুঁৱাৰ তল নহয়—এখন মৈদান। যিমান দূৰলৈ চকু যায় কেৱল ফল ফুলেৰে সুশোভিত (জকমক) হৈ আছে। কিছুদূৰ গৈ এটা সুন্দৰ ঘৰ চকুত পৰিল। তাৰ মাজত দেখিলে যে এটা অতি সুসজ্জিত কোঠালীত বেলোনৰ তক্তাৰ ওপৰত এজন দীৰ্ঘকায় পুৰুষ শুই আছে। হাতেমে ভাবিলে যে এওঁ সাৰপাই উঠিলেই এওঁৰ মুখেৰে সকলো বাতৰি পোৱা যাব। এনেতে দেখে যে সেই মানুহটোক মুখত লৈ সেই সাপটো সেইফালে আহিব লাগিছে। সাপটোৱে হাতেমক দেখা পোৱা মাত্ৰকে মানুহটোক এৰি হাতেমৰ ফাললৈ কোব ললে। হাতেমেও তাৰ মতলব বুজি তাৰ ডিঙিত এনে টেঁপা মাৰি ধৰিলে যে সি নিৰুপায় হৈ ভয়ানক গণ্ডগোল আৰম্ভ কৰি দিলে। শুই থকা মানুহজন সাৰ পাই উঠিল আৰু তেওঁ হাতেমক ক'লে, "এইটো মোৰ পাইক, ইয়াক এৰি দিয়া।" হাতেমে কলে যে যেতিয়া-লৈকে সি সেই মানুহটোক এৰি নিদিয়ে, তেৱোঁ তাক নেৰে। এই কথা শুনি সাপটোৱে তাৰ মুনিবক সাৱধান কৰি দিলে যে এই মানুহ কম নহয়। ই সকলো ভেল্কি আৰু যাদু নষ্ট কৰিব। হাতেমে তাক সুধিলে যে সি কেনেকৈ তালৈ আহিল। মানুহজনে কলে যে এটা সাপে তাক তালৈ আনি এৰি থৈ গৈছে। আৰু কলে যে এই পৰি থকা আধামৰা মানুহবিলাকেও কয় যে সিহঁতকো সেই সাপটোৱেই আনি আনি থৈ গৈছে। এইদৰে অসংখ্য মানুহ আগতে মৰি গৈছে আৰু ইহঁতো এতিয়া মৃত্যু মুখত। হাতেমে ক'লে, "আৰু ভয় নাই। সাপক মই বধ কৰিছোঁ। তোমালোকে এতিয়া নিজ নিজ ঘৰলৈ যাব পাৰা।" বন্দী মানুহবিলাকে হাতেমক অসংখ্য আশীৰ্বাদ দি আৰু প্ৰশংসা কৰি নিজ নিজ ঘৰৰ ফাললৈ খোজ ললে। হাতেমো চীন দেশৰ ফালে ৰাওনা হ'ল।

কিছুদূৰ গৈ এখন নগৰৰ দুৱাৰ পালেগৈ। দুৱাৰ পাৰ হ'বলৈ ধৰোঁতেই দাৰোৱানে হাতেমক যাবলৈ হাক দিলে। হাতেমে তাৰ কাৰণ সোধাত উত্তৰ দিলে যে এই নগৰলৈ কোনো বিদেশী মুনিহ মানুহ আহিলে প্ৰথমে ৰজাৰ লগত দেখা কৰি তাৰ

পিচতহে যেনি খুচি তেনি যাব পাৰে। হাতেমে ইয়াৰ ৰহস্য সুধিলত কলে যে ৰজাৰ এজনী জীয়াৰী আছে। তাই কোনো নতুন মানুহ আহিলেই তাক তিনিটা প্ৰশ্ন সোধে। সেই প্ৰশ্নৰ জবাব দিব নোৱাৰা মানুহক প্ৰাণে মাৰে। বেচাৰা নিৰীহ মানুহবোৰৰ কোনো প্ৰতিশোধ নোলোৱাকৈ প্ৰাণ মাৰে দেখি এই ঠাইৰ নাম 'বেদাদ নগৰ'।

হাতেমে সেই প্ৰহৰীক লগত লৈ ৰজাৰ ওচৰলৈ গ'ল। ৰজাই তেওঁৰ নাম সুধিলে। হাতেমে কলে যে তেওঁ 'বিনি আদম' অৰ্থাৎ মানুহৰ পোৱালি। তেওঁৰ আন নামৰ কোনো দৰকাৰ নাই। তাৰ পিচত ৰজাক কবলৈ ধৰিলে, "হে ৰজা! ই আপোনাৰ কি দস্তুৰ যে আপোনাৰ ইয়ালৈ আহিলে অতিথিয়ে প্ৰাণ হেৰুৱায়। আন মানুহৰ তালৈ গ'লে অতিথিয়ে সেৱা-শুশ্ৰূষা আদৰ-যত্ন পায়। সেই কাৰণে তেওঁলোকৰ নাম আফতাবৰ (সূৰ্যৰ) নিচিনা ৰোসনদাৰ হৈ থাকে।" এই কথা শুনি ৰজাজনে বহুত দুখ কৰিলে। ক'লে, "মই কি কৰিম! এই নগৰৰ নাম আগেয়ে আছিল 'আদল আবাদ' অৰ্থাৎ সুবিচাৰৰ স্থান; এতিয়া ইয়াৰ নাম হৈছে 'বেদাদ নগৰ'। মোৰ হতভাগিনী ছোৱালীজনীৰ ওপৰত কি এটা দুৰ্দৈৱই অধিকাৰ কৰিছেহি —যাৰ বাবে ইয়াত বাটৰুৱাই প্ৰাণ হেৰুৱায় আৰু সিহঁতৰ বধৰ ভাগী হওঁ মই। নিজৰ পেটৰ পোৱালি গুণে ছোৱালীজনীক মাৰি পেলাবও নোৱাৰোঁ।" হাতেমে তেতিয়া ঈশ্বৰক স্মৰণ কৰি ক'লে, "হে ৰজা! মোক সেই ছোৱালীজনীৰ ওচৰলৈ লৈ যাওক। ঈশ্বৰে কৰিলে মই এই বিষয়ৰ সমাধান কৰিব পাৰিম।"

ৰজাই হাতেমক ছোৱালীজনীৰ ওচৰলৈ পঠিয়াই দিলে। পৰ্দাৰ আঁৰত ছোৱালীটি বহি আছিল। হাতেমক দেখি বহুত আদৰ-সাদৰ কৰি বহুমূল্য আসনত বহুৱালে। ছোৱালীটিৰ ৰূপ দেখি হাতেম আচৰিত হ'ল আৰু মনে মনে দুখ কৰিবলৈ ধৰিলে যে হে ভগবান! ইমান অতুলনীয় ৰূপ দিয়ো এই কন্যাটিক কেলেই এনে কৰিছা? কন্যাও হাতেমক দেখি মুগ্ধ হ'ল। ধাইৰ আগত ছোৱালীটিয়ে দুখ কৰি কলে যে এইজন পুৰুষকো কালিলৈ বধ কৰিব লাগিব। ধাইমাকে কুঁৱৰীক বহুত প্ৰবোধ দিলে। হাতেমে ধাইক সুধিলে কি কাৰণে ইয়াত ইমান মানুহক বধ কৰা হয়। ধায়ে ক'লে, "ৰাতি হলে এই ছোৱালী জনী বলিয়া হয় আৰু তিনিটা প্ৰশ্ন সোধে। যাক প্ৰশ্ন সোধে সি উত্তৰ দিব নোৱাৰে কাৰণে তাক বধ কৰে।" কথাই-বতৰাই সন্ধিয়া হ'ল। হাতেমৰ আগত ধায়ে আনি নানা ৰকমৰ সুমিষ্ট খাদ্য খাবলৈ দিলেহি। হাতেমে তাক স্পৰ্শও নকৰিলে। ধায়ে ক'লে, "তুমি ঠিক মানুহ হয়। নিমখ সম্বন্ধে তোমাৰ ধাৰণা আছে।" ইয়াৰ পিচত ৰাতি হ'ল। লগুৱালিকচৌ তাৰপৰা আঁতৰি গ'ল। কোঠাৰ দুৱাৰ ভালকৈ বন্ধ কৰি দিয়া হ'ল। মাথোন হাতেম আৰু সেই কুঁৱৰী কোঠাৰ মাজত থাকিল। অলপমান পৰৰ পিচত কুঁৱৰী বলিয়া হৈ চিঞৰ-বাখৰ কৰিবলৈ ধৰিলে। দাঁত চোবাই মুখ বিকটাকাৰ কৰি হাতেমক গালি পাৰিবলৈ ধৰিলে। এইৰূপে অলপমান সময় থাকি কুঁৱৰীয়ে হাতেমক তিনিটা প্ৰশ্ন সুধিলে।

১ম প্ৰশ্ন—সেই বিন্দু কি—যাৰ দ্বাৰাই জীৱ-জন্তুৰ জন্ম হয়?

হাতেমৰ উত্তৰ—"দৰিয়াবে ইসবাৰ" অৰ্থাৎ অনাদি যুগৰপৰা প্ৰবাহমান জীৱন-সোঁতক 'বিন্দু' বোলা হয়। যাৰ ৰূপ বেভঃ স্বৰূপ। যি বিন্দুৰ পৰা জীৱৰ উৎপত্তি হয়।

২য় প্ৰশ্ন—সেইটো কি গছৰ গুটি—যি সকলো ফলতকৈ মিঠা?

উত্তৰ---সংসাৰ গছত সেয়ে সন্তান স্বৰূপে প্ৰসিদ্ধ।

৩য় প্ৰশ্ন---সেইটো কি বস্তু--যি সকলো জীৱ-জন্তুকে খাই পেলায়?

উত্তৰ---মৃত্যু। যি কাকো নেৰে।

উত্তৰ কেইটা শুনি কুঁৱৰীজনীয়ে তললৈ মূৰ কৰি কঁপিবলৈ ধৰিলে আৰু কিছু পৰৰ পিচত অজ্ঞান হৈ মাটিত পৰি গ'ল। সেই মুহূৰ্ততে অকস্মাৎ হাতেমে দেখে যে এটা ভয়ানক কাল-মূৰ্তি সাপ ছোৱালীজনীৰ গাৰপৰা ওলাই হাতেমৰ ফালে ফণা তুলি আহিছে। হাতেমেও তৎক্ষণাত তেওঁৰ পাগুৰিৰ জহৰ-মহৰটো উলিয়াই হাতত লৈ সাপটো থাপ মাৰি ধৰিলে। জহৰ-মহৰৰ গুণত সাপে একো কৰিব নোৱাৰিলে। তাৰ পিচত এটা কলহত তাক ভৰাই মুখত ভালকৈ এটা সোপা দিলে আৰু ঘৰৰ মজিয়াখন খান্দি সাত হাত তলত কলহটো পুতি থলে। তাৰ পিচত নিজৰ আসনত গৈ বহিল। পুৱাই পুৱাই আহোঁতে কুঁৱৰীয়ে সাৰ পাই নিজ কোঠালীত এজন পুৰুষক বহি থকা দেখি সুধিলে, "হেৰা লাজহীন পুৰুষ, তুমি কোন? ইয়াত কেলেই বা বহি আছা?" হাতেমে ক'লে, "হেই লজ্জা-হীনা! মই কোন ইমান সোনকালে পাহৰিলি নে?" কুঁৱৰী মনে মনে থাকিল। ৰাতি পুৱালত ধায়ে আহি দেখে যে মানুহজন জীয়াই আছে আৰু কুঁৱৰী পৰি আছে। কুঁৱৰীক সোধাত কুঁৱৰীয়ে ক'লে, "ধাই আই! আজি মোৰ গাটো পাতল পাতল লাগিছে আৰু মই যেন বৰ ডাঙৰ বেমাৰৰপৰা আজি আৰোগ্য হৈ উঠিলোঁ, এনে লাগিছে।" হাতেমক সোধাত আগ ৰাতিৰ সমস্ত কথা তেওঁ বৰ্ণাই ক'লে আৰু সাত হাত মাটিৰ তলত সাপ পোতা আছে, এই কথাও কলে। আৰু ক'লে, "এতিয়াৰপৰা এই কুঁৱৰী নিৰাপদ হ'ল।" ৰজাই এই কথা শুনি ততা-লিকে আহিল। তেওঁ হাতেমক সেই ছোৱালী-জনী বিয়া কৰাবলৈ অনুৰোধ কৰিলত হাতেমো মান্তি হ'ল। তাৰ পিচত হাতেমে তাত তিনি মাহ গৃহস্থী কৰি থাকিল। তিনি মাহৰ পিচত কুঁৱৰী গৰ্ভৱতী হ'লত হাতেম তাৰপৰা বিদায় হৈ গ'ল। যাবৰ সময়ত কুঁৱৰীক ক'লে, "তোমাৰ গৰ্ভত যি সন্তান হয় সি এমন দেশৰ তয় বংশৰ সন্তান হ'ব। কাৰণ মই সেই বংশৰ মানুহ। যদি ল'ৰা হয়, ডাঙৰ হলে যদি সি যাব খোজে তেন্তে 'এমন' দেশলৈ পঠিয়াই দিবা। আৰু যদি ছোৱালী হয় তেন্তে এজন ধৰ্মভীৰু চাই সৎ মানুহক বিয়া দিবা। যদি জীয়াই থাকোঁ, তেন্তে আৰু এবাৰ দেখাদেখি হ'ব।"

ইয়াৰ পিচত হাতেম গৈ গৈ বহুদিনৰ মূৰত চীনদেশ পালেগৈ। তাত গৈ সদাগৰ পাৰাত ইউচুফ সদাগৰৰ বংশ পৰিয়ালৰ খবৰ লবলৈ ধৰিলেগৈ। বিচাৰোঁতে বিচাৰোঁতে ইউচুফৰ পুতেকক পাই সকলো কথা তেওঁক জনালে। বিশেষকৈ ক'ত কেনেকৈ ধন পোতা আছে তাকো কলে। আৰু কলে, ধনখিনি পালে তাৰে চাৰি ভাগ কৰি তিনি ভাগ ধৰ্ম কামত খৰচ কৰিবলৈ বাপেকে কৈ পঠিয়াইছে। ইউচুফৰ পুতেকে এই কথা বাদচাহক জনাবলৈ কলে। হাতেম তেতিয়াই ৰজাৰ তালৈ গ'ল। ৰজাই প্ৰথমে হাতেমৰ কথা শুনি অবিশ্বাস আৰু উপলুঙা কৰি তেওঁক ৰাজ্যৰ বাজ কৰি দিয়াৰ হুকুম দিছিল। পিচত হাতেমে ৰৰকৈ কোৱাত তেওঁৰ কথাৰ সত্যতা প্ৰমাণ কৰিবৰ কাৰণে ইউচুফ সদাগৰৰ ঘৰলৈ গ'ল। তাত নিৰ্দিষ্ট ঠাই খান্দিলত অসংখ্য ধন-সম্পত্তি পালে। ৰজাই হাতেমৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি এহিচা ইউচুফৰ পুতেকক দিলে আৰু তিনি হিচা পুণ্য কাজত খৰচ কৰিবলৈ হাতে-মক দিলে। হাতেমো তাতে কিছু দিন থাকি

ইউচুক্ৰৰ নামেৰে বহু দান পুণ্য কৰিলে। সেই দেশত যত অন্নহীন বস্ত্ৰহীন, গৃহহীন আছিল, সকলোৰে অভাৱ পূৰণ কৰি দিলে আৰু আনো নানা পুণ্য কাম কৰি তেওঁৰ হাতত দিয়া সকলোখিনি ধন শেষ কৰি তাৰপৰা উভতিল। উভতি আহোঁতে বাটত পুনৰ 'আদাল আবাদ'ত সোমাই নিজৰ পৰিবাৰক চালে। দেখিলে তেওঁৰ এটি বৰ সুন্দৰ পুত্ৰ উপজিছে। কিছুদিন ল'ৰা-তিৰোতাৰ লগত তাতে থাকি তেওঁ পুনৰ তাৰপৰা ৰাওণা হ'ল, আৰু য'ত ইউচুফৰ কবৰ আছে সেইখিনি পালেহি। তাত তিনি ৰাতি থাকি আলেখ-লেখ চাই দেখিলে যে ইউচুফৰ প্ৰেতাত্মাই এতিয়া আনবিলাকৰ দৰেই খাবলৈ পায় আৰু সুখে আছে। হাতেমে তেওঁৰ লগত দেখা কৰিলত তেওঁ দুয়ো হাত তুলি হাতেমক আশীৰ্বাদ কৰিলে আৰু হাতেমৰ দ্বাৰাই যে তেওঁ কিমান সৌভাগ্যবান হ'ল, তাকো কলে।

তাৰ পিচত হাতেম ৰাওণা হ'ল। কিছু দূৰ গৈ এখন হাবিয়নি পালে। তাতে এজনী অতি নিঃকিন বুঢ়ী বহি থকা দেখা পালে। বুঢ়ীয়ে ভিক্ষা খুজিলত হাতেমে হাতৰপৰা আঙঠি এটা খুলি বুঢ়ীক দি গুচি গ'ল। আঙঠি পায়ে বুঢ়ীয়ে গীত গোৱাদি গাবলৈ ধৰিলে।

বুঢ়ীৰ গীত শুনি তাইৰ চোৰ পুতেক সাতোটা ক'ৰবাত লুকাই থকা ঠাইৰপৰা ওলাই আহি হাতেমৰ পিচে পিচে যাবলৈ ধৰিলে। হাতেমক সিহঁতে কলে—সিহঁত কোনো ৰজাৰ তলত চাকৰি বিচাৰি যাব। হাতেমে লগৰীয়া পাই ভাল পালে। কিন্তু এডোখৰ নিৰ্জন ঠাইত সিহঁতে হাতেমক পিচফালৰপৰা ধৰি ছুৰীৰে কেটামান খোঁচ মাৰি এটা কুঁৱাত পেলাই দি তেওঁৰ মাল-বস্তুখিনি কাঢ়ি লৈ গুচি গ'ল। হাতেমৰ পাগুৰিত থকা আশ্চৰ্য জহৰ-মহৰৰ গুণত হাতেমৰ ঘাঁবিলাক জোৰা লাগিল আৰু পানীৰ তলত পৰি থাকিও হাতেম নমৰিল। তাতে পৰি থাকোঁতেই হাতেমে দৈৱবাণী শুনিলে—"হাতেম, এই কুঁৱাত বহুত ধন-সোণ আছে। সেইবিলাক তোৰ, তই লব পাৰ।" হাতেমে খেপিয়াই চাই দেখে যে হয়। এনেতে দুটা মানুহ আহি কুঁৱাৰ সমুখত থিয় দি এডাল ডোল পেলাই দি হাতেমক তুলিলে। সিহঁতে কুঁৱাৰ মাল-বস্তুবিলাকো তুলি দি অদৃশ্য হ'ল। হাতেমে সেইবোৰ এঠাইত লুকুৱাই থৈ সেই চোৰ কেইটাক বিচাৰি গ'ল। সেইখিনি পাওঁতে বুঢ়ীক আৰু এটা আঙঠি দিলে। বুঢ়ীয়েও আকৌ আগৰ দৰে মাজত চোৰ পুতেকহঁতক লৈ ওলাই আহিল। সিহঁত আহোঁতেই হাতেমে সিহঁতক সুধিলে যে সিহঁতে এনেকুৱা ডকাইতি বৃত্তি কৰে কেলেই। সিহঁতে উত্তৰ দিলে যে পেটৰ দায়ত সিহঁতে এনে কাম কৰে। হাতেমে ক'লে—যদি তেওঁ সিহঁতক বহুত ধনসোণ দান কৰে সিহঁতে এই বৃত্তি এৰিব নে নেৰে। সিহঁত মান্তি হ'লত হাতেমে সিহঁতক ঈশ্বৰৰ নামেৰে শপত খুৱাই লৈ হাবিলৈ লৈ গৈ গোটেইখিনি ধনসম্পত্তি সিহঁতক দি দিলে। সিহঁতেও হাতেমৰ আগত ঈশ্বৰৰ নাম লৈ, ধৰ্মৰ নাম লৈ, শপত খাই সেইদিনাৰপৰা চোৰ বৃত্তি এৰি পেলালে।

হাতেমে তাৰপৰা লাহে লাহে খোজ লৈ আৰু এখন হাবি পালেগৈ। তাত দেখে যে ভোকেপিয়াহে লালকাল হৈ অতি সুন্দৰ কুকুৰ এটা পৰি আছে। তাকে দেখি হাতেমে তাক এটা পুখুৰীৰ পাৰলৈ নি ধুই মেলি পানী খুৱালে আৰু নিজৰ খাদ্যৰপৰা কিছু খাদ্য তাক খুৱালে। কিছুমান পৰ তাৰ মূৰত হাত বুলাওঁতে বুলাওঁতে হঠাৎ হাতত এটা গজাল লাগিল। গজালটো টান মাৰি উলিয়াই পেলাওঁতেই কুকুৰটো কুকুৰ গুচি মানুহ হ'ল। হাতেমে তাক দেখি বৰ আচৰিত হ'ল। সুন্দৰ ডেকাজনক তেতিয়া হাতেমে ইয়াৰ কাৰণ সুধিলত কলে যে তেওঁ এজন সদাগৰৰ পুতেক। বাপেকে বহুত ধন-সম্পত্তি এৰি মৰি গ'লত কিছুদিন তেওঁ বৰ আৰামেৰে দিন কটাইছিল। তেওঁ এজনী অতি সুন্দৰী তিৰোতা বিয়া কৰাইছিল। কিছুদিনৰ মূৰত তেওঁ দূৰ দেশলৈ বণিজ বেহাবলৈ গৈছিল। সেই সুযোগত তেওঁৰ তিৰোতাজনীয়ে এটা গোলামৰ প্ৰেমত পৰি

তাৰ উপপত্নী হৈ আছিল। বণিজৰপৰা উলটি অহাৰ আগেয়ে কুমন্ত্ৰীৰ হতুৱাই এই গজালটো ঘৈণীয়েকে তৈয়াৰ কৰাই মন্ত্ৰপূত কৰাই থৈছিল। উলটি আহি তেওঁ ভাগৰে-দুখে ৰাতি শুলত ঘৈণী-য়েকে এই গজালটো তেওঁৰ মূৰত ঠুকি দিছিল। তেওঁ তৎক্ষণাত কুকুৰ ৰূপ হ'ল আৰু তেতিয়াই টিওনিয়াই তেওঁক ঘৰৰ বাজ কৰি দিলে। ঘৰৰ পৰা ওলাই বজাৰৰ ফালে গ'লত য'ত বজাৰৰ কুকুৰবিলাকে তেওঁক বেৰি ধৰি কামুৰিবলৈ ধৰিলে। তৎ নেপাই লৰি আহি এই হাবিত সোমাই ৰক্ষা পৰিল হয়, কিন্তু ভোকে-পিয়াহে অচেতন হৈ তেওঁ কথমপিহে জীয়াই আছিল। এতিয়া তেওঁ হাতেমৰ ভৰিত লুটি খাই পৰি তেওঁক অসংখ্য ধন্যবাদ দিবলৈ ধৰিলে। হাতেমে "তেওঁৰ কোন দেশ" এই কথা সুধিলত তেওঁ কলে তেওঁ 'সুৰত' চহৰৰ মানুহ। হাতেমে সুধিলে, সেই চহৰৰ হৰিশ সদাগৰক তেওঁ চিনে নে নিচিনে। ডেকাজনে চিনো বুলি ক'লত তেওঁ তালৈকে যাব বুলি কৈ দুয়ো সেই ফালে বেগ দিলে। সুৰত চহৰ পায়েই তেওঁ হাতেমক নিজ ঘৰলৈ লৈ গ'ল। হাতেমক বাহিৰত বহুৱাই থৈ তেওঁ মনে মনে ঘৰলৈ সোমাই গৈ দেখে যে তেওঁৰ ঘৈণীয়েক আৰু সেই গোলামটো একেখন বিচনাত শুই আছে। তেওঁ তৰোৱাল লৈ একে কোবে গোলামৰ মূৰটো ওফৰাই দিলে আৰু তেওঁৰ মূৰত মৰা গজালটো ঘৈণীয়েকৰ মূৰত মাৰি দিলে। ঘৈণীয়েক তৎক্ষণাত কুকুৰণী হ'ল। তেতিয়া কুকুৰজনীক ডোলেৰে বান্ধি থৈ তেওঁ বাহিৰলৈ আহি হাতেমৰ আগত সকলো কলে। হাতেমে মানুহজনক বধ কৰাৰ বাবে বৰ দুখ কৰিলে। যি হওক, তাতে এৰাতি থাকি পিচদিনা 'চৰাইখানাত' গৈ সদাগৰৰ ছোৱালীক দেখা কৰিলেগৈ। তাৰপৰা হৰিশ সদাগৰৰ জীয়েকক দেখা কৰি তাইৰ দ্বিতীয় প্ৰশ্নৰ উত্তৰ দিলে আৰু সুধিলে যে আজি-কালিও সেই আৱাজ "মই এনে কাম একো কৰা নাই যি আজি ৰাতি কামত লাগিলহেঁতেন" বুলি শুনে নে নুশুনে। বৰজখৰ জীয়েকে কলে যে আজি-কালি তেওঁ সেই আৱাজ নুশুনে। তাৰ পিচত তৃতীয় প্ৰশ্ন মেহেৰুশাহ পৰী ৰজাৰ হাতত থকা জহৰ-মহৰটো আনি দিব লাগে।

সেই চহৰত দুই-এদিন থাকি হাতেমে পুনৰ ৰাওণা হ'ল।

## হাতেম মেহেৰুশাহ পৰী ৰজাৰ মোহৰ আনিবলৈ যোৱাৰ কাহিনী

### তৃতীয় প্ৰশ্ন

হাতেমে মনে মনে গুণিলে যে দৈত্যৰ ৰজা ফৰোকাছ বাদচাহৰ ওচৰলৈ গলেই এই বিষয়ৰ সহায় আৰু সমাধান পাব পাৰে। ইয়াকে ভাবি পূৰ্বৰ সেই গাঁৱৰ ভিতৰেদি সোমাই ফৰোকাছ বাদচাহৰ ওচৰ পালেগৈ। বাদচাহে তেওঁক বৰ আদৰ কৰি দুই-তিনি দিন তাতে ৰাখিলে আৰু পিচত তেওঁৰ তালৈ পুনৰ উলটি যোৱাৰ কাৰণ সুধিলে। হাতেমে মেহেৰুশাহ পৰী ৰজাৰ হাতৰ জহৰ-মহৰ আনিবলৈ যাব বুলি কোৱাত ৰজাই তেওঁক বহুত বুজাই-বঢ়াই নিৰস্ত কৰিবলৈ যত্ন কৰিলে। তেওঁ কলে, সেই পৰীৰ ৰাজ্যলৈ কি দৈত্য কি মানৱ কোনো যোৱা একেবাৰে মানা। তাত সোমালেই মৃত্যু নিশ্চিত। হাতেমে কলে যে মৃত্যু হলেও আৰু এতিয়া উপায় নাই। তেওঁ প্ৰতিজ্ঞাত যেতিয়া বন্দী, যাবই লাগিব। এতিয়া ঈশ্বৰ মাত্ৰ ভৰসা। অগত্যা দৈত্যৰাজ ফৰোকাছে দৈত্য এটাক বাট দেখুৱাবলৈ লগত দি তেওঁক পৰী ৰাজ্যৰ ফালে পঠিয়াই দিলে।

দুয়ো গৈ গৈ বহুত দিনৰ মূৰত পৰী ৰাজ্যৰ সীমা পালেগৈ। তেতিয়া লগৰীয়া দৈত্যটোৱে হাতেমক দূৰৰপৰা ঠাই ডোখৰ দেখুৱাই দি নিজে তাতে ৰ'ল। আৰু সি কলে যে তেওঁ উলটি নাহে মানে বা তেওঁৰ সম্বন্ধে এটা নিশ্চিত বাতৰি নেপায় মানে ৰজাই তাক তাতে থাকিবলৈ কৈছে। তাক তাতে এৰি হাতেম অকলে আগবাঢ়ি গ'ল। কিছুদূৰ গৈ দেখে—আগত অভেদ্য পৰ্বত শ্ৰেণী। তাৰ গছবিলাক আকাশলংঘী, বাট অতি সঙ্কীৰ্ণ আৰু দুৰ্গম। যি হওক, অতি কষ্টে অশেষ পৰিশ্ৰমেৰে হাতেম গৈ ওপৰ উঠিলগৈ। ওপৰত উঠি কিছুদূৰ গৈয়ে দেখে অতি সুশ্ৰী পাখিলগা কিছুমান মানুহৰ নিচিনা জীৱ এখন বাগিচাত বহি আছে। ইহঁতেই পৰী আৰু পৰী ৰাজ্যৰ সীমা ৰক্ষক।

হাতেমক দেখি সিহঁত খেদি আহিল আৰু কবলৈ ধৰিলে—"ই ইয়ালৈ আহিল কেনেকৈ? ই যে মানুহ!" তেতিয়া এটাই ক'লে, "ৰজাৰ হুকুম—মানুহ ইয়ালৈ আহিলেই তাক শাস্তি দি মাৰিব লাগে।" তেতিয়াই সিহঁতে জুই জ্বালি তাতে হাতেমক পেলাই দিলে। কিন্তু ভালুকী কুঁৱৰীয়ে দিয়া জহৰ-মহৰৰ কি আশ্চৰ্য গুণ যে হাতেম জুইত পোৰা নগ'ল। হাতেমক জুইত পেলাই দি ৰখীয়াবিলাক গুচি গ'ল। হাতেম তাৰপৰা ওলাই আকৌ যাবলৈ ধৰিলে। সেই পৰীদলে হাতেমক আকৌ দেখি এই বেলি একেবাৰে পানীত পেলাই দিলে। হাতেম উটি উটি যাওঁতে এটা ঘঁৰিয়ালে পাই তেওঁক গিলি থলে। জহৰ-মহৰৰ গুণত হাতেম পেটত জীণ নগ'ল। ইফালে পেটৰ ভিতৰত ভয়ানক গণ্ডগোল কৰিবলৈ ধৰাত পেটৰ বিষত ঘঁৰিয়ালে তৎ নেপাই হাতেমক বঁতিয়াই উলিয়াই দিলে। তাৰ পেটৰপৰা ওলাই ভাহি ভাহি হাতেম গৈ এডোখৰ ঠাই পালেগৈ। তাতে উঠি কাপোৰ-কানি শুকুৱাই উৰাই ভালকৈ পিন্ধি তৰলৈ উঠি গ'ল। তৰলৈ গৈ দেখে যে এটা পৰীজাদাই সেই ঠাই ৰক্ষা কৰি আছে।

হাতেমক দেখি সি আচৰিত হ'ল আৰু সুধিলে তেওঁ তালৈ কেনেকৈ আহিল। হাতেমে ক'লে, "এটা ঘঁৰিয়ালে তেওঁক গিলিছিল। সি তেওঁক বতিয়াই উলিয়াই দিলত উটি উটি গৈ সেইখিনি পালেগৈ।" হাতেমে পৰী ৰখীয়াক ক'লে, "ভাই! পিচত যি কৰ কৰিবি, সম্প্ৰতি মোক অলপ খাবলৈ দে। মই এতিয়া ভোকত মৰোঁ।" পৰীজাদাটোৰ এই কথাত মৰম লাগি হাতেমক নিজ ঘৰলৈ নি নানাৰকম মিষ্টান্ন খাবলৈ দিলে।

হাতেমে পৰীজাদাক আন্তৰিক কৃতজ্ঞতা জনাই বিদায় লৈ উত্তৰৰ পিনে যাত্ৰা কৰিলে। হাবিয়নি এৰি এটি পাহাৰৰ নামনিত এজোপা গছৰ তলত এটি বৰ ধুনীয়া ডেকাই করুণ সুৰেৰে কান্দি কান্দি বিলাপ কৰি থকা দেখিবলৈ পালে।—"কলৈ গ'লা, আকৌ এবাৰ দেখা দিয়া, মই যে মৰিবলৈ ওলাইছোঁ। তোমাৰ নো দয়া নহয়নে?" এইদৰে বিনাই বিনাই কান্দি থকা দেখি হাতেমৰ দয়ালু মন সমবেদনাত কোমল হৈ গ'ল। ডেকাৰ ওচৰ চাপি কন্দাৰ কাৰণ সুধিবলৈ ধৰিলে। কিন্তু ডেকা ইমানেই বিহবল যে হাতেমৰ প্ৰশ্নৰ কোনো উত্তৰ নিদিলে। অৱশেষত ডেকাৰ হাত দুখনত ধৰি হাতেমে বৰ আদৰেৰে ডেকাক বাৰে বাৰে অনুৰোধ কৰিবলৈ ধৰিলে। ক'লে, "ভাই! তুমি মোৰ কথাৰ উত্তৰ নিদিয়া কিয়? ময়ো তোমাৰ দৰে ঈশ্বৰৰ সৃষ্টিৰ মানুহ নহওঁ জানো? মোৰ জানো প্ৰাণ নাই তোমাৰ দৰে? তোমাৰ দুখত জানো মোৰ প্ৰাণত আঘাত নেলাগে? তেনে তুমি কিয় উপেক্ষা কৰিছা? তোমাৰ মনৰ দুখৰ কথা মোক কোৱা ভাই! যেনেকৈ পাৰোঁ মই তোমাৰ দুখ গুচুৱাম।" ইমান পৰৰ পিচত ডেকাজনে হাতেমলৈ মূৰ দাঙি চালে আৰু সুধিলে, "কোন তুমি সদাশয় যুৱক? মোৰ দুখৰ কথা শুনি তোমাৰ বাৰু কি লাভ?" হাতেমে ক'লে, "ভাই, তুমিও মানুহ, ময়ো মানুহ। মানুহ হলে মানুহৰ দুখ গুচুৱাব লাগে। ঈশ্বৰৰ এয়ে অভিপ্ৰেত।"

ডেকাই ক'লে, "ভুল কৰিছা ভাই, ভুল কৰিছা। কোনেও কাৰো মুখলৈ নেচায়। সকলো নিজৰ সুখত ব্যস্ত। এই ঠাইতেই আজি সাত বছৰ ধৰি ইনাই বিনাই বহি আছোঁ। কতজনে কত বাৰ কৌতুহলভাৱে সুধিলে আৰু নিজ বাটেদি গুচি গ'ল, কোনোৱে মূৰ্খ বুলি গালি পাৰি গুচি গ'ল। এজনেও মোৰ অন্তৰৰ দুখ নুবুজিলে। তুমিও যোৱা যুৱক! মোৰ দুখৰ কাহিনী শুনিব নেলাগে।" কিন্তু হাতেমে নেমানিলে। ক'লে, "বিশ্বাস কৰা ভাই! সকলো আঁতৰি যাওক, কিন্তু মই নেযাওঁ। মই মানুহৰ দুখ মোচনৰ প্ৰতিজ্ঞা লৈ ঘৰৰপৰা বাজ হৈছোঁ। এতিয়া তোমাৰ দুখ মোচনেই মোৰ প্ৰথম কাম হ'ব। তোমাৰ দুখ মোচনৰ কাৰণে মই প্ৰাণ দিবলৈয়ো সাজু হৈ আছোঁ। ভাই! তুমি মোক অকপটে সকলো ভাঙি কোৱাঁ।"

ডেকাই এই মহাপ্ৰাণ যুৱকৰ মধুৰ কথা শুনি শ্ৰদ্ধাত মুগ্ধ হৈ হাতেমৰ ভৰিত লুটি খাই পৰিল আৰু নিজৰ দুখৰ কথা কবলৈ ধৰিলে।

ডেকাই ক'লে, "মই এজন বণিকৰ ল'ৰা। সাত বছৰৰ আগতে এই বাটেদি কম চহৰলৈ গৈছিলোঁ। এই পৰ্বতৰ শোভাত মই মুগ্ধ হৈ অকলৈ পাহাৰৰ ওপৰলৈ উঠি গলোঁ। শেষত ঘূৰি-পকি এই গছ জোপাৰ তলতে এটি মনোৰম দৃশ্য দেখিলোঁ। এই ঠাইতেই এজনী অপূৰ্ব-সুন্দৰী পৰী-কন্যা শুই আছিল। সেই ৰূপৰ, সেই লাৱণ্যৰ কি আকৰ্ষণ আছিল মই ক'ব নোৱাৰোঁ, মই মোৰ জ্ঞান হেৰুৱাই পেলালোঁ। যেতিয়া চেতনা আহিল, দেখোঁ যে সেই অপৰূপা কন্যাই মোৰ মূৰটো কোলাত লৈ শুশ্ৰূষা কৰি আছে। মই লৰালৰিকৈ উঠি তেওঁৰ হাতখনত ধৰিবলৈ মোৰ হাতখন মেলিলোঁ। কিন্তু তেওঁ তৎক্ষণাত আঁতৰি গ'ল আৰু ক'লে, 'যুৱক, মই কুমাৰী কন্যা। মোৰ হাতত তুমি নধৰিবা। তুমি অসুস্থ হৈ পৰিছিলা দেখি মই তোমাক ৰোগী হিচাপে শুশ্ৰূষা কৰিছিলোঁ। এই কামত যদি কিবা দোষ হয় ঈশ্বৰে মোক মাৰ্জনা কৰিব।

কিন্তু বিবাহ নোহোৱাকৈ মোক কোনো পুৰুষে স্পৰ্শ কৰিব নোৱাৰে।' তেওঁৰ কথা শুনি মই তেওঁক বিবাহ কৰিবৰ কাৰণে অতি অনুনয় কৰিবলৈ ধৰিলোঁ। তেওঁ ক'লে,—'মোৰ আই-বোপাই জীয়াই আছে। তেওঁলোক বৰ বুঢ়া হৈছে বুলি মই পৰী ৰাজ্যৰ সিংহাসন পাইছোঁ; তথাপি মই কুমাৰী কন্যা। পিতা-মাতাৰ অমতত তো মই বিবাহ কৰিব নোৱাৰোঁ। বিশেষকৈ তুমি মানুহ। মই মানুহ চোৱাৰ হেঁপাহতে এই মানুহৰ সমাগম হোৱা ঠাইলৈ আহিছিলোঁ।'

"তেওঁৰ কথা শুনি বলিয়াৰ দৰে তেওঁক কাকুতি কৰিবলৈ ধৰিলোঁ। কাৰণ পৰী কন্যাৰ উন্মাদ মায়াই মোৰ জ্ঞান ধৈৰ্য সকলো নাশ কৰি পেলাইছে। মোৰ কাকুতি শুনি তেওঁ ক'লে, 'বাৰু তুমি ঠিক এই ঠাইতেই ৰৈ থাকা, মই সাত দিনৰ ভিতৰত মোৰ আই-বোপাইৰ মত লৈ ঘূৰি আহিম। নাইবা মই তোমাক আমাৰ পৰী ৰাজ্যলৈ লৈ যাম। মই আহিব নোৱাৰিলেও তোমাক নিবলৈ দূত পঠিয়াম। তুমি হলে এই ঠাই এৰি কলৈকো নেযাবা।' এই কথা কৈ তেওঁ যি গ'ল, সাত দিনৰ ঠাইত আজি সাত বছৰ মই তেওঁলৈ বাট চাই চাই এই ঠাইতেই বহি আছোঁ। এই ঠাই এৰি যাবও নোৱাৰোঁ, কিজানি তেওঁ ঘূৰি আহি উভতি যায়, সেই আশঙ্কাতে মই আজি দীঘলীয়া সাত বছৰ ধৰি তেওঁলৈকে বাট চাই দিন নিয়াইছোঁ। এবাৰো তেওঁ মোক দেখা দিব নেপাইনে?"

ডেকাই কান্দিবলৈ ধৰিলে। হাতেমে এই উন্মাদ ডেকাক সান্ত্বনা দি তেওঁ কোনপিনে গৈছে সুধিলে। ডেকাই ক'লে, "তেওঁৰ নাম 'আলগুণ পৰী'। তেওঁ অলকা পাহাৰৰ পৰীৰ দেশলৈ গৈছে।" হাতেমে ক'লে, "ভাই, তুমিও মোৰ লগতে ব'লা। আমি সেই মায়াবিনীক বিচাৰি উলিয়ামেই।" ডেকাই ক'লে, "নাই ভাই, মই নেযাওঁ। মই গলে কিজানি তেওঁ আহি মোক নেপাই উলটি যায়। মই এই ঠাই এৰিব নোৱাৰোঁ।" হাতেমে ক'লে, "বাৰু ভাই তুমি থাকা। ঈশ্বৰৰ দয়া হলে ময়েই তেওঁক বিচাৰি উলিয়াব পাৰিম। তোমাৰ কাম শেষ নকৰালৈকে মই আন কামলৈ নেযাওঁ।" এইদৰে ডেকাক সান্ত্বনা দি হাতেমে অলকা পৰ্বতৰ পিনে যাত্ৰা কৰিলে। এটাৰ পিচত এটাকৈ পৰ্বতমালা পাৰ হবলৈ ধৰিলে। শেষত এদিন এখন দুৰ্গম পৰ্বত পাৰ হৈ এখন নিৰ্জান ঠাই পালে—যি ঠাইৰপৰা অলকা পৰ্বত আৰম্ভ হৈছে, সেই ঠাইত ওলালগৈ। অলকা পাহাৰৰ মনোৰম শোভা চাই থাকোঁতে পৰ্বত-শিখৰত এজনী অতি অপৰূপা সুন্দৰী গাভৰু দেখিবলৈ পালে। তেওঁ লৰা-লৰিকৈ পৰ্বতত উঠি গাভৰুৰ আগত থিয় হ'ল গৈ। গাভৰুৱে চক্ খাই উঠি কোনপিনে যে নাইকিয়া হ'ল হাতেমে তৎ ধৰিব নোৱাৰিলে। শেষত গাভৰুক বিচাৰি তেওঁ এখন লতা-গুল্মৰে আবৰি থকা ঠাই পালে। এই ঠাইতেই লুকাইছে ভাবি লতাবোৰ আঁতৰাই, তাৰ মাজত সোমাই পৰিল। হঠাতে তেওঁৰ সুৰঙ্গ এটা চকুত পৰিল। সেই বাটেদিয়েই গাভৰু পলাইছে ভাবি তেওঁ সেই সুৰঙ্গ বাটেদি সোমাই গ'ল আৰু চালু সুৰঙ্গ বাটেদি তেওঁ তললৈ চুচৰি গ'লগৈ। তেওঁ ঈশ্বৰৰ নাম লবলৈ ধৰিলে। অলপ পিচত তেওঁৰ ভৰিত মাটিৰ পৰশ লাগিল। তেওঁ থিয় হৈ চাৰিওপিনে চকু ফুৰাই চাই আচৰিত হ'ল। মাটিৰ তলত এখনি মনোৰম সুন্দৰ ঠাইত তেওঁ উপস্থিত হৈছেহি। কেউপিনে ধুনীয়া গছ-গছনি লতা-গুল্ম, ঠায়ে ঠায়ে মুকলি ঘাঁহনি, যেন এখন নিৰ্জান গাঁৱলীয়া ঠাই। তেওঁ নিশাটো এটা লতা-কুঞ্জৰ ভিতৰতে শুই কটালে। পুৱাতে উঠি তেওঁ ঠাইখন ভালকৈ চকু ফুৰাই চাবলৈ ওলাই আহিল। কেউপিনে ফুৰিবলৈ ধৰিলে। তেওঁৰ অলপ দূৰৈত এটি মনোৰম অট্টালিকা চকুত পৰিল। তেওঁ সেই-পিনে আগবাঢ়িবলৈ ধৰিলে। অলপ পিচতে এজাক ধুনীয়া ছোৱালী লৰি আহি হাতেমক বেৰি ধৰিলে আৰু সুধিবলৈ ধৰিলে, "হেৰ' তই ক'ৰ

দুঃসাহসী মানুহ ? তই ইয়ালৈ কেনেকৈ আহিলি ? কোনে তোক বাট দেখুৱালে ক ?" হাতেমে সাহেৰে উত্তৰ দিলে---"মোক ঈশ্বৰে বাট দেখুৱালে, আৰু কোনে বাট দেখুৱাব সুন্দৰীসকল। মই ঈশ্বৰৰ কামতেই তোমালোকৰ ৰাণীৰ লগত দেখা হ'বলৈ আহিছোঁ।" শুৱনী গাভৰুকিজনীয়ে নিজৰ ভিতৰতে কিবা আলোচনা কৰিলে আৰু ক'লে, "তুমি যদি ৰাণীক দেখা কৰিবলৈ আহিছা, এইদৰে তুমি যাব নোৱাৰিবা। যদি তোমাক হাত-ভৰি বান্ধি বন্দী হিচাপে আমাৰ লগত লৈ যাবলৈ সন্মত হোৱাঁ, তেনেহলে সেইদৰে বান্ধি তোমাক ৰাণীৰ ওচৰলৈ নিব পাৰোঁ।" হাতেম বন্দী হৈ যাবলৈ সন্মত হোৱাত, গাভৰুকেইজনীয়ে তেওঁক হাতে-ভৰিয়ে বান্ধি ৰাণীৰ ওচৰলৈ লৈ গ'ল। গাভৰুহঁতৰ যুক্তি দেখি হাতেমে শলাগিলে। এজনী আগতে লৰি গ'ল খবৰ দিবলৈ। ৰাণীয়ে যেতিয়া শুনিলে এজন মানুহক পৰীহঁতে বন্দী কৰি অনাৰ কথা, তেওঁৰ ততালিকে সাত বছৰৰ আগৰ এজন মানুহৰ কথা মনত পৰিল। তেওঁ দিয়া প্ৰতিশ্ৰুতিৰ কথা পাহৰি যোৱাত তেওঁৰ বৰ লাজ লাগিল। পৰীহঁতে হাতেমক বন্দী কৰি ৰাণীৰ ওচৰত হাজিৰ কৰিলেহি।

আলগুণ পৰী ৰাণীয়ে বন্দী হাতেমৰ উন্নত সৰল উদাৰ মুখলৈ বহু পৰ থৰ লাগি চাই ৰ'ল। পিচত অহাৰ কাৰণ সুধিলে। শেষত হাতেমে সকলো বৃত্তান্ত বিবৰি কোৱাত আলগুণ পৰী ৰাণীয়ে নিজ হাতেৰে তেওঁ বান্ধ মোকোলাই দি আদৰ সাদৰ কৰি সিংহাসনত বহুৱালে আৰু হাতেমক পৰম শ্ৰদ্ধাৰে কবলৈ ধৰিলে—"আৰব যুৱৰাজ ! আপোনাৰ মহত্ত্ব আৰু কীৰ্তিৰ কথা এই সুদূৰ পৰী ৰাজ্যও পাইছেহি। আপোনাক দৰ্শন পাই আমি ধন্য হলোঁ। মানুহে যে নিঃস্বাৰ্থ ত্যাগৰ আদৰ্শত দেৱতাতকৈয়ো শ্ৰেষ্ঠ হব পাৰে, এনে কথা কেতিয়াও ভবা নাছিলোঁ। আজিহে মানুহৰ মহত্ত্ব বুজিলোঁ। আপোনাৰ দৰে যদি সকলো মানুহ হ'লহেঁতেন তেতিয়াহলে আমি পৰীবিলাক তো তুচ্ছ, দেৱকন্যাসকলেও এনে মহৎ মানৱৰ পত্নী হৈ সেৱা কৰি ধন্য মানিলেহেঁতেন। আপুনি যদি সন্মত হয়, তেনেহলে আপুনি এই পৰী ৰাজ্যৰ সিংহাসন গ্ৰহণ কৰক। আমি আপোনাৰ দাসী-ৰূপে চৰণ সেৱা কৰিম।" হাতেমে পৰী-ৰাণীক কলে, "ৰাণী ! মই নিজৰ সুখ বিচাৰি অহা নাই। যি জন হতভগীয়াৰ দুখ মোচনৰ কাৰণে মই আহিছোঁ, সেই উন্মাদ যুৱকক আপুনি দেখা দি প্ৰাণ ৰক্ষা কৰিবলৈহে মই খাটিছোঁ। তেতিয়াহে মই সুখী হম।"

হাতেমৰ কথা শুনি পৰী-ৰাণী মুগ্ধ হৈ কলে,—"ধন্য আপুনি মহাপ্ৰাণ ! মানুহৰ মহৎ গুণৰ কথা বহুত শুনিছোঁ, পৰোপকাৰৰ কথাও বহুত শুনিছোঁ, কিন্তু এনে মানুহ আজিহে প্ৰথম চকুৰে দেখি ধন্য হ'লোঁ। যিজনে স্বৰ্গৰাজ্যৰ পৰী-কন্যাৰ যাচি দিয়া প্ৰেম, স্বৰ্গ-সুখ হাতত পায়ো পৰৰ সুখৰ কাৰণে ত্যাগ কৰি পেলায়, দেৱতাসকলেও এনে সুখ-সম্পদ ত্যাগ কৰিব নোৱাৰে। আপোনাক দেখি আজি মানুহৰ প্ৰতি মোৰ অসীম শ্ৰদ্ধা জন্মিছে। সঁচাকৈয়ে মানুহ দেৱতাতকৈয়ো মহৎ। আপুনি যি আজ্ঞা কৰে মই তাকে কৰিবলৈ সাজু। কিন্তু মই এতিয়া সেই ঠাইলৈ যাব নোৱাৰোঁ আৰু মানুহক বিয়া কৰোৱাত মোৰ পিতা-মাতাৰ সন্মতি নাই। গতিকে মই কি কৰিব পাৰোঁ কওক।" হাতেমে ক'লে, "আপুনি এবাৰ মাথোন সেই যুৱকক দেখা দিয়ক। নহলে আজ্ঞা কৰক—মই তেওঁক লগত লৈ এই ঠাইলৈ লৈ আহোঁ।" পৰী-ৰাণীয়ে ক'লে, "বাৰু সেয়ে হওক। কিন্তু আপুনি দুখ কষ্ট কৰি যাব নেলাগে, মোৰ পৰিচাৰিকাবোৰে তেওঁক লৈ আহকগৈ।" ৰাণীৰ আজ্ঞামতে পৰীবোৰে খন্তেকতে যুৱকক উৰুৱাই লৈ আহি পৰী-ৰাণীৰ আগত থিয় কৰালেহি। প্ৰেমোন্মাদ

ডেকাই ঈপ্সিতা প্ৰেমিকাক দেখি স্থান-কাল-পাত্ৰ পাহৰি গৈ অপলক দৃষ্টিৰে পৰী-ৰাণীলৈ চাই ৰ'ল। উপকাৰী হাতেমৰ কথা পাহৰি গ'ল। পৰী-ৰাণীয়ে হাতেমক ক'লে, "দেখিলে মানুহৰ কৃতজ্ঞতা! যাৰ কাৰণে আপুনি ইমান দুখ বৰণ কৰিলে তেওঁ আপোনাৰ পিনে এবাৰ নেচালেও।" হাতেমে কলে, "একো কথা নাই ৰাণী! মই কাৰো উপকাৰ প্ৰত্যাশা কৰি কাম নকৰোঁ। কিন্তু মোৰ অনুৰোধ---আপুনি এই আত্মহাৰা ডেকাৰ জীৱন ৰক্ষা কৰক। আপুনি বিয়া নকৰালে এওঁৰ জীৱন নেথাকিব।" পৰী-ৰাণীয়ে কলে, "এওঁ যদি চিৰজীৱনৰ বাবে ইয়াত থাকিবলৈ সন্মত হয়, তেতিয়া হয়তো মোৰ পিতা-মাতাই সন্মতি দিব পাৰে। নহলে মানুহক বিয়া কৰোৱা আমাৰ পৰী-ৰাজ্যৰ নীতিবিৰুদ্ধ কথা। পৰী-ৰাণীৰ কথা শুনি বলিয়া ডেকাই চিঞৰি উঠিল---"মই ইয়াতেই চিৰজীৱন থাকিম, তোমাৰ দাস হৈ থাকিম, তুমি মোৰ জীৱন দান কৰা।" পৰী-ৰাণীয়ে বিয়াত সন্মতি দিলে। হাতেম আগত থাকি পৰী-ৰাণী আৰু ডেকাৰ বিয়া সমাধা কৰিলে। সাতদিন আনন্দ উৎসৱ পালন কৰা হ'ল। হাতেমে পৰী-ৰাণীৰ ওচৰত বিদায় মাগিলে। পৰী-ৰাণীয়ে ক'লে, "আৰব ৰাজ-কুমাৰ! আপোনাৰ মহত্বত সুখী হৈছোঁ, কওক আপোনাৰ কাৰণে মই কি কৰিব পাৰোঁ?" উত্তৰত হাতেমে হাসেন বানুৰ সাতোটা প্ৰশ্নৰ কথা কলে আৰু ক'লে, "মই তৃতীয় প্ৰশ্নৰ সমাধান বিচাৰি আহিছোঁ। মেহেৰচাহ পৰীজাদাৰ হাতত থকা জহৰ-মহৰটো নিলেই মোৰ তৃতীয় প্ৰশ্নৰ সমাধান হৈ যায়। আলগুণ পৰীৰ বাপেক মেহেৰচাহ পৰীজাদাৰ হাতত থকা জহৰ-মহৰটো পৰী-ৰাণীয়ে হাতেমক আনন্দেৰে দান কৰিলে। হাতেমে আনন্দ মনেৰে হামিৰ দেশলৈ যাবলৈ ওলাল। পৰী-ৰাণীয়ে ক'লে, "পৰ্বত শ্ৰেণীৰে ঘেৰি থকা সেই দুৰ্গম ঠাইলৈ আপুনি কেনেকৈ যাব? আপোনাক মোৰ পৰিচাৰিকাবোৰে যলৈকে যাব খোজে লৈ যাব, আৰু শেষত আপোনাৰ নিজৰ দেশত থৈ আহিব। আপুনি কষ্ট কৰি যাব নেলাগে।" ৰাণীৰ আদেশত পৰীবোৰে হাতেমক আকাশেদি উৰুৱাই নিলে আৰু পৰ্বতমালা পাৰ হৈ সমান ঠাইত নমাই দিলে। আকাশেদি উৰি যাওঁতে হাতেমে মাথোন ধোঁৱাহে দেখিছিল, আন একো দেখা নাছিল। হাতেমৰ কাণত এটা চিঞৰ পৰিলহি---

"পৰলৈ হুল চাচিলে আগতে আপুনি মৰে ফুটি ঐ
আপুনি মৰে ফুটি।"

সেই চিঞৰৰ শব্দ লক্ষ্য কৰি হাতেমে গৈ দেখা পালে এটা আচৰিত দৃশ্য। এখন পথাৰৰ মাজত এডাল পুৰণি বৰগছ। সেই গছ ডালৰ ঠাল এটাত এটা বৰ প্ৰকাণ্ড পিঞ্জৰা ওলমি আছে। পিঞ্জৰাটোৰ ভিতৰত এজন কণা বুঢ়া বহি আছে। মাজে মাজে বুঢ়াই কপালত চাপৰ মাৰি দিয়ে আৰু চিঞৰি কান্দি উঠে---

"পৰলৈ হুল চাচি---
আগতে মৰিলোঁ ফুটি ঐ আগতে মৰিলোঁ ফুটি।"

এই দৃশ্য দেখি হাতেমৰ কৰুণ হিয়া কান্দি উঠিল। বুঢ়াক সাদৰ সম্ভাষণ কৰি এইদৰে কান্দি থকাৰ কাৰণ সুধিলে। বুঢ়াই উত্তৰ দিয়ক চাৰি খং আৰু বিৰক্তিত হাতেমক গালি পাৰিবলৈ ধৰিলে। "হেৰ মৰিবলৈ ওলোৱা, তই কোন অ'! মোক নিজানতো শান্তিৰে থাকিবলৈ নিদিয়নে? গুচ্ গুচ্ আদৰ চেপ্লাব নেলাগে, য'ৰ মানুহ তলৈ যা।"

এই কথা শুনি হাতেমে আকৌ ক'লে, "আপ! শুনক ঈশ্বৰে মোক আপোনাৰ দুখ গুচুৱাবলৈ পঠিয়াইছে। দয়া কৰি আপোনাৰ দুখৰ বিৱৰণ মোক কওক। মই নিজৰ জীৱন দি হলেও আপোনাৰ দুখ গুচুৱাম।" বুঢ়াই ক'লে, "হেবৌ বাটকৰা! তই যদি মোৰ দুখ গুচুৱাবলৈ আহিছ,

তেনে আগতে শপত খা--মোক এই অৱস্থাৰপৰা উদ্ধাৰ কৰিবি বুলি। আন দহজনৰ দৰে মোৰ কথাখিনি শুনি মোক ইতিকিং কৰি পলাই নেযাওঁ বুলি। মোৰ দুখৰ কথাবোৰ শুনি দহজনৰ আগত কৈ কৈ ৰহইচ কৰি নুফুৰোঁ বুলি। তেতিয়াহলে মই কওঁ মোৰ কথা।" হাতেমে বুঢ়াৰ গালি খাই অকণো খং নকৰিলে। ঈশ্বৰৰ নাম লৈ বুঢ়াৰ দুখ গুচুৱাম বুলি শপত খালে। বুঢ়াই কবলৈ ধৰিলে--"মই এই দেশৰ আটাইতকৈ ডাঙৰ সদাগৰৰ ল'ৰা। মোৰ নাম 'হাদিৰ'। মোৰ পিতাই মোৰ নাম অনুসাৰেই এই চহৰ নিৰ্মাণ কৰিছিল। তেওঁ বণিজ বেহাবলৈ যাওঁতে জাহাজ বুৰি স্বৰ্গী হয়। কিন্তু মোৰ পিতাৰ অতুল সম্পত্তি মই ৰাখিব নোৱাৰিলোঁ। নানা ব্যভিচাৰ কৰি মই সকলো সম্পত্তি হেৰুৱালোঁ। শুনিলো মাটিৰ তলত আগৰ দিনৰ বহুত ধন পোতা আছে বুলি। এজন জ্যোতিষী মতাই আনি তেওঁৰ লগত যুক্তি কৰিলোঁ, যদি তেওঁ মোক মাটিৰ তলৰ ধন দেখুৱাই দিব পাৰে মই তেওঁক সিকি ভাগ দিম। জ্যোতিষীয়ে ঠাই দেখুৱাই দিয়ামতে মাটি খান্দি মই বহুত ধন-সম্পত্তি পালোঁ। কিন্তু মই মোৰ প্ৰতিজ্ঞা নেৰাখিলোঁ। ধনৰ লোভত সকলো পাহৰি জ্যোতিষীক যথেষ্ট প্ৰহাৰ কৰি তাৰপৰা খেদি দিলোঁ। আনকি জ্যোতিষীৰ চকু দুটা কণা কৰি দিবলৈয়ো মই বিচাৰিছিলোঁ। ঈশ্বৰক সাক্ষী কৰি জ্যোতিষী গুচি গ'ল। কিছুদিন গ'ল, সেই জ্যোতিষীজন আকৌ উলটি আহি মোৰ লগত বন্ধুৰ দৰেই ব্যৱহাৰ কৰিবলৈ ধৰিলে। তেওঁ পূৰ্ব ব্যৱহাৰ পাহৰিলে বুলি মই বিশ্বাস কৰিলোঁ। তেওঁ এদিন ক'লে, 'বন্ধু! ভূগৰ্ভত এতিয়াও অতুল সম্পদ আছে।' মই তেওঁক আকৌ এডোখৰ ঠাই গণি দিবলৈ অনুৰোধ কৰাত তেওঁ সন্মতি জনালে। মই ধনৰ লোভত আকৌ বলিয়া হৈ উঠিলোঁ; আৰু ধন পালে আধা ভাগ দিম বুলি প্ৰতিজ্ঞা কৰিলোঁ। তেওঁ ক'লে, 'মোৰ কথাত তুমি বিশ্বাস কৰিব নেলাগে, নিজ চকুৰেই চাই লবা।' এইদৰে কৈ তেওঁ মোক এই ঠাইলৈ লৈ আহিল; আৰু এবিধ পনীয়া বস্তু চকুত সানি দি কলে,—'এতিয়া তুমি নিজেই মাটিৰ তলৰ ধন দেখা পাবা।' কিন্তু হাঁয়! মই তেওঁৰ চাতুৰি বুজি নেপালোঁ। পনীয়া বস্তুটো চকুত লগোৱা মাত্ৰকে মই অন্ধ হলোঁ। পূৰ্ব অপমান সুঁৱৰি জ্যোতিষীয়ে মোক এই পিঞ্জৰাটোত ভৰাই গছৰ ডালত আঁৰি থলে; আৰু কলে, 'পূৰ্ব পাপৰ প্ৰায়শ্চিত্ত কৰ। তই মোক কণা কৰিবলৈ বিচাৰিছিলি, এতিয়া নিজে কণা হৈ গছত ওলমি থাক। অসৎ কৰ্মৰ ফল এনেকুৱাই হয়। তোৰ ভাল কৰিছিলোঁ আৰু তই মোক মাৰি-কিলাই চকু কণা কৰিবলৈ বিচাৰিছিলি। সেই বেয়া তোৰ আগেয়ে হ'ল। অনুতাপ কৰ, প্ৰায়শ্চিত্ত কৰ পাপী!" বুঢ়াই আকৌ কপালত চাপৰ মাৰি কান্দি উঠিল। বুঢ়াই আকৌ কবলৈ ধৰিলে, "জ্যোতিষীৰ ভৰিত পৰি মই কান্দিবলৈ ধৰিলোঁ; তেতিয়া তেওঁ কলে, 'সদায় নিজ পাপৰ বাবে অনুতাপ কৰি কৰি ঈশ্বৰৰ ওচৰত ক্ষমা বিচাৰি কান্দিবি। তেতিয়া ঈশ্বৰে তোক আৰোগ্যৰ উপায় দিব। এই পাহাৰৰ সিফালে হামিৰা মৰুভূমিৰ মাজত নিতৌ দুপৰ নিশা 'নুৰৰোজ' ঘাঁহৰ ফুল ফুলে। সেই ফুলৰ ৰস আনি যদি কোনোবাই তোৰ চকুত সানি দিব পাৰে, তেতিয়াহলে তই আকৌ চকুৰে দেখিবি।' তেতিয়াৰেপৰা নিজ পাপৰ শাস্তি এইদৰে ভুগি আছোঁ। কোনে মোক আনি দিব নুৰৰোজ ফুলৰ ৰস। কোন যাব সেই দুৰ্গম ঠাইলৈ? সেই মৰুপ্ৰান্তৰ ভয়ানক ঠাই। অসংখ্য হিংস্ৰ জন্তু ভৰা বিপদসঙ্কুল সেই ঠাইলৈ কোন যাব?" বুঢ়াই আকৌ কান্দে। হাতেমে বুঢ়াক সান্ত্বনা দি কয়, "ভয় নাই বুঢ়া আপ! আপুনি নিশ্চিন্ত হওক। যিমানেই বিপদ নহওক লাগিলে, মই গৈ ফুলৰ ৰস আনিম, ঈশ্বৰ মোৰ সহায় হ'ব। তোমাৰ দুখ নুগুচোৱাকৈ মই দেশলৈ উভতি নেযাওঁ। ঈশ্বৰে মোক নিশ্চয় সহায়

কৰিব।" এই কথা কৈ হাতেমে মৰুপ্ৰান্তৰলৈ যাত্ৰা কৰিলে। পৰী-ৰাণীৰ আজ্ঞামতে হাতেমক সহায় কৰিবলৈ বৈ থকা পৰীবোৰে হাতেমক সেই ঠাইলৈ লৈ যাবলৈ আগবাঢ়ি আহিল। পৰীহঁতে হাতেমক আকাশীপথেৰে নিমিষতে উৰুৱাই লৈ গ'ল— মৰুপ্ৰান্তৰলৈ। হাতেমক মৰুপ্ৰান্তৰত নমাই দিলে। হাতেমে ক'লে, "পৰীসকল! তোমালোক অলপ দূৰৈত থাকিবা, মই মোৰ কাম শেষ কৰি আহি তোমালোকৰ সহায় লমহি।" তেতিয়া এন্ধাৰ হৈ আহিছে। কেউপিনে নানা বনৰীয়া জন্তুৱে খাওঁ খাওঁ মূৰ্তি ধৰি হাতেমক খাবলৈ খেদি আহিল। কিন্তু ঈশ্বৰবিশ্বাসী পৰোপকাৰী হাতেমৰ হাতত কেইবাটাও ৰক্ষাকবচ আছে। ভালুকী সুন্দৰীৰ 'জহৰ-মহৰ' সামাসৰ পৰীজাদাৰ জহৰ-মহৰৰ গুণত কোনো জন্তু হাতেমৰ ওচৰ চাপিব নোৱাৰিলে। হাতেমে মুকুতাৰ দৰে আচৰিত জহৰ-মহৰ হাতত লৈ নিৰ্ভয়ে আগ বাঢ়িল।

পৰীসকলো হাতেমৰ পিচে পিচে ভয়ে ভয়ে আগবাঢ়ি গ'ল। অলপ দূৰ যাওঁতেই দেখিবলৈ পালে আগত দীঘল দীঘল ঘাঁহৰ মৰু গহ্বৰ আগত জল্ জল্ কৰে একোটা 'নুৰবোজ' ফুল ফুটি উঠিছে। একোটা যেন তৰাহে জল্মলকৈ জ্বলি উঠিছে, এনে তাৰ উজ্জ্বল পোহৰ। চাওঁতে চাওঁতে গোটেই মৰু প্ৰান্তৰত পোহৰৰ টৌ খেলিবলৈ ধৰিলে। পোহৰত হিংসুক বনৰীয়া জন্তুবোৰে মানুহৰ গোন্ধ পাই বলিয়া হৈ উঠিল। হাতেমে নিৰ্ভীক ভাৱেৰে সেই বলিয়া জন্তুবোৰৰ মাজেদিয়েই আগবাঢ়ি গ'ল। তেওঁ সবাতোকৈ ডাঙৰ আৰু উজ্জ্বল তিনিটা 'নুৰবোজ' ফুল ছিঙি ললে। পৰীবোৰে হাতেমৰ সাহ আৰু শক্তি দেখি বিস্ময় মানিলে। হাতেমৰ কাম শেষ হ'ল। পৰীসকলে আকৌ হাতেমক উৰুৱাই 'হামিৰৰ' ওচৰলৈ লৈ আহিল। তেতিয়া পুৱাৰ পোহৰত পাহাৰৰ চূড়াবোৰ তিৰবিৰাই উঠিছে। চৰাইবোৰে সাৰ পাই গান গাবলৈ ধৰিলে। হাতেম নামিল। বুঢ়াৰ পিঞ্জৰা নমাই বুঢ়াক উলিয়াই আনিলে আৰু সেই দেৱদুৰ্লভ 'নুৰবোজ' ফুলৰ ৰস বুঢ়াৰ চকুত সানি দিলে। লগে লগে বুঢ়াই দৃষ্টিশক্তি ঘূৰাই পাই আনন্দত চিঞৰি উঠিল, আৰু হাতেমৰ ভৰিত লুটি খাই পৰি কৃতজ্ঞতাৰে ভৰিত চুমা খাবলৈ ধৰিলে। "তুমি দেৱতা, হে মহাপ্ৰাণ! তুমি মোৰ সকলো সম্পত্তিৰ আধা লোৱা। মই তোমাক কি দিম আৰু।" হাতেমে ক'লে, "বুঢ়া আপ! মই অৰ্থৰ লোভত আপোনাৰ কাম কৰা নাই। ঈশ্বৰে মোক মই পাব লগা খিনিতকৈয়ো সৰহ ধন-সম্পত্তি দিছে। তেওঁৰ কৃপাত যে মই আপোনাক আৰোগ্য কৰিব পাৰিলোঁ, এয়ে মোৰ মহাধন। এয়ে মোৰ অমূল্য পুৰস্কাৰ। মানুহক ঈশ্বৰে যি বুদ্ধি আৰু শক্তি দিছে, সেই বুদ্ধি আৰু শক্তি ঈশ্বৰৰ সৃজন। এই সুন্দৰ পৃথিবীখনিক সৰ্বতোভাৱে সুন্দৰ কৰি তুলিবলৈ চেষ্টা কৰাই মানুহৰ কৰ্তব্য। মই মাথোন ঈশ্বৰৰ আদেশ মতে সেই কৰ্তব্যহে কৰিছোঁ। আপোনাৰ ধন-সম্পত্তিৰ মোক যি ভাগ দিবলৈ ওলাইছে, সেই ভাগটো দুখীয়া দৰিদ্ৰক বিলাই দিলেই মই সন্তোষ পাম। অন্নহীনক অন্ন, বস্ত্ৰহীনক বস্ত্ৰ, গৃহহীনক গৃহ, আৰু ৰোগীক পথ্য, শুশ্ৰূষাৰ ব্যৱস্থা কৰিলে আপুনি ঈশ্বৰৰ কাম কৰা হব। ঈশ্বৰৰ কৃপাত মনত আপুনি অপাৰ শান্তি পাব।" এইদৰে বুঢ়াক সান্ত্বনা দি বুঢ়াৰ ওচৰৰ পৰা বিদায় লৈ হাতেমে আকৌ পৰীসকলৰ সাহায্যলৈ আকাশীপথেৰে উৰি আহি 'সাহাবাদ' নগৰ পালেহি। পৰীসকললৈ অশেষ ধন্যবাদ জনাই হাতেমে পৰীসকলক বিদায় দিলে।

লাহে লাহে হাসেন বানুৰ প্ৰাসাদলৈ হাতেমে খোজ ললে। হাসেন বানুৱে হাতেমক অতি সমাদৰ কৰি ভ্ৰমণৰ কাহিনী শুনি বিস্ময় আৰু আনন্দত অভিভূত হৈ পৰিল। মনিৰক আলিঙ্গন কৰি হাতেমে কুশল বাতৰি সুধিলে। হাসেন বানুক

চতুৰ্থ প্ৰশ্নৰ উত্তৰ লাগে---কোৰম দেশত এজন মানুহ আছে ঃ

"সঁচা কৰলৈ নাই যাৰ ভয় ।
পৃথিৱীত তাৰ কোনো নাই ভয় ।।"

এই কথাষাৰ কৈ চিঞৰি থাকে---এই কথাষাৰ কৈ কিয় চিঞৰি থাকে তাৰ সম্ভেদ আনি দিব লাগে। হাসেন বানুৰ চতুৰ্থ প্ৰশ্নৰ অৰ্থ বিচাৰি হাতেম কোৰম দেশলৈ যাত্ৰা কৰিলে।

## চতুৰ্থ প্ৰশ্নৰ সমাধান

কোৰম দেশৰ বাটত হাতেমে বহুত কষ্ট ভোগ কৰি যাওঁতে যাওঁতে এদিন এটা টকলা পাহাৰৰ ওচৰ পালেগৈ। পাহাৰৰ তলত এডাল বৰ ডাঙৰ গছ আছিল। সেই ঠাইলৈ লক্ষ্য কৰি হাতেমে যি ভয়ানক দৃশ্য দেখিলে, আতঙ্কত হাতেমৰ চকু মুদ খাই গ'ল, চেতনা যেন লোপ পালে। তেওঁৰ অলপ দূৰতেই পাহাৰৰ তলত এটা ডাঙৰ তেজৰ পুখুৰী। পুখুৰীৰ পিনে আগবাঢ়ি যাওঁতে ওপৰলৈ চকু পৰিল, আৰু গা শিয়ঁৰি উঠিল। ভয়ত চিঞৰ ধৰিলে। পুখুৰীৰ ওপৰৰ সেই ডাঙৰ গছ জোপাৰ ডালবোৰত অতি ধুনীয়া ধুনীয়া তিৰোতা মানুহবোৰৰ মূৰবোৰ ওলমি আছে। আটাইতকৈ ওখ ডালটো পুখুৰীত লাগোঁ লাগোঁ হৈ ওলমি আছে, আৰু ডাঙৰ মূৰৰপৰা তেজবোৰ জৰ্‌জৰ্‌কৈ বৈ বৈ তেজৰ পুখুৰী হৈ গৈছে। সেই ডালটোত যিজনী সুন্দৰী ছোৱালীৰ মূৰটো ওলমি আছে, সেই ছোৱালীজনী অসামান্যা সুন্দৰী; এনে সুন্দৰী কন্যা হাতেমে জীৱনত কেতিয়াও দেখা নাই। সেই মূৰবোৰ যদিও কটা মূৰ, মুখবোৰ জীয়া মানুহৰ দৰে; প্ৰত্যেকখন মুখতে হাঁহি বিৰিঙি আছে। মাত্ৰ আটাইতকৈ সুন্দৰী ছোৱালীজনীৰ মূৰটোৰ দৃষ্টি অতি কৰুণ, চকুত যেন এটি কৰুণ আবেদন ফুটি আছে। মুখখনি অতি বেজাৰেৰে ভৰা। সেই মুখখনিৰ কৰুণকাতৰ দৃষ্টিয়ে হাতেমক বিচলিত কৰি তুলিলে। তেওঁৰ বুজিবলৈ বাকী নেথাকিল যে এইটো কোনো দুৰ্বৃত্তৰ নিষ্ঠুৰ অত্যাচাৰৰ মায়া-দৃশ্য। ইমানবোৰ নাৰী হত্যা কৰিলে? কি পৈশাচিক দৃশ্য! এইদৰে হতভম্ব হৈ ভাবি থাকোঁতেই লাহে লাহে বেলি মাৰ গৈ এন্ধাৰ হৈ আহিল। তেওঁ অপলক দৃষ্টিৰে চাই থাকোঁতেই দেখিলে এটি আচৰিত পৰিবৰ্তন। এন্ধাৰ হোৱাৰ লগে লগেই গছৰপৰা পকা আম সৰি পৰাৰ দৰে টপ্‌-টপকৈ কটা মূৰবোৰ তেজৰ পুখুৰীত সৰি পৰিল। চাওঁতে চাওঁতেই তেজৰ পুখুৰীৰ ঠাইত এটা ধুনীয়া প্ৰাসাদোপম অট্টালিকা জিলিকি উঠিল। প্ৰাসাদৰ ভিতৰত সুসজ্জিত দৰবাৰ ঘৰ পোহৰত জলমলাবলৈ ধৰিলে। ঘৰৰ ভিতৰত মূল্যবান আসনবোৰ শাৰী শাৰীকৈ পাতি থোৱা মজিয়াত মূল্যবান কাৰ্পেট পৰা। সোঁ-মাজতে এখন বহুমূলীয়া সোণৰ সিংহাসন পাতি থোৱা। সিংহাসনৰ মণি-মুকুতাবোৰ পোহৰত জোন বেলিৰ দৰে জিলিকি উঠিছে। আকৌ দেখিলে ---এজাক ধুনীয়া গাভৰুৱে পৰ্দাখন আঁতৰাই ভিতৰলৈ সোমাই আহি কেউপিনে চাই সম্ভ্ৰমেৰে থিয় হ'ল। শেষত সোমাই আহিল ৰাণী। ৰাণী আহি সিংহাসনত বহিল। হাতেমে চিনিব পাৰিলে আটাইতকৈ ধুনীয়া মূৰটোৱেই ৰাণীৰ মূৰ। আৰু আন ধুনীয়া গাভৰুবোৰৰ মূৰবোৰেই এই গাভৰুহঁতৰ মূৰ। হাতেম বিস্ময়ত স্বৰগ পৰা মানুহৰ দৰে থৰ লাগিল। আকৌ দেখিলে ---সেই কটা মূৰৰ গাভৰু সুন্দৰীবোৰে নাচ-গান কৰি বাজনা বজাই উলাহত উৰুলিকৃত হৈ উঠিল। পিচত আকৌ খোৱাৰ আয়োজন। নানা তৰহৰ খাদ্য, ফল-মূল, মিঠৈ, পোলাও, পৰমান্ন। এজনীয়ে আহি হাতেমক খাবলৈ মাতিলে। হাতেমৰ ভয় আৰু বিস্ময়ত মুখৰ মাত হৰিল। হাতেমে

একো নেমাতিলে। এবাৰ মাত্ৰ ক'লে, "তোমা-লোকৰ ৰাণীৰ ওচৰলৈ মোক লৈ গলেহে মই খাম।" কথাষাৰ কবলৈহে পালে, ইপিনে ভোজ-বাজীৰ দৰে অট্টালিকা, সুন্দৰী, গান-বাজনা নিমি-ষতে নাইকিয়া হ'ল। হাতেমে বিস্ময় মানি কেউপিনে চকু ফুৰাই দেখিলে—কেতিয়ানো পুবে ধলফাট দিছে কবই নোৱাৰে। আকৌ সেই তেজৰ পুখুৰীত কটা ওলোমা মূৰবোৰ, জৰ্ জৰ্ কৰি ধাৰাসাৰে তেজ বৰষি থকা আগৰ সেই বীভৎস দৃশ্য! হাতেমে এই মায়া-ৰাজ্যৰ ওৰ নেপাই ঈশ্বৰৰ চৰণ-চিন্তা কৰি সেই ঠাইতে বহি দিন কটালে। আকৌ সন্ধিয়া হ'ল। হাতেমে চকু মেলি চাই দেখিলে আকৌ আগৰ নিশাৰ দৰে অট্টালিকা, সুন্দৰী, গান-বাজনা, খোৱাৰ আয়ো-জন। আকৌ এজনী সুন্দৰী গাভৰুৱে হাতেমক খাবলৈ দিলে। হাতেমে অনুনয় কৰি কলে—ৰাণীৰ ওচৰলৈ নিবলৈ। সুন্দৰীয়ে ইঙ্গিতেৰে হাতেমক খাবলৈ কলে। হাতেমে এইবাৰ খালে। খাই উঠি সুন্দৰীৰ পিচ ললে। সুন্দৰী দৌৰি গৈ সেই সৰোবৰত জপিয়াই পৰিল। হাতেমেও সুন্দৰীক অনুসৰণ কৰি সৰোবৰত জাপ দিলে। অলপ পিচতে হাতেমে ভৰিৰ তলত মাটিৰ পৰশ পাই চকু মেলি চাই দেখিলে এখন সীমাহীন মৰু-ভূমিত তেওঁ থিয় হৈ আছে। ক'ত অট্টালিকা, ক'ত সুন্দৰী, সকলো সপোন যেন লাগিল। মৰু-ভূমিৰ মাজত হাতেমে তিনিদিন ঘূৰি ফুৰিলে। ক'তো বাট-পথ নেপাই মৰণ নিশ্চিত বুলি ভাবি ললে। আৰু এঠাইত বহি ঈশ্বৰৰ নাম জপিবলৈ ধৰিলে। অলপ পৰৰ পিচতে সেউজীয়া সাজ পিন্ধা বুঢ়া ফকীৰ এজন ওলালহি। হাতেমে সেই নিৰ্জন মৰুভূমিত বুঢ়া ফকীৰজন দেখা পাই বৰ ভাল পালে। ফকীৰে সুধিলে, "কি দেখিলা? কি কৰিবা? কলৈ যাম বুলি ভাবিছা?" হাতেমে ক'লে, "য'ৰপৰা আহিছোঁ তলৈকে যাবলৈ ইচ্ছা কৰোঁ।" বুঢ়াই ক'লে, "বাৰু লাঠীডাল ধৰি চকু মুদি থিয় হোৱা।" হাতেমে চকু মুদি লাঠীত ধৰাৰ লগে লগেই আকৌ সেই তেজৰ পুখুৰী পালেগৈ। আকৌ সেই গছত ওলোমা কটা মূৰ, তেজৰ পুখুৰী দেখিলে। ফকীৰ অদৃশ্য হ'ল। হাতেমৰ বাৰে বাৰে এনে মায়া-বাজীবোৰ দেখি খং উঠিল। এইবাৰ ৰাণীৰ মূৰটো গছৰপৰা ছিঙি আনো বুলি গছ ডাললৈ উঠি গ'ল। কিন্তু গছডাল বৰকৈ কঁপিবলৈ ধৰিলে। গছৰ মাজমান উঠোঁতেই ভয়ানক শব্দ কৰি গছডাল মাজে মাজে ফালি দুফাল হ'ল। গছৰ ফাঁটত হাতেম সোমাই পৰিল। এইবাৰ নিশ্চিত মৃত্যু ভাবি ঈশ্বৰক স্মৰণ কৰি হাতেমে গছৰ ফাঁটৰপৰা ওলাবলৈ প্ৰাণপণে যুঁজিবলৈ ধৰিলে। কিন্তু লৰচৰ কৰিবলৈকে গাত শকতি নোহোৱা হ'ল। এনেতে আকৌ সেই বুঢ়া ফকীৰ ওলালহি। গছৰ ডালত টানকৈ লাঠীডালেৰে কোব এটা মাৰি দিলে, ফাঁট বহল হৈ গ'ল। হাতেমক হাতত ধৰি ফকীৰে উলিয়াই আনিলে, আৰু ক'লে, "হেৰৌ মূৰ্খ ডেকা, সেই কটা মূৰ ছিঙিবলৈ কেলেই গৈছিলি? এনে কাম কৰিবলৈ গলে তোৰ মৃত্যু নিশ্চিত।" হাতেমে ক'লে, "ফকীৰ চাহাব! সেই ৰাণীৰ মূৰটোৱে মোক যাদু কৰিছে। মই সেই মূৰটোৰ আকৰ্ষণ এৰাব নোৱাৰা হৈছোঁ। এইবোৰ কি যাদু মোক কওক, মই বৰ অস্থিৰ হৈ পৰিছোঁ।" ফকীৰে ক'লে, —"শুন মই কওঁ। এই ঠাইৰপৰা তিনিশ ক্ৰোশ দূৰৈত হামিৰ পৰ্বতৰ ওপৰত 'সাহ আহ-মাৰ' নামৰ ভয়ানক যাদুকৰ এটা আছে। তাৰ ভয়ত পৃথিবী কম্পমান। সেই ভয়ানক যাদুকৰে কিমান সুখৰ সংসাৰ পুৰি ছাই কৰি নিজৰ সুখ-সম্পত্তি কৰিছে তাৰ অন্ত নাই। কিন্তু তাৰ ছোৱালী সেই 'জাৰিজপোষ' বৰ ধাৰ্মিকা আৰু দয়াৱতী। তাই বাপেকে এইদৰে লোকৰ সৰ্ব-

নাশ কৰাত বাধা দিয়ে, আৰু বিপদগ্ৰস্ত মানুহবোৰক মুক্ত কৰিবলৈ সদায় যত্ন কৰে। এই কথাত বাপেকৰ খং উঠি তাইক আৰু তাইৰ সহচৰীবোৰক যাদু কৰি এনে দুৰৱস্থা কৰি নিষ্ঠুৰ শাস্তি দি ৰাখিছে। ৰাতি হ'লে ভাল হয়, দিনত এই দৰে মূৰ ছিঙি গছত ওলমি থাকে। আটাইতকৈ সুন্দৰীজনীৰ মূৰটোৱেই 'জাৰিণপোষ'ৰ মূৰ। কিন্তু যেয়ে সিহঁতৰ মূৰ চুব, তাৰো সেই দৰে মূৰ ছিঙিব, এনে যাদুৰ মায়া।" এই কথা কৈ ফকীৰ অন্তৰ্দ্ধান হ'ল। জাৰিণপোষৰ এনে দুৰ্দশাৰ কাৰণ শুনি দয়ালু হাতেমৰ প্ৰাণে কান্দি উঠিল। যেনেকৈ হওক পিশাচ যাদুকৰৰ মায়াৰপৰা জাৰিণপোষক উদ্ধাৰ কৰিবলৈ প্ৰাণ যায় যদি যাওক, তথাপি চেষ্টা কৰিবই। এনে প্ৰতিজ্ঞা কৰি হাতেমে আকৌ গছত উঠি সেই জাৰিণপোষৰ মূৰটো স্পৰ্শ কৰিলে। সেই মুহূৰ্ততে হাতেমৰ মূৰটো ছিঙি গছত ওলমি পৰিল আৰু ধাৰাসাৰে তেজ ববলৈ ধৰিলে, গা ছোৱা তেজৰ সৰোবৰত বুৰ গ'ল। আকৌ নিশা আহিল। সুন্দৰীহঁতৰ দৰেই হাতেমৰ মূৰ সৰোবৰত সৰি পৰা দেহৰ লগত জোৰা লাগিল। সুন্দৰীহঁতৰ সতে নাচ-গান কৰি স্ফূৰ্তি কৰিলে; কিন্তু মায়াৰ জালত পৰি হাতেমে পূৰ্ব-স্মৃতি পাহৰি গ'ল। এইদৰে কিমান দিন যে গ'ল তাৰ ঠিকনা নাই। এদিন বুঢ়া ফকীৰ আকৌ ওলালহি। হাতেমৰ সেই দশা দেখি লাঠীৰে কোবাই মূৰটো পাৰি আনিলে আৰু সৰোবৰৰপৰা দেহটো তুলি আনি জোৰা দিলে। হাতেম জী উঠিল। বুঢ়া ফকীৰে পূৰ্বৰ জ্ঞান সোঁৱৰাই দিলে। হাতেমৰ তেতিয়াহে তত্ আহিল। ফকীৰৰ ভৰিত লুটি খাই পৰি প্ৰাণদাতাক আন্তৰিক কৃতজ্ঞতা জনালে। ফকীৰে ক'লে, "হাতেম! তই ঈশ্বৰৰ ভক্ত, পৰোপকাৰী। তোৰ জীৱন ঈশ্বৰেই ৰাখিছে, তেওঁৰ কাম সিদ্ধি কৰিবলৈ। বাৰু তোক মই এটা ঈশ্বৰৰ মন্ত্ৰ শিকাই দিওঁ। যদি তই দেহে মনে সদায় পবিত্ৰ হৈ থাকিব পাৰ আৰু কেতিয়াও মিছা কথা নকৱ, বেয়া ব্যৱহাৰ নকৰ, তেনেহলে এই মন্ত্ৰৰ বলত 'সাহ আহমাৰ' যাদুকৰৰ সকলো যাদু-মন্ত্ৰ নষ্ট হৈ যাব। সেই দুৰ্বৃত্তক সহজেই ধংস কৰি এই নিৰপৰাধিনী ছোৱালীবোৰক উদ্ধাৰ কৰিব পাৰিবি। সংসাৰৰ মানুহৰ দুখ নিৰ্যাতন গুচুৱাই পিশাচৰ হাতৰপৰা মুক্ত কৰিব পাৰিবি। এতিয়া যা, ঈশ্বৰৰ চৰণত আত্মসমৰ্পণ কৰি আগবাঢ়। ল এই লাঠী। এই লাঠীডাল হাতত লৈ যলৈকে যাবলৈ মন কৰ, চকু মুদি মন কৰিলেই লাঠীয়ে তোক নিমিষতে সেই ঠাই পোৱাই দিব আৰু ৰক্ষা কৰিব।" ফকীৰ খন্তেকতে অন্তৰ্দ্ধান হ'ল। হাতেমে ঈশ্বৰক স্মৰণ কৰি ভয়ঙ্কৰ যাদুকৰক বিনাশ কৰিবলৈ যাত্ৰা কৰিলে। শেষত হামিৰ পৰ্বতৰ যাদুকৰক অতি কষ্টেৰে লাঠীৰ সহায়েৰে বধ কৰিলে। যাদুকৰৰ মৃত্যুৰ লগে লগে সকলো মায়াজাল খন্তেকতে ছিঙি গ'ল। 'জাৰিণপোষ' আৰু সুন্দৰী গাভৰুসকলে জীৱন লাভ কৰিলে। প্ৰাণদাতাৰ ওচৰলৈ লৰি আহি ভৰিত দীঘল দি পৰিল। শেষত নিৰাশ্ৰয়া 'জাৰিণপোষৰ' কোনো অভিভাৱক নথকাৰ কাৰণে হাতেমে জাৰিণপোষক বিয়া কৰালে আৰু হাতেমৰ বুঢ়া পিতা-মাতাৰ ওচৰলৈ পঠিয়াই দিলে। কাৰণ হাসেন বানুৰ চতুৰ্থ প্ৰশ্নৰ সমাধান এতিয়াও হোৱা নাই। কৰ্তব্যপৰায়ণ হাতেমে এইবাৰ আগবাঢ়িল অনায়াসে লাঠীৰ সহায়ত। খন্তেকতে কোৰম দেশ পালেগৈ। পুৰণি চহৰলৈ গৈ এটা প্ৰকাণ্ড অট্টালিকাৰ সমুখত ৰ'লগৈ। সেই অট্টালিকাৰ বাটচ'ৰাত এই কথাকেইটা লিখি থোৱা আছে—

"সঁচা কথা কবলৈ সাহ আছে যাৰ,
পৃথিৱীত কোনো ভয় নাইকিয়া তাৰ।"

হাতেমৰ বুকুতে হিয়া নাচি উঠিল। তেওঁ

অট্টালিকাৰ ভিতৰলৈ সোমাই গ'ল, আৰু ঘৰৰ গিৰিহঁতৰ অতিকৈ আদৰ-অভ্যৰ্থনা পালে। শেষত গিৰিহঁতে আঁতি-গুৰি সুধিলত হাতেমে সকলো বৃত্তান্ত গিৰিহঁতক বিবৰি ক'লে, আৰু বাট-চ'ৰাত লিখি থোৱা কথা দুশাৰীৰ অৰ্থ সুধিলে। গিৰিহঁতে ক'লে, "বহু ধন্যবাদ লোৱাঁ আৰব ডেকা। তুমি পৰৰ হিত সাধিবলৈ নিজৰ জীৱনৰ মায়া এৰি নানা বিপদৰ মাজেদি এই সুদূৰ দেশ পাইছাহি। যি কাম আনৰ অসাধ্য, তুমি নিজৰ দৃঢ়তাৰ বলত সাধন কৰিছা, ঈশ্বৰে তোমাৰ মঙ্গল কৰিব। তোমাৰ যশস্যা আৰু খ্যাতিৰে পৃথিৱী উপচি যাব।" তেওঁৰ প্ৰশংসা শুনি হাতেমে লাজতে তলমূৰ কৰিলে। সেই নিশা খাই-বৈ শান্তিৰে বিশ্ৰাম কৰিলে। পিচদিনা গিৰিহঁতৰ ওচৰত তেওঁৰ জীৱন-কাহিনী শুনিবলৈ বহিল। গিৰিহঁতে কবলৈ ধৰিলে, "শুনা আৰব ডেকা! পাপৰ কাহিনী। মই ডেকাকালত অতিপাত জুৱাৰী আছিলোঁ। জুৱা খেলি খেলি জুৱাৰ নিচাত মোৰ সকলো সম্পত্তি নাশ কৰিলোঁ। মোৰ হাতত ফুটাকড়ি এটাও নোহোৱা হ'ল। তথাপি মোক পপীয়া জুৱাৰ নিচাই নেৰিলে। শেষত চুৰ কৰিবলৈ ললোঁ, কাৰণ জুৱাৰ নিচাই মানুহক এবাৰ ধৰিলে তাক চালে চালে পাপৰ নৰকলৈ নিহে এৰিব। মোকো এই পপীয়া নিচাই চালে চালে নমাই নিলে। চুৰ কৰিবলৈ ধৰিলোঁ, কাৰণ মোৰ বহুত টকাৰ আৱশ্যক। গতিকে এদিন ৰজাৰ ঘৰত চুৰ কৰিবলৈ ঠিক কৰিলোঁ। গভীৰ নিশা মই খিৰিকীয়েদি ৰজাৰ জীয়ৰীৰ ঘৰ সোমাই টকা-কড়ি, অয়-অলঙ্কাৰ, আনকি সোণৰ জ্বলি থকা চাকিটোও নুমুৱাই বান্ধি লৈ নিৰাপদে বাহিৰ হৈ আহিলোঁ। কোনেও গম নেপালে। কিন্তু মোৰ বুকুৰ ভিতৰখন দুৰদুৰকৈ কঁপিবলৈ ধৰিলে। মই নিজান পথাৰলৈ গলোঁ। তাতো ৰক্ষা নেপালোঁ, কাৰণ মই দেখিলোঁ, পথাৰৰ মাজত আন কেইজনমান চোৰে বস্তু চুৰ কৰি আনি ভাগ কৰিবলৈ ধৰিছে। চোৰ কেইটাই মোক সুধিলে—"কোন?" মই চোৰ বুলি কৈ সিহঁতক মোৰ চোৰাই মালবোৰ দেখুৱালোঁ। মোৰ বস্তুৰ ভিতৰত এখন ডাঙৰ মূল্যবান 'চুনী' পাথৰ আছিল। চোৰ কেইটাৰ দেখি লোভ লাগিল। সিহঁতে মোক মাৰি-কিলাই 'চুনী' পাথৰ ডোখৰ নিবলৈ যত্ন কৰিলে। ঠিক তেনে সময়তে কাৰ এষাৰ ভয়ানক মাতত পথাৰখন কঁপি উঠিল। চোৰহঁত পলাই পত্তং দিলে। কিন্তু মই পলাব নোৱাৰিলোঁ। ভয়তে কাঠৰ দৰে হৈ কঁপিবলৈ ধৰিলোঁ। মানুহজনে আহি পৰিচয় সুধিলে। মই মিছা কথা ক'ব নোৱাৰিলোঁ, অকপটে মোৰ সকলো পাপৰ কথা তেওঁক কলোঁ আৰু মোৰ চোৰাই মালবোৰ দেখুৱালোঁ। সেই মানুহজনে মোক কলে, যিহেতু তুমি বেয়া কাম কৰিও সঁচা কথা কৈ স্বীকাৰ কৰিলা, সেই বাবে তোমাক ক্ষমা কৰিলোঁ। তুমি এই মালবোৰ লৈ যোৱাঁ। এই মাল তোমাৰ হ'ল। আজিৰপৰা তুমি ঈশ্বৰৰ নামত শপত খোৱা —জীৱনত কেতিয়াও জুৱা নেখেলোঁ বুলি। মই শপত খালোঁ। তেওঁ মোক আশীৰ্বাদ কৰিলে। মই আহি এই ঠাইত সেই ধন-সম্পত্তিৰে এই অট্টালিকা সাজিলোঁ। মানুহৰ মোৰ প্ৰতি হিংসা হবলৈ ধৰিলে—আৰু ৰজাৰ ঘৰত গোচৰ দিলে। ৰজাৰ বিচাৰলৈ বান্ধি-ধৰি লৈ গ'ল। ৰজাৰ আগতো মই এটা কথাও নুলুকুৱাকৈ আদিৰেপৰা অন্তলৈকে সকলো সঁচা কথা কলোঁ। ৰাজকুমাৰীৰ যথাসৰ্বস্ব চুৰ কৰি অনাৰ কথাও কলোঁ। ৰজাই মোৰ সকলো কথা নিৰ্ভয় ভাবেৰে কোৱা শুনি,

বিশেষকৈ চোৰ এজনে এনেদৰে সঁচা কথা কোৱা শুনি বিস্ময় মানিলে। আৰু কলে, চোৰ হলেও এই মানুহটো সত্যবাদী। মোৰ জীৱনত এইটো এটা আচৰিত অভিজ্ঞতা। গতিকে মই এই সত্যবাদী চোৰক ক্ষমা কৰিলোঁ। বিশেষকৈ তেওঁ যেতিয়া চুৰি বিদ্যা এৰি সৎভাৱে জীৱন নির্বাহ কৰিছে, এই মানুহ মোৰ ক্ষমাৰ পাত্র। সেই দিনাই ঘৰলৈ উলটি আহি এই মহামন্ত্রষাৰ মোৰ বাট-চৰাত লেখি থলো। এই কথা দুফাঁকিৰ এইয়ে ইতিহাস। প্রত্যেক প্রশ্নকাৰীকে মোৰ এই পাপৰ ইতিহাস কবলৈ মোক এই কথা দুশাৰীয়ে সুবিধা দিলে।

হাতেমৰ তথ্য সংগ্রহ সম্পূর্ণ হ'ল। তেওঁ বিদায় লৈ 'সাহাবাদৰ' পিনে যাত্রা কৰিলে। সাহাবাদত পোনতেই মণিৰস্বামীক সাক্ষাৎ কৰি তেওঁৰ সফলতাৰ কথা কলে। তেওঁ অতি আনন্দিত হ'ল। শেষত হাসেনবানুৰ ওচৰত হাতেমে চতুর্থ প্রশ্নৰ সফলতা আৰু বাটৰ অভিজ্ঞতা বর্ণনা কৰিলে। হাসেনবানুৱে হাতেমক অশেষ ধন্যবাদ জনালে।

এইবাৰ হাতেমে হাসেনবানুৰ পঞ্চম প্রশ্নৰ কথা সুধিলে। হাসেনবানুৱে 'ফোহেনদা' পর্বতৰ ভিতৰৰ ৰহস্য উদ্‌ঘাটন কৰি হাসেনবানুক জনাবলৈ গোচৰ কৰিলে। হাতেমে আনন্দ মনেৰে অলৌকিক লাঠীৰ সহায়েৰে 'ফোহেনদা' পর্বতলৈ যাত্রা কৰিলে।

## পঞ্চম প্রশ্নৰ সমাধান

এইবাৰ ফোহেনদা পর্বতৰ সন্ধানত হাতেমে বহু দেশ পাৰ হৈ এখন চহৰৰ প্রান্তৰ মৈদামত উপস্থিত হ'লহি। মৈদামত কিছুমান মানুহে এটা মৃতকৰ কবৰ খান্দি থকা দেখা পালে। হাতেমক দেখা পাই এজন মানুহ লৰি আহি হাতেমক মাতিলে আৰু বিনয়েৰে ক'লে, "বাটৰুৱা আহক, আমাৰ অলপ আহাৰ গ্রহণ কৰক হি। কাৰণ আমাৰ দেশৰ নিয়ম মতে এজন বাটৰুৱাক আহাৰ নিদিয়ালৈকে কবৰত মাটি দিব নোৱাৰি। গতিকে আপুনি অনুগ্রহ কৰি আমাৰ কাম সমাধা কৰিবলৈ উপায় দিলে আমি বৰ উপকৃত হম।"

হাতেমে কবৰৰ ওচৰলৈ গৈ আহাৰ কৰিলে। মানুহবোৰেও মৃতকৰ কবৰত মাটি দি ঘৰাঘৰি গ'ল। শ্মশান-যাত্রীসকলৰ এজনে বাটৰুৱা হাতেমক নিজৰ ঘৰলৈ মাতি লৈ গ'ল। সেই চহৰৰ মানুহৰ অতিথিপৰায়ণতা দেখি হাতেম আচৰিত হৈ গ'ল। শেষত নাগৰিকজনে বাদচাহৰ দৰবাৰলৈ হাতেমক লৈ গৈ বাদচাহৰ লগত পৰিচয় কৰি দিলে। দৰবাৰত উপস্থিত হৈ বাদচাহক কুর্নিশ কৰি হাতেমে 'ফোহেনদা' নগৰৰ বাতৰি সুধিলে। বাদচাহৰ দৰবাৰৰ এজন বুঢ়া লোকে ক'লে, "সৰু কালতে শুনিছিলোঁ, 'ফোহেনদা' দেশ দক্ষিণ পিনে বহু দূৰৈত। সেইখন এখন আচৰিত চহৰ। সেই ঠাইত মানুহ মৰিলে হেনো কোনেও শোক নকৰে। কোনেও কাৰো কাৰণে নেকান্দে।" বাতৰি পাই হাতেম তাই 'ফোহেনদা' নগৰলৈ যাত্রা কৰিলে। এজন গৃহস্থ লোকে হাতেমক আদৰ কৰি নিজৰ ঘৰলৈ মাতি লৈ গ'ল। আৰু নিজৰ ঘৈণীয়েকৰ গাৰ মাংস এডোখৰ কাটি আলহীক ৰান্ধি দিলে। এই বীভৎস দৃশ্য দেখি হাতেম বিস্ময়-বিমূঢ় হৈ তৎক্ষণাত সেই ঠাই এৰিলে। বহু দেশ আৰু বহু গাঁও পাৰ হৈ গৈ আকৌ এঠাইত দেখিলে— মৃতকৰ সৎকাৰৰ বাবে চিতা জ্বলাইছে। কেউপিনে মানুহে বেৰি থকা দেখি হাতেমে মৰা মানুহ-

জন কিয় পুৰিছে বুলি সুধিলে। উত্তৰত শ্মশান-যাত্ৰী সকলে ক'লে, "মহাশয়! এইখন হিন্দুৰ দেশ। এই ঠাইত মৃতকক চিতা জ্বলাই দাহ কৰাৰ নিয়ম।" এই হিন্দু ৰাজ্যত বহুত ঘূৰি আৰু বহু দূৰত আকৌ এখন দেশ পালেগৈ। সেই ঠাইত আৰু এটি আচৰিত ঘটনা দেখি থমকি ৰ'ল। মৃতা স্ত্ৰীৰ লগত স্বামীকো কবৰ দিবলৈ বহুত মানুহে এজন ডেকাক ধৰি-বান্ধি লৈ আজুৰি আনিছে। ডেকাজনে কোনোমতেই কবৰত সোমাব নোখোজে। সমাজেও নেৰে। হাতেমে এনে ব্যৱহাৰ দেখি অতি আচৰিত হ'ল। তেওঁ ডেকাজনৰ কাণে কাণে ক'লে, "ডেকা! তুমি এতিয়া কবৰলৈ যোৱাঁ, নিশা তোমাক মই উদ্ধাৰ কৰিম।" এই কথা শুনি ডেকাজনৰ সম্মতিক্ৰমে কবৰ দিয়া হ'ল। নিশা হাতেমে কবৰ খান্দি ডেকাক উদ্ধাৰ কৰিলে। তেওঁ এই দেশ এৰি সেই নিশাৰ ভিতৰতে পলাই গ'ল। সেই ঠাইতে হাতেমে 'ফোহেনদা' পৰ্বতৰ ৰহস্য সংগ্ৰহ কৰিলে। বুঢ়া এজনে ক'লে, "'ফোহেনদা' পৰ্বত ইয়াৰপৰা এমাহৰ বাট। পৰ্বতৰ ভিতৰৰপৰা কোনোবাই চিঞৰি মাতে কিন্তু কোনে মাতে কোনেও নেজানে।" হাতেমে তেতিয়াই 'ফোহেনদা' পৰ্বতলৈ যাত্ৰা কৰিলে। 'ফোহেনদা' চহৰ পোৱা মাত্ৰেই মানুহে তেওঁক বেৰি ধৰিলে আৰু কটোৱালৰ ওচৰ পোৱালেগৈ। কটোৱালবোৰে হাতেমৰ পৰিচয় পাই অতি আদৰ সাদৰ কৰিলে। কাৰণ দিগ্বিজয়ী চেকেন্দৰ বাদচাহ অহাৰ পিচত এতিয়ালৈকে সেই ঠাইলৈ কোনো বিদেশী অহা নাছিল। 'ফোহেনদা' পৰ্বতলৈ অহাৰ কাৰণ কটোৱালৰ আগত হাতেমে বিবৰি কলে। তেতিয়া কটোৱালে কলে, "হে মহাপ্ৰাণ আৰব যুবৰাজ! আপুনি সেই পৰ্বতৰ ৰহস্য সন্ধান কেনেকৈ পাব? কিছুদিন এই নগৰত বাস কৰিলেহে সেই ৰহস্য বুজিব পাৰিব।"

কটোৱালৰ সুবন্দবস্ত পাই হাতেমে সেই চহৰত কিছুদিন বাস কৰিবলৈ ধৰিলে। ক্ৰমে ক্ৰমে বহুত লোকৰ লগত চা-চিনাকি আৰু বন্ধুত্ব গঢ়ি উঠিল। এদিন নিজৰ ঘৰত বহুত বন্ধু-বান্ধৱৰ লগত কথা-বতৰা পাতি হাতেম বহি আছে, এনেতে হাতেমে সুধিলে—"সৌ যে পৰ্বতশাৰী, তাৰ ভিতৰত কোনটো ৰহস্যপূৰ্ণ নেদাৰ পৰ্বত?" এজনে ক'লে, "সৌ যে ওখ টিলাটো মেঘ ছোঁ ছোঁ হৈ আছে সেইটোৱেই 'নেদাৰ' পৰ্বত।" কথাষাৰ শেষ হবলৈ নৌপাওঁতেই পৰ্বতৰ ভিতৰৰপৰা কাৰ যেন এটা ভীষণ চিঞৰ উঠিল। মানুহবোৰৰো কঁপনি উঠিল। হঠাতে এজন মানুহৰ মুখখন মৰাৰ দৰে শেঁতা হৈ পৰিল। সেই মুহূৰ্ত্ততে মানুহজনে কাকো একো নোকোৱাকৈ বলিয়াৰ দৰে উৰ্দ্ধশ্বাসে নেদাৰ পৰ্বতৰ পিনে দৌৰিবলৈ ধৰিলে। ইবোৰ মানুহো সেই মানুহটোৰ পিচে পিচে দৌৰি যাবলৈ ধৰিলে। লগে লগে হাতেমো দৌৰিলে। হাতেমে এজনক সুধিলে—"কি হ'ল! কি কাণ্ড এইবোৰ?" মানুহজনে ক'লে, "আপুনি শুনা নাই জানো? সেই মানুহজনৰ ডাক পৰিলত তেওঁৰ দিন শেষ হ'ল। যাৰ দিন শেষ হয়, আয়ুস শেষ হয়, সেয়ে এই মাত শুনে। এই মাত শুনিলে কাৰো ৰবৰ সাধ্য নাই। সি যাবই লাগিব।" "তেনে শব্দৰে—কোনে এইদৰে মাতে? পৰ্বতৰ ভিতৰত কোন আছে?" মানুহজনে উত্তৰ দিলে "নেজানো, কোনেও নেজানে। যি জনৰ ডাক পৰে তেওঁৰ বাহিৰে আনে কব নোৱাৰে। কোনোবাই যদি পৰ্বতৰ মাজত অদৃশ্য হৈ যোৱাৰ আগতে সেই মানুহজনক ধৰিব পাৰে, তেওঁহে কব পাৰিব।"

সেই মানুহটোক যেন কিবা এটা অদৃশ্য আকৰ্ষণে হিৰ্ হিৰ্ কৰি টানি নিছে। তথাপি হাতেমে প্ৰাণপণে দৌৰি মানুহটোৰ হাত খনত থাপ্ মাৰি ধৰি অতি করুণভাৱে সুধিলে—"কোৱা ভাই!

সেই পৰ্বতৰপৰা তোমাক কোনে মাতিছে। কিয় তুমি এনে জ্ঞানশূন্য হৈ দৌৰিছা? তোমাৰ লগত মই মৃত্যু বৰণ কৰিবলৈ ৰাজি আছোঁ। কোৱাঁ ভাই! তোমাৰ ভৰিত ধৰিছোঁ, কোৱাঁ।" কিন্তু সেই মানুহটোৰ যেন কাণ কলা, যেন বাহ্যজ্ঞান শূন্য, এনেভাৱে অতি জোৰেৰে হাতেমৰ হাতৰপৰা নিজৰ হাতখন মুকলি কৰি পৰ্বতত উঠিবলৈ ধৰিলে। হাতেমো পিচে পিচে লৰি গৈ আছে। অলপ উঠিয়েই দেখিলে মানুহটো চকুৰ আঁৰ হ'ল। অকল যে মানুহেই আঁৰ হ'ল এনে নহয়, পৰ্বতৰ চূড়াও অদৃশ্য হ'ল—মাত্ৰ চকুৰ আগত এটা ৰামধেনুৰ বোলৰ দৰে সাতবৰণীয়া ওখ শিলে বাটটো ভেটা দি আছে। কিছুমান সময় হাতেম হতবাক হৈ থমকি চাই ৰল। কেউপিনে চাই একো নেদেখি উলটি আহি আকৌ লগৰীয়াবোৰৰ লগ ধৰিলেহি। লগৰীয়াবোৰে সকলোৱে পৰ্বতৰ পিনে চাই তিনিবাৰ স্তুতি-পাঠ কৰি পৰ্বতক সেৱা কৰি ঘৰমুৱা হ'ল। হাতেমো লগতে উলটি আহিল। বিশেষকৈ আচৰিত হব লগীয়া কথা হ'ল, মৃতকৰ আত্মীয় স্বজন কোনেও অকণো দুখ বা শোক প্ৰকাশ নকৰিলে। বৰং সকলোৱে খুব ধুম-ধামেৰে দৰিদ্ৰ দুখীয়াক খুৱাই দান দক্ষিণা কৰি আকৌ যাৰ যি কাম কৰিবলৈ ধৰিলে।

কিছুদিন এইদৰে যোৱাৰ পিচত এদিন হাতেমৰ পৰম বন্ধু এজন সম্ভ্ৰ বংশজাত ডেকা তেওঁৰ নাম 'যাম'। তেওঁ নিজৰ ঘৰত যামৰ লগতে বহি নানা দেশ-বিদেশৰ কথা-বতৰা পাতি আছিল। হঠাতে আকৌ সেই সৰ্বনশীয়া পৰ্বতৰপৰা আকৌ সেই বিভীষিকাময় চিঞৰ কাণত পৰিলহি। শুনা মাত্ৰেই 'যাম'ৰ শৰীৰ থৰ্ থৰ্কৈ কঁপিবলৈ ধৰিলে, চকু মুখ বগা পৰি গ'ল। যাম উঠি আগৰ মানুহ জনৰ দৰেই উন্মাদভাৱেই পৰ্বতৰ পিনে দৌৰ মাৰিলে। এইবাৰ হলে হাতেমে যামৰ হাতত ভালকৈ খামোচ মাৰি ধৰিলে আৰু লগে লগে লৰি যাবলৈ ধৰিলে। শেষত সেই ওখ পৰ্বতৰ চূড়াত এটা সুৰঙ্গ-পথ দেখা পালে। যাম সেই সুৰঙ্গ-পথেদি সোমাই গ'ল। লগে লগে হাতেমো সোমাই গ'ল। অলপ পিচতে এটা বিৰাট শব্দেৰে সুৰঙ্গৰ প্ৰৱেশ মুখখন জোৰা লাগি ওলোৱা বাট বন্ধ কৰি দিলে। চকু মেলি চাই হাতেমে দেখিলে এখন সেউজীয়া সীমাহীন অনন্ত প্ৰান্তৰ। সেই প্ৰান্তৰৰ মাজতে এটা ক'লা পাথৰৰ কবৰৰ দৰে চিন। চিনটো ঘোৰ ক'লা বৰণৰ। সেই ঠাই চকুত পৰা মাত্ৰকে যামে চকুৰ নিমিষতে হাতেমৰ হাতৰপৰা হাতখন এক্কৰাই নি দৌৰি গৈ সেই ক'লা চিনটোৰ ওপৰত শুই পৰিল; লগে লগে প্ৰাণ-বায়ু উৰি গ'ল। ক্ষন্তেকতে এটা ভূমিকম্পৰ দৰে মাটি কঁপিবলৈ ধৰিলে আৰু সেই ক'লা চিন থকা ঠাইখনত ফাট মেলিলে। চাওঁতে চাওঁতে যামৰ দেহ, সেই ক'লা চিন সকলো অদৃশ্যহৈ গ'ল, ক'তো চিন চাব এটাও নোহোৱা হৈ গ'ল। আকৌ কিবা যেন যাদু মন্ত্ৰৰ বলত সেই ঠাইতেই সেউজীয়া ঘাঁহনি বতাহত হালি জালি পৰিবলৈ ধৰিলে।

হাতেমে বুজিলে এয়ে 'ফোহেনবাদৰ' নেদাৰ পৰ্বতৰ ৰহস্য। নেদা বাসীসকলে তেওঁলোকৰ পাৰ্থিৱ জীৱনৰ লীলা শেষ কৰি চিৰঅজ্ঞাত দেশলৈ যাত্ৰা কৰে এই পৰ্বত পথেদি। হাসেনবানুৰ পঞ্চম প্ৰশ্নৰ সমাধান হৈ গ'ল। এইবাৰ উলটিব লাগিব। কিন্তু বাট ক'ত? পৰ্বত-সুৰঙ্গ ক'তো একো নাই। মাত্ৰ সীমাহীন অনন্ত প্ৰান্তৰে ধু-ধু কৰিছে। সেই বিশাল প্ৰান্তৰৰ শেষ ক'ত? কেনি যাব কোনে কৈ দিব বাটৰ সন্ধান? সাতদিন, সাত ৰাতি জনশূন্য, প্ৰাণীশূন্য সেই বিশাল প্ৰান্তৰত অনাহাৰে অনাই বনাই ফুৰি হাতেমৰ শৰীৰ অৱশ হৈ পৰিল, চকুৱে ধোঁৱা-কোঁৱা দেখিবলৈ ধৰিলে। মৰণ নিশ্চয় জানি এঠাইত বহি পৰিল আৰু ঈশ্বৰৰ চৰণ চিন্তা কৰিবলৈ ধৰিলে। মি কৰা তুমি কৰা

প্ৰভু মোৰ কোনো অস্তিত্ব নাই। কিন্তু অলপ পিচত দূৰৈৰপৰা এটি মিঠাসঙ্গীতৰ সুৰ কাণত পৰিলহি। সেই সুৰৰ ধ্বনিত যেন শৰীৰত এটি বল আহিল, মনলৈ আশা আহিল। হাতেম সেই পিনে আগ-বাঢ়িবলৈ ধৰিলে। বহুদূৰ গৈ এখন মহাসাগৰ চকুত পৰিল। যিমান দূৰলৈ চকু যায় কেৱল সীমাহীন জল ৰাশিৰ উত্তাল তৰঙ্গমালা সাগৰ আকাশৰ লগত মিলি গৈছে। এইবাৰ হাতেম একেবাৰে নিৰাশ হৈ পৰিল। এই মহাসাগৰ পাৰ হ'ব কেনেকৈ? আকৌ ধাৰ্মিক ঈশ্বৰবিশ্বাসী হাতেমে ঈশ্বৰৰ চৰণকে সাৰ কৰিলে। কিছু পৰৰ পিচত এখন সৰু নাও ঢৌৰ লগত নাচি নাচি আগবাঢ়ি অহা দেখিবলৈ পাই হাতেম অবাক হ'ল। নাও খন যেন পৰম ধাৰ্মিক পৰমেশ্বৰে হাতেমক লৈ যাবলৈহে পঠিয়াইছে। আৰোহীহীন, নাৱৰীয়াহীন নাওখন আহি হাতেমৰ পিনে পাৰত লাগিলহি। হাতেমে ঈশ্বৰৰ চৰণত ভৰসা কৰি নাও খনত উঠিল। উঠি আৰু আচৰিত হ'ল। নাওখনত এটি সৰু খোটালী, তাত এখন কাঁহীত খোৱা আহাৰ-পানী সজাই থোৱা দেখিবলৈ পালে। হাতেম ভোক পিয়াহত অস্থিৰ হৈ আছিল। তেওঁ খাবলৈ আগবাঢ়ি আকৌ থমকি ৰ'ল। ভাবিলে—হয়তো নাৱৰীয়াই নিজৰ খাদ্য থৈ কেনিবা গৈছে। এই বস্তু খোৱা উচিত নহয়। এনেতে কোৱা শুনিলে—"হাতেম সেইয়া তোমাৰ আহাৰ-পানী, তুমি স্বচ্ছন্দে খোৱাঁ।" আহা! ঈশ্বৰ কিমান করুণাময়! তেওঁৰ অপাৰ মহিমা। তেওঁ ভক্তৰ কাৰণে অথাইসাগৰৰ মাজতো খাদ্য যোগাইছে। ঈশ্বৰৰ মহিমা সুঁৱৰি হাতেম খাবলৈ বহিল। তেওঁ ঈশ্বৰদত্ত আহাৰ খাই শৰীৰত নতুন বল পালে। নাওখন হঠাৎ বিপৰীত সোঁতে সাগৰৰ ভিতৰলৈ লৈ গ'ল আৰু উটি উটি গৈ সাগৰৰ পাৰৰ এখন চহৰৰ কাষত নাওখন থামিল গৈ। তেওঁ পাৰলৈ উঠিল আৰু বাট বুলিবলৈ ধৰিলে। তিনি দিন গৈ এটা পৰ্বত পালেগৈ; কিন্তু কি আচৰিত! পৰ্বতটোৰ গাৰ পৰা তেজৰ নিজৰা বৈছে। শিল, পাথৰ, ধূলি, সকলো তেজেৰে ৰঙা। তেজৰ পৰ্বতৰ কাষে কাষে গৈ আকৌ সাগৰ পালেগৈ। সাগৰৰ পানী বোৰো ৰঙা; কিন্তু কিছুদূৰ গৈ আকৌ এখন নাও হাতেমৰ চকুত পৰিল। এই নাওখনতো নাৱৰীয়া নাছিল। কিন্তু হাতেমে ঈশ্বৰ প্ৰেৰিত নাও বুলি নিৰ্ভয়ে উঠি দেখিলে যে আগৰ দৰেই নাওখনত এখন কাঁহীত ৰুটি, মাংসৰ কাবাব আৰু পানীয় সজোৱা আছে। আনন্দমনেৰে ঈশ্বৰৰ কৃপা সুঁৱৰি আহাৰ পানী খাই দেহত অদ্ভুত শক্তি পালে। নাওখন বায়ু বেগেৰে খৰসোঁতত উটি যাবলৈ ধৰিলে। এসপ্তাহ কাল সাগৰত উটি উটি আৰু এখন সাগৰত পৰিলগৈ। সাগৰৰ ৰূপোৱালী পানীবোৰ জক্-মক্ কৰে জ্বলিবলৈ ধৰিছে। হাতেমে সাগৰৰ পানীত হাত জুবুৰিয়াই দিলে। কি আচৰিত হাতত ৰূপোৱালী বোল সনাৰ দৰে হাতখন গধুৰ আৰু ৰূপোৱালী হৈ পৰিল। সাগৰৰ পাৰ পাই চিন্তিত মনেৰে হাতেমে পাৰে পাৰে যাবলৈ ধৰিলে। আকৌ এখন সৰু নাও দেখা পালে। হাতেমে ঈশ্বৰৰ নাম লৈ আকৌ সেই নাৱত উঠিল। নাওখনত আগৰ দৰেই এখন কাঁহীত সুগন্ধি হালুৱা আৰু পানী দেখি তেওঁ ঈশ্বৰৰ অপাৰ করুণা সুঁৱৰি, আহাৰ কৰি নাও খনত দীঘল দি শুলে। এইবাৰ নাওখন এঘাৰ দিন সমুদ্ৰৰ মাজত উটি উটি আকৌ এটা পাৰত লাগিল হি। হাতেম উঠি আকৌ পৰ্বত পাৰ হৈ প্ৰান্তৰত আহি উপস্থিত হ'ল। কি আচৰিত পৰ্বতৰ কাষত হেজাৰ বহুমূলীয়া হীৰা জহৰত, মণিমুক্তা সিঁচৰতি হৈ পৰি আছে। তেওঁ বাচি বাচি বহু মণি-মুক্তা, হীৰাজহৰত বান্ধি ল'লে। পিয়াহত তেওঁৰ অণ্ঠ-কণ্ঠ শুকাই গৈছিল; অলপ দূৰৈত এটি নিজৰা দেখি তেওঁ হেপাহ পলুৱাই পানী খালে, হাত ধুলে। হাতৰ ৰূপালী বোল গ'ল,

কিন্তু নখবোৰ ৰূপালী হৈয়েই থাকিল। হঠাৎ নিজৰাৰ পাৰত দুটা বিশালকায় মানুহ দেখা পালে। মানুহ দুজনে ক'লে, "হাতেম! তুমি এইবোৰ পৰৰ ধন নলবা, পেলাই দিয়া।" হাতেমে তৎক্ষণাত পেলাই দিলে। মানুহ দুজনে দুখন সবাতোকৈ ডাঙৰ হীৰা পান্না হাতেমক উপহাৰ দি ক'লে, "হাতেম! এই বাটেদি যোৱা, সোণৰ সমুদ্ৰ পাবাগৈ। তাৰ পিচত অগ্নি-সমুদ্ৰ পাবা, সেয়ে তোমাৰ শেষ পৰীক্ষা। তাৰ পিচত তুমি দেশ পাবাগৈ।" সেই বাটেদি গৈ হাতেমে সঁচাকৈয়ে সোণৰ সমুদ্ৰ পালে। পানী সোণোৱালী। সেই পানীৰে মুখ ধুলে, হাতেমৰ দাঁত সোণোৱালী হ'ল। সাগৰৰ পাৰৰ গছ, শিল সকলো সোণবৰণীয়া। এইবাৰ অগ্নি-সমুদ্ৰ পাই হাতেম জহত চট্‌ফটাবলৈ ধৰিলে। সাগৰৰ পানী নাই—জুইৰ সাগৰ! এনে সময়তে আকৌ আগৰ বিশাল মানুহ দুজন আহি হাতেমক শীতল পানী আৰু খাদ্য যোগালে। পানী খাই হাতেমৰ শৰীৰ শীতল হ'ল। এইবাৰ মানুহ এজনে হাতেমৰ হাতত এটি সৰু মুদ্ৰা দিলে আৰু ক'লে, "এই মুদ্ৰা তোমাৰ মুখত লবা, তোমাৰ শৰীৰত জুইৰ তাপ নেলাগে।" এই কথা মতে সেই আচৰিত মুদ্ৰা মুখত লৈ হাতেমে নিৰাপদে জুই-সমুদ্ৰ পাৰ হ'ল। হাতেমে অগ্নি-সমুদ্ৰৰ মাজত ভয়তে চকু মুদি ঈশ্বৰক ধ্যান কৰি আছিল। এইবাৰ নাও পাৰত লাগিল। হাতেমে চকুমেলি চাই এখন চিনাকি ঠাই দেখি আনন্দত আপোনপাহৰা হৈ নাৱৰপৰা জাপমাৰি পাৰত নামিল। পাৰত এজন মানুহ থিয় হৈ আছে। হাতেমে ক'লে, "ভাই! এইখন কি দেশ কবানে?" মানুহজনে ক'লে, "মহাশয়! আপোনাক আমাৰ অতি প্ৰিয় ৰাজপুত্ৰ হাতেমৰ দৰে দেখিছোঁ, আপোনাৰ নাম কি?" হাতেমে ক'লে, "ময়ে হাতেম ভাই, ময়ে হাতেম।" মানুহজনক ৰঙতে আকোৱালি ধৰিলে। উঃ কিমান দিনৰ মূৰত তেওঁ নিজ দেশ পালে। মানুহজনে ক'লে, "যুৱৰাজ! আপোনাৰ শোকত বাদচাহ আৰু বেগমে দিনে ৰাতিয়ে কপাল চপৰিয়াই কান্দি আছে। জাৰিণপোষ বিবিয়ে দিনে ৰাতিয়ে চকুপানী টুকি আছে। ৰাজ্য শ্ৰীহীন, প্ৰজা ম্ৰিয়মান। আজি সাত বছৰ যুৱৰাজ আপুনি কলৈ গৈছিল?" হাতেমে ক'লে, "কি কৰিম ভাই, ঈশ্বৰৰ কাম লৈ ঘৰৰ বাজ হৈছিলোঁ, যেতিয়ালৈকে সেই কাম শেষ নহয় তেতিয়ালৈকে মোৰ ঘৰলৈ গৈ সুখেৰে বাস কৰিবলৈ অধিকাৰ নাই ভাই! তুমি যোৱাঁ মোৰ পিতা-মাতাক মোৰ কুশল সংবাদ দিয়াগৈ। মই এতিয়া নেযাওঁ, মোৰ কৰ্তব্য কাম শেষ কৰিহে মই তেওঁলোকৰ লগত মিলিমগৈ। জাৰিণপোষক কবা তেওঁ যেন দুখ নকৰে; কাৰণ ঈশ্বৰ মোৰ সহায়।" এই কথা কৈ হাতেম আকৌ 'সাহাবাদলৈ' ৰাওনা হ'ল। হাসেনবানুক বহুমূল্য মণি কেইটা দেখুৱালে আৰু পঞ্চম প্ৰশ্নৰ উত্তৰ বিবৰি কলে। হাসেন বানুৱে বহু ধন্যবাদ দি হাতেমক ষষ্ঠ প্ৰশ্ন আনিবলৈ পাচিলে। হাতেমে 'মণিৰস্বামীক' দেখা কৰি ষষ্ঠ প্ৰশ্নৰ কাৰণে যাত্ৰা কৰিলে।

### ষষ্ঠ প্ৰশ্নৰ সমাধান

দহক্ৰোশ দূৰ খোজকাঢ়ি ভাগৰুৱা হাতেমে এখন মৰুপ্ৰান্তৰ পালেহি। গধূলি হ'ল, আৰু আগবাঢ়িবৰ উপায় নাই। গছৰ তলত এচটা শিল দেখি তাতেই বহিল। গছৰ ওপৰত সেই দিনা এযোৰ 'নাটেকা' চৰাই আহি আশ্ৰয় লৈছিল। চৰাইযোৰ বাস কৰে 'কাহৰমা' সাগৰৰ পাৰত। চৰাইযোৰৰ গাৰ বৰণ সাতোটা। ৰামধেনুৰদৰে সাতবৰণীয়া এই চৰাইযোৰ দেখিবলৈ অতি আচৰিত আৰু ধুনীয়া। গছৰ তলত ভাগৰুৱা হাতেমক দেখি চৰাইজনীয়ে মাত লগাই চৰাইটোক হাতেমৰ কথা সুধিলে। চৰাইটোৱে ক'লে,—

"শুনা! এওঁ পৰম ধাৰ্মিক পুৰুষ। এওঁ 'এমন' দেশৰ পৰম ধাৰ্মিক ৰজাৰ ল'ৰা হাতেম। এওঁ এজন বন্ধুৰ কামত নিজৰ জীৱনক পদে পদে বিপন্ন কৰি কিমান যে দুৰূহ কামবোৰ সমাধা কৰি ফুৰিছে, তাৰ সীমা নাই। এনে সত্যবাদী, আত্মত্যাগী আৰু পৰোপকাৰী মহাপুৰুষ এওঁত বাজে আন এজন পৃথিৱীত আছেনে নাই সন্দেহ। এতিয়া এওঁ বন্ধুৰ প্ৰশ্নৰ উত্তৰত এটা আচৰিত মুকুতা বিচাৰি ফুৰিছে।" চৰাইজনীৰ মৰম লাগি কলে, "আই ঐ দেহি! তেওঁনো ক'ত মুকুতা বিচাৰি যাব?" চৰাইটোৱে কলে,

"মই সকলো কথা কৈছো শুনা, এওঁ যি মুকুতা বিচাৰি ওলাইছে সেইবোৰ মুকুতা নহয়, আমাৰ পূৰ্ব পুৰুষৰ 'কণী' মাথোন। তিনি বছৰৰ মূৰে মূৰে আমাৰ বংশত কণী পৰা নিয়ম। কিন্তু কি কাৰণত নেজানো 'সোলেমান বাদচাহৰ' দিনৰপৰা আমাৰ কণী পৰা বন্ধ হৈ গ'ল। যিবোৰ কণী আছিল সাগৰে উটুৱাই নিলে। এতিয়াও তাৰে কণী এযোৰা পৃথিৱীত আছে। এটা আছে হাসেনবানুৰ হাতত। তাৰে ইটো বিচাৰি পঠিয়াইছে হাসেনবানুৱে হাতেমক।

চৰাইজনী: ইটোনো কাৰ হাতত আছে?

চৰাই: সেইবোৰ বহুত কথা—ভাগ্যবশতঃ 'চামচাবাদচাহে' এই কণীটো (মুকুতা) পাইছিল, তেওঁ আছিল অপুত্ৰক। তেওঁৰ ৰাজ্যধন সকলো মাটিৰ তলত পোত খাইছিল; সেইবোৰ ভাগ্যবলত হাসেনবানুৱে পালে। ইটো 'কাহৰমা' দ্বীপৰ জামজাহা বাদচাহে প্ৰথমে পাইছিল। পিচত শত্ৰুৱে তেওঁৰ ৰাজ্য কাঢ়ি লোৱাত, তেওঁৰ গৰ্ভৱতী ৰাণীয়ে মুকুতাটো লৈ সাগৰৰ পাৰলৈ পলাই যায়। সেইপিনেদিয়ে 'বৰজখ' সদাগৰ বণিজ কৰি আহোতে নিৰাশ্ৰয়া ৰাণীক পাই নিজৰ ঘৰলৈ লৈ আহি নিজৰ ছোৱালীৰ দৰে পালন কৰে। সময়ত সেই পুত্ৰটিয়ে সকলো ধন-সম্পত্তিৰ অধিকাৰী হয়। সময়ত তেওঁ 'বৰজখৰ' সম্পত্তি আৰু মুকুতা পাই বৰজখ নগৰৰ বাদচাহ হয়। তেওঁৰ মৃত্যুৰ পিচত 'হোছেন পৰীয়ে' মকুতাটো হৰণ কৰে। বৰ্তমান পৰীৰাজ্যৰ বৰজখ বাদচাহ 'মহিয়াৰ চোলেমণি' সেই অমূল্য মুকুতাৰ অধিকাৰী।

চৰাইজনী: কি হ'ব তেনেহলে, কিয় দিব সেই অমূল্য মুকুতা পৰীজাদাই?

চৰাই: ইয়াৰ উপায় আছে ভয় নেখাবা। পৰীজাদাই প্ৰতিজ্ঞা কৰিছে, যিজনে এই মুকুতাৰ ইতিহাস ক'ব পাৰিব তেওঁকেই তেওঁৰ ছোৱালীক বিয়া দিব, আৰু যৌতুকত এই অমূল্য মুকুতাটো দিব। কিন্তু সেই ঠাই অতি বিপজ্জনক। তালৈ যোৱা বৰ কঠিন কাম।

চৰাইজনী: কেনেকুৱা? কোৱাঁচোন।

চৰাই: শুনা—কওঁ, আগতে সেই ঠাইত দৈত্য আৰু পৰীৰাজ্যৰ সদায় যুদ্ধ হয়। কিন্তু চোলেমান বাদচাহে এই বিবাদ বন্ধ কৰি দিয়ে। কাৰণ দৈত্যৰাজ্য আৰু পৰীৰাজ্যৰ সীমা নিৰ্দ্ধাৰিত কৰি দিয়ে। আৰু কোনো কাৰো ৰাজ্যলৈ নেযাবলৈ বন্ধ কৰি দিয়ে। পতিকে পৰীৰাজ্যলৈ গলে দৈত্যৰাজ্যৰ মাজেদি পাৰ হৈ যাব লাগে। সিহঁতে ঈশ্বৰৰ নামে শপত খাই এই নিয়ম পালন কৰিছে। কোনোবাই নিয়ম ভাঙিলে তাৰ ৰক্ষা নাই, মৃত্যু অনিবাৰ্য। মানুহৰতো সেই ঠাইলৈ যাবৰ কোনো উপায় নায়েই। দৈত্যৰাজ 'কোফাক' অতি দুৰ্দান্ত। তাৰ দেশৰ সীমা পাৰ হলেহে পৰীজাদা বৰজখৰ দ্বীপৰ সীমা পোৱা যাব।

চৰাইজনী: হয়! তেনে এই পৰোপকাৰী ধাৰ্মিক পুৰুষৰ কাম ন'হব নেকি? তেওঁক সহায় কৰা আমাৰ প্ৰধান কৰ্তব্য।

চৰাই: এৰা, তেওঁ ধাৰ্মিক পুৰুষ, পৰোপকাৰী, তেওঁক সহায় কৰিবই লাগিব। উপায় এটা আছে। আমাৰ বগা পাখি পুৰি তাৰ ছাই পানীত গুলি গোটেই গাত সানি ললে, তেওঁৰ ৰূপটো ঠিক দৈত্যৰ দৰে হ'ব। গাত মানুহৰ গোন্ধ নেথাকিব, আৰু বনৰীয়া জন্তুবোৰো তেওঁক দেখি পলাই যাব। আকৌ যেতিয়া দৈত্য মুলুক পাৰ হ'ব, তেতিয়া আমাৰ বগা পাখি পুৰি, ছাই গুলি গাত

সানিলেই, তেওঁ নিজৰ ৰূপ পাব। এই উপায়েৰে হাতেম যাব পাৰিব। এই কথা কৈ চৰাইটোৱে বৰ জোৰকৈ গা কটালি দিলে। লগে লগে ৰঙা ৰঙা বহুত পাখি সৰি পৰিল। হাতেমে চৰাই হালৰ সকলো কথা শুনি আছিল। ঈশ্বৰক মনে মনে কৰযোৰ কৰি সেৱা জনাই, পাখিবোৰ বুটলি ললে। নিশাটো পৰোপকাৰী চৰাইহালৰ কথা ভাবি ভাবি গছৰ তলত কটাই চলপুৰাতে যাত্ৰা কৰিলে।

কিছুদিন গৈ গৈ এখন পাহাৰ পালেগৈ। ভোকে পিয়াহে অস্থিৰ হৈ খোৱা বস্তু পোৱা যায় নে নেযায় ইফালে—সিফালে চকু ফুৰোৱাত পাহাৰৰ মাজত এটি সুন্দৰ নিজৰা আৰু 'মেওঁৱা' ফলৰ গছ দেখিবলৈ পালে। অলপ আগবাঢ়ি দেখিলে নিজৰাৰ পাৰত এডাল প্ৰকাণ্ড সাপ পৰি আছে। হাতেমে ভয় খাই পিছুৱাই আহিবলৈ ধৰিলে। কিন্তু কি আচৰিত, সাপটোৱে মানুহৰ ৰূপ লৈ মানুহৰ মাতেৰে মিনতি কৰি হাতেমক মাতিবলৈ ধৰিলে—"ডাঙৰীয়া দয়া কৰি দুখীয়াৰ ঘৰত পদধূলি পেলাই ধন্য কৰক।" হাতেমে সাপ-মানুহজনৰ আহ্বান এৰাব নোৱাৰি এখোজ দুখোজ কৈ আগবাঢ়িবলৈ ধৰিলে। অলপ আগবাঢ়িয়েই দেখিলে—এখন সুন্দৰ বাগিচাৰ মাজত এটা প্ৰাসাদৰ দৰে অট্টালিকা অট্টালিকাৰ ভিতৰলৈ সাপ মানুহটোৱে বাট দেখুৱাই নি হাতেমক এটি সুসজ্জিত দৰবাৰ ঘৰত বহুমূলীয়া আসনত বহুৱালে। মহামূল্যবান সাজ-সজ্জাৰে সজোৱা এনে সুন্দৰ জাক্‌জমক ঘৰ দেখা হাতেমৰ কেতিয়াও মনত নপৰে। মানুহৰ ঘৰৰ লগত এই ঘৰৰ তুলনা নহয়। হাতেম বিস্ময়বিমূঢ় ভাবেৰে বহি বহি ঘৰৰ শোভা চাই ভোল গ'ল। এনেতে আৰু এটা আচৰিত ঘটনা হ'ল। সেই পুখুৰীটোৰপৰা এজাক অপেস্বৰী ওলাই আহিল। হাতত নানা সুমিষ্ট খাদ্য সামগ্ৰী লৈ হাতেমৰ আগত দিলে। এনেতে সেই পুখুৰীৰপৰা ধুনীয়া ডেকা এজন ওলাই আহি হাতেমক সুধিলে, "মোক চিনি পাইছানে বন্ধু ?"

হাতেম অবাক হৈ ভালেপৰ চাই কলে, "কতো দেখা মনত নপৰে দেখোন ডাঙৰীয়া আপোনাক।" ডেকাজনে ক'লে, "মই এই পৰী-ৰাজ্যৰ বাদচাহ 'সমস্‌শা' চোলেমান বাদচাহৰ ওচৰত কৰা প্ৰতিজ্ঞা পাহৰি মই মানুহৰ অপকাৰ কৰিছিলোঁ। সেই পাপৰ ফলত মই সাপ হৈ থাকিবলগীয়া হৈছিল। হে মহাত্মন! আপোনাৰ দৰ্শন পাই আজি মই শাপমুক্ত হলোঁ। আপোনাৰ চৰণৰ চিৰদাস হৈ মই মোৰ জীৱন কটাম বুলি ভাবিছোঁ।" অতি আদৰ যত্ন কৰি পৰী বাদচাহৰ ঘৰত হাতেমক কেইদিনমান শুশ্ৰূষা কৰিলে। শেষত হাতেমৰ ভ্ৰমণৰ উদ্দেশ্য শুনি তেওঁক সহায় কৰিবলৈ পৰী-কিঙ্কৰসকলক আদেশ দিলে। পৰীকিঙ্কৰসকলে এখন কাঠৰ তক্তাত বহুৱাই শূন্য-পথেদি দৈত্য দেশৰ ওপৰেদি হাতেমক উৰুৱাই লৈ যাবলৈ ধৰিলে। দৈত্যবিলাকে হাতেমক আক্ৰমণ কৰিছিল; কিন্তু সমস্‌শা বাদচাহে বাতৰি পাই দৈত্যৰ হাতৰপৰা হাতেমক ৰক্ষা কৰিলে। ওপৰেদি উৰি যাওঁতে এখন পৰ্বতৰ ওপৰত এজন ডেকা বেজাৰ মনেৰে বহি থকা দেখি সেই ঠাইত তেওঁ নামিবলৈ মন কৰি নামি পৰিল। ডেকাজনে দেখি আচৰিত হৈ সুধিলে, "তুমি এই ৰাজ্যলৈ কেনেকৈ আহিলা ? এইখন অপেস্বৰী দেশৰ ভিতৰ; এই ঠাইলৈ মানুহ কোনোমতেই আহিব নোৱাৰে। তুমি কোন ? কিদৰে আহিলা ? মই আচৰিত হৈছোঁ।" হাতেমে নিজ উদ্দেশ্যৰ কথা ডেকাৰ আগত বিৱৰি কলে আৰু তেওঁ কিয় ইয়াত বেজাৰ মনেৰে বহি আছে সুধিলে। উত্তৰত ডেকাই দুখ মনেৰে নিজৰ দুখৰ কাহিনী ক'বলৈ আৰম্ভ কৰিলে। ডেকাই কলে, "মই 'তুফান' দেশৰ পৰীৰজাৰ ল'ৰা। মোৰ নাম 'মেহেৰ ওৱাৰ তুফানী।' বৰজখৰ বাদচাহ মাহিয়াৰ চোলেমানৰ জীয়েকক বিয়া কৰাবলৈ তেওঁৰ ওচৰলৈ গৈছিলোঁ। কিন্তু বাদচাহে এটা অদ্ভুত চৰাই কণীৰ সমান মুকুতা উলিয়াই কলে, যিজনে এই মুকুতাৰ ইতিহাস ক'ব পাৰিব, তেওঁকেই মোৰ অপৰূপা সুন্দৰী কন্যাক বিয়া দিম, লগতে মুকুতাটো

যৌতুকত দিম, এয়েই মোৰ প্ৰতিজ্ঞা। এনে ইতিহাস পৰী ৰাজ্যৰ কোনেও নেজানে, ময়ো নেজানো। কেনেকৈ কম! গতিকে মই নিৰাশ হৈ গুচি আহিলোঁ, আৰু এইবাৰেই এই নিজানত বহি অদৃষ্টক ধিক্কাৰ দি বহি আছোঁ।" হাতেমে ক'লে, "বেজাৰ নকৰিবা ডেকা! ময়ো সেই মুকুতা বিচাৰিয়েই আহিছোঁ। কিন্তু ভয় নাই, মই বাদচাহৰ জীয়ৰীক বিচৰা নাই। গতিকে মই সেই মুকুতাৰ ইতিহাস জানো; আৰু মুকুতাৰ ইতিহাস কলে বাদচাহে কন্যা আৰু মুকুতা মোক দিবলৈ বাধ্য হ'ব। মই আগতেই মোৰ ইচ্ছা মতে তেওঁৰ কন্যাক যাকে ইচ্ছা দিবলৈ প্ৰতিজ্ঞা কৰাই লম। বাদচাহজাদীক তোমাৰ লগতেই বিয়া দিম।" ডেকাই আচৰিত হৈ সুধিলে আমি পৰীজাদা হৈ মুকুতাৰ ইতিহাস নেজানো, তুমি মানুহ হৈ কেনেকৈ জানিলা?" হাতেমে কলে, "সেইটো ঈশ্বৰৰ অসীম কৃপা মোৰ প্ৰতি। বলা এতিয়া দুয়ো আগবাঢ়ো।" পিচত দুয়োজনে আকৌ কাঠৰ তক্তাত বহিল। পৰীকিঙ্কৰসকলে দুয়োকো উৰুৱাই লৈ গ'ল।

'কোক্কাক' দেশৰ সীমা পাই, পৰীকিঙ্কৰসকলে কলে, "আমাৰ এই দেশৰ সীমা পাৰ হ'বলৈ অধিকাৰ নাই, গতিকে আমাক বিদায় দিয়ক।" সেই ঠাইতে দুয়োজনকে নমাই দি পৰীকিঙ্কৰসকলে বিদায় ললে।

এইবাৰ হাতেম দৈত্যৰাজ্যৰ মাজেদি যাবলৈ সাজু হ'ল। 'নাতেকা' পখীৰ ৰঙা পাখি এটা পুৰি গাত সানি ললে। হাতেমৰ ৰূপ দেখিবলৈ দৈত্যৰ দৰে হ'ল; আনকি কণ্ঠৰ মাত, গাৰ গোন্ধ সকলো দৈত্যৰ দৰে হৈ পৰিল। দুই বন্ধুৱে যুক্তি কৰিলে, দুয়ো একেলগে যাব কিন্তু পৰীজাদা তুফান শূন্যেদি উৰি যাব, হাতেম খোজ কাঢ়ি যাব। এইদৰে দুয়ো বহু দূৰ গৈ 'কোক্কাক' দেশ এৰি সাগৰৰ পাৰ পালে। এতিয়া সাগৰ পাৰ হয় কেনেকৈ? এনেতে পৰীজাদা তুফানীয়ে কলে, "বন্ধু! তুমি এই ঠাইতে অলপ পৰ ৰাট চাব লাগিব। মই যাওঁ, ইয়াৰপৰা চৈধ্য ক্ৰোশ দূৰৈত মোৰ দেশ। মই গৈ দুটা পক্ষীৰাজ ঘোঁৰা লৈ আহোঁগৈ। সেই ঘোঁৰা দুটাত উঠি আমি সাগৰ পাৰ হ'ব লাগিব। নহলে আন উপায় নাই।" এই কথা কৈ তুফানী নিজ দেশলৈ উৰি গ'ল। এই সময়তে হাতেমে 'নাতেম' পখীৰ বগা পাখি পুৰি ছাই গাত সানি নিজৰ দৈত্যৰূপ সলনি কৰি ললে। হাতেমৰ আকৌ আগৰ দৰে সুন্দৰ কান্তি হৈ পৰিল। ইপিনে তুফানীয়ে দুটা বায়ুবেগী পক্ষীৰাজ ঘোঁৰা আনি সমুখত ৰাখিলেহি। দুয়ো তাত উঠি আনন্দ মনেৰে বৰজখ দ্বীপলৈ উৰি যাবলৈ ধৰিলে। কিন্তু বাট বৰ দীঘলীয়া; অন্ত হ'বলৈকে নিবিচাৰে। ভোকে-পিয়াহে হাতেম অতি কাতৰ হৈ পৰিল। তুফানীয়ে এটি পৰী-দেশৰ মেওৱা তেওঁক খাবলৈ দিলে। মেওৱাৰ কি আচৰিত গুণ—অমৃত ফলৰ দৰে মেওৱা খাই হাতেমৰ ভোক-পিয়াহ কেনিবাদি গ'ল। গাত এটি আচৰিত শক্তি অনুভৱ কৰিলে। তুফানীক আন্তৰিক ধন্যবাদ জনাই, দুয়ো বায়ুবেগেৰে আগ বাঢ়িবলৈ ধৰিলে। দুয়োজনে যথাসময়ত বৰজখ দ্বীপত ঘোঁৰা ৰখাই নামিল। তুফানীয়ে কলে, "বন্ধু! তুমি ইয়াতে অলপ দিন অপেক্ষা কৰা, কাৰণ তুমি গলে বৰজখৰ ৰাজপুৰীলৈ দহদিন লাগিব। গতিকে মই কিছুমান চাকৰ-বাকৰ লৈ আহোঁ। এইদৰে দৰিদ্ৰ হৈ যোৱাটো ভাল নেদেখি।"

হাতেমে এই প্ৰস্তাৱত সম্মতি জনালে। তুফানীয়ে বায়ুবেগে আগে বাঢ়িল। প্ৰায় বাৰ হেজাৰ পৰী-সৈন্য লৈ সোনকালেই পালেহি। ধুমধামেৰে বাজনা বজাই সসৈন্যে দুয়ো আড়ম্বৰ কৰি আগ বাঢ়িল।

পৰী ৰজাৰ ওচৰত কটোৱালে কোনোবা পৰী ৰজা সসৈন্যে যুদ্ধ কৰিবলৈ আহিছে বুলি জনালেগৈ। পৰী ৰজাই এই বাতৰি পাই সৈন্যযোধ

কৰিবলৈ আদেশ দিলে। তুফানীৰ দূত গৈ বৰজখ ৰজাৰ সভাত তেওঁলোকৰ আগমনৰ বাতৰি বিৱৰি কোৱাত ৰজাই সাদৰেৰে হাতেম আৰু তুফানীক আহ্বান কৰিলে। দুয়োদলৰ সৈন্যই ঢোলখোল ৰজাই নগৰ সোমালেহি। হাতেমে তুফানীক এৰি অকলেই ৰজাৰ লগত নিজৰ উদ্দেশ্য বিৱৰি কলে। বাদচাহ বৰজখেও নিজৰ প্ৰতিজ্ঞাৰ কথা ক'লে, "এই মুকুতাৰ ইতিহাস ক'ব নোৱাৰিলে তোমাৰ অভিলাষ পূৰ্ণ ন'হব ডেকা। কিয় মিছাতে এনে কষ্ট কৰি আহিলা?" হাতেমে ক'লে, "বাদচাহজাদা! মই মুকুতাৰ ইতিহাস নজনা-হেঁতেন ইমান কষ্ট কৰি ইয়ালৈ নাহোঁ। মই মুকুতাৰ ইতিহাস কম; আৰু আপোনাকো অঙ্গীকাৰৰ দায় মুক্ত কৰিম। কিন্তু মই মুকুতাৰ ইতিহাস কলে বাদচাহজাদীক মই যাকেই দান কৰিব খোজোঁ তেওঁকেই আপুনি অৰ্পণ কৰিম বুলি অঙ্গীকাৰ কৰিব লাগিব, যদি তেওঁ সুপাত্ৰ হয়।" বাদচাহে এই কথা শুনি অতিকৈ আনন্দ পালে। পিচদিনা খুব ধুমধামেৰে ডাঙৰ সভা পাতিলে। হাতেমে মুকুতাৰ বিৱৰণ কৈ সকলোকে আচৰিত কৰি দিলে। তেতিয়া তেওঁ বাদচাহৰ আগত তুফানীক উপস্থিত কৰি কলে, "এই পৰী ৰাজকুমাৰৰ হাতত আপোনাৰ অপৰূপা কন্যাক অৰ্পণ কৰক, বাদচাহজাদা! এওঁ আপোনাৰ কন্যাৰ সম্পূৰ্ণ যোগ্য পাত্ৰ।" বাদচাহে অতি আনন্দেৰে তুফানীৰ লগত বাদচাহজাদীক বিয়া দি মুকুতাটি যৌতুকত দিলে। তুফানীয়েও আগৰ চুক্তি মতে হাতেমক মুকুতাটি দি মনৰ আনন্দেৰে ৰাজকন্যাক লৈ নিজ দেশলৈ যাত্ৰা কৰিলে। হাতেমক লৈ গৈ একেবাৰে নিৰাপদ ঠাইত থৈ বিদায় ললে। হাতেম 'সাহাবাদত' উপস্থিত হৈ মণিৰ আৰু হাসেন বানুক দেখা কৰি মুকুতাৰ বিৱৰণ কৈ মুকুতাটি দিলে। হাসেন বানুৰ আনন্দত হিয়া উপচি পৰিল। এই ধুনীয়া সুপুৰুষ হাতেমে ছটা প্ৰশ্নৰ উত্তৰ অসাধ্য সাধন কৰি আনি দিলে। মাত্ৰ এটা প্ৰশ্ন বাকী। এই প্ৰশ্নৰ সমাধান হলেই তেওঁৰ দুৰ্জয় যাত্ৰাৰ সমাপ্তি ঘটিব। হাতেমে অতি আদৰ সাদৰৰ মাজত কিছুদিন বিশ্ৰাম কৰি আকৌ সপ্তম প্ৰশ্নৰ কাৰণে সাজু হ'ল। হাসেন বানুৱে ক'লে, "বাদগৰ্দ হামাম' কোন দেশত আছে ক'ব পাৰা জানো?" হাতেমে ক'লে, "দক্ষিণ-পছিম পিনে আছে বুলি শুনিছোঁ। এই বিষয়ে আৰু নেজানো।"

### সপ্তম প্ৰশ্নৰ উত্তৰ

সাহাবাদ এৰি বহুদিন দক্ষিণ-পছিম পিনে গৈ গৈ হাতেমে এখন চহৰত উপস্থিত হ'লগৈ। সেই চহৰখনত দেখোন সকলোৱে হাঁয় হাঁয় কৰি বেজাৰত ম্ৰিয়মান হৈ আছে। হাতেমে এজনক তাৰ কাৰণ সুধিলে—তেওঁ ক'লে, "আমাৰ বাদচাহৰ একমাত্ৰ পুত্ৰজনে পথাৰৰ মাজৰ এটা নাদৰ ভিতৰত যে কি দেখিলে ক'ব নোৱাৰোঁ, তেওঁ সেইদিনাৰপৰা বলিয়া হৈ পৰিছে। দিনে ৰাতিয়ে একেথৰে নাদৰ ভিতৰলৈ চাই থাকে, এখোজো নলৰে। কিন্তু আজি তিনিদিন হ'ল হঠাৎ তেওঁ নাদৰ ভিতৰত জপিয়াই পৰিল আৰু নোহোৱা হ'ল। নাদৰ ভিতৰত তেওঁৰ দেহ পোৱা নগ'ল। বাদচাহ আৰু বেগম একেবাৰে বলিয়া হৈ পৰিছে। গোটেই ৰাজ্য শোকত ম্ৰিয়মান। এনেতে বাদচাহ-বেগম দুয়োজনে বলিয়াৰ দৰে নাদৰ পাৰলৈ দৌৰি যাবলৈ ধৰিলে। পিচে পিচে মানুহবোৰো লৰিবলৈ ধৰিলে। হাতেমো লৰিবলৈ ধৰিলে। নাদৰ পাৰত বাদচাহ-বেগমে মুৰে-কপালে ভুকুৱাই কান্দিবলৈ ধৰিলে। হাতেমৰ মনত বৰ দুখ লাগিল। তেওঁৰ কোমল মনে পৰৰ দুখ সমূলি সহিব নোৱাৰিছিল। তেওঁ বাদচাহ আৰু বেগমক ক'লে, "আপোনালোকে দুখ নকৰিব, মোৰ জীৱন দিয়েো মই আপোনাৰ পুত্ৰক আনি দিম। এইদৰে কৈ তেওঁ নাদত জপিয়াই

পৰিল। তেতিয়াই তেওঁ অদৃশ্য হ'ল। শেষত এখন পৰীৰ ৰাজ্যৰপৰা বহু যত্ন কৰি এজনী পৰীৰ আকৰ্ষণৰপৰা তেওঁ বাদচাহৰ ল'ৰাক উদ্ধাৰ কৰি আনি দিলেহি। ৰাজ্য আকৌ আনন্দত মুখৰিত হৈ উঠিল। ৰজা-ৰাণীয়ে কৃতজ্ঞতাত অভিভূত হৈ হাতেমক বহুত আদৰ-সাদৰ কৰি বিদায় দিলে।

বহুদূৰ গৈ গৈ হাতেমে এজন বুঢ়া ফকীৰ লগ পালে। ফকীৰে হাতেমৰ উদ্দেশ্যৰ কথা শুনি শিয়ঁৰি উঠিল। ক'লে, "নাই নাই বোপা, তুমি এনে কথা মুখতেই নানিবা। 'বাদগৰ্দ'ৰ দৰে ভয়ানক ঠাই পৃথিৱীত নাই। 'বাদগৰ্দ হামাম' চাবলৈ আজিলৈকে যিমান মানুহ গৈছে, কোনো উলটি অহা নাই। নেযাবা, নেযাবা এনে ঠাইলৈ। তুমি যাবা কেনেকৈ? এনেয়ে বহু দূৰ সেই ঠাই। 'কাতান' দেশৰ বাদচাহৰ সেই অদ্ভুত 'হামাম'। সেই ঠাইলৈ গলে মানুহ উলটি নাহে দেখি, সেই দেশৰ বাদচাহে সেই সীমাত অসংখ্য প্ৰহৰী ৰাখি থৈছে। ৰজাৰ হুকুম নেমানি কোনোজন গলে প্ৰাণদণ্ড কৰা হয়। গতিকে তুমি ডেকা ল'ৰা, এনে দুৰাশা পৰিত্যাগ কৰা।"

হাতেমে শেষত তেওঁৰ মণিৰ আৰু হাসেন বানুৰ আগত তেওঁ প্ৰতিজ্ঞাবদ্ধ হোৱাৰ কথা কলে। আৰু ক'লে, "ফকীৰ চাহাব! মানুহৰ জীৱন চিৰস্থায়ী নহয়, এদিন জন্ম হলে মৰিবই লাগিব। গতিকে প্ৰাণৰ ভয়ত মানুহে ধৰ্ম এৰিব নেপায়। মই যেতিয়া প্ৰতিজ্ঞাবদ্ধ, প্ৰতিজ্ঞা ৰাখিবলৈ মই যত্ন কৰিব লাগিব। পাৰোঁ নে নোৱাৰোঁ সেইটো ঈশ্বৰৰ হাতত। মই প্ৰথমে প্ৰতিজ্ঞা ৰক্ষাৰ কাৰণে চেষ্টা কৰিবই লাগিব। আপুনি বাধা নিদিব, মোক বাটৰ নিৰ্দেশ দি সহায় কৰক।" শেষত ফকীৰে হাতেমক বাটৰ বাতৰি দি বিদায় দিলে। মহাপ্ৰাণ পৰোপকাৰী ডেকাজনে নিজৰ জীৱনৰ মায়া এৰি বিপদসঙ্কুল বাট ধৰিলে। নানা হাবি-বন, দুৰ্যোৰ অৰণ্য পাৰ হৈ এখন চহৰত উপস্থিত হ'ল। সেই চহৰত এখন সৰ্পবেশী দৈত্যৰ অত্যাচাৰত চহৰবাসী অতি আতঙ্কিত হৈ পৰিছিল। হাতেমে জহৰ-মহৰৰ অদ্ভুত শক্তিৰে সেই দৈত্যক কৌশলেৰে এটা পিঞ্জৰাত সুমুৱাই পুৰি মাৰিলে। চহৰবাসীক মহা আতঙ্কৰপৰা ৰক্ষা কৰিলে। এইবাৰ 'কাতান' চহৰৰ পিনে হাতেম আগ বাঢ়িল। ফকীৰৰ কথামতে কিছু দূৰ গৈ এখন পৰ্বত পালেগৈ। পৰ্বত পাৰ হৈ এখন পথাৰ পালে। পথাৰ পাৰ হৈ এটা আলিৰ দোমোজাত থিয় হ'লহি। ফকীৰে বাওঁপিনৰ বাটটো বিপদপূৰ্ণ বুলি সেই বাটেদি যাবলৈ হাতেমক হাক দিছিল। কিন্তু অসীম সাহসী হাতেমে বিপদকেই বৰণ কৰি বাওঁপিনৰ বাটেদি আগবাঢ়িল। আৰু অতি কাঁইটনী হাবি এখনত সোমাল। গোটেই গা কাঁইটে বিন্ধি ৰাঙলী কৰিলে। কাঁইটনী পাৰ হৈ এখন হিংস্ৰ জন্তু আৰু বিষাক্ত সাপৰ ৰাজ্য পালে। প্ৰতি খোজতে হাতেমৰ জীৱন বিপন্ন হৈ উঠিবলৈ ধৰিলে। কিন্তু তেওঁৰ অদ্ভুত শক্তিশালী মকুতাটোৰ গুণতে আৰু ফকীৰৰ দয়াত তেওঁ সকলো বাধা আৰু বিপদ পাৰ হৈ আগবাঢ়ি যাবলৈ সক্ষম হ'ল। আকৌ এখন চহৰ পালেগৈ। সেই মহা অটব্য অৰণ্য আৰু হিংস্ৰ জন্তু সমাকুল বাট পাৰ হৈ অহা শুনি চহৰৰ মানুহ আচৰিত হ'ল। আৰু সেই দেশৰ বাদচাহক খবৰ দিলে। বাদচাহে এনে আচৰিত বাতৰি শুনি দূত পঠিয়াই হাতেমক আদৰি সাদৰি নিজ প্ৰাসাদলৈ লৈ গৈ এনে সাহসী যুৱকক অতি সমাদৰ জনালে। হাতেমৰ 'কাতান' চহৰৰ বাদগৰ্দলৈ যোৱাৰ সঙ্কল্প শুনি এনে বিপদপূৰ্ণ ঠাইলৈ নেযাবলৈ বাৰে বাৰে হাক দিলে। হাতেমে নিজৰ প্ৰতিজ্ঞাৰ কথা কৈ বাদচাহৰ অনুৰোধ ৰাখিব নোৱাৰি যোৱাটোকে স্থিৰ কৰিলে। শেষত বাদচাহে মানুহ লগত দি 'কাতান' চহৰত পোৱাই দিলে।

'কাতান' চহৰ পাই হাতেমে প্ৰথমে এখন

আগ্ৰহী-ঘৰত আশ্ৰয় ললে। আগ্ৰহী-ঘৰত কেইবা-জনো সদাগৰৰ লগ পালে। তেওঁলোকৰপৰা বাদগৰ্দৰ বিষয়ে নানা তথ্য পাতি গোটাই ললে, আৰু কিছুমান মণি-মুক্তা কিনি লৈ এদিন বাদচাহৰ ওচৰত ভেটি বাদচাহৰ দৰ্শন প্ৰাৰ্থনা কৰিলে। বাদচাহে হাতেমৰ পৰিচয় পাই আৰু অসীম সাহসিকতাৰ যাত্ৰাৰ আচৰিত বাতৰি শুনি অবাক হ'ল। অতি সন্মানেৰে নিজৰ কাষত বহুৱাই হাতেমক বৰ আদৰ যত্ন কৰিলে। সুবিধা বুজি হাতেমে নিজৰ উদ্দেশ্যৰ কথা বাদচাহক গোচৰ কৰিলে। বাদচাহে এই কথা শুনি অতি আচৰিত হ'ল আৰু সেই ঠাইলৈ কোনো মতেই যাবলৈ দিব নোৱাৰোঁ বুলি কলে। শেষত হাতেমে নিজ প্ৰতিজ্ঞাৰ কথা কলে, "শাহাজাদা, মানুহক ঈশ্বৰে শ্ৰেষ্ঠ জীৱৰূপে সৃজন কৰিছে। মানুহে কৰিব নোৱাৰা কাম পৃথিৱীত একো নাই। মানুহ হৈ মৰণলৈ ভয় কৰা উচিত নহয়। জন্মিলে এদিন মৰিবই লাগিব। মানুহৰ জীৱনৰ মূল্যতকৈ ধৰ্ম আৰু কৰ্তব্যৰ মূল্য বহুত বেছি। গতিকে মোক যাবলৈ দি মোৰ ধৰ্ম আৰু প্ৰতিজ্ঞা পালনৰ আপুনি সহায় হওক।"

এই কথা শুনি বাদচাহে হাতেমক আৰু বাধা দিব নোৱাৰিলে। অনিচ্ছা স্বত্ত্বেও প্ৰহৰীবোৰলৈ এখন অনুমতি-পত্ৰ লেখি হাতেমৰ হাতত দি তেওঁক বিদায় দিলে। হাতেমে ঈশ্বৰৰ চৰণ সৰোগত কৰি সাক্ষাৎ মৰণ-পুৰীৰ দৰে 'বাদগৰ্দ'লৈ যাত্ৰা কৰিলে। প্ৰায় পোন্ধৰ দিন বাট বুলি শেষত এটা প্ৰকাণ্ড দুৰ্গ আৰু প্ৰকাণ্ড দুৱাৰ এখন হাতেমৰ চকুত পৰিল। সেই ঠাইতেই প্ৰহৰীবোৰক নিজৰ নিজৰ অনুমতি-পত্ৰ দেখুৱালে। প্ৰহৰীবোৰেও এনে অসাধ্য সাধন কৰিবলৈ যাবলৈ যথেষ্ট বাধা দিলে, কিন্তু হাতেম অচল অটল। ক'লে "ভাই! ঈশ্বৰ সাক্ষী কৰি প্ৰতিজ্ঞা কৰি আহিছোঁ। ঈশ্বৰৰ কামত দেহ মন সপিছোঁ; আৰু উলটি নেযাওঁ। মৃত্যুলৈ ভয় নকৰোঁ। প্ৰাণ যদি যায়, এই প্ৰাণ তেওঁ লব। তাত মোৰ কোনো দুখ নাই। মোক 'হামাম' চাবলৈ দিয়া; মোৰ ইমান কষ্ট আৰু অথলে যাবলৈ নিদিবা।"

উপায়হীন হৈ প্ৰহৰীবোৰে অনুমতি দি বাট এৰি দিলে। সেই ঠাইৰপৰা বাদচাহৰ মানুহবোৰ উলটি গ'ল।

হাতেম আগবাঢ়ি গ'ল। দুৱাৰৰ ওপৰত এখন ফলিত ডাঙৰ ডাঙৰ আখৰেৰ লিখা আছে,—"তৈমুছ বাদচাই যাদুৰ বলেৰে এই হামাম সাজিছে। ইয়াৰ ভিতৰ সোমালে কোনোৱেই বাহিৰ হ'ব নোৱাৰে, চিৰ-জীৱন এই হামামতে অৱসান হব।" হাতেমে এখন্তেকৰ কাৰণে মনক স্থিৰ কৰি ললে। ঈশ্বৰৰ চৰণ চিন্তা কৰিলে আৰু দুৱাৰৰ ভিতৰেদি সোমাই গ'ল। দহখোজমান আগুৱাই গৈ পিচলৈ উলটি চাই দেখিলে, দুৱাৰ মানুহ একো নাই; সকলো অদৃশ্য হ'ল। চাৰিওপিনে চকুত পৰালৈকে মাথোন বিশাল পথাৰ দেখিবলৈ পালে। হাতেমে ইফালে সিফালে ঘূৰি পকি বাট বিচাৰিবলৈ ধৰিলে। হঠাতে এজন মানুহ তেওঁৰ চকুত পৰিল। মানুহ-জন দেখি হাতেমৰ বৰ ভাল লাগিল। তেওঁ ওচৰ চাপি মানুহজনক 'বাদগৰ্দ হামাম'ৰ বাতৰি সুধিলে। মানুহজনে ক'লে, "আমি এই হামামৰ ৰখীয়া। মানুহক হামামত স্নান কৰাই পুৰস্কাৰ লওঁ।"

হাতেম : তুমি থাকা ক'ত? তোমাৰ বাহিৰে আৰু কোনোবা চাকৰ আছে নে অকল তুমিয়েই আছা?

মানুহজন : আছে, হামামৰ ভিতৰতে আমাৰ ঘৰ-বাৰী আছে। আমাৰ একো দিনকৈ পালা পৰে। আহক আপোনাক স্নান কৰাই দিওঁ।

চাকৰজনে হাতেমক লৈ গ'ল। অলপ দূৰতে প্ৰাসাদৰ ডাঙৰ গম্বুজ চকুত পৰিল। বিস্ময়পূৰ্ণ ভাবে চাই হাতেমে সুধিলে "সৌৱে তেজৰ দৰে ৰঙা মেঘত লগা সেইটো কি?"

মানুহজন : সেইটোৱেই হামাম ঘৰৰ গম্বুজ। তাৰ ঠিক তলতেই 'বাদগৰ্দ হামাম' আনাগাৰ। মোৰ লগত আহক—বুলি মানুহজনে হাতেমক

হাম্মামৰ পিনে লৈ গ'ল। হাম্মামৰ দুৱাৰেদি দুয়োজনেই সোমাই গ'ল। সন্মুখত এটা প্ৰকাণ্ড শুকান চৌবাচ্চাত হাতেমক নামি যাবলৈ কলে। হাতেমে কাপোৰ কানি-পাৰত সোলোকাই থৈ চৌবাচ্চাত নামিল। মানুহজনে তিনিঘটি তপতপানী আনি দিলে আৰু মূৰত ঢালিবলৈ কলে। হাতেমে সেইদৰে তপত পানী তিনি ঘটি মূৰত বাকিলে। লগে লগে সমুখৰ দুৱাৰখন সশব্দে বন্ধ হৈ গ'ল; এটা বজ্ৰধ্বনিৰ দৰে ভয়ানক ভয় লগা শব্দ হ'ল। কেউপিনে আন্ধাৰ হৈ পৰিল। হাতেমে চকুৰে একো নেদেখা হ'ল। অলপ পৰৰ পিচতে আকৌ সূৰ্য ওলাল। পোহৰ হৈ পৰিল। তেওঁ আচৰিত হৈ কেউপিনে চকু ফুৰাই চাই আৰু আচৰিত হ'ল--মানুহজনো নাই চৌবাচ্চাও নাই, কেউপিনে বন্ধ। বহু ওপৰত সেই গম্বুজ জিক্‌মিক্‌ কৰে জ্বলিবলৈ ধৰিছে। হঠাৎ হাতেমৰ ভৰিৰ তলৰপৰা পাতাল ফুটি হো হোৱাই পানী ওলাবলৈ ধৰিলে। লাহে লাহে হাতেমৰ কঁকাল, বুকু, ডিঙিলৈ তল গল; পানীয়ে নাক চুলেহি। এইবাৰ মৃত্যু নিশ্চিত ভাবি হাতেমে ঈশ্বৰৰ নাম জপিবলৈ ধৰিলে। হাতেম ডুব গ'ল। তেওঁ সাঁতুৰিবলৈ ধৰিলে, ওপৰলৈ ভাহি উঠিল। পানী বাঢ়ি বাঢ়ি ওপৰৰ গম্বুজ চুলেগৈ। হাতেমে গম্বুজৰ চূড়াত ধৰি কোনোমতে উশাহ ললে। আকৌ বজ্ৰনাদ হ'ল। হাতেমে ভয়তে চকু মুদিলে। তেওঁৰ অলপ পৰ মনত হল যেন তেওঁ মাটিৰ ওপৰত শুই আছে। তেওঁ ভয়ে ভয়ে চকু মেলি চাই দেখে যে পানীও নাই, গম্বুজো নাই--তেওঁ এখন বহল পথাৰত শুই আছে। তিনি দিন তিনি ৰাতি তেওঁ পথাৰখনত ঘূৰি ফুৰিবলৈ ধৰিলে। শেষত এখন ধুনীয়া বাগিচাত ঘৰ এটা দেখা পাই সেইপিনে খোজ ললে। ঘৰটোত সোমোৱা মাত্ৰকে তাৰ দুৱাৰখন জাপ খাই গ'ল। ঘৰটো নাইকিয়া হ'ল। এখন হাবি পালেগৈ। হাবিখন ঘূৰি ফুৰোঁতে পকা ফলবোৰ ওলমি থকা দেখি, ভোকত তত নোহোৱা হৈ সেই পকাফলবোৰ খাবলৈ ধৰিলে। যিমানেই খায় সিমানেই ভোক বাঢ়িহে যায়। শেষত খাবলৈ এৰি আগবাঢ়িল। আকৌ এটা ধুনীয়া অট্টালিকা দেখা পাই তাৰ দুৱাৰেদি সোমাই গ'ল। কি আচৰিত--প্ৰাসাদৰ ভিতৰখন শিলৰ মূৰ্তিৰে পৰিপূৰ্ণ। মানুহবোৰ নানা সাজ-পাৰ পিন্ধা--ৰজা-মহাৰজা আমীৰ-ওমৰা, সদাগৰ বাটৰুৱা নানা ধৰণৰ মানুহ; কিন্তু নিথৰ নীৰৱ শিলামূৰ্তি। চাৰিওপিনে চকু ফুৰাই হাতেমে চাবলৈ ধৰিলে। হঠাৎ এটা জীয়ামাত কাণত পৰিল। ওপৰলৈ চাই দেখিলে সোণৰ সজাত এটা ভাটৌ চৰাই ওলমি আছে। সজাটোৰ তলত লিখা আছে ডাঙৰ ডাঙৰ আখৰেৰে--"বাদচা তৈমুছ এবাৰ চিকাৰলৈ যাওঁতে এডোখৰ বৰ ডাঙৰ বহুমূলীয়া উজ্জ্বল হীৰা পালে। হীৰাডোখৰৰ মূল্যৰ আৰু সমগুণৰ হীৰা পৃথিৱীত দ্বিতীয় আৰু নাছিল। সেই দুৰ্লভ হীৰা-খিনি নিৰাপদে থবলৈ তেওঁ এই ঐন্দ্ৰজালিক হাম্মাম নিৰ্মাণ কৰিলে আৰু সেই ভাটৌ চৰাইটোৰ পেটত হীৰাডোখৰ লুকুৱাই থলে। ইয়াত তিনডাল কাঁড় আছে। কোনোবা বীৰ পুৰুষে যদি এই কাঁড়েৰে এই ভাটৌ চৰাইটো মাৰিব পাৰে তেনেহলে তেৱেঁই হ'ব এই মহাবস্তুৰ অধিকাৰী। কিন্তু ভাটৌটোক মাৰিব নোৱাৰিলে তেওঁ শিলা হৈ থাকিব।"

হাতেমে বুজিলে এই মহাবস্তুৰ লোভতে অসংখ্য মানুহৰ আজি এই দশা। কিন্তু নানা বিপদসঙ্কুল পথ অতিক্ৰম কৰি যে এইখিনি পাইছোহি, তেওঁ আৰু উলটিবৰ উপায় ভাবিব নেপায়। গতিকে ঈশ্বৰক স্মৰণ কৰি হাতত ধেনুকাঁড় তুলি ললে। এপাট শৰ মাৰিলে। শৰ লক্ষ্যচ্যুত হ'ল। হাতেম আঠুলৈকে শিলা হ'ল। মৃত্যু নিশ্চিত জানি পৰমেশ্বৰৰ চৰণত ভক্তিপূৰ্ণভাবে হাতেমে আত্মসমৰ্পণ কৰি দ্বিতীয় শৰপাট হাতত তুলি মাৰি পঠিয়ালে। এইবাৰো ব্যৰ্থ হ'ল। লগে লগে কঁকাললৈকে তেওঁ

শিলা হ'ল। আৰু এপাট শৰ বাকী। এইবাৰ তেওঁ ব্যাকুলভাৱে ঈশ্বৰৰ নাম ল'বলৈ ধৰিলে—যাতে মৃত্যু সময়ত তেওঁ ঈশ্বৰৰ নাম মুখত থাকে। ঈশ্বৰৰ চৰণত সকলো মন প্ৰাণ অৰ্পণ কৰি ক'লে—"হে প্ৰভু, হে খোদা! তুমি যি কৰা সকলো মোৰ মঙ্গল।" তেওঁ শেষ শৰ নিক্ষেপ কৰিলে। এইবাৰ ভাটৌ চৰাইটো মৰিল। নিমিষতে অদ্ভুত পৰিবৰ্তন ঘটিল। হাতেমৰ স্থিৰ, চকুত উজ্জ্বল সূৰ্যৰ পোহৰ পৰিলহি। মায়া 'হামাম বাদগৰ্দ'ৰ চিন-চাব নোহোৱা হ'ল—মাত্ৰ তেওঁ চকুৰ আগত দেখা পালে সূৰ্যৰ ৰশ্মি পৰি মাটিত জ্বলি উঠিছে—দ্বিতীয় সূৰ্যৰ দৰে সেই মহা অমূল্য মাণিক হীৰাখণ্ড। তেওঁ সেই মহামাণিক হাতত তুলি ললে। চাওঁতে চাওঁতে শই শই ৰজা-বাদচাহ আমীৰ-ওমৰাহ লৰি আহি হাতেমৰ ভৰিত দীঘল দি পৰিলহি। কলে, "হে মহাপুৰুষ! কোন আপুনি? আমাক উদ্ধাৰ কৰিলে। আপুনি নিশ্চয় ঈশ্বৰপ্ৰেৰিত, নহলে মানুহৰ এই মহামায়া ভেদ কৰিবৰ ক্ষমতা নাই—যি যুগ যুগ ধৰি এই ভয়ানক যাদু ভাঙি পৃথিৱীৰ কল্যাণ সাধিব পাৰে। আমি যে কতকাল শিলা হৈ পৰি আছোঁ। আৰু যে কতলোক আহি শিলা হবলগীয়া হলহেঁতেন! কিন্তু আপুনি ঈশ্বৰ-প্ৰেৰিত মহাপুৰুষ। আপুনি আমাক উদ্ধাৰ কৰিলে। আমাৰ হিয়াভৰা শ্ৰদ্ধা গ্ৰহণ কৰক।" এই বুলি হাতেমৰ ভৰি-ধূলি শিৰত সানি সানি ল'বলৈ ধৰিলে। হাতেমে ক'লে, "মই কোন ভাই! কি শক্তি আছে মোৰ! ক্ষুদ্ৰ মানুহ মই। মোৰ কি সাধ্য আছে যে এই ভীষণ ইন্দ্ৰজাল ভেদ কৰিব পাৰোঁ। সকলো ঈশ্বৰৰ কাৰ্য। তেওঁৰ কাম তেওঁ সমাধা কৰিছে।"

সকলোকে লৈ হাতেম উলটিল। হাৰেশ চাহৰ লগত সাক্ষাত কৰি তেওঁক অশেষ কৃতজ্ঞতা জনাই সকলো নিজৰ নিজৰ ঘৰলৈ উলটিল। যথা সময়ত সাহাবাদত উপস্থিত হৈ হাতেমে হাসেন বানুৰ লগত সাক্ষাৎ কৰি তেওঁৰ সপ্তম প্ৰশ্নৰ উত্তৰ দিলে। ক'লে, "হাসেন বানু! তোমাৰ সাতোটা প্ৰশ্নৰ উত্তৰ দি মোৰ প্ৰতিজ্ঞা ৰক্ষা কৰিলোঁ। শেষ প্ৰশ্নৰ সমাধানত মহামূল্য হীৰা দেখুৱালোঁ। হাসেন বানু! তুমি এইবাৰ তোমাৰ প্ৰতিজ্ঞা ৰক্ষা কৰা।"

এইবাৰ হাসেন বানুৱে পৰ্দা ঠেলি বাহিৰলৈ ওলাই আহিল, আঠু কাঢ়ি কৃতজ্ঞতাৰে হিয়া ওপচাই কলে, "হে মহান্! মোৰ পৃথিৱীত কোনো নাই। একমাত্ৰ ধাত্ৰীয়েই মোৰ আপোন। এইবাৰ মই আপোনাৰ চৰণত আত্মসমৰ্পণ কৰিলোঁ; এই জীৱনৰ ওপৰত আপোনাৰ সম্পূৰ্ণ অধিকাৰ।"

হাতেমে ক'লে, "তেন্তে তুমি মোৰ কন্যা! আজিৰপৰা মই তোমাৰ পিতৃ হলোঁ। উঠা আই! মই আজি তোমাক উপযুক্ত পাত্ৰত অৰ্পণ কৰিম।"

এদিন শুভদিনত ধুমধামেৰে বিয়া পাতি মহাত্মা হাতেমে মনিৰৰ হাতত হাসেন বানুক সম্প্ৰদান কৰি পিতৃকৰ্তব্য পালন কৰিলে। এইবাৰ হাতেম নিজ ঘৰলৈ উলটিল। বুঢ়া 'তাই' বাদচাহৰ বহু দিনৰ মূৰত হাতেমৰ মুখখনি দেখি পুত্ৰ বিৰহ-কাতৰ হিয়া আনন্দত উপচি পৰিল। হাতেমক বুকুত সাৱটি ধৰাত বুঢ়া পিতৃৰ চকুৰপানী পৰিবলৈ ধৰিলে। দেশজুৰি আনন্দ উৎসৱৰ আয়োজন হ'ল। দেশজুৰি দীপাৱলী জ্বলিল। নৃত্য, গীত, বাদ্য উৎসৱত মুখৰিত হৈ পৰিল। দুখী দৰিদ্ৰই দান পাই আনন্দ মনেৰে ঘৰলৈ উলটিল। দেশত দুখ দৰিদ্ৰতা নোহোৱা হ'ল। বুঢ়া বাদচাহৰ বিষাদী মুখত সৰল শিশুৰ দৰে হাঁহিৰে উপচি পৰিল। ৰাজপুত্ৰ হাতেমৰ মুখে মুখে গুণগান বিয়পি পৰিল। ঘৰে ঘৰে ফুলমালা পতাকাৰে নগৰৰ শোভা বৰ্দ্ধন কৰি হাতেমক সাদৰ সম্ভাষণ জনালে।

ইপিনে বহুকাল স্বামীবিৰহ-কাতৰা 'জাৰিণ পোষে' স্বামী দৰ্শন পাই ইমান দিনৰ দুখ-কষ্ট পাহৰি পেলালে। বিয়াৰ পিচৰপৰা এই সুদীৰ্ঘ-কাল স্বামী নিৰুদ্দেশৰ বাটত, প্ৰতি পলে পলে তেওঁ কি দুখ যাতনা সহি দিন কটাইছে! কত

দুখ, কত দুশ্চিন্তা, কিমান বিনিদ্র নিশা তেওঁ চকুৰ পানী টুকি টুকি কটাইছে। আজি হেৰোৱা মাণিকক পাই তেওঁ সকলো পাহৰি পেলালে। সুখ-সাগৰত যেন বুৰ মাৰিলে। ৰাজপুত্ৰ হাতেমক পাই দেশত আনন্দৰ সোঁত ব'বলৈ ধৰিলে। বুঢ়া 'তাই' ৰজাই এই আনন্দ উৎসৱ চিৰস্থায়ী কৰি উপযুক্ত প্ৰিয়দৰ্শন পুত্ৰক ৰাজ্যত অভিষেক কৰি নিজৰ শিৰৰ মুকুট পিন্ধাই দি সিংহাসনত বহুৱালে। প্ৰজাবোৰে প্ৰিয় কুমাৰক ৰজাৰূপে পাই সুখী হ'ল। বুঢ়া বাদচাহে পুত্ৰক সিংহাসনত দেখি সুখ-সাগৰত ভাহিবলৈ ধৰিলে আৰু বিশ্ৰাম ললে।

## শিৰ দান

হাতেম তাইৰ সজ চৰিত্ৰ, মহৎ গুণত সকলো মুগ্ধ। দেশ-বিদেশত হাতেমৰ মহৎ চৰিত্ৰৰ কথা শতমুখে প্ৰচাৰিত। ল'ৰা-বুঢ়া সকলোৱে হাতেমক ভাল পায়। তেওঁ ঈশ্বৰভক্ত, পৰোপকাৰী, দয়ালু, মিষ্টভাষী। তেওঁ ৰজা হোৱাত সকলো সুখী হ'ল। মাত্ৰ এজন সুখী হ'ব নোৱাৰিলে; তেওঁ আৰবদেশৰ বাদচাহ 'নওফেল'।

সমানৰ ভিতৰত বিদ্বেষ ভাব স্বাভাৱিকতে দেখা যায়। ক্ষমতাত সমান হলেও হাতেমৰ স্থান মনুষ্য সমাজৰ বহু উৰ্দ্ধত। হাতেমৰ মহত্ত্বত মুগ্ধ দেশ-বিদেশ বিয়পা কীৰ্তিৰ কথা শুনি নওফেলৰ বুকুত ঈৰ্ষা জুই জ্বলি উঠিল।

নওফেল ধনে-মানে, কুলে-শীলে, পৰাক্ৰমে হাতেমতকৈ কোনো গুণে হীন নাছিল। কিন্তু নওফেলৰ নাম মানুহে নলয় কিয়? কেউপিনেই শুনা যায়-মাত্ৰ হাতেম, হাতেম। তেওঁ হিংসাত চট্‌ফটাবলৈ ধৰিলে। শেষত হাতেমক তেওঁ বধ কৰি তেওঁৰ সিংহাসন কাঢ়ি ল'বলৈ থিৰ কৰিলে। ভাবিলে—হাতেম মৰিলে হাতেমৰ নাম নুমাব। তেতিয়া মানুহে তেওঁৰ নাম ল'বলৈ বাধ্য হ'ব। যুদ্ধৰ সঙ্কল্প কৰি নওফেলে বিৰাট সৈন্যবাহিনী লৈ হাতেমৰ ৰাজ্য আক্ৰমণ কৰিলে। দেশত হুলস্থুল লাগিল। ভয়, আতঙ্কত ৰাইজ আহি হাতেমৰ ওচৰত আঠু ল'লে। হাতেম বীৰত্ব, পৰাক্ৰম, সৈন্যবল, ধনবলত পিচ পৰিব লগীয়া নাছিল। তেওঁ সহজে আক্ৰমণ প্ৰতিৰোধ কৰি ৰাজ্যত শান্তি প্ৰতিষ্ঠা কৰিব পাৰিলেহেঁতেন।

কিন্তু দয়ালু, পৰদুখত কাতৰ হাতেমৰ কোমল হিয়া যুদ্ধৰ তেজৰ সোঁতত অসংখ্য মানুহৰ প্ৰাণক উটুৱাই দিবলৈ কান্দি উঠিল। যিজনে মানুহক কিয়, কোনো প্ৰাণীকেই দুখ দিবলৈ ভাল নেপায়, সেইজনে অসংখ্য মানুহক যুদ্ধত মৰিবলৈ কেনেকৈ আগবঢ়াই দিব? ঈশ্বৰৰ সৃষ্ট সকলো প্ৰাণীৰে কল্যাণ সাধন, তেওঁৰ জীৱনৰ এয়েতো একমাত্ৰ ব্ৰত। এই ব্ৰত সাৰোগত কৰি জীৱনত তেওঁ কিমান দুখ, কষ্ট বিপদ বৰণ কৰিছে। যুদ্ধত কিমান মানুহ মৰিব, কিমান মানুহে পুত্ৰ-ভাই-পিতাকক হেৰুৱাব, কিমান নাৰীয়ে পুত্ৰ-স্বামী-ভাই হেৰুৱাব। নাই তেওঁ এনে ভয়াবহ যুদ্ধ হ'বলৈ দিব নোৱাৰে। নওফেলৰ হিংসা একমাত্ৰ তেওঁৰ ওপৰত। তেওঁ আঁতৰি গলে নিৰ্বিবাদে নওফেলে এই দেশ অধিকাৰ কৰিব। দেশৰ মানুহৰ ওপৰত তেওঁৰ হিংসা নাই যেতিয়া ৰাজ্য পালে তেওঁৰ মানুহ বধ কৰিবৰ প্ৰয়োজন নেথাকিব, প্ৰজাৰ শান্তি হ'ব। গতিকে তেওঁ আঁতৰি যোৱাই উচিত। এই ভাবি তেওঁ নিজৰ দুখ-কষ্ট লাঞ্ছনা সহ্য কৰাকে সাৰোগত কৰিলে। মহাপ্ৰাণ হাতেমে ৰাজ্য, ঐশ্বৰ্য, প্ৰাসাদ, সিংহাসন সকলো ত্যাগ কৰি নিশা অকলে ঘৰৰপৰা বাজ হ'ল। এটি পৰ্বতৰ মাজৰ গুহাত লুকাই থাকিল। ইপিনে নওফেলে কোনো বাধা নোপোৱাত হাতেমৰ ৰাজ্য সোমাই সিংহাসন অধিকাৰ কৰি এমন দেশ অধিকাৰ কৰিলে। ৰাজ-ভাণ্ডাৰৰ ঐশ্বৰ্য লুটি লৈ গ'ল।

কিন্তু হিংসুক পৰশ্ৰীকাতৰ নওফেলৰ প্ৰাণত জানো শান্তি আহিল ? হাতেম যে জীয়াই আছে ! ৰাজ্য ধন লুটি ললে হয়, কিন্তু হাতেম জীয়াই থাকিলে, হাতেমৰ গুণ-গান গোটাটো বন্ধ নহ'ব। হাতেমৰ গুণ-গান শুনা অসহ্য। নওফেলৰ নাম দেখোন কোনেওবেই নলয়, মিছা হ'ল। হাতেমৰ ৰাজ্য লুটি ললে কি হ'ব ? একো লাভ নাই। হাতেমক লাগে; হাতেমক বধিবই লাগিব। নহলে শান্তি নাই, স্বস্তি নাই, সুখ নাই; হাতেমক ধ্বংস কৰিবই লাগিব। বুকুত তাৰ নৰকৰ জুই জ্বলিছে। হিংসুক নওফেলে প্ৰচাৰ কৰিলে--"যি লোকে হাতেমক ধৰি আনি দিব তেওঁক পাঁচ হেজাৰ সোণৰ মোহৰ দিয়া হ'ব।"

কিন্তু নওফেলৰ প্ৰচাৰ মিছা হ'ল। দিন গ'ল, মাহ গ'ল, বছৰ বাগৰি গ'ল কিন্তু হাতেমক ধৰি অনা দূৰৰ কথা তেওঁৰ বাতৰিও কাৰো মুখৰপৰা শুনা ন'গল। প্ৰেমৰ গুণেৰে ৰাইজৰ হৃদয় জয় কৰি থৈছে হাতেমে; এনেজন প্ৰিয় মহাপুৰুষ হাতেমৰ কোনে সন্ধান দিব ? নওফেলৰ বুকুত হিংসাৰ জুই দুগুণে জ্বলিবলৈ ধৰিলে। মনে মনে নিজকে ধিক্কাৰ দিবলৈ ধৰিলে।

হেৰ হাতেম ! তই পলাতক গৃহহীন; কিন্তু তথাপি তই মোতকৈ ভাগ্যবান। কেনেকৈ কি কৰিলে মোক সকলোৱে হাতেমৰ দৰে ভাল পাব ? কোনে মোক এই উপায় শিকাই দিব ? বলিয়াৰ দৰে নওফেলে নিজকে নিজে বলকি থাকে। যিমানেই দিন যাবলৈ ধৰিলে, নওফেলৰ জেদ্ দুগুণে বাঢ়িবলৈ ধৰিলে। পুৰস্কাৰ দুগুণে বঢ়াই দি আকৌ প্ৰচাৰ কৰিলে। এইবাৰ চোৰ-ডকাইত দুশ্চৰিত্ৰ মানুহৰ মাজত পুৰস্কাৰ ঘোষণা কৰা হ'ল।

অভাৱগ্ৰস্ত বহুত চৰিত্ৰহীন লোক আছে, যিবোৰে এনে প্ৰলোভন জয় কৰা টান হ'ল। সেইবোৰে গোপনে হাতেমৰ অনুসন্ধানত লাগি গ'ল।

এদিন কাঠকটীয়া বুঢ়া-বুঢ়ী এহাল হাবিত কাঠ কাটিবলৈ গৈছিল। সিহঁতে হাবিত কাঠ কাটি আনি বজাৰত বেচি যি পায় তাৰেই জীৱিকা নিৰ্বাহ কৰে। কিন্তু বুঢ়া-বুঢ়ীৰ দিনে দিনে বয়স বেছি হোৱাত শৰীৰৰ বল শক্তিৰ নাটনি পৰিছে। গতিকে আগৰ দৰে কাঠ কাটিব নোৱাৰি দুয়ো ভাগৰি পৰি মূৰে কপালে হাত দি এজোপা গছৰ ছাঁত বহিছে। মূৰৰ ওপৰত যেন দুপৰৰ ৰ'দে জুইহে বৰষিছে। কাঠ কাটোতে বুঢ়া-বুঢ়ীৰ জীউ যাওঁ যাওঁ যেন হৈছে। বুঢ়ীয়ে উশাহ কাঢ়ি কাঢ়ি ক'বলৈ ধৰিলে, "হায় প্ৰভু !! এনেহে কপাল লৈ আহিছিলোঁ দিনটো কাঠ কাটি কাটি পেট প্ৰবৰ্তাইছিলোঁ; এতিয়া গাত বলো নাইকিয়া হ'ল, পেট ভৰায়ো খাবলৈ নেপাওঁ। ইয়াতকৈ মানুহৰ কপালত আৰু কি দুখ হ'ব পাৰে ? শুনিছোঁ ৰজা নওফেলে বোলে ঘোষণা কৰিছে—যেয়ে হাতেমক ধৰিব পাৰিব, তাকে বোলে দহ হেজাৰ সোণৰ মোহৰ দিব। হাতেমক যদি এই হাবিত পালোহেঁতেন ধৰি নি ৰজাক দি টকাখিনি পালোঁহেঁতেন। জীৱনৰ শেষকালখিনি সেই টকাৰেই বহি খাব পাৰিলোঁহেঁতেন।"

কাঠ কটীয়াই বুঢ়ীক হকি মাৰি ক'লে, "মনে মনে থাক হেৰ, মিছাতে বলকি নেথাকিবি ! তই এনেখন কপাল লৈ অহা নাই, হাতেমক ধৰি দি দহ হেজাৰ সোণৰ মোহৰ পাবলৈ ! এনে কপাল হ'বনে ? কপালৰ দুখ কোনে খণ্ডাব পাৰে ?" বুঢ়াই দীঘল হুমুনিয়াহ এটা পেলালে। ঠিক এনে সময়তে পিচপিনৰপৰা কোনোবাই মাত লগালে— "মই তোমালোকৰ দুখ শুনুৱাম। আঁতা আবু ! ময়েই সেই পলুৱীয়া হাতেম তাই। এই পৰ্বতৰ গুহাৰপৰা তোমালোকৰ সকলোবোৰ কথা শুনিলোঁ। মোক নওফেলৰ ওচৰলৈ লৈ বলা; এতিয়াই দহ হেজাৰ সোণৰ মোহৰ পাবা। তোমালোকৰ সকলো দুখ গুচিব।" এই কথা কৈ কৈ হাতেম আহি বুঢ়া-বুঢ়ীৰ আগতে থিয় হ'লহি। বুঢ়া-বুঢ়ীয়ে নিজৰ

চকু কাণকে বিশ্বাস কৰিব নোৱাৰা হ'ল। বুঢ়াই ভাবিলে—সপোন দেখিছোঁ নেকি? মানুহে নো পৰৰ দুখ গুচুৱাবলৈ নিজৰ মূৰ আগবঢ়াব পাৰেনে? কি মায়া এইবোৰ! এইদৰে ভাবি ভাবি বুঢ়া-বুঢ়ীয়ে হাতেমৰ মুখলৈ ভেলেঙা লাগি চাই ৰ'ল। হাতেমে আকৌ ক'লে, "কেলেই পলম কৰিছা? লৈ বলা মোক তোমালোকে। নহলে আন কোনোবাই আহি দেখিলে, তোমালোকৰ পুৰস্কাৰ পোৱা মিছা হ'ব। তোমালোকৰ দুখৰ কথা শুনি মই অন্তৰত বৰ বেজাৰ পাইছোঁ; সেয়েহে নিজে ধৰা দিছোঁহি। বলা মোক বাদচাহৰ ওচৰলৈ লৈ ব'লা, পলম নকৰিবা।" কাঠকটীয়া বুঢ়াৰ মনত কি খেলালে ঈশ্বৰেহে জানিলে—বুঢ়াই বলিয়াৰ দৰে চিঞৰি উঠিল—"হাঁয়, প্ৰভু! নহয় নহয় নহয় এইবোৰ কি প্ৰলোভন দেখুৱাইছা? যাওক, আপুনি গুচি যাওক এই ঠাইৰপৰা; এই ঠাইত আৰু নেথাকিব। আমাৰ দেহত প্ৰাণ থাকে মানে আমি এনে চয়তানি কৰিব নোৱাৰোঁ। হে প্ৰভু! আজি তুমি মাটিৰ পৃথিৱীত কি সৰগৰ ছবি দেখুৱালা দয়াময়! গতিকে যাওক আপুনি পলাই যাওক। কেউপিনে ৰজাৰ চৰে পিয়াপি দি আপোনাক বিচাৰি ফুৰিছে। কোনোবাই আপোনাক দেখিবহি, সৰ্বনাশ হ'ব। পলাওক পলাওক, জীৱন ৰাখক আপোনাৰ। দেৱতা! লুকাওক লুকাওক।"

কাঠকটীয়াৰ কথা শুনি হাতেমৰ মহৎ হৃদয় বিগলিত হ'ল, চকুৰ পানী ওলাল। তথাপি মনৰ ভাব লুকুৱাই হাতেমে ক'লে,—"বুঢ়া আপ! তোমালোকে যদি মোক ধৰি নিনিয়া, তেন্তে মই নিজেই গৈ বাদচাহক কমগৈ তোমালোকে মোক লুকুৱাই ৰাখিছা বুলি। তেতিয়া তোমালোকেও শাস্তিৰ হাত সাৰিব নোৱাৰিবা।" হাতেমৰ কথা শুনি বুঢ়া জ্বলি-পকি উঠি ক'লে, "কওক গৈ ৰজাৰ আগত। বুঢ়া হৈছোঁ, বৰ দুখেৰে পৃথিৱীত জীয়াই আছোঁ। কিহৰ মায়া আছে এই হাড় কিড়ালৰ ওপৰত? ভয় নকৰোঁ ৰজাৰ শাস্তিলৈ? তথাপি আপোনাক ধৰাই দি টকা খাব নোৱাৰোঁ। মূৰৰ ওপৰত ঈশ্বৰ আছে। জনমে জনমে অনাহাৰে মৰিম, দুখকেই জীৱনৰ সাৰথি কৰিম, তথাপি চয়তান হ'ব নোৱাৰিম।"

কাৰ যেন কথা-বতৰা শুনি বুঢ়াই চঞ্চল চকুৰে কেউপিনে চকু ফুৰালে। বুঢ়াই আতঙ্কিতভাৱে আকৌ ক'লে, "পলাওক! পলাওক! ৰজাৰ চৰ আহিছে আপোনাক বিচাৰি। যাওক আপুনি সাঁতৰি গৈ প্ৰাণ ৰাখক।" এনেতে পিচ পিনৰপৰা বীভৎস উল্লাসৰ বিকট চিঞৰ শুনি বুঢ়াই হাঁয় প্ৰভু, হে ঈশ্বৰ, বুলি চিঞৰি মাটিত লুটি খাই পৰিল।

চকুৰ পচাৰতে কিছুমান ৰজাৰ চৰে হাতেমক বেৰি ধৰিলে। আনন্দৰ হৰ্ষধ্বনি কৰি কৰি ৰজাৰ ওচৰলৈ হাতেমক লৈ গ'ল। বুঢ়া-বুঢ়ীৰ হিয়া ফাটি গ'ল, চকুৰ পানীৰে বুকু ভহাই ভহাই কান্দি কান্দি বুঢ়া-বুঢ়ীয়ো পিচ ললে।

নওফেল ৰজা উজিৰ ওমৰাহসকলৰ সৈতে ৰাজ-দৰবাৰত বহি আছে। হাতেমক ধৰিবলৈ বুদ্ধি পৰামৰ্শ চলিছে। এনেতে হাতেমক বন্দী কৰি ধৰি অনা দেখি, সভাসদসকলৰে ৰজা আনন্দত জপিয়াই উঠিল। বন্দীক ৰজাৰ আগত থিয় কৰালে। ৰজাই সুধিলে, "তোমালোকৰ ভিতৰত কোনে হাতেমক ধৰিছা আগবাঢ়ি আহাঁ।" এজনে আগবাঢ়ি কলে, "চাহাজাদা! মই ধৰিছোঁ।" এনেতে আকৌ এজন আগবাঢ়ি হাত যোৰকৈ কলে, "নহয় চাহাজাদা, মইহে হাতেমক প্ৰথমে ধৰিছোঁ।" আৰু দুই তিনিজন একেলগে আগবাঢ়ি কলে, "নহয় নহয়, মইহে ধৰিছোঁ।" এইদৰে দহ বাৰজনে মই ধৰিছোঁ, মই ধৰিছোঁ, বুলি সভাস্থল হুলস্থূল লগাই দিলে। ৰজাই বুজিলে কাৰো কথা সঁচা নহয়। এইবাৰ ৰজাই হাতেমক সুধিলে—"হাতেম! তুমি সঁচা কথা কোৱাচোন তোমাক কোনে ধৰিলে?" হাতেমে গম্ভীৰ মাতেৰে দৃঢ়তাৰে

ক'লে "মোক এওঁলোকে ধৰা নাই, ধৰিছে সৌ বুঢ়া-বুঢ়ী হালে।" ৰজাই সুধিলে—"সেই বুঢ়া-বুঢ়ী হালে তোমাৰ দৰে বলৱান ডেকাক কেনেকৈ ধৰিলে?" তেতিয়া হাতেমে বুঢ়া-বুঢ়ীয়ে কোৱা-মেলা কৰা শুনি সিহঁতে দুখ কষ্ট কৰি জীৱন নিৰ্বাহ কৰা আৰু হাতেমৰ বিষয়ে আলোচনা কৰা শুনি তেওঁৰ মন সিহঁতৰ দুৰৱস্থাত পমি গৈছিল। সিহঁতে এই পুৰস্কাৰ পাবৰ নিমিত্তে তেওঁ নিজে আহি ধৰা দিছিল। শেষত বুঢ়া-বুঢ়ীৰ লগত কথা পাতি থাকোতে কি দৰে অনুচৰবোৰে ধৰিছিল সকলো অকপটে বিবৰি কলে।

হাতেমৰ মহৎ প্ৰাণৰ এনে আত্মদানৰ কথা শুনি সভাসদসকলে হাতেমক ধন্য ধন্য কৰিবলৈ ধৰিলে। ইপিনে বুঢ়া-বুঢ়ী হালে সভাৰ ঘৰৰ এচুকত বহি হাত যোৰকৈ হাতেমৰ জীৱন ৰক্ষাৰ কাৰণে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাই কান্দিবলৈ ধৰিলে। —"হে প্ৰভু! তুমি দুনীয়াৰ মালিক। এই মহাপ্ৰাণ যুৱকৰ জীৱন ৰক্ষা কৰাঁ। তোমাৰ মহিমা দেখুৱা প্ৰভু! আমাৰ কু-অভিপ্ৰায়তে এই অমূল্য জীৱন আজি নষ্ট হবলৈ ধৰিছে। হে প্ৰভু! দয়া কৰা।"

বুঢ়া-বুঢ়ীৰ প্ৰাৰ্থনা শুনি সভাসদসকলৰ চকুত পানী বিৰিঙি উঠিল। সকলোৱেই যেন অস্ফুট স্বৰেৰে এই প্ৰাৰ্থনাকেই জনালে। সভা তন্ময় অৱস্থাত অভিভূত হৈ পৰিল। বাদচাহ নওফেলৰ এই দৃশ্য দেখি চকু মুকলি হ'ল। নিজৰ ভুল অন্যায় সকলো বুজিব পাৰিলে। বাদচাহ নওফেল উঠি আহি হাতেমক আলিঙ্গন কৰি ক'লে, "ক্ষমা কৰা ভাই, মোৰ দোষ ক্ষমা কৰা।" বান্ধ খুলি হাতেমক নিজৰ সিংহাসনত বহুৱাই সন্মান জনালে। হাতেমৰ ৰাজ্য, ঐশ্বৰ্য সকলো ওলোটাই দিলে। শেষত বুঢ়া-বুঢ়ীকো দহ হেজাৰ সোণৰ মোহৰ দি পুৰস্কৃত কৰিলে।

# ভাই

(১)

চিলা গাওঁখনি এখন বেছ সমৃদ্ধিশালী গাওঁ। তাত বহুলোকৰ বাস। গাৱঁত প্ৰতাপশালী মানুহ বিশেষ কোনো নাছিল; কিন্তু বামুণ-সজ্জন ইত্যাদি নানা কুলীয়া মানুহেই তাত বাস কৰে। এই গাৱঁতে হৰিদেউ নামেৰে এজন ব্ৰাহ্মণ বাস কৰিছিল। তেখেতৰ অৱস্থা তেনে বিশেষ বাৰু নহলেও ৫।৬ বিঘা বস্তি মাটি আৰু ১০।১২ পুৰা ৰূপিত মাটিও আছিল। তেখেতৰ ডেকা বয়সতে দুটি ল'ৰা প্ৰসৱ কৰি তেখেতৰ সতী ভাৰ্যাৰ মৃত্যু হয়। ব্ৰাহ্মণে আৰু তাৰ পিচত বিয়া নকৰালে---ল'ৰা দুটিকে বুকুত বান্ধি মানুহ কৰিলে। জ্যেষ্ঠৰ নাম সনাতন আৰু কনিষ্ঠৰ নাম ব্ৰহ্মদেউ। এই ৰকমে অতি কষ্টে সংসাৰ যাত্ৰা নিৰ্বাহ কৰাৰ পিচত ল'ৰা দুটি খুটি খাব পৰা হলত, অৰ্থাৎ সনাতনৰ বয়স ১৮ বছৰ আৰু ব্ৰহ্মদেউৰ ১৬ বছৰ বয়সত বাপেক হৰিদেউৱে ঘৰখন ল'ৰা দুটিক গতাই দি গাৱঁৰ আন আন মানুহৰ লগত শ্ৰীক্ষেত্ৰলৈ তীৰ্থ কৰিবৰ মনেৰে গ'ল। ঈশ্বৰৰ ইচ্ছাত তাতে ব্ৰাহ্মণৰ মৃত্যু হ'ল। বাপেকৰ মৃত্যুৰ খবৰ পোৱাৰ পিচত গাৱঁৰ মুখিয়াল মেলুৱৈৰ পৰামৰ্শ আৰু সহায়তে ল'ৰা দুটিয়ে মাকৰ দিনৰ যিকেইপদ অলঙ্কাৰ আছিল তাকে বেচি-কিনি মুখৰ ছাইকেৰা গুচালে। তাৰ পিচত পৈত্ৰিক যি যজমান আছিল সেইসকলৰ কাজ কাম কৰি তাৰ ৰূপিত মাটিখিনি আধি চুকনিয়াৰ লগাই দুয়ো ভায়েকে সংসাৰ যাত্ৰা নিৰ্বাহ কৰিবলৈ ধৰিলে।

জ্যেষ্ঠ সনাতনে ইংৰাজী লেখা-পঢ়াও অলপ শিকিছিল; যিহেতু তেওঁ ওচৰত থকা মাইনৰ স্কুলৰ প্ৰথম শ্ৰেণীলৈকে পঢ়িছিল আৰু বাপেকৰ মুখে সংস্কৃত বিদ্যা আৰু যজমানী বিদ্যাও কাম চলা ৰকমে শিকিছিল। কনিষ্ঠ ব্ৰহ্মদেউৱে কিন্তু লেখা-পঢ়া বিশেষ শিকিব নোৱাৰিলে। তেওঁ কেৱল সকৰেপৰা উদ্ভণ্ডালি কৰি বাপেকৰ মাৰ খাই খাই ১২ বছৰমান বয়সলৈকে সময় কটালে আৰু তাৰ পিচত গাৱঁৰ সকলোৰে ঘৰে ঘৰে লাচনি-পাচনি কৰি ফুৰাত আৰু বিয়া-সবাহ, ব্ৰহ্ম-ভোজন ইত্যাদিত ককালত কাপোৰ বান্ধি যাৰে তাৰে ঘৰত কাৰ্যকাৰকহে ফুৰাত তেওঁৰ ঘৰৰ কাম-কাজ কৰিবলৈ ফুৰচৎ নাছিল। বাস্তৱিক ব্ৰহ্মদেউ বৰ দয়ালু আছিল। গাৱঁৰ যত বাঁৰী-বিধৱা দুখুনী আছিল সিহঁতৰ দিনান্তে একোবাৰ খবৰ নোলোৱাকৈ কেতিয়াও নাথাকিছিল। আৰু খুজি হওক, মাগি হওক, নহলে নিজৰ ঘৰৰপৰাই হওক, সিহঁতক চাউল মাহ ইত্যাদিৰে মাজে মাজে সহায় কৰিছিল। ইফালে বৰ উগ্ৰ প্ৰকৃতিৰ ল'ৰা বুলিও গাওঁৰ বিড় মহলত তাৰ অখ্যাতি আছিল। তাক অযথা গালি পাৰি বা অপমান কৰি কোনেও সাৰি যাব নোৱাৰিছিল। গাওঁত যিকেটা বৰ দুষ্ট আৰু দন্দুৰা ল'ৰা, সিহঁতক প্ৰহাৰ কৰি পোন কৰাটো ব্ৰহ্মদেউৰ এটা নিত্য কাৰ্যৰ ভিতৰত আছিল। মাৰ কিল খোৱা ল'ৰাবিলাকক বাপেক মাকে গালি-শপনি

পৰাৰ পিচতো যেতিয়া কোনো সকামে-নিকামে ব্ৰহ্মদেউ আহি মিচিকিয়া হাঁহি মাৰি খুৰীদেউ বা বাইদেউ বা ককাদেউতা বুলি সকামত টান কাম-খিনিত লাগি যোৱা দেখিছিল, তেতিয়াই সকলো পাহৰি গৈছিল। এইদৰে সনাতনৰ মনত অকৰ্মা ব্ৰহ্মদেউৱে, বাপেক জীয়াই থাকোতে দিন কটাইছিল। বাপেক মৰাৰ পিচত সনাতনে মাটি চলোৱা ভাৰ-খিনি ব্ৰহ্মদেউকে দিছিল।

সৰু ভায়েক বুলি ব্ৰহ্মদেউৰ সনাতনৰ প্ৰতি বৰ স্নেহ আছিল। ব্ৰহ্মদেৱে ককায়েকক প্ৰাণতকৈয়ো ভাল পাইছিল আৰু ভক্তি কৰিছিল।

( ২ )

বাপেক মৰাৰ ২ বছৰৰ পিচত সনাতনে বিয়া কৰালে। ন কইনা ঘৰলৈ আহি একেবাৰে ঘৰৰ ঘৈণীহে বহিলহি। সনাতন যেনে নিৰ্জু আৰু মুখৰ মাত নাইকিয়া, তেওঁৰ ঘৈণী ঠিক তাৰ ওলোটা। অত্যন্ত দন্দুৰী আৰু উগ্ৰা। সনাতনৰ পৰিবাৰৰ নাম গোলাপী। গোলাপী যেতিয়া সনাতনৰ ঘৰলৈ আহে তেতিয়া তেওঁৰ বয়স প্ৰায় ১৩ বছৰ; ন-ছোৱালী আছি ঘৰৰ আও-ভাও বুজি লওঁতেও প্ৰায় দুবছৰমান গ'ল। এই দুবছৰে সনাতন বেচেৰাই কেৱল পুৰোহিতৰ কাম কৰি ফুৰিছিল আৰু ব্ৰহ্ম-দেউৱে পথাৰত একেটি বন্ধা কেৰমন আৰু এহাল গৰু লৈ হাল বোৱাই ঘৰলৈ বছৰ দিনৰ আহাৰ-খিনি অন্ত হলেই ব্ৰহ্মদেউৰ দিনটোলৈ ছুটী। চাইটা-মান ভাত-পানী খাই-বৈ দিনটোলৈ টঙহ টঙহকৈ আগৰ দৰেই ফুৰিছিল। ঘৰৰ কোনো কাৰ্যত বৌৱেক বা ককায়েকক সহায় নকৰিছিল। এই ৰকমে প্ৰায় ৫।৬ বছৰ কাটি গ'ল। সনাতনৰ দুটি ল'ৰাও হ'ল। এই ল'ৰা দুটি ব্ৰহ্মদেউৰ হাৰ-মাল। তাৰে ভাওৰটোক কান্ধত লৈ গাঁৱে গাঁৱে ফুৰা ব্ৰহ্মদেউৰ এটা বায়ু। গোলাপী বৰ মুখৰ, আৰু ব্ৰহ্মদেৱো কম নহয়; কাজেই বৌৱেক দেওৰেকৰ প্ৰায় সৰু-সুৰা বাক-যুদ্ধ নিত্য-নৈমিত্তিক কাজ হৈ উঠিছিল। তদুপৰি গোলাপীৰ টানে-বিপদে ব্ৰহ্মদেউৱে বৰ কাণ নকৰিছিল। সেই দেখি গোলাপীৰ ব্ৰহ্মদেউৰ ওপৰত বৰ খং। তাতে গোলাপীৰ বিধবা খুৰীয়েক এজনা আহি গোলাপীৰ লগ লাগিলহি। এখেত সাক্ষাৎ মন্থৰা। লাহে লাহে গোলাপীৰ কাণত মন্ত্ৰ দিবলৈ ধৰিলে যে পাই-পইচা যি উপাৰ্জন হয়, সিতো সনাতনেই আনে। পথাৰৰ ধান বাছাই ৰোৱে; তাৰ উপৰিও আধি-চুকনীয়াও পোৱা যায়; কাজেই এই আপদ ব্ৰহ্মদেউক মিছাতে মাল পুহি লাভ কি? তাৰ উপৰি গোলাপীৰ সুশ্ৰাব্য গালি আৰু লগে লগে খুৰীয়েক, হুঙ্কাৰ শুনিলেই ব্ৰহ্মদেউৱে গুজৰি উঠে আৰু উভতি গালি ফিৰাই দিয়ে অৱেশ্য ব্ৰহ্মদেউৰে হাৰ হয়। কাৰণ, দ্বন্দ্বৰ মাজতে সি পলায়ন কৰে।

গোলাপীয়ে প্ৰথম ২।৪ দিন সনাতনক মাটি-বাৰীৰ কথা দ্বন্দ্বৰ কথা গোচৰ দি চালে। সনাতনে তাত বৰ কাণ নকৰা দেখি ব্ৰহ্মদেউক চিধা কৰা ভাৰ নিজে হাতত ললে। লাহে লাহে ব্ৰহ্মদেউৱে গম পাবলৈ ধৰিলে---তাৰ ভাত তাকৰ হয়। তাৰ পিচত দেখিলে যে আঞ্জাও অতি তাকৰ হ'বলৈ ধৰিলে। লাহে লাহে গম পালে যে তাৰ কাপোৰ-কানি কেখন কোনোৱে নোধোৱে। এদিন খাবলৈ বহি ব্ৰহ্মদেউৱে বৌৱেকক সুধিলে, তাক ভাত কিয় তাকৰ দিয়া হয়।

বৌ ঃ কাম নাই কাজ নাই, দিনটো টঙহ টঙহকৈ ফুৰি থাকিলে গাহৰি পেট ক'ৰ পৰা ভৰিব পাৰে।

ব্ৰহ্ম ঃ মোৰ জানিবা গাহৰি পেট, তোমা-লোকৰনো কিহৰ পেট? খেতি-বাতি কৰি যিখিনি আনো তোমালোক দুয়োৰো পেটত গোটেইখিনি যায়নে?

বৌ ঃ কেইটা বা ধান আনে এওঁ পথাৰৰ

পৰা, তাৰ ওপৰত কাপোৰ-কানি আৰু সংসাৰৰ আন আন খৰচ চলে ক'ৰপৰা !

ব্ৰহ্ম ঃ মোৰ ককাইয়ে আজি অনা টকাৰে চলে, তোমাৰ বাপেৰৰ ঘৰৰ টকাৰেতো নচলে। এই কথা কোৱা মাত্ৰে গোলাপীৰ মুখেৰে অনৰ্গল গালি ওলাবলৈ ধৰিলে আৰু কান্দি-কাটি চিঞৰি-বাখৰি ব্ৰহ্মদেউৰ চৌদ্ধ পুৰুষ উকটিবলৈ ধৰিলে। বেচেৰা ব্ৰহ্মদেউৱে ভাত-পানী এৰি তাৰপৰা উঠি লৰ দিলে। দুৱাৰ মুখত ডাং ডাল বেৰত আওজাই থিয়কৈ থোৱা আছিল, ব্ৰহ্মদেউৰ গাত লাগি সেইডাল বাগৰি বাগৰি কাঁথিত বহি থকা গোলাপীৰ খুৰীয়েকৰ পিঠিতে পৰিল। ব্ৰহ্মদেউৱে এই ঘটনাৰ বিশেষ বুজ নাপালে। সি সেই সময়ত প্ৰায় আলিবাট পাইছিলগৈ।

ইফালে ঘৰত বিষম কান্দোন-কাটোন গালি শপনিৰ আৰু বিৰাম নাই। সেই দিনাখন ৰাতি সনাতন আহিলত গোলাপীয়ে এক আষাৰকে দহ আষাৰ কৰি সনাতনক কলে। স্নেন সনাতনে বিনা বাক্য ব্যয়ে ৰাতিটো কটাই পুৱাতে গাওঁৰ দহ জন মানুহ মাতি আনি ভায়েকৰ লগত বেলেগ হ'বৰ কাৰবাৰ কৰিলে। ব্ৰহ্মদেৱে প্ৰথমে একোকে বুজিব নোৱাৰিলে। তাৰ পিচত লাহে লাহে তাৰ মনত পৰিল আগ দিনাখন বৌৱেকৰ লগত দ্বন্দ্ব কৰাৰ কথা। তেতিয়া বেচাৰা অপ্ৰতিভ হৈ ককায়েকক এফলীয়াকৈ মাতি নি আগৰ দিনৰ কথা কব খোঁজোতেই, সনাতনে কৈ উঠিল যে তেওঁ সকলো শুনিছে আৰু নতুনকৈ শুনিবৰ মন নাই। এতিয়া দুয়ো বেলেগ হৈ থাকিলেই সৰ্বতোভাৱে মঙ্গল। তাৰ পিচত আৰু ব্ৰহ্মৰ ক'বলৈ একো নাথাকিল। গাঁওৰ দহজনে ভ'ৰালৰ ধান, কাহী, বাটি, মাটি, কাপোৰ, গহনা যি যি আছিল ভাগ কৰি এখন লিষ্টি সনাতনক দিলে। বস্তি মাটি আৰু ঘৰ, জ্যেষ্ঠ বুলি সনাতনে পালে। বস্তিৰ উত্তৰ ফালে এডোখৰ ঘৰ সাজিবৰ মাটি আছিল, সেই ডোখৰ ব্ৰহ্মৰ ভাগত পৰিল আৰু এইটো স্থিৰ হ'ল যে ব্ৰহ্মৰ ঘৰ নোহোৱালৈকে ব্ৰহ্ম গোসাঁই ঘৰতে থাকিব আৰু তাতে বেলেগে খাব। ভাগ হৈ যোৱাৰ পিচত পঞ্চায়তৰ অনুমতি মতে ব্ৰহ্মাই তাৰ ভাগৰ মাল-বস্তুখিনি ককায়েকৰ জিম্মাতে থলে ; তাৰ বাবে সনাতনৰপৰা এখন ৰচিদ ললে। বাস্তৱিকে এই বাটোৱাৰাত মজা চাবলৈ যিসকল গাৱঁৰ মানুহ আহিছিল, তেওঁলোকে ইমান অলপতে কাজিয়া-পেছাল নোহোৱাকৈ সকলো মীমাংসা হৈ যোৱা দেখি দুখ মনেৰে ঘৰলৈ ফিৰি গ'ল। ব্ৰহ্মই কেৱল তাৰ ভাগত পৰা ১০০ টকা নগদ ৰূপ তাকেহে নিজৰ হাতত ললে। এই ঘটনাৰ পিচ দিনা ব্ৰহ্মদেউ জিলালৈ গ'ল। গাৱঁত খবৰ উঠিল যে ব্ৰহ্মদেৱে ভাগ সম্বন্ধে মোকৰ্দমা কৰিবলৈ গৈছে।

ভায়েকৰ লগত বেলেগ হৈ প্ৰথম দিনাখন সনাতনৰ গোটেইখন সংসাৰ এন্ধাৰ এন্ধাৰ যেন লাগিছিল ; কিন্তু যেতিয়া শুনিলে যে নগদ টকা লৈ আৰু বাটোৱাৰাৰ ফৰ্দলৈ ব্ৰহ্ম মোকৰ্দমা কৰিবলৈ গৈছে, তেতিয়া অলপ উশাহ পালে। ভাবিলে—"ঠিক হ'ল, এনে কাল সৰ্পকো বুকুত ঠাই দিছিলোঁ।" ব্ৰহ্ম গুৱাহাটীলৈ যোৱাৰ প্ৰায় ১০ দিন পিচত এদিন সনাতনৰ নামে এখন ৰেজিষ্টাৰী চিঠি উকীলৰ মোহৰে সৈতে সনাতনে পালে। এই ঘটনা লৈ গাৱঁত হুলস্থূল লাগি গ'ল, আৰু গাওঁৰ মাতব্বৰ-সকল আহি সনাতনৰ চোতালত লগ লাগিলহি। প্ৰথমে স্থিৰ হ'ল যে এইখন নিশ্চয় এখন নটিছ, কাজেই ফিৰত দিয়া যাওঁক। মাতব্বৰসকলৰ ভিতৰত কাৰো কাৰো এই কথাত মন নুঠিল। তেখেতসকলে আচল কথা জানিবৰ নিমিত্তে বিশেষ উৎসুক আছিল। কাজেই শেষত স্থিৰ হ'ল যে চিঠিখন ৰখা যাওক আৰু খুলি চাই তাৰ ব্যৱস্থা কৰা যাব। সৰ্বসম্মতি ক্ৰমে তেতিয়া সনাতনে যথা ৰীতি দস্তখতাদি কৰি চিঠিখন ললে আৰু অতি

সাৱধানে লেফাফাটোৰ এফাল এৰোৱাই তাৰভিতৰত থকা কাগজ সোপা উলিয়ালে। কাগজ আন একো নহয়, এখন দান-পত্ৰ কৰা ৰেজিষ্টাৰী দলিল আৰু এখন চিঠি। সেই দলিলৰ বলেৰে ব্ৰহ্মদেউৱে তাৰ সমুদায় স্থাৱৰ অস্থাৱৰ সম্পত্তি ককায়েকক দান কৰিলে। চিঠি খনিৰ হুবহু নকল তলত দিয়া হ'ল।

শ্ৰীহৰি সহায়

জিলা গুৱাহাটী

পূজ্যপাদ দাদা,

আপুনি সম্পত্তি ভগালা। এতিয়া তোমাৰ ল'ৰা-ছোৱালী হ'ল। কেনেকে খাবা। সেই দেখি মোৰ ভাগৰো তোমাক দিলো। মই ৰান্ধিবা জানো, চাকৰি পালো। ভাতিক গেলো। আশীৰ্বাদ দিবা।

ইতি---

সেৱক
বৰহম দেউ।

(৩)

এই চিঠি পোৱাৰ কিছুদিন পিচত সনাতনৰ মনত বিষম গ্লানি উপস্থিত হ'ল। তেওঁ নানা ঠাইত ভায়েকক বিচাৰ কৰিও কোনো খবৰ নেপাই অতি ম্ৰিয়মান হ'ল। খবৰৰ কাকততো বহুদিন বিজ্ঞাপন দি ফল নাপালে। সনাতনৰ শৰীৰো লাহে লাহে ভাঙিবলৈ ধৰিলে। কিছুদিনৰ পিচত সনাতনে শয্যা ললে। গাঁৱৰ বেজ-কবিৰাজ ইত্যাদিয়ে প্ৰায় সনাতনৰ জীৱনৰ আশাকে এৰি দিছে। প্ৰায় ছমাহমানৰ পিচতে সনাতন লাহে লাহে আৰোগ্য হ'ল। কিন্তু সনাতনৰ মুখত মানুহে তাৰ পিচৰপৰা হাঁহি দেখা নাছিল। ইফালে সনাতনৰ ৪ বছৰীয়া ডাঙৰ ল'ৰাটিয়ে দিনে ৰাতিয়ে 'খুড়া' 'খুড়া'কৈ চিঞৰি থাকে। বাপেকৰ বেমাৰতো শিশুটি কেৱল বাপেকৰ ওচৰতে থাকে। সেইদেখি মাকে মাতিলেই শিশুৱে সদায় কয়---"আই বেয়া, খুৰা ভাল, মই নাযাওঁ।" বেচেৰী গোলাপীৰ আত্মগ্লানি দুখ আৰু বেজাৰৰ সীমা নাই। কিন্তু মহৰা স্বৰূপা খুৰীয়েকৰ উপদেশত সম্পৰ্কি পোৱাৰ পিচৰেপৰা কিছু কিছুকৈ মনত প্ৰবোধ দিব পাৰিছিল। এই ৰকমে প্ৰায় দুবছৰ কাটি গ'ল। সনাতনৰ অৱস্থা দিনে দিনে বেয়া হ'বলৈ ধৰিলে। পথাৰৰ ধান এতিয়া আধাও নাই। তদুপৰি শৰীৰ কাতৰ হোৱা বাবে যজমানৰপৰা প্ৰাপ্তিও কমি গ'ল। বেচেৰা মানসিক সাংসাৰিক দৈন্যৰ জ্বালাত ত'ত নোহোৱা হ'ল। পুৰণি গৰু মৰিলত ন গৰু এহাল কিনোতে বহুতো টকা ধাৰ লাগিল। ঠিক এনে অৱস্থাতে পিয়নে আহি এখন চিঠি আৰু দুশ টকাৰ এখন মণিঅৰ্ডাৰ সনাতনৰ হাতত দি গ'লহি। চিঠি ব্ৰহ্মদেউৰ। বঙ্গদেশৰ এক ৰাজবাড়ীৰপৰা লিখা। চিঠিৰ মৰ্ম এই যে ব্ৰহ্মদেউ এজন বাবুৰ লগত কিছুদিন ৰান্ধনিহৈ থাকি তেওঁৰে অনুগ্ৰহত ইংৰাজী আৰু বাঙ্গলা কাম-চলা ৰকমে শিকিছিল। তাৰ পিচত জমিদাৰ জনৰ সু-নজৰত পৰি অলপদিনৰ ভিতৰতে জমিদাৰীৰ চিৰস্তাত ৫০ টকা দৰ্মহাৰ এটা কাম পাইছিল। আজি তাৰেপৰা সাঁচি থোৱা ২০০ টকা ককায়েকৰ নামে পঠিয়াই দি তেখেতক আন্তৰিক কৃতজ্ঞতা জনাইছিল আৰু লেখিছিল যে তাৰ পিচত মাহে মাহে ২৫ টকাকৈ ঘৰলৈ পঠিয়াই থাকিব। সনাতনৰ টকালৈ চকু নাই। চিঠিখন হাতত লৈ উৰ্দ্ধ দৃষ্টি---কেৱল ভগৱানক মাতিছিল আৰু নিজ কৰ্মৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰিছিল। কিন্তু হাঁয়! স্বকৃত পাপৰ ফল বোধকৰোঁ ভগৱানে তেওঁৰ গৰীব সনাতনক ভোগাই তেওঁৰ পাপৰ অন্ত কৰিলে।

(৪)

ব্ৰহ্মদেউৰ চিঠি পোৱাৰ প্ৰায় ১০ দিনৰ পিচত সনাতনে এখন টেলিগ্ৰাম পালে। তাত লেখা আছিল যে "ব্ৰহ্মদেউৰ ভয়ানক জ্বৰ, জীৱনৰ আশা নাই, ততালিকে ৰাওনা হোৱা।" এই টেলিগ্ৰাম জমিদাৰে কৰিছিল। এই টেলিগ্ৰাম পাই সনাতন কিছুমান পৰ নিশ্চল নীৰৱ হৈ আছিল। তাৰ পিচত বাপেকৰ দিনৰ বৰ মৰমৰ পুথি-পাঁজি গোটেইখিনি গোটাই লৈ তেওঁৰ শিক্ষা-গুৰু কৃষ্ণ অধ্যাপকক দি আহিলগৈ। গোলাপী আৰু ল'ৰা দুটিক সেইদিনাখনেই যথা সম্পত্তি দি বাপেকৰ ঘৰলৈ পঠিয়াই দিলে। তাৰ পিচত ককালত ৫০ টকা বান্ধি লৈ সনাতন ৰাওনা হ'ল। পাঙ্গাৰ জমিদাৰৰ ঘৰলৈ ৰেলে জাহাজে গৈ গৈ দুদিনৰ মূৰত সন্ধ্যাৰ সময়ত সনাতন পাইছিলগৈ। এই দুদিন ব্ৰাহ্মণৰ অনাহাৰ অনিদ্ৰা। জমিদাৰৰ ঘৰ পোৱা মাত্ৰে জমিদাৰ ডাঙৰীয়া স্বয়ং আহি সনাতনক সাৱট মাৰি ধৰিলেহি আৰু বৰ মধুৰ ভাষাৰে আদৰ কৰি ব্ৰহ্মদেউৰ অন্তিম শয্যাৰ ওচৰলৈ লৈ গ'ল। আজি প্ৰায় দহ দিন ঘোৰ বিকাৰৰ পিচত নুমুৱাব খোজা চাকিৰ দৰে অলপ সময়ৰ নিমিত্তে ব্ৰহ্মদেউৰ জ্ঞান আহিছে। ডাক্তৰে নাড়ী টিপিয়েই আছে। ৰোগীৰ কিন্তু সেই একেটা কথা, "দাদা আহিলনে?" সনাতন উপস্থিত হোৱা মাত্ৰে ব্ৰহ্মদেউৱে এটা কোমল হাঁহি মাৰি ককায়েকক কাষলৈ মাতিলে। ওচৰ চাপিলতে ভৰিৰ ধূলি মূৰত ল'লে আৰু অতি কষ্টে এষাৰ কথা সুধিলে—"দাদা, ক্ষমা কৰিছানে?"

সনাতন একেবাৰে কাঠ। মুখৰ মাত নাই, চকুৰ পলক নাই। শেষত কেৱল ব্ৰহ্মদেউৰ কাণৰ ওচৰত নাৰায়ণ, নমো নাৰায়ণ, এই মাত-কেহে মাতিবলৈ ধৰিলে। প্ৰশান্ত মুখেৰে প্ৰশান্ত মূৰ্তি ব্ৰহ্মদেউৱে মানৱী জনম শেষ কৰিলে। সৎকাৰ আৰু শ্ৰাদ্ধ শেষ হৈ গ'ল। তাৰ পিচত সনাতন জমিদাৰ বাৰীৰপৰা অন্তৰ্দ্ধান হ'ল। জমিদাৰ ডাঙৰীয়াই সনাতন ঘৰলৈ গ'লগৈ ভাবি ঘৰলৈ মানুহ পঠিয়ালে আৰু জানিব পাৰিলে যে সনাতন ঘৰলৈকো যোৱা নাই। শেষত সদাশয় জমিদাৰে সনাতনৰ পৰিবাৰক এটি ১০ টকাৰ মাহিলি বৃত্তি দি দিছিল। সনাতন কিন্তু নিৰু-দ্দেশ। ওপৰোক্ত ঘটনাৰ প্ৰায় ২০ বছৰৰ পিচত এদিন সনাতনৰ ঘৰত সনাতনৰ প্ৰথম সন্তান হৰিদেউৱে এখন পুথি লেখি আছিল আৰু ২য় পুত্ৰ সিদ্ধিদেউ বেৰ বান্ধি আছিল। মাজে মাজে দুয়োৰে বেছ তৰ্কও চলি আছিল। তৰ্ক লাহে লাহে কাজিয়াত পৰিণত হৈ দুয়োজনৰ প্ৰায় মাৰামাৰিৰ উদ্যোগ হ'ল। তেখেতসকলৰ ব্ৰাহ্মণী দুজনীৰো ভিতৰত বেছ দ্বন্দ্ব আৰম্ভ হৈ গৈছে। এনেতে জটা-জুট বান্ধি এটি প্ৰকাণ্ড সন্ন্যাসী আহি তাত উপস্থিত হ'লহি। দুয়ো ভায়েকৰ কাণ্ড দেখি সন্ন্যাসী অলপমান পৰ স্তম্ভিত হৈ আছিল। তাৰ পিচত দুয়ো ভায়েকৰ মাজত থিয় দি সন্ন্যা-সীয়ে ক'বলৈ ধৰিলে—"বাছাহঁত! এই ঘৰতে দুই ভাইৰ বিবাদ হৈ দুটি জীৱন পুৰি ছাই হৈ গৈছে। আজি আকৌ সেই ঘটনা ইয়াত নঘটাবা। ভাইতকৈ সংসাৰত আপোন কোনো নাই। এই কথা সদায় মনত ৰাখিবা।" তাৰ পিচত সন্ন্যাসী তাৰপৰা অন্তৰ্দ্ধান হ'ল। ভিতৰৰপৰা গোলাপীয়ে সন্ন্যাসীক দেখা পাইছিল। সন্ন্যাসী অন্তৰ্দ্ধানৰ পিচতে হা প্ৰভু! হা প্ৰভু! কৰি ওলাই আহিল। কিন্তু সেই গাঁৱত আৰু সন্ন্যাসীক কোনেও কেতিয়াও দেখা নাপালে।

# শেৱালি

( ১ )

গাওঁখনৰ নাম দেবপুৰ। গাওঁৰ মাজতে প্ৰেমধৰ শৰ্মাৰ ঘৰ। প্ৰেমধৰ শৰ্মা সাত্বিক বামুণ। বাপতীয়া বৃত্তি বুলিবলৈ অলপ মাটিবাৰী আছে। তাকে চলাই কৰাই ভাল মানুহ বোলাই কোনোমতে খাই আছে। তেওঁ সংস্কৃত বিদ্যা বেছ শিকিছিল। যজমানী বৃত্তি প্ৰেমধৰৰ কোনো পুৰুষতে কৰা নাই। কাজেই প্ৰেমধৰেও নকৰে। বেছিখিনি সময় পূজা-সেৱাতে যায় আৰু বাকী সময়খিনি পঢ়া-শুনা কৰিয়ে প্ৰায় কটায়। গাৱঁৰ কাৰো লগত প্ৰেম-ধৰৰ দ্বন্দ্ব-হাই নাই, বৰং গাওঁৰ প্ৰায় সকলো মানুহেই প্ৰেমধৰক সাত্বিক বুলি বিশেষ ভক্তি আৰু শ্ৰদ্ধা কৰে। প্ৰেমধৰৰ সংসাৰত এজনী ছোৱালী নাম শেৱালি; বয়স প্ৰায় ১১ বছৰ। তাইক এতিয়াও বিয়া দিয়া নাই উপযুক্ত দৰা পোৱা নাই দেখি আৰু এটি ল'ৰা বয়স প্ৰায় ৮ বছৰ—নাম হলধৰ। শেৱালি বৰ সুন্দৰী আৰু বাপেকৰ বৰ আদৰৰ। সৰুৰেপৰা বাপেকৰ লগত সদায় ঈশ্বৰ সম্বন্ধীয় নানা শ্লোক আদি গাই গাই এতিয়া শেৱালিও সেইবিলাকত পাৰ্গত হৈ উঠিছে। তদুপৰি প্ৰেমধৰে বৰ যত্ন কৰি শেৱালিক অসমীয়া আৰু সংস্কৃত শিকাইছে। মাকে যত্ন কৰি কাপোৰ বোৱা আৰু ৰন্ধা-বঢ়াও শিকাইছে। গাৱঁলীয়া মতে ধৰ্মভীৰু সৰলা ছোৱালীৰ ১১ বছৰ বয়সত যিখিনি হ'ব লাগে হৈছেগৈ। হলধৰো এতিয়া ৰামায়ণ মহাভাৰত পঢ়িব পৰা হৈছে।

আজি অলপ দিন আগতে চহৰৰপৰা পুৰন্দৰ বৰুৱা পেস্কাৰ চাহাবৰ লগত চহৰ ফুৰিবলৈ আহোঁতে প্ৰেমধৰৰ ঘৰতে দুনিশা আছিলহি। সেই দুনিশাতে প্ৰেমধৰৰ মন শান্তিপূৰ্ণ হৈছিল। পুৰন্দৰৰ সংসাৰত ঘৈণীয়েক আৰু একেটি মাত্ৰ ল'ৰা কালিকা-প্ৰসাদ; কালিকা প্ৰসাদ এইবেলি বি, এ, মহলাত উঠিছে। বয়স প্ৰায় ২০ বছৰ। কিন্তু পুৰন্দৰ বৰুৱাৰ মনত শান্তি নাই; পৰিবাৰ কেতেকী দেৱী অতি মুখচোকা আৰু সদায় বেমাৰৰ ভাও জুৰি কেকাই থোৱা। পুত্ৰ কালিকা প্ৰসাদ অত্যন্ত উদ্ধত। বাপেক পুৰণি ধৰণৰ লেখা-পঢ়া অলপ জনা মানুহ। সেইদেখি বাপেকৰ বিদ্যা-বুদ্ধিৰ প্ৰতি কালিকা প্ৰসাদৰ বিশেষ ঘৃণা। বাপেকৰে-মাকৰে দ্বন্দ্ব লাগিলে কালিকা প্ৰসাদ মাকৰ ফলীয়া হৈ মাত দি বাপেকক জব্দ কৰে আৰু কালিকা প্ৰসাদৰে বাপেকৰে কথা কটা কটি হলে মাকে গোটেই ডিঙিটো মেলিদি বাপেকক পৰাস্ত কৰে। কাজেই এনেখন সংসাৰৰপৰা ওলাই আহি দুদিনো প্ৰেমধৰৰ শান্তিময় ঘৰত শেৱালিৰ হাতৰ ৰন্ধা খাই আৰু তাইৰ মধুৰ কণ্ঠৰ সংস্কৃত শ্লোকৰ আবৃত্তি শুনি আৰু ঘৰো-ঘৰোৱাৰে মধুৰ ব্যৱহাৰ পাই পুৰন্দৰৰ যেন প্ৰাণ জুৰাই গ'ল। যাবৰ সময়ত শেৱালিক কোলাত লৈ আৰু সম্ভাষণ কৰি প্ৰেমধৰক পুৰন্দৰে ক'লে, "ভাওৰীয়া আপোনাৰ ঘৰৰ এই লক্ষ্মীটি দয়া হলে মই মোৰ পো কালিকা প্ৰসাদলৈ নিলো-হেঁতেন।" প্ৰেমধৰে অলপ ভাবি ক'লে—

"ভাওৰীয়া আপোনাৰ ঘৰৰ নিচিনা ঘৰত আৰু আপোনাৰ বোপাৰ নিচিনা কৃতবিদ্য ডেকাত শেৱালিক দিবলৈ পালে সি মোৰ অতি ভাগ্যৰহে কথা !"

(এই কথা-বতৰা আৰম্ভ হোৱা মাত্ৰে অৱশ্যে শেৱালিয়ে পুৰন্দৰৰ হাতৰপৰা লাহেকৈ এৰাদি ভিতৰলৈ পলাই গ'ল)

পুৰন্দৰ ঃ তেন্তে ৰাহি-যোৰা চাই এই আঘোণতে বিয়াখন পতা যাওঁক। ভালকথা মই এতিয়াই আপোনাৰ হাতত শেৱালিৰ কুষ্ঠিখন দিওঁ আপুনি ৰাহি-যোৰা চোৱাই মোক শীঘ্ৰে জানিবলৈ দিয়ে যেন। এই ঘটনাৰ পিচত যথা সময়ত পুৰন্দৰ বৰুৱাই প্ৰেমধৰলৈ চিঠি লেখিলে যে ৰাহি-যোৰাও ভালকৈ আহিছে ; বিয়াখনো অহা ৫ আঘোণত পতা ভাল। উত্তৰত সন্মতি জনাই প্ৰেমধৰো বিয়াৰ যোগাৰত লাগি গ'ল।

( ২ )

ভাটীবেলিয়া ঘৰৰ আগেৰে বৈ যোৱা ভৰলু নৈৰ পাৰত বহি এটা অতি প্ৰিয়দৰ্শন সুন্দৰ ডেকাই বৰশী বাই আছে। ডেকাৰ বয়স অনুমান ১৯।২০ বছৰ। কপালত এতিয়াও পূজা কৰোঁতে লোৱা চন্দনৰ ফোট আছেই। ডেকাটিৰ শৰীৰ দেখিলে বোধহয় যেন অতি বলিষ্ঠ ; গাত কোনো ৰোগ নাই, উজ্জ্বল গৌৰ বৰণ, নাক চকু যেন সাঁচতহে চালা, ডেকাৰ চুলিকোচাও দীঘল। ওঁঠত অলপ অলপ দাড়ি-গোঁফেও দেখা দিছে। মুখখনি সদায় হাহোঁ হাহোঁ অতি প্ৰফুল্ল। এই ডেকা ল'ৰাটিৰ নাম পলাশ চন্দ্ৰ। বাপেক পণ্ডিত আছিল, নাম আছিল সনাতন অধ্যাপক। মানুহে দেৱপুৰীয়া অধ্যাপক বুলিও মাতিছিল। দেৱপুৰীয়া অধ্যাপক তেওঁৰ দিনত অদ্বিতীয় পণ্ডিত আছিল আৰু তেওঁৰ টোলো বিখ্যাত টোল আছিল। পলাশক ৫ বছৰীয়াতে এৰি সনাতন পৰলোকবাসী হ'ল। পণ্ডিতৰ মৃত্যুৰ লগে লগে টোল ভাঙি গ'ল। অলপ যি মাটি-বৃত্তি আছিল তাৰে আৰু লগুণ কাটি, কাপোৰ বৈ মাকে যি দুপইচা পাইছিল তাৰে কোনোমতে আজি পোন্ধৰ বছৰে ল'ৰাটিক ডাঙৰ কৰিছে। ওচৰৰ এটা টোলত পঢ়ি পলাশ চন্দ্ৰৰ সংস্কৃতত বেছ ব্যুৎপত্তি হৈছে আৰু কাব্যতীৰ্থ উপাধিও পাইছে। পলাশৰ কিন্তু বাপেকৰ দৰে টোল ব্যৱসায় কৰি থাকৰ মন নাছিল। খেতি-বাতিৰ ফালেহে তেওঁৰ খুব মন। সকৰে পৰা খৰি ফলা, কোৰ মৰা ইত্যাদি গৃহস্থালীৰ কাম নিজ হাতে কৰি কৰি পলাশৰ শৰীৰ বলিষ্ঠ আৰু নিজেও অতি কৰ্মী হৈ পৰিছিল। বাস্তবিকে গোটেই গাওঁখনেই এই নম্ৰস্বভাৱ নিৰীহ কৰ্মপটু ল'ৰাটিক ভাল পায় আৰু মৰম কৰে। শান্ত প্ৰকৃতি শেৱালিৰ মাকেও এই নিৰীহ প্ৰকৃতিৰ ল'ৰাটিৰ গুণত মুগ্ধহৈ বৰ ভাল পাইছিল। পলাশ আজি অলপদিন হ'ল পঢ়াশালি এৰি আহিছে। মাকৰ ইচ্ছা পলাশে এতিয়া বিয়া কৰায়। শেৱালিৰ মাকৰো ইচ্ছা আছিল যে পাৰিলে ঘৰৰ ওচৰতে পলাশকে ছোৱালীজনী দি থয়। কিন্তু পলাশৰ ধনুভঙ্গ পণ যে শাস্ত্ৰমতে তেওঁৰ ৩০ বছৰ বয়স হলেহে তেওঁ ব্ৰহ্মচৰ্য এৰিব আৰু বিয়া কৰাব।

পলাশ-শেৱালিৰ সৰুৰেপৰা ভাই-ভনীৰ দৰে বৰ মৰম। শেৱালিয়ে পলাশক ককাইটি বুলি মাতে আৰু পলাশেও শেৱালিক শেৱাল বুলি মাতে। শেৱালিহঁতৰ ঘৰলৈ গলে শেৱালিৰ চুলিত ধৰি মৰম কৰা আৰু হলধৰৰ কাণ মলিদি গালি খোৱা পলাশৰ এটা অভ্যাসেই হৈ গৈছিল। ঘটনাৰ দিনা পলাশ বৰশি বাই বহি আছে, শেৱালি আৰু হলধৰ ঘাটৰ ফাললৈ গা ধুবলৈ আহিছে। হলধৰে কেনেবাকৈ শুনিছিল যে শেৱালিৰ বিয়া হ'ব আৰু দৰাৰ নাম কালিকা প্ৰসাদ। সেইদেখি শেৱালিক

জোকাই জোকাই শেৱালিৰ পিচে পিচে সি গান গাই গাই আহিছে।

"শেৱালি-নেৱালি কালিকা পোৱালি" সে। হেই এইটো মই আইক কই দিম একা—

হল ঃ "পদুলিৰ শেৱালি নকৈ ফুলিলে' বুলি কাণে কাণে কালিকাক কলে।"

শেৱালি ঃ "দেখিছা বাৰু, কটা দুষ্ট ৰ তোক" বুলি কলহটো থৈ খেদা মাৰিবলৈ উদ্যত হওঁতেই হলধৰে শেৱালিৰ কাষেদি লৰমাৰি গৈ ঘাটত বহি থকা পলাশৰ ওচৰ পালেগৈ। শেৱালিয়ে কলহটো কাষত লৈ সেইখিনি পালেগৈ। পলাশে হাঁহি এটা মাৰি সুধিলে "কি হ'ল অ' শেৱাল?"

শেৱালি ঃ চোৰাচোঁন ককাইটি দুষ্টটোৱে মোক কি দৰে জোকাব লাগিছে।

হল ঃ কি জোকাইছো। ইস মিছাকৈয়ে কয়, মই নামহে গাইছোঁ।

পলাশ ঃ কি নাম গাইছা অ হলধৰ অঘাইতং ?

হল ঃ মই গাইছো "শেৱালি নেৱালি কালিকা পোৱালি ?"

পলাশে এটা হাঁহি মাৰি ক'লে, "হেৰ কালিকা পোৱালিটো কোন ?"

হল ঃ সেই শেৱালিক খি বিয়া কৰাব। শেৱালিয়ে কাপোৰখনে কলহটোৰে তাতে ঠেকেছা মাৰি থৈ ক'লে, "ইহ মই গুচি যাওঁগৈ যা। আইক কৈ দিওঁগৈ তইঁত দুয়ো মোক জোকাইছ বুলি।" পলাশ উঠি হলধৰক খাপমাৰি ধৰি নিয়মমতে লাহেকৈ তাৰ কাণত হাত দিলে আৰু শেৱালিক মাতিলে—আহ শেৱালি ইয়াৰ কাণ মলি দেহি।

হল ঃ মই আৰু এটা গান জানো "পদুলিৰ শেৱালি নকৈ ফুলিলে, বুলি কাণে কাণে কালিকাক কলে।" শেৱালি গৈ দুৰ্দান্ত ভায়েকৰ মুখখন হাতেৰে ঢাকি ধৰিলেগৈ।

পলাশে হলধৰক ভয় দেখুৱাই কলে, "হলাই তই ইয়াতে বহ। যদি আকৌ তেনে কৰ তেন্তে এই বৰষিত গাখি তোক পানীত পেলাই দিম। মনে মনে যদি বহি থাক তেন্তে এইবেলি যিটো মাছ পাম তোক দিম।"

হল ঃ ওঁ মোক মাছ নেলাগে মোক বাৰু বৰশীটো লবলৈ দে।

পলাশ ঃ বাৰু বৰশী বা।

অপমান শান্তি পাই শেৱালি নৈত গা ধুবলৈ নামিলগৈ। ভাটীবেলিয়া বেলিৰ এচলীয়া জেউতি পানীত পৰি স্বচ্ছ নিৰ্মল পানীখিনি যেনে সুন্দৰ দেখা গৈছিল তাক বৰ্ণনা কৰি শেষ কৰিব নোৱাৰি। সেই কোমল জেউতিয়ে গছ-গছনি ঘাইঁ-পাত সকলোকে সুন্দৰ কৰি তুলিছিল। নৈত বুৰ মাৰি মেলা চুলিৰে ভিজা কাপোৰেৰে যেতিয়া শেৱালি পানীৰপৰা উঠি আহিল সূৰ্যৰ সেই ৰক্তিমচ্ছটা মুখত আৰু গালত পৰি এনেহে দেখা গ'ল যেন সুন্দৰী শেৱালিৰ সোণোৱালী বৰণৰ ওপৰত বিশ্ব বিধাতাই আৰু এগোচ সোণোৱালী ৰং বোলাই দিলে। সদায় দেখি থকা স্বত্বেও পলাশে আশ্চৰ্য হৈ আজি দেখিলে যেন এওঁ সদায় দেখি থকা শেৱালি নহয়, মেলা চুলি, হাঁহি মুখ, শুৱনি হাত ভৰি আৰু কনককান্তিৰে কোনো দেৱবালাহে পানীৰ পৰা উঠি আহিল। অনিমেষ চকুৰে চাই চাই যেন পলাশৰ হেপাহ নপলায়। ওচৰত বহি থকা হলধৰে বৰশীৰ চিপ মাৰি দিলত বৰশীটি যেতিয়া পলাশৰ কাণেৰে চুচুৰি গৈ কোনো মতে তেওঁৰ কাণখন ৰক্ষা কৰিলে তেতিয়াহে উচাপ খাই পলাশৰ চকু আনফালে গ'ল আৰু হলধৰৰ হাতৰপৰা বৰশীটি কাঢ়ি আনি টোপ গাঠি আকৌ পেলালে।

কলহত পানী ভৰাই শেৱালি লাহে লাহে বামত উঠি হলধৰক মাতি লৈ ঘৰলৈ গুচি গ'ল। বৰশী পেলাই পুনাৰ ফালালৈ চাই থাকি পলাশচন্দ্ৰ শৰ্মা

কাব্যতীৰ্থই মাছধৰা কামত বৰ মনোযোগ দিলে, কিন্তু মাছ হলে এটাও ধৰা যেন দেখা নগ'ল। শেষত বৰশী সামৰি ধীৰে ধীৰে ঘৰলৈ গুচি গ'ল।

( ৩ )

আঘোণৰ ৫ তাৰিখে শেৱালিৰ বিয়া হব। বিয়ালৈ আৰু মুঠে ১৫ দিন আছে। প্ৰেমধৰ গাখীৰ গুড় কোমল চাউলৰ জোগাৰত লাগি গৈছে। তদুপৰি চহৰীয়া ডাঙৰ মানুহৰ ঘৰলৈ ছোৱালী দিব, সেই কাৰণে অলঙ্কাৰ-পাতি কাপোৰ-কানিও যেনে তেনে মতে দিলে নচলিব আৰু দৰা লেখা-পঢ়া জনা; সেইদেখি দৰা বৰণৰ বস্তুবিলাকো চহৰীয়া মানুহৰ উপযুক্ত মতেই দিব লাগিব। সেইদেখি প্ৰেমধৰ শৰ্মাৰ গাত তত নাই। সাচি থোৱা যি দুপইচা আছিল, সেইখিনিতো উলিয়ালেই আৰু তাৰ উপৰিও ৩০০ টকা ৰূপ ধাৰ কৰি বিয়াৰ যোগাৰ কৰিবলৈ আৰম্ভ কৰিলে। এনেতে পুৰন্দৰ বৰুৱাৰ এখন চিঠি পাই তেওঁ স্তম্ভিত হ'ল। চিঠিত ইয়াকে লিখা আছিল—"দ'ৰা ইমান দিন ঘৰত নাছিল। তেওঁ কলিকতাত আছিল। এতিয়া তেওঁ ঘৰ পাইছেহি। আৰু বন্ধু বান্ধৱ লগত লৈ আহা শনিবাৰে ছোৱালী চাবলৈ যাব।" পুৰন্দৰ বৰুৱাই বিশেষকৈ দেখিছে যে আজিকালিৰ শিক্ষিত ডেকাই নিজে ছোৱালী নোচোৱাকৈ হেনো বিয়া নকৰায়। কাজে দৰাঘৰীয়া মানুহ গৈ পালে যেন তেওঁলোকক বিশেষ আদৰ-যত্ন কৰা হয় আৰু ছোৱালীটিক দেখুওৱা হয়। নিচলা গাৱঁলীয়া সাত্বিক বামুণ প্ৰেমধৰে আকাশ পাতাল ভাবি একো ঠিক কৰিব নোৱাৰি এই বিষয়ে ঘৈণীয়েকৰ লগত পৰামৰ্শ কৰিলেগৈ। তেখেতৰ ঘৈণীজনা স্থিৰ বুদ্ধিৰ মানুহ। ভাবি চিন্তি তেখেত যাতে শত্ৰুৰ হাঁহিয়তি নহয় তাৰ উপায় ইয়াকে স্থিৰ কৰিলে যে দ'ৰা আহক। মানুহক ইয়াকে কোৱা যাব যে দৰা এইফালে গাওঁ ফুৰিবলৈ আহোতে শহুৰেকক সেৱা কৰি যাবহি মাথোন। ছোৱালীৰনো তেওঁ কি দোষ ধৰিব। ছোৱালী দেখুৱাওঁ বুলি দেখুৱাবৰ দৰকাৰ নাই, তামোল দিবলৈ যাওঁতেই দেখা পাব নহয়। এই কথাত কিছু আশ্বস্ত হৈ প্ৰেমধৰ কিছু স্থিৰ হ'ল; কিন্তু তেওঁৰ মনৰপৰা সন্দেহ আৰু ভয় দূৰ নহল। গাঁৱৰো দুই এজন মানুহৰ লগত পৰামৰ্শ কৰাত তেওঁলোকেও তেওঁক সেই ৰকমেই পৰামৰ্শ দিলে। বিয়াৰ ৭ দিন আগেয়ে কইনা চাবলৈ খোজা যে বৰ আচৰিত কথা এই বিষয়ে প্ৰেমধৰে পুৰন্দৰ শৰ্মালৈ লিখিবলৈকো নেৰিলে। সি যি হওক, দৰাঘৰীয়া প্ৰবলপক্ষ, কাজেই এইখিনি কথাত মান্তি নহৈ আৰু উপায় নাই।

(৪)

কালিকা প্ৰসাদ ডেকা দ'ৰা। তেওঁ গুৱাহাটী আৰু কলিকতা দুয়ো ঠাইতে পাছ। দীঘলে ডাঙৰে মজলীয়া ৰকমৰ, ৰংটি অলপ মিঠা, নাক-চকু থাকিলেও বিশেষ সুন্দৰ বুলি কব নোৱাৰি। তবে, তেওঁ প্ৰায় কলেজত পঢ়া অসমীয়া ডেকাৰ নিচিনা। অলপ বিশেষত্ব এই যে কালিকা প্ৰসাদ বিশেষ ফেচনেবল্ দ'ৰা। গুৱাহাটীত পঢ়োতেই ফচিউল্লাৰ দোকানৰ হেজেলিন মলম, পাওডাৰ আৰু পঙ্ক, উৎকৃষ্ট চাবন, চিগাৰেটৰ বিশেষ খৰিদ্দাৰ আছিল। খোৱা বোৱাতো তেওঁ বিশেষ উদাৰ নীতিৰ ডেকা। টিকাচিগাৰ দোকানৰ চাহ, কেক, বিস্কুটৰ শ্ৰাদ্ধ কৰোতে মাছৰ মূৰত এইজন দোকানীৰ বিশেষ পৰিশ্ৰম হৈছিল আৰু আজিও হেনো দোকানীজনে সেই শ্ৰাদ্ধৰ ফালে চাই চাই হুমুনিয়াহ কৰাভিন্ন আন একো গোৱা নাই। তদুপৰি আৰু এটা দোষ আছিল এই যে মাজে মাজে তেওঁৰ সোণৰ আঙঠি আৰু ঘড়ী বন্ধক পৰিছিল ডেঙ্গুদাস কোম্পানীৰ

মদৰ দোকানত। বৰ্ডিঙত থাকি পঢ়া ল'বাৰ পক্ষে এইবিলাক কেনেকৈ সম্ভৱ হয় ক'ব নোৱাৰো, কিন্তু মানুহে হলে কয়। পোছাকত কালিকা প্ৰসাদ সদায় ক্লিটফাট, চুলিবিলাক দীঘলকৈ ৰাখি একেবাৰে বিলাতী ফেছনে উলটাই থোৱা, গোঁফ দাড়ি খুৰাই মুখখনি একেবাৰে নিমজ। চকুত পাঁস নেজ সোণৰ চশ্মা। হাতত হাতঘড়ী। চুড়িদাৰ আদ্দিৰ পাঞ্জাবী। ১০ টকীয়া যোৰাৰ অতি মিহি ৰেছমি পাৰীয়া ধুতী। ভৰিত ওৱাক ওভাৰ জোতা। অতি মিহি হাওৱা-চাদৰ। ধুতীখন সদায় থোৰটো উলটাই মাল কোছা মৰাৰ দৰে পিন্ধা। আৰু শুনো হেনো, তেওঁৰ ধুতীখন পিন্ধোঁতে অন্ততঃ এক দজন চেফটি পিন লাগে। সুগন্ধি তেল আৰু আতৰেৰে যেনি যায় তেনিয়ে ৰাস্তা আমোল-মোল কৰি যায়।

তেওঁ ঘৰলৈ আহি বিয়াৰ কথা শুনিয়ে বাপেকৰ লগত ঘোৰ তৰ্ক আৰম্ভ কৰি দিলেহি যে তেওঁ নিজ চকুৰে নোচোৱাকৈ কেতিয়াও বিয়া নকৰায়; কাৰণ, এইটো সভ্যতাৰ পৰিচায়ক নহয়। তেওঁৰ লগত মাকেও ভৰ দিলত বেচেৰা পুৰন্দৰ একেবাৰে বিপদত পৰিল। তেওঁ বিয়াৰ দিন পৰ্যন্ত ঠিক কৰিছে। বাপেকেই সদায় বিয়াৰ দিন ঠিক কৰে বুলি তেওঁ জানিছিল, এতিয়া বিপদ দেখি বেচেৰাৰ মাত-বোল হেৰাল। উপায়ন্তৰ নেদেখি পূৰ্বৰ মতেই তেওঁ প্ৰেমলৈ চিঠি দি পঠিয়ালে। ইফালে চহৰৰ হাকিম বংশৰ কটকীৰ এজনী বিয়া দিবলগীয়া ছোৱালী আছে। ছোৱালীৰ বয়স প্ৰায় ১২ বছৰ। বিয়া নিদিলেই নহয়। দৰাও তেওঁ বহুত পাইছিল। কিন্তু তেওঁৰ গৃহিণীৰ পছন্দ নোহোৱাৰ বাবে বহুতক আশ্বাস দি দি তেওঁ শেষত বিয়া ভাঙি দিছে। সম্প্ৰতি কালিকা প্ৰসাদ কলিকতাৰপৰা আহোঁতে ৰেল গাড়ীতে লগ পায় অতি সাদৰে কালিকাক নিজৰ ঘৰলৈ নিমন্ত্ৰণ দি মাতি আনিছিল। সেই মতে কালিকা প্ৰসাদ যোৱাত চাহ-জলপান খুৱাই শেষত জীয়েকৰ হতুৱাই হাৰমণিয়ামৰ সাহায্যে গান বাজানা গোৱাইও শুনাইছিল। জীয়েকৰ নাম ললিতা লবঙ্গলতা, কিন্তু আদৰ কৰি মাতিছিল ৰোজ ( Rose ) বুলি।

বংশীধৰ বাবু স্ত্ৰীশিক্ষাৰ পক্ষপাতি মানুহ, কিন্তু বামুণৰ ছোৱালী বেছি দিন পঢ়াব নোৱাৰিলেও জীয়েকক মাষ্টৰ ৰাখি ইংৰাজী বঙ্গলা দুয়োৰকমে লেখা-পঢ়াও শিকাইছে। ৰোজ দেখিবলৈ ঠিক এপাহী গোলাপ ফুলৰ দৰেই সুন্দৰী। নাক চকু যেন সাচতহে গঢ়া। বাপেক মাকৰ বৰ আদৰিণী। ৰোজৰ খোজ দেখিলে আৰু অসঙ্কোচ ভাব দেখিলে কব পাৰি যে ভৱিষ্যতলৈ তেওঁ হয় অহঙ্কাৰী নহয় খুব স্থিৰ সঙ্কল্পশালিনী এজনা তিৰোতা হব। ৰোজৰ মধুৰ গান শুনি আৰু ৰূপ দেখি কালিকা-প্ৰসাদ একেবাৰে মোহিত হৈ গ'ল। পাঠক ইয়াতে ৰোজৰে শেৱালিৰে অলপ তুলনা কৰোঁ আহক। ৰোজ ৰূপত জানিবা দুপৰীয়াৰ ৰ'দ, গাখীৰত সেন্দুৰ দিয়াৰ দৰে, অতুল বৰণ, হাত ভৰি বেছ সাঁচত কটাৰ দৰে দীঘল চুলি, সিয়ো চৌকটা, অতি যত্নেৰে আঁজোৰি এডাল বেঙুনীয়া 'ৰিবন' দি বন্ধা। চকু-জুৰি ডাঙৰ ডাঙৰ। আৰু শেৱালি যেন দুৰ্গাপূজাৰ শেৱালি গোন্ধেৰে ভৰপূৰ অষ্টমীৰ জোনাক ৰাতি। বৰণটি ঠিক কনক চম্পাৰ দৰে। মুখখনি অলপ দীঘলীয়া সাচৰ। চকু দুটি বৰ ডাঙৰ নহলেও বৰ মৰম লগা। নিমজ খুব দীঘল। হাত ভৰি-বোৰ চেৰেলা বুলিব নোৱাৰি, খুব লনি। খোজটি অতিব মৃদু। লাজ, কৰুণা আৰু ভয় যেন গোটেই-খন মুখতে সানি থৈ দিছে।

সি যিহওঁক, কালিকা প্ৰসাদে ৰোজক দেখিবৰে পৰা মনে মনে ঠিক কৰি পেলালে যে যদি দিয়ে তেন্তে এই ছোৱালীজনীকেহে তেওঁ বিয়া কৰাব। সেই দিনাখনেই তেওঁ ঘৰলৈ ফিৰি অহাৰ পিচত নিশা হাকিম গৃহিণীয়ে আহি পেস্কাৰ গৃহিণীক দেখা কৰি কৈ গ'ল যে যদি কালিকাবোপাৰ বিয়া কৰাবলৈ ইচ্ছা কৰে, তেন্তে ৰোজক তেওঁ কালিকা-

লৈকে দিব। বেচেৰা পুৰন্দৰে এইবিলাক দেখি শুনি একেবাৰে আহাৰ নিদ্ৰা পৰিত্যাগ কৰিলে, কিন্তু তেওঁ যে পুতেক ঘৈণীয়েকৰ আগত নিৰুপায়।

( ৫ )

পুৰন্দৰ বৰুৱাৰ গৃহিণী হাকিমৰ ছোৱালী পুতেকলৈ বিয়া কৰাবলৈ একেবাৰে উন্মাৱল হ'ল। শেহত ভগৱানৰ নাম কৰি পুৰন্দৰে এইখিনিকে ভৰসা কৰিলে যে যদি ল'ৰাই গৈ শেৱালিক দেখা পাই, তেন্তে নিশ্চয় তাৰ মতি-গতি ফিৰিব। শেৱালি যে দেৱীপ্ৰতিমা,—শেৱালিৰ মাধুৰী কোমলতা যে নিষ্কাম যজ্ঞৰ ফলস্বৰূপ, পবিত্ৰ আৰু সাত্ত্বিক ভাবৰ। এই হেন শেৱালিৰ মূৰ্তি দেখি যদি লৰাৰ মন সন্তুষ্ট নহয়, তেন্তে তাৰ বাবে তেওঁ (পুৰন্দৰ শৰ্মা) দায়ী নহয়, দায়ী বিধাতা। এই ভাবি চাকৰ এটা লগত দি গাড়ী এখনত বিচনা-পত্ৰ ইত্যাদি লাগতিয়াল বস্তু দি পুতেক কালিকা প্ৰসাদক দেবপুৰলৈ পঠিয়াই দিলে। লগত কালিকাৰ অন্তৰঙ্গ দুজন কলেজৰ 'ফ্ৰেণ্ডো' গ'ল। কোৱা বাহুল্য যে গাড়ীৰ ভিতৰত বেহেলা, বাঁহী, হাৰমনিয়াম ইত্যাদি বাদ্যযন্ত্ৰ আৰু গাওঁত দুষ্প্ৰাপ্য চাহ। গাখীৰৰ টিন, বিস্কুট ইত্যাদিও গৈছিল। তাত বাজে যদি কিবা গৈছিল আমি নাজানো। সি অতি গুপুত। গাড়ী প্ৰায় দুটা বজাত দেবপুৰ পালেগৈ আৰু আধা ঘণ্টামান পিচতে তিনিজন বাইচাইকেল ছোৱাৰ ৰাজা-মাজা পৰি ঘামি-জামি দেবপুৰৰ প্ৰেমধৰ শৰ্মাৰ বাটঘৰত থিয় দিলেগৈ। অতিথি দলক সম্বৰ্দ্ধনা কৰিবলৈ পলাশক প্ৰেমধৰ শৰ্মাই মাতি আনিছিল। কাজেই তেওঁলোক থাকিবলৈ চ'ৰাঘৰটিৰ ভিতৰৰ কোঠা ভালকৈ চাফ-চিকণ কৰাই আৰ কাপোৰ ইত্যাদি তৰি দি, আৰ ঘৰৰ, তাৰ ঘৰৰ খুজি আনি ৩।৪ খন চকী, এখন মেজ পাৰি আৰু বেৰত কেইখনমান নক্সা আৰু তেওঁ বাট ঘৰৰ মুখত আলহীক সম্বৰ্দ্ধনা কৰিবলৈ ৰৈ আছিল। আলহী তিনিজন বাইচাইকেলৰপৰা নামি সেই তিনিখন তাতে আওজাই থৈ বাটঘৰ সোমাওতেই পলাশচন্দ্ৰই খুব আদৰেৰে "আহক, আহক ডাঙৰীয়া" ইত্যাদি ভাষাৰে খুব শ্ৰদ্ধাৰে আহবান কৰিলে। আলহী তিনিওজনে গা টিপা টিপিকৈ টিকনিৱালা পলাশলৈ চাই হাঁহিলে। কিন্তু বিশেষ একো নকলে, একেবাৰে চোতাল পাৰ হৈ চ'ৰাঘৰ পালেগৈ। চ'ৰাঘৰৰ মুখতে প্ৰেমধৰ থিয় দি আছিল। খোপা বন্ধা উৰিয়াৰ দৰে পাহকটা দীঘল চুলি, কপালময় ফোঁট আৰু ৰেঘা লগোৱা খৰম পিন্ধা সুদা গাৰে থকা গৌৰ শুকান, সুঠাম দীঘল বামুণটিক দেখি আলহীকিজনৰ কাৰো বিশেষ ভক্তিৰ উদ্ৰেক হোৱা যেন দেখা নগ'ল। তিনিওজন তেওঁৰ আগত গৈ থিয় হলগৈ। তেতিয়া পলাশে চিনাই দিলে যে এখেতেই কন্যাৰ বাপেক—তেখেতসকলৰ গাঁৱৰ সকলোৰে শ্ৰদ্ধাস্পদ শ্ৰীপ্ৰেমধৰ শৰ্মা। দৰাৰ লগত যোৱা এজন বন্ধুৱে কালিকাক দেখুৱাই কলে যে এখেতেই হ'ব খোজা দৰা শ্ৰীযুক্ত কালিকা প্ৰসাদ বৰুৱা। কন্যাৰ বাপেকে তেতিয়াই অতি আদৰেৰে সম্বৰ্দ্ধনা কৰি ভাবী জোঁৱায়েকক চৰাৰ ভিতৰলৈ লৈ গ'ল। কালিকা প্ৰসাদে প্ৰেমধৰ শৰ্মাক সেৱাও নকৰিলে আৰু একো নকলেও, কেৱল মাত্ৰ চকীত বহি কবলৈ ধৰিলে, "বৰ পিয়াহ লাগিছে দেও, ইয়াত চৌদা লিমনেড পাবলৈ নাইনে?" পলাশে মিচিকিয়াই হাঁহি ক'লে, যে এই গাওঁ-ভুঁই জাগাত সেইবিলাক বস্তু পাবলৈ নাই; কিন্তু খায় যদি দাব নাৰিকল পাৰি ঠিক কৰি থোৱা হৈছে। দাব নাৰিকল খালে পানী লাগে বুজি কালিকাৰ বিশ্বাস, কাজেই তেওঁ তাত অসম্মত হ'ল। তেতিয়া তেওঁৰ বন্ধু ৰামেন্দ্ৰ চন্দ্ৰই কলে যে গাড়ীতে বিলাতী পানী আছে, আনি খালেই হয়। তেওঁ তেতিয়াই উঠি গৈ তিনিটা গ্লাচ আৰু

তিনিটা পানীৰ বটল গাড়ীৰপৰা লৈ আহিলগৈ। ধুমধুমকৈ ফুটাই তিনি গিলাচ পানী খতম কৰি বন্ধু কেইজনে তিনিটি চিগাৰেট উলিয়াই হুপিবলৈ ধৰিলে, বেগতিক দেখি প্ৰেমধৰ শৰ্মা বেৰৰ আঁৰ হ'ল। চেলেউ হুপি অলপ ঠাণ্ডা হৈ কালিকাই পলাশক সুধিলে যে যি কাৰ্যত অহা হৈছে সেই কাৰ্য শেষ হ'ব কেতিয়া? পলাশে কলে, "ডাঙৰীয়া ঠাণ্ডা হওক এতিয়া, কাইলৈ পুৰা সকলো হব।"

তাৰ পিচত তিনিও বন্ধুৱে অলপমান বিশ্ৰাম লবৰ নিমিত্তে দুৱাৰ মাৰি সোমাল। বাহিৰা মানুহ তাত কোনো নাথাকিল। কোৱা বাহুল্য যে ইতিমধ্যে চাকৰে গাড়ীৰপৰা আনি তেওঁলোকৰ আচবাব-পত্ৰ ঘৰত সুমুৱাই থৈছিলহি। গধূলি প্ৰায় ৭ মান বজাত চাকি জ্বলোৱা হ'ল। তাৰ পিচত হাৰমনিয়ামৰ সাহায্যেৰে অলপ গান-বাজনাও হ'ল। গান-বাজনা বন্ধ হবৰ সময়ত পলাশ আহি খবৰ দিলেহি যে গা ধুবলৈ সকলো ঠিক আছে, এতিয়া তেখেতসকলে গা ধুই গোঁসাই ঘৰত সন্ধ্যা আহ্নিক কৰিলেই হয়। প্ৰেমধৰো তাত গম্ভীৰ ভাব ধৰি থিয় দি আছিল। দৰাৰ বন্ধু ৰামেন্দ্ৰ চন্দ্ৰই এই কথাত অলপ ৰহস্য কৰি মাত লগালে যে "আপোনালোক গাঁৱলীয়া মানুহ, আপোনালোকে এতিয়াও সন্ধ্যা আৰু প্ৰসঙ্গ আগৰ দৰেই কৰে। আমি সভ্য ধৰণেৰে হাৰমনিয়াম বজাই তাৰ সমাধা কৰিলোৱেই দেখোন।"

পলাশ ঃ ডাঙৰীয়া, আপোনালোকে দেখোন প্ৰেমৰ গানহে গালে, ঈশ্বৰৰ নাম দেখোন নললেই।

কালিকা ঃ ঈশ্বৰ বুঢ়া হৈছে বুজিছা। এতিয়া তেওঁৰ নাম ললে তেওঁ নুশুনে, লৈয়ো কোনো লাভ নাই।

পলাশ ঃ ঈশ্বৰক তেনেকৈ উপলুঙা নাস্তিকেহে কৰে, অন্য মানুহেতো নকৰে।

কালিকা ঃ তুমিনো কোনহে। ইয়াত আহি টেপটেপাইছাহি। তুমি অত্যন্ত অসভ্য।

পলাশ ঃ ডাঙৰীয়া। দুখীয়া বামুণৰ ল'ৰা আমি ঈশ্বৰক ভক্তি আৰু বিশ্বাস কৰোঁ, আপোনালোকৰ নিচিনা সুসভ্য হ'ম কেনেকৈ?

কালিকা ঃ কি গাঁৱলীয়া জানোৱাৰ। আমাক মাতি আনি এনে অপমান।

তেতিয়া প্ৰেমধৰ শৰ্মা ওলাই আহি অতি ধীৰ ভাবেৰে ক'লে, "বোপাহঁত, অলপ কথাত দ্বন্দ্ব নকৰিবাহঁক। পলাশ তুমি ইয়াৰপৰা আঁতৰ হৈ থাকাচোন।"

পলাশ ধীৰে ধীৰে হুমুনিয়াহ কাঢ়ি তাৰপৰা আঁতৰ হ'ল আৰু মনে মনে ভগবানক খিয়াই কলে, "প্ৰভু। এনে দেবী স্বৰূপিনী শেৱালিক এই প্ৰেতৰ হাতত হে পেলালা?

তাৰ অলপ পিচতে হলায়ে আহি খবৰ দিলেহি, দেউতা, ভাত হৈছে। প্ৰেমধৰেও অতি সাদৰেৰে তিনিওকো ভিতৰলৈ নি আসনত বহুৱালেগৈ। তিনিওজনে চোলাই মুজাই চাদৰে যেনে আছিল তেনেকৈয়ে আসনত বহিলগৈ। ইঙ্গিতমতে চাকৰে তিনি গিলাচ বিলাতী পানী আনি দিলেহি, তিনিওজন ডেকা খাবলৈ বহিল। আহাৰ শেষ হলত তিনিও ৰাতিৰ নিমিত্তে গৈ বিশ্ৰাম কৰিলেগৈ।

মনৰ দুখত প্ৰেমধৰ শৰ্মাৰ ৰাতিটো টোপনি নাহিল। তেওঁৰ দোষ কিহৰ? তেওঁ সাত্ত্বিক বামুণ। পিতৃ-পিতামহৰ ধৰ্ম অতি যতনেৰে পালন কৰি আহিছে। সৰুৰেপৰা সংযতেন্দ্ৰিয়। সংসাৰৰ ধন-জন-ঐশ্চৰ্যই তেওঁৰ মনত আজি নকৈ কোনো বিকাৰ জন্মাব পৰা নাই। তেওঁৰ মতে চৰিত্ৰহীন বা নৈতিক বলহীন বা আচাৰহীন লক্ষপতী হলেও মানুহ মানুহ নহয়। তেওঁ নিজে দুখীয়া, সাংসাৰিক হিচাপে কোনোমতে দুবেলা দুমুঠি খাই জীয়াই আছে। কিন্তু তেওঁৰ

ঘৰ-সংসাৰ যে শান্তিৰ লীলাভূমি। ৰাতি নুপু-ৱাওঁতে হৰি নামৰ ধ্বনি কৰি কৰি তেওঁ উঠে আৰু তেতিয়াৰপৰাই ঘৰৰ পৰিয়ালকেইটি হৰিৰ তৃপ্তি সাধনৰ নিমিত্তে তৎপৰ হৈ থাকে। ঘৰ-দুৱাৰ চোতাল সকলো মচি-কাচি তেখেতৰ সহ-ধৰ্মিণী আৰু শেৱালিয়ে গা-পা ধুই অতি ভক্তি ভাবেৰে অতি সৰল মনেৰে গোঁসাই ঘৰ মচে। পূজাৰ কোষা-অৰ্ঘ্য তামি ইত্যাদি মাজি ঘঁহি চক-চকীয়া কৰে। তাৰ পিচত অতি যতন কৰি পোহা গৰুকেজনীক ধূপ-ধুনাৰে সেৱা কৰি, তাৰ পিচত গাই খীৰাই নিৰ্মল গাখীৰ আনি দেৱতাৰ ভোগৰ নিমিত্তে অলপমান থৈ বাকীখিনি তপত কৰে। তেওঁ নিজে বিচনাতে যি নাম লব লাগে লৈ ফুল তুলসী তুলি প্ৰত্যুষতে স্নান কৰি সন্ধ্যা বন্দনাদি কৰে। ওচৰতে হাত যোৰ কৰি ভক্তিভাৱে শেৱালি বহি থাকে। আহা! সাত্ত্বিক ব্ৰাহ্মণে যে নিজৰ হৃদয়ৰ দেৱতাকে তাত প্ৰাণ ভৰি পূজা কৰে। তেতিয়া যে তেওঁ জগৎ-সংসাৰ পাহৰি যায়। বিমল আনন্দত হিয়াত যে কি শান্তি পায় তেওঁ নিজেই ক'ব নোৱাৰে। পূজাৰ পৰা উঠি আহিলেই যেতিয়া তেওঁৰ সীতা-সাবিত্ৰীৰ নিচিনা পবিত্ৰ আৰু পতিব্ৰতা সহধৰ্মিণীয়ে আহি ছলছল চকুৰে ভিজিত কাপোৰ দি সেৱা কৰি পতি পৰম গুৰুৰ পদজল গ্ৰহণ কৰে, তেতিয়া যে তেওঁ সকলো পাহৰি যায়। দাম্পত্য জীৱনৰ যত পবিত্ৰ ভাব আহি ব্ৰাহ্মণৰ উদাৰ হৃদয় উপচি পৰে। তেওঁ নিজকে নিজে যেন তেওঁৰ পতি-প্ৰাণা সতীৰ ভিতৰতে দেখে। তেওঁৰ ঘৈণীয়ে তেওঁৰ সহধৰ্মিণী—সেইটো প্ৰাণে প্ৰাণে অনুভৱ কৰে। সেই ৰকমে নানান ৰকম সজ গ্ৰন্থ পাঠ আৰু ওচৰ-চুবুৰীয়াৰ লগত কথা-বতৰা হোৱাৰ পিচত আকৌ যেতিয়া দুপৰীয়া পূজা সন্ধ্যা আহ্নিক ইত্যাদি কৰে, তাৰ পিচত প্ৰভুত নিবেদন কৰি তেওঁ সাত্ত্বিক আহাৰ কৰে। তাৰ পিচত অলপ বিশ্ৰাম ল'ল পুথি লেখা বা আন কোনো কামত দোষ্ট্ৰোৱা গাঁৱলৈ যায়। সকলো কামকে যে তেওঁ সাত্ত্বিক-ভাৱে কৰে আৰু প্ৰভুৰ প্ৰীত্যাৰ্থে কৰে। তেওঁ আজি তেওঁৰ প্ৰাণৰ শেৱালিক যাক দিবলৈ ওলাইছে তেওঁ যে একেবাৰে বিপৰীত। ইংৰাজী বিদ্যাত তেওঁ কি আছে নেজানে; কিন্তু গুৰু-জনৰ প্ৰতি সন্মান দেখুৱাবলৈ যি বিদ্যাই নিশিকায়, নিজৰ ধৰ্মৰ ওখ ভাববিলাক যি বিদ্যাই মনৰ পৰা নাইকিয়া কৰি দিয়ে, বাহ্যিক আৰু মানসিক পবিত্ৰতা যি বিদ্যাই নষ্ট কৰে, তেনে বিদ্যাও ধিক্কাৰ আৰু তেনে মানুহক তেওঁ পবিত্ৰ মূৰ্তি সাত্ত্বিক ভাবাপন্ন শেৱালিক নো কোনটো প্ৰাণেৰে সঁপি দিব? হায় ভগৱান! পেটে ভাতে খাব পৰা সুস্থকায় সাত্ত্বিক বামুণৰ ল'ৰা এটিনো তেওঁৰ শেৱালিলৈ নোলালনে? তেওঁৰ অশোকলৈ মনত পৰিল; কিন্তু অশোকে যে এতিয়া বিয়া নকৰাওঁ বুলি পণ কৰিছে! অশোকেনো তেওঁৰ ছোৱালী খুজিলেহেঁতেননে?

এই ৰকমে নানা কথা ভাবি চিন্তি প্ৰেমধৰ শৰ্মাই অকূল সমুদ্ৰত পাৰ নাপাই কেৱল ভগ-ৱানত আত্মসমৰ্পণ কৰি ভগবানৰ নাম লৈ লৈ ৰাতি পুৱালে। বাগ্‌দত্তা কন্যা যদি দৰাঘৰীয়াই এৰি নিদিয়ে, তেন্তে তেওঁ একেবাৰে বিয়া ভাঙিবও নোৱাৰে।

বেলা প্ৰায় ৮ বজাত কালিকা আৰু বন্ধু-সকল উঠি মুখ-হাত ধুই চকীত বহাৰ পিচত ওচৰ-চুবুৰীয়াৰ ৰিৰহী বাই আৰু শেৱালিয়ে আই-দেৱে অতিথিসকলক চাহ-জলপান দিলেহি। শেৱালিক কোনেও কোনো কথা নুসুধিলে। নিজ মনে চাহ-জলপান তামোল আদি মেজত থৈ শেৱালি অতি ধীৰভাবে আঁতৰ হ'ল। লগত হলায়ো আহিল। সি কিন্তু নীৰৱ। কিন্তু কব নোৱাৰোঁ, এই দুষ্ট ল'ৰাটি এই ডাড়ি-গোঁফ খুৰুৱা

চেলেউ হুপি থকা ডেকাকেইজনৰপৰা 'শতহস্তেন বাজিনাং' স্বৰূপে আঁতৰি ফুৰিছে। ডেকাকেইজনেও আধা লেংটা সুদা গায়ে ফুৰা এই প্ৰিয়দৰ্শন লৰাটিৰ ফালে বৰ মৰমৰ চকুৰে চোৱা যেন দেখা নগ'ল।

চাহখোৱাৰ পিচতে কালিকা আৰু তেওঁৰ বন্ধু দুজন তাৰপৰা বিদায় লৈ গ'ল।

(৬)

বাটত যাওঁতে বন্ধুকিজনৰ মাজত এইৰকমৰ কথা-বতৰা চলিছিল।

ৰামেন্দ্ৰ ঃ ভাই কালিকা ছোৱালীটি হলে বৰ সুন্দৰী, তুমি বিয়া কৰাবৰ লায়ক।

কালিকা ঃ ভাই, ছোৱালীজনী একেবাৰে অশিক্ষিতা আৰু বাপেকটো টিকনিয়াল। এনে ঘৰতনো মই বিয়া কৰাওঁ কেনেকৈ? তাৰ ওপৰত তোমালোকে যে ছোৱালীজনী কি সুন্দৰী দেখিলা কব নোৱাৰো। মই বোধকৰো, মোৰ দ্বাৰা সি কাম নহব।

ৰামেন্দ্ৰ ঃ নহব কি ৰকম? তোমাৰ দেউতাৰে বাক্য দি গৈছে আৰু সেই অনুসাৰে দুখীয়া বামুণে সকলো কাৰবাৰ কৰিছে। বিয়ালৈ মুঠতে ৬ দিন আছে। এতিয়া এনে কথা কলে হব কেনেকৈ?

কালিকা ঃ দেউতাই মোক নেসোধাকৈ যদি বাক্য দিছে তাৰ বাবে মই দায়ী নহওঁ। মোৰ ভৱিষ্যত সুখ দুখ এনে এটা False sentimentৰ ওপৰত মই পেলাই দিব নোখোজো।

তৃতীয় বন্ধুটিৰ নাম প্ৰিয়নাথ। এওঁ স্বভাৱতে অল্পভাষী, তেওঁ মাত লগালে।

প্ৰিয়নাথ ঃ মোটৰ ওপৰত শেৱালিজনীৰ আৰু ঘৰখনৰ কি দোষ দেখিলানো?

কালিকা ঃ মই কৈছোৱেই নহয়, ছোৱালী ৰূপৱতী বুলি মোৰ ধাৰণা নহল। গুণৱতী মানেও ভাত ৰান্ধিব পাৰে। বোধকৰো আৰু কাপোৰ বব পাৰে, সেয়ে মোৰ যথেষ্ট নহয়। গান-বাজনা কৰিব নাজানিলে, ইংৰাজী লেখা-পঢ়া নাজানিলে, ভালকৈ কাপোৰ-কানি পিন্ধিব নাজানিলে দুজন বন্ধু বান্ধৱক entertain কৰিব নাজানিলে মোৰ পক্ষে কোনো শিক্ষিত ভদ্ৰলোকে তেনে ছোৱালী বিয়া কৰাবই নাপায়।

প্ৰিয়নাথ ঃ বাৰু বুজিলো। এই বিয়াখন ভাঙিবলৈ দেউতাৰে মত দিবনে?

কালিকা ঃ দেউতাই মত নিদিয়ে কিন্তু শত যত্ন কৰিও তেওঁক মত কৰাবই লাগিব।

এই ৰকমে কথা-বতৰা পাতি তিনিওজন বন্ধু নগৰ পালেগৈ। তেওঁলোক নগৰ পোৱাৰ প্ৰায় ২ ঘণ্টামান পিচতে পুৰন্দৰ শৰ্মাই তলত লিখা মৰ্মে প্ৰেমধৰৰপৰা এখন চিঠি পালে ঃ—

শ্ৰীশ্ৰীহৰি

দেৱপুৰ।

বিহিত সন্মানপূৰ্বক নিবেদন,

ডাঙৰীয়া। আপোনাৰ বোপা আহি মোৰ শেৱালি আইদেউক চাই গলহি। গাওঁলীয়া চহা মানুহৰ ছোৱালী, বোপাৰ পছন্দ নহবও পাৰে। যদি বোপাই পছন্দ কৰা নাই, মই অনুৰোধ কৰোঁ, যেন বিয়াখন ভাঙি ক্ষিৰৎ ডাকত মোক খবৰ দিয়ে। মই পূজা সেৱা কৰি খোৱা বামুণ। পাৰিলে মোৰ ছোৱালীক সাত্বিক ভাবাপন্ন কোনো ল'ৰাকহে দিবৰ মন। কেৱল বাক্যত বন্দী হৈ আছো দেখি উপায় নাই। ইতি—

বিনীত

শ্ৰীপ্ৰেমধৰ শৰ্মা।

পুৰন্দৰ বৰুৱাই পুতেকক অহা দেখিছে কিন্তু এতিয়ালৈকে কোনো কথা সোধা নাই। এই চিঠিখন পাই তেখেত একেবাৰে বিমোৰ হল। তেতিয়াই পুতেকক মাতি আনি চিঠিখনৰ কথা একো নোকোৱাকৈ সুধিলে—

পুৰন্দৰ ঃ কালি তই ছোৱালী দেখিলি নহয়, পছন্দ হলনে ?

কালিকা ঃ নহ'ল মই সেইজনী ছোৱালী বিয়া কৰাবলৈ মান্তি হব নোৱাৰোঁ।

পুৰন্দৰ ঃ তেন্তে বিয়াখন ভাঙিলে বুলি মই লেখি দিওঁ। কালিকা নিৰুত্তৰ। কালিকাই কোৱা মতেই যে বাপেকে বিয়াখন ভাঙি দিব, কালিকাই এনে কথা ভবাই নাছিল। তদুপৰি কোলাৰটো এৰি পেটৰটোলৈ আশা কৰাৰ দৰে, 'বোজ' সম্বন্ধে এটা স্থিৰ মীমাংসা নকৰাকৈ শেৱালিক এৰি দিয়া তাৰ ঠিক নহয়। এনে অৱস্থাত ভাবি চিন্তি কালিকাই উত্তৰ দিলে।

কালিকা ঃ ইমাননো লৰালৰি কৰিব লাগিছে কিয়। দুই এদিন বাট চাই লেখিলেও তো হব।

পুৰন্দৰ ঃ কালি, তই ভুল বুজিছ। মই পুৰণি ধৰণৰ মানুহ ; বিশেষ লেখা-পঢ়াও নাজানো। এনে অৱস্থাত মই ইয়াকে বুজো যে বিয়ালৈ ৫ দিন থকাৰ আগেয়েও যদি দুখীয়া বামুণক বিয়া ভঙাৰ খবৰ নিদিওঁ, তেন্তে ব্ৰহ্মহত্যাৰ পাপ কৰাৰ দৰে হ'ব। সকলো যোগাৰ হৈ আছে। এটা দৰাও তো তেওঁ বিচাৰিব লাগিব। এনে অৱস্থাত স্বাৰ্থত অন্ধ হৈ এনে নীচ কাম মই কৰিব নোৱাৰোঁ। ইয়াৰ পিচত বাপেকৰে পুতেকৰে খুব তৰ্ক লাগি গ'ল, তাতে মাকেও আহি যোগ দিলেহি। কিন্তু পুৰন্দৰ শৰ্মা অটল। তেওঁৰ একেটা কথা। প্ৰেমধৰ শৰ্মাক সঠিক বাতৰি আজিয়েই দিব লাগে। শেষত কালিকাৰ মাকে খাটাং জবাব দিলে যে তেওঁ সেইজনী আপচু গাওঁলীয়া ছোৱালী লৰালৈ বিয়া নকৰায়। তেওঁ হাকিমৰ ছোৱালী লৰালৈ বিয়া কৰাই আনিব।

সেই দিনাখনেই প্ৰেমধৰ শৰ্মাই বিয়া ভঙাৰ খবৰ পালে।

( ৭ )

আজি বংশীধৰ কটকী ডাঙৰীয়াৰ ঘৰত 'টী পাৰ্টি' অৰ্থাৎ চাহ খোৱাৰ নিমন্ত্ৰণ। চহৰৰ গণ্য-মান্য যত মানুহ আছে তালৈ প্ৰায় সকলোৰে নিমন্ত্ৰণ হৈছে। তাৰ লগতে কাৰ্য্যোপলক্ষে তালৈ ফুৰিবলৈ অহা গুৱাহাটী নগৰৰ ত্ৰিনয়ন গোস্বামীৰো নিমন্ত্ৰণ হৈছে। ত্ৰিনয়ন গোস্বামীক মানুহে সচৰাচৰ গোসাঁই উকীল বুলিয়ে জানে। এখেত এজন অতি ৰূপবান ডেকা। কথা-বতৰাতো বৰ অমায়িক। পৰীক্ষাৰ মহলা বিলাকত এখেতে সুখ্যাতিৰে উঠি উকীল হৈ সম্প্ৰতি দুবছৰমানৰপৰা ওকালতি কৰিছে। বাপেক হাকিম আছিল। সম্প্ৰতি পেঞ্চন পাইছে। এই দুবছৰতে এখেতৰ ইমান 'পছাৰ' যে দেশ-বিদেশলৈকে মানুহে এখেতক উকীল ধৰি নিয়ে। এখেত এতিয়াও অবিবাহিত। বয়সো প্ৰায় ২৫ বছৰমান হৈছে। এখেতৰ বাপেক স্বাধীনচেতা মানুহ ; কাজেই পুতেকৰ বিয়াৰ নিমিত্তে এখেতে পুতেকক বৰ পীড়াপীড়ি কৰা নাই। যেতিয়া ইচ্ছা হয় তেওঁৰ উপযুক্ত ল'ৰাই নিজে চাই চিন্তি বিয়া কৰাব, এখেতৰ এয়ে ইচ্ছা। ত্ৰিনয়নৰ মাক নাই। সৰুতে মৰিছে। সদৌ আসামৰ মানুহে ত্ৰিনয়নৰ নাম শুনিছে আৰু তেওঁৰ লগত জনা-শুনা থকাসকলে তেওঁক বৰ ভাল পায়। কাজেই আজিৰ পাৰ্টিত ত্ৰিনয়ন গোসাঁই থকাটো এটা বিশেষত্ব। এই মেলালৈ কালিকা, ৰামেন্দ্ৰ ইত্যাদি আন আন ডেকাও নিমন্ত্ৰিত হৈছিল। আবকালিৰ বেলা, বাহিৰত বৰ ঠাণ্ডা ; কাজেই মেজটো ঘৰৰ ভিতৰতে পতা হৈছিল। কটকী

ডাওৰীয়াৰ ঘৰৰ ডাঙৰ ডাঙৰ কোঠা ৩।৪টা মান একেবাৰে খালী কৰি সজোৱা হৈছিল। ঠায়ে ঠায়ে মেজ চকী, কোনোবা ঠাইত বা ২খন কৌচ, আকৌ কৰবাত বা হাৰমণিয়াম, বায়াঁ-তবলা ইত্যাদিৰে সৈতে চলা-বিচনা। এটা কোঠা একেবাৰে ইংৰাজী দ্ৰইং ৰুমৰ ধৰণে সজোৱা নানা ৰকম গাদি পাৰা চকী, চোফা আৰু এফালে হাৰমণিয়াম। দেৱালত দেৱালগিৰি আৰু এচেটিথইল গেচৰ পোহৰ। এটা কোঠাত বহুত গানৰ কলিৰে গানৰ কল (গ্ৰামোফোন) মেজৰ ওপৰে ওপৰে লং, ইলাচি, চিগাৰেট চুৰুট তামোল খিলি। মানুহক খুওৱাৰ ভাৰ ১০।১২ জন ডেকা ল'ৰাই লৈছে। ৫ বজাৰ পৰা নিমন্ত্ৰিত মানুহ আহিবলৈ আৰম্ভ কৰি প্ৰায় ৬ মান বজাত মজলিচ ভৰপূৰ। ঘৰটি যেন আনন্দ ভৱনহে হৈ উঠিছে। সকলোৰে মুখত হাঁহি। হাঁহি আনন্দৰ কোলাহলত বয়সীয়ালবিলাকেও যোগ দিছে। কলৰ গানৰ পিচত বজায় আৰু গাব জনা কেবাটাও ডেকা ল'ৰাই গান কৰিলে। শেষত এজনে উঠি "ত্ৰিনয়ন গোস্বামী ডাওৰীয়াই আমাক গান গাই শুনালে আৰু সুখী হম" বুলি কওঁতে, সকলোৱে একবাক্যে তাতে হৰিভৰ দিয়াত তেওঁ আৰু নুই কৰিব নোৱাৰিলে। এওঁ কলিকতাত পঢ়োতে দস্তৰমতে ওস্তাদ ৰাখি শিকা মানুহ; কাজেই ভাল গায়ক বুলি এওঁৰ নামো আছে। প্ৰথমে এওঁ এটি বেহেলাত ৰাগ আৰম্ভ কৰিলে। যদিও সৰহভাগ মানুহেই বুজিব নোৱাৰিলে বাজনাৰ মাতৰ লহৰীৰ লগে লগে এটা মহান মহিমান ভাব যেন সকলোৰে মনত জাগি উঠিল। ৰাগটি ভৈৰোঁ। পুৰণি অসমীয়াৰ আদৰৰ ধন। কিন্তু বৰ্ত্তমান আসামবাসীয়ে তাক কোনো কোনো শিয়াল্লী মাতেৰে মতা ভকতৰ গাত অপি দি বাঙ্গালী "হাস্চ্ছে যামিনী আমাৰ প্ৰাণেৰ হাচিৰে" নমুনাৰ গানহে ভাল পায়। সি যি হওঁক, যেতিয়া বেহেলাৰ কোমল আৰু কৰুণ ৰাগিণী ধীৰে ধীৰে সপ্তমত উঠি উঠি আকৌ লাহে লাহে গম্ভীৰ মাতেৰে একেবাৰে কোমল হৈ হৈ লয় পাব ধৰিলে; সেই সভাত উপস্থিত থকা দুই এজনৰ মনত এনে লাগিল যেন কোমল চৈতন্যময়ী প্ৰকৃতি ধীৰে ধীৰে মহাশক্তি ৰাগিণী ৰূপধৰি মহাভৈৰৱৰ কলেবৰত লগ লাগি শিৱশক্তি ৰূপ ধাৰণ কৰিলে। সভাস্থ সকলোৱে মুগ্ধ হ'ল। নিমন্ত্ৰিতসকলৰ মাজত বহি থকা বৃদ্ধ মহাপুৰুষীয়া ভক্ত হৰিচৰণ মিশ্ৰ মুক্তিয়াৰে চকুৰ পানীৰে দুয়োগাল তিতাই ত্ৰিনয়নক আশীৰ্বাদ দিবলৈ ধৰিলে। কিছু সময়ৰ পিচত এটি বৰগীত গাবলৈ সকলোৱে অনুৰোধ কৰাত, অতি সহজ অসমীয়া বৰগীত "আলো মই তোহাৰ তনয় যদুমণি" গানটি যেতিয়া ভাবেৰে সৈতে গাবলৈ ধৰিলে, সভাত ভাবৰ সোঁত বৈ গ'ল। এই সহজ গীতটিৰ প্ৰায় প্ৰত্যেক শাৰীতে এনে একোটা কৰুণ ভাবৰ কথা আছে, যে ঠিকমতে গাব পাৰিলে গাওঁতা আৰু শ্ৰোতা উভয়ৰে মন ভাবত তন্ময়হে পৰে। বিশেষতঃ যেতিয়া আহি তেওঁ মধুৰ কণ্ঠেৰে আধামেলা চকুৰে ভাবত গদ্গদহৈ গাবলৈ ধৰিলে—

"ব্ৰজতো পৰিলা জান কৃষ্ণসে সবাৰো প্ৰাণ
নন্দঘৰে আসিলা হৰসে;
কৃষ্ণ মুখ পদ্ম মধু নেত্ৰে পিয়ে ব্ৰজ বধূ
কৃষ্ণ শিৰে কুসুম বৰসে।
দেখি নন্দ যশোদাৰ আনন্দৰ নাহি পাৰ
কৃষ্ণক কোলাত লৈলা তুলি।
মৰি যেন পাইলা প্ৰাণ কৰে পুত্ৰ শিৰ ঘ্ৰাণ
প্ৰেমৰসে মজিলা সমূলি।"

সভাস্থ প্ৰায় মানুহৰে চকুত পানী দেখা গৈছিল। কোৱা বাহুল্য যে ত্ৰিনয়নে গাই উঠাৰ পিচত তাত থকা কোনোৱে আৰু গান গাবলৈ আগবঢ়া নাছিল।

ইয়াৰ পিচত চাহ-জলপান খোৱাৰ ধুম পৰি গ'ল। চাহ জলপান খোৱাৰ পিচত সকলোৱে কলে যে 'বোজ' আইটিয়ে এটা গান গাওক।

'ৰোজ' বুদ্ধিমতী আৰু বৰ স্থিৰ। ৰোজৰ কোমল আঙুলি হাৰমনিয়ামৰ পৰ্দাত পৰি ঘনে ঘনে ঘিম নেই ইফালে সিফালে কৰিব ধৰিলে তিমানেই শুনিবলৈ শ্ৰুতিমধুৰ হৈ উঠিল। ধীৰে ধীৰে বালিকাৰ সবল মাতেৰে সৰল প্ৰাণেৰে সহজ সুৰেৰে সীতাৰ পাতাললৈ যোৱা গীতটি গাবলৈ ধৰিলে। কোৱা বাহুল্য "পাছে পৃথিবীৰ আদৰ দেখিয়া ত্বৰিতে উঠিয়া সতী। ব্ৰহ্মা আদি কৰি ত্ৰিদশ দেৱক একত্ৰে কৰিলা নতি"—এই কৰুণ গীতটিয়ে এনেয়ে অসমীয়াৰ প্ৰাণ কৰুণ ৰসেৰে দুবাই থৈছে ত তে যেতিয়া নিৰুপম কোমল বালিকাৰ মধুৰ কণ্ঠেৰে সেই গীতটি লাহে লাহে তাল মান লয় সহকাৰে ওলাবলৈ ধৰিলে, ভাবত সভাস্থল মুগ্ধ হ'ল। গায়িকাৰ মুখলৈ চাই ত্ৰিনয়নে দেখিলে যে গায়িকাই অকল নাম এটা গাব লাগে দেখি গোৱা নাই। গাই যাওঁতে ভাবত গায়িকা তন্ময়। ত্ৰিনয়নে বুজিলে যে তেওঁ বৰগীত গাইছিল দেখি গায়িকায়ো স্বদেশ গৌৰৱ অনন্ত যশৰ অধিকাৰী কবি অনন্ত কন্দলীৰ মুক্তাহাৰৰ অতি সুন্দৰ মুকুতা এটি সভাস্থসকলক উপহাৰ দিলে। বালিকাৰ স্বদেশ প্ৰেমৰ ইয়াতকৈ ওখ চিন আৰু কি হ'ব পাৰে? তাৰ পিচত কালিকা প্ৰসাদে এটি বন্দনাৰ গান হওক বুলি ফৰমাইচ কৰিলত ৰোজক অনিচ্ছুক দেখি সভাৰ সকলোৱে আৰু নেলাগে আৰু নেলাগে বুলি কবলৈ ধৰিলে। গান তিমানতে সমাপ্ত হ'ল। সভাও ভঙ্গ হ'ল। সেই দিনা ৰাতিয়ে বংশীধৰ কটকী গৈ ত্ৰিনয়নক দেখা কৰি ৰোজক তেওঁত সমৰ্পণ কৰিবৰ ইচ্ছা প্ৰকাশ কৰিলে। ত্ৰিনয়নো এই প্ৰস্তাৱত মান্তি হ'ল। কেৱল বাপেক মাকৰ মতৰ নিমিত্তে এখন চিঠি দি সুধিব কলে। এই ঘটনাৰ তিনি দিনৰ পিচত ৰোজৰ বিবাহ ত্ৰিনয়নৰ লগত স্থিৰ হৈ গ'ল।

(৮)

পুৰন্দৰ বৰুৱাৰ চিঠি পাই প্ৰেমধৰ শৰ্মাই ঈশ্বৰক ধন্যবাদ দি নিষ্কৃতি পালে। কিন্তু লগে লগে যে তেওঁৰ চিন্তাও বাঢ়িল। তেওঁৰ বন্ধুবান্ধৱ সকলোৱে কবলৈ ধৰিলে যে নিৰ্দিষ্ট দিনত শেৱালিক বিবাহ দিবই লাগিব, নহ'লে সমাজত তেওঁৰ বৰ নিন্দা হ'ব। একো উপায় নাই। নানান গাওঁলে নানান মানুহ দৰা বিচাৰি যাবলৈ আৰম্ভ কৰিলে। এনেকি পলাশো তেওঁৰ চিনাকি টোলত পঢ়া ল'ৰা এটিৰ সন্ধানত গ'ল। সকলো বিফল মনোৰথ হৈ ফিৰি আহিল। দৰা কেবাটাও পোৱা গৈছিল; কিন্তু কাৰো অঙ্গাশৌচ, কাৰোবা অৱস্থা নাই দেখি বিয়া নকৰায়, কোনোবা বেমাৰী ইত্যাদি ইত্যাদি।

সাত্বিক ব্ৰাহ্মণ প্ৰেমধৰে শেষত ঈশ্বৰৰ ওপৰত সকলো নিৰ্ভৰ কৰি দিলে। বিয়াৰ দিনালৈ আৰু ৪ দিন আছে। পলাশে দৰাৰ খবৰ দিবলৈ ভিতৰলৈ সোমাই গৈ গোঁসাই ঘৰত এক অপূৰ্ব দৃশ্য দেখিলে। দেখিলে, শালগ্ৰাম গোঁসাইক হাতত লৈ প্ৰেমধৰ ধ্যানত মগ্ন আৰু শিৱ পূজাত শেৱালি তন্ময়। কাৰো বাহ্যজ্ঞান নাই। শুভ্ৰ সুন্দৰ মুখৰ ওপৰত দিশ প্ৰেমৰ জ্যোতি পৰি শেৱালিক সাক্ষাৎ বৈৰাগ্যৰ প্ৰতিমূৰ্তি শিৱ ধ্যানত নিৰতা উমা যেন দেখিলে। আহা-হা! কি পবিত্ৰ ৰূপ এই মূৰ্তিমতী দেৱী প্ৰতিমাটিৰ। সিদ্ধাসনত বহি চকুমুদি চম্পাকলিৰ দৰে আঙুলিৰে দুয়োহাতে এটি কৰবী ফুল লৈ কৃতাঞ্জলী হৈ আছে। ঘন ক'লা বৰণীয়া চুলি আউল-বাউল হৈ পিচত পৰি আছে, তাৰে দুই এডাল গালতো পৰিছেহি। চকুৰ কোণত দুফোটামান প্ৰেমাশ্ৰুও দেখা গৈছে। এই নবীন সন্ন্যাসিনীৰ অপৰূপ ৰূপ আৰু নিষ্ঠা দেখি পলাশো তন্ময় হৈ সেইফালে বহপৰ চাই থাকি লাহে লাহে ঘৰৰ ফাললৈ গলগৈ। পলাশৰ মন আজি বৰ চঞ্চল। পলাশে এটা কথা ভাবিছে, পলাশৰ আজি নতুনকৈ জ্ঞান চকু গজা যেন পালে। স্বামী ৰত্ন লাভ কৰাতো বহু জন্মৰ তপস্যাৰ ফল বুলি শাস্ত্ৰে কয়। কিন্তু পলাশে ভাবিছে যে স্ত্ৰীৰত্ন লাভ কৰাটো তাতোকৈয়ো বেছি পুণ্যৰ ফল। পলাশে ভাবিছে, প্ৰেমৰ প্ৰস্ৰবন দয়াৰ আধাৰ কৰুণাৰ মূৰ্তি ৰমণী, তুমি যে মানুহৰ কত সাধনাৰ বস্তু তাক মদগৰ্বিত পুৰুষে নুবুজে। তুমি ভনী ৰূপে মধুৰ স্মৃতি, মাতৃ ৰূপে অসীম কৰুণাৰ মূৰ্তি, তুমি বন্ধুৰূপে নিষ্কাম, পৰোপকাৰিণী, তুমি

সতী স্বৰূপে পবিত্ৰ পদৰজৰ দ্বাৰা জগৎ পবিত্ৰ-কাৰিণী। কন্যা স্বৰূপে তুমি ভাবগ্ৰস্ত জীৱনৰ অমিয়া আৰু পত্নী স্বৰূপে তুমি জীৱনৰ কল্যাণ-বিধায়িনী। আৰু যদি ৰমণীৰ ৰমণীত্ব এবাৰ যায়, সতীত্ব, মহত্ত্ব, পবিত্ৰতা এবাৰ নাইকিয়া হয়, মনুষ্য জীৱন যে একেবাৰে ছাৰখাৰ হৈ যাব। ঈশ্বৰে আজি ঘৰৰ ওচৰতে হাতৰ কাষতে এনে হেন স্ত্ৰী-ৰত্ন মিলাইছে, তথাপি তেওঁ কেলেই নিশ্চেষ্ট? পলাশে বুজিলে যে তেওঁৰ প্ৰতিজ্ঞা অন্যায় প্ৰতিজ্ঞা। হাতত পায় এই হেন ৰত্ন হেৰুওৱা মূৰ্খামি মাত্ৰ। এবাৰ তো সেই সুখৰ সপোন শেষ হৈছিলেই। কিন্তু এতিয়া এই ৰত্ন পাবলৈ যদি পলাশে চেষ্টা নকৰে, তেন্তে চিৰ জীৱন তেওঁ অসুখী হব লাগিব। পলাশ আজি শেৱালিৰ ধ্যানমগ্ন মূৰ্তি দেখিবৰেপৰা তন্ময়। কোৱা বাহুল্য যে দুপৰীয়া পলাশৰ মাকে পুৰণি নিয়মে ছোৱালী খুজিবলৈ আহি প্ৰেমধৰ শৰ্মাৰ ঘৰত অতি সন্মান-ভক্তি পাই গ'ল। কোষ্ঠী চাওঁতে ৰাহি-যোৰাও বৰ উত্তম আছিল। নিৰ্দিষ্ট দিনত পলাশ আৰু শেৱালিৰ শুভ পৰিণয় হৈ গ'ল।

এই ঘটনাৰ বহুদিনৰ পিচতো পলাশচন্দ্ৰৰ ১২।১৩ বছৰীয়া ল'ৰা-ছোৱালীবিলাকে ভক্তিভাবেৰে দেখিছিল যে দেউতাক গোঁসাই ঘৰৰপৰা ওলাই অহা মাত্ৰকে মাকে তেওঁক প্ৰণিপাত কৰি পদজল গ্ৰহণ কৰিছিল আৰু মাকে যেতিয়া গোঁসাই ঘৰত পূজাত তন্ময় হৈ থাকে, তেতিয়া হাতত সাৰে ভৰিত সাৰে দেউতাক গোঁসাই ঘৰ সোমাই অনি-মেষ চকুৰে মাকৰ মূৰ্তিলৈ চাই থাকি আনন্দ মনেৰে ধ্যান ভঙাৰ আগেয়ে সেইদৰে ফিৰি আহে। তাতোকৈ তেওঁলোকে আচৰিত হৈ দেখিছিল যে বছৰি আঘোণৰ এটা বিশেষ দিনত মাকে লঘোণে থাকি দেউতাকক পীৰা এখনত থিয় কৰাই পূজা কৰে আৰু শেষত সাষ্টাঙ্গে প্ৰণাম কৰাৰ পিচত মাক মাটিৰ পৰা উঠে, তেতিয়া বাপেকে অতি স্নেহেৰে মাকৰ মূৰত হাত দি কিবা আশীৰ্বাদ দিয়ে আৰু দুয়োৰো চকুৰ পানীৰে দুয়োৰো বুকু ভাহি যায়। দুয়োৰো মুখত অসীম শান্তি আৰু আনন্দৰ হাঁহি দেখি ল'ৰা-ছোৱালীহঁতে বুজি পাই যে মাক-বাপেকে মনত দুখ কৰা নাই, আনন্দৰ আবেগতহে কান্দিছে।

যথাসময়ত ললিতাৰো বিয়া ত্ৰিনয়নৰ লগত হৈ গ'ল। দেশসেৱী দেশহিত ব্ৰতাচাৰী ত্ৰিনয়নে ঘৈণীয়েকৰ 'ৰোজ' নাম একেবাৰে পৰিত্যাগ কৰি কেৱল 'লতা' বুলি তেওঁক আদৰ কৰি মাতিছিল। শুনাত শুনো যে লতা আৰু ত্ৰিনয়ন এতিয়া দেশ সেৱা ব্ৰত মূৰত লৈ প্ৰকৃত যোগিণী আৰু যোগী হৈছে। অজস্ৰ সম্পত্তিৰ অধিকাৰী ত্ৰিনয়নে দেশৰ হকে সকলো বিলাই দি আজি মোটা ভাত মোটা কাপোৰ ব্যৱহাৰ কৰি দেশ-বাসীৰ আদৰ্শস্থল হৈ উঠিছে। সেই বিষয়ত লতা তেওঁৰ প্ৰকৃত সহকৰ্মিণী আৰু সহধৰ্মিণী।

কালিকাপ্ৰসাদৰো বিয়া বহুদিনৰ মূৰত হৈ গ'ল। তেওঁ এতিয়া উকীল। শুনিছোঁ, তেওঁৰ আৰু তেওঁৰ পৰিবাৰৰ ব্যৱহাৰৰ গুণত হেনো বুঢ়া পুৰন্দৰ বৰুৱা আৰু তেওঁৰ ঘৈণীয়েক এতিয়া কাশীবাসী।

# অনীতা গেৰিবল্ডি

দোৰ্দণ্ড প্ৰতাপশালী ক'ত সেই ৰোম ।
কম্পমান যাৰ তেজে মহী, সিন্ধু, ব্যোম ॥

য়ুৰোপৰ ভিতৰত সমস্ত জগত বীৰত্ব, পাণ্ডিত্য আৰু সভ্যতাৰে চমকিত কৰি দিছিল এদিন ৰোমে। ইটালীৰ সন্তানে সুদূৰ ইংলণ্ড অধিকাৰ কৰি বৰ্বৰ বৃটেইন জাতিক সভ্যতাৰ পোহৰ প্ৰথমেই দিছিল। উৎকৃষ্ট উৎকৃষ্ট ৰাজবাট এতিয়াও তাত আছে ৰোমৰ কীৰ্তি কাহিনী প্ৰকাশ কৰি। মহাবলী পৰাক্ৰান্ত চীজাৰ আৰু এণ্টনীয়ে মিছৰ দেশত যুদ্ধ কৰিলে অলোকসামান্যা ৰূপৱতী মিছৰৰ জীয়ৰী ক্লীয়'পেট্ৰাৰ বাবে। গ্ৰীচ্ দেশ আৰু এচিয়ামাইনৰৰ ক'ত ৰজাই বন্দী হৈ হৈ আহি ৰোমৰ শৰণ লৈ তলতীয়া ৰজা হৈছিল ! আফ্ৰিকাৰ উপকূলত কি যুদ্ধ কৰিলে ৰোমৰ নৌ বাহিনীয়ে ! শিল্পকাৰ্যত, কাৰুকাৰ্যত, সাহিত্যত, কবিতাত কি কীৰ্তিৰেই দেখুৱালে প্ৰতাপশালী ৰোমে! আজিও ইটালীলৈ ভ্ৰমণ কৰিবলৈ যোৱা পৰিব্ৰাজকসকলে ৰোমৰ ধ্বংসাৱশেষ দেখি মূৰ দোঁৱাই সেই প্ৰাচীন শিল্প আৰু সভ্যতাক অভিবাদন কৰি আহে। এনে হেন গৌৰৱময়ী ৰোমে জগতত নিজৰ মহিমা জ্যোতি বিকিৰণ কৰি উল্কাৰ নিচিনাকৈ পতন হ'ল। উত্তৰৰ ফ্ৰান্সৰ গথ ( Goth ) বা গল ( Gaul ) জাতীয়, যাক অসভ্য বৰ্বৰ ( Barbarian ) বুলি হাঁহিছিল, সেই অসভ্য জাতিয়ে ৰোম অধিকাৰ কৰিলেহি। ৰোমৰ গৌৰৱ-সূৰ্য চিৰদিনলৈ অস্তমিত হোৱাদি হ'ল। এতিয়া আকৌ ৰোমৰ গগনত মহাপ্ৰাণ মুছলিনীয়ে দেখা দিছেহি। ৰোমক আকৌ গৌৰৱমণ্ডিত কৰিবলৈ মহাবীৰ মুছলিনীয়ে জীৱন পণ কৰিছে। মুছলিনীৰ ৰাজনৈতিক মত লৈ আমি একো নকওঁ। কিন্তু এইটো ঠিক যে মুছলিনীৰ দেহ, প্ৰাণ, শৰীৰৰ প্ৰত্যেক ৰক্ত বিন্দুৱেই একাগ্ৰ হৈ লাগিছে জন্মভূমিৰ উন্নতি ঘূৰাই আনিবলৈ, ৰোমক আকৌ গৌৰৱেৰে মণ্ডিতা কৰি জগতত বৰেণ্যা কৰিবলৈ। সিদিনাখন ইটালীৰ এই বৰ পুত্ৰটিয়ে বীৰ ৰমণী নিত্য গৌৰৱময়ী সতী অনীতাৰ সাংসাৰিক দেহৰ যি অৱশিষ্ট ধূলিকণা আছে তাকে সসম্ভ্ৰমে শোকাতুৰা হৃদয়েৰে মহাবীৰ স্বামী গেৰিবল্ডিৰ সমাধিৰ ওচৰত সমাধিস্থ কৰিবলৈ নিওঁতে নিজৰ প্ৰাণো এটা নৰপশুৰ হাতত হেৰুৱাব ধৰিছিল। শোকমগ্ন বীৰ-মাৰীৰ পূজা সমাপন কৰি ঘৰলৈ উভতি আহোঁতে এজন মানুহে এটা বোমা দলি মাৰি দিছিল। ভগৱানৰ অসীম কৰুণাত ইটালীৰ প্ৰাণ স্বৰূপ এই মহাপুৰুষৰ প্ৰাণ ৰক্ষা পৰিল। এতিয়া অনীতা কোন আৰু গেৰিবল্ডিয়েই বা কোন ?

ৰোম যেতিয়া অষ্ট্ৰিয়বিজাকৰ তলত আজি ভাৰতৰ দৰে একেবাৰে পৰাধীন তেতিয়া তাত মেট্‌চিনী নামেৰে এজন দেশভক্ত বীৰে অতি নিৰ্যাতন সহিও দেশক স্বাধীন কৰিবলৈ চেষ্টা

কৰিছিল। গেৰিবল্ডিয়েও সেই মেট্‌চিনীৰ লগতে যোগ দি দেশক পৰাধীনতাৰ শিকলিৰ বন্ধনৰ-পৰা মুক্ত কৰিবলৈ চেষ্টা কৰিছিল। ১৮০৭ চনত ইটালীৰ তলত থকা 'নাইচ্' নগৰত তেওঁৰ জন্ম হয়। সাগৰৰ দাঁতিত থকা মানুহ তেওঁৰ কেবা পুৰুষেও সাগৰৰ নাও-জাহাজত নাৱৰীয়াৰ কাম কৰিছিল। ১৫ বছৰ বয়সত গেৰিবল্ডি এখন জাহাজৰ 'কেবিন বয়' অৰ্থাৎ কোঠাত থোৰা আৰোহী ভদ্ৰলোকৰ আলপৈচান ধৰা হৈ আছিল। কিন্তু ১৮৩২ চনৰপৰা ১৮৩৪ চনলৈকে তেওঁ সাগৰৰ বাণিজ্য জাহাজৰ কেপ্তেইন হৈ জাহাজ চলাইছিল। সেই সময়ত ফৰাচী দেশৰ মাৰ্ছেল বন্দৰত মেট্‌চিনীৰ লগত গেৰিবল্ডিৰ দেখা হয়। দেশৰ স্বাধীনতাকামী মেট্‌চিনীয়ে এদল ডেকাক লগত লৈ এটা দল সংগঠন কৰিছিল। এই দলক ৰজা চাৰ্লচ্ এলবাৰ্টে গ্ৰেপ্তাৰ কৰি বন্দী কৰিছিল আৰু মেট্‌চিনীক নিৰ্বাসন দিছিল। মেট্‌চিনী সেই সময়ত মাৰ্ছেলত আছিল গৈ। তেতিয়া মেট্‌চিনীৰ বয়স ২৮ বছৰ আৰু গেৰিবল্ডিৰ বয়স ২৬ বছৰ আছিল। মেট্‌চিনী শেঁতা, পাতল আৰু অতি তীক্ষ্ণবুদ্ধিৰ মানুহ আছিল। আৰু গেৰিবল্ডি আছিল ডাঙৰ, দীঘল, বলিষ্ঠ, নিৰ্ভীক, কৰ্মবীৰ আৰু দেখিবলৈ সুন্দৰ। এজন মেধাবী আনজন কৰ্মী পুৰুষ। এই দুজনৰ ভিতৰত মাজে মাজে মনোমালিন্য হ'লেও ই অতি জন্তেকীয়া। চিৰজীৱন দুয়োজনাক দুয়ো ভাল পাইছিল আৰু ভক্তি কৰিছিল। ইটালীৰ 'যুৱক সংঘৰ' ( Young Italian Association) সভ্য-সকলক ধৰি নি বন্দী কৰাত মেট্‌চিনীয়ে তেওঁ-লোকক উদ্ধাৰ কৰিবলৈ এদল ডেকা যোদ্ধাক লগ লগাই দিছিল। গেৰিবল্ডিয়ে তৎক্ষণাত সেই দলৰ নেতা হৈ এই বিপদজনক কামত আগবাঢ়িবলৈ প্ৰস্তুত হ'ল। এদল স্বাৰ্থত্যাগী বীৰ লৈ এই কাৰ্যৰ বাবে বিষম বিপদৰ মাজত যুঁজ কৰিলে হয় কিন্তু পৰাজিত হ'ল। গৱৰ্ণমেণ্টে প্ৰচাৰ কৰিলে যে গেৰিবল্ডিক পালেই গুলী কৰি মাৰিলে দোষ নহ'ব আৰু যি প্ৰজাই লগ পাই সিয়েই যেন মাৰে।

অতি কষ্টেৰে দুৰ্ভেদ্য আল্‌পচ্ পৰ্বত পাৰ হৈ গেৰিবল্ডি ফ্ৰান্স পায়হি। তেতিয়াৰেপৰা তেওঁ দেশত্যাগী হ'বলৈ বাধ্য হ'ল। ইটালীৰ স্বাধীনতাৰ সপোন হিয়াত বান্ধি লৈ গেৰিবল্ডি দক্ষিণ আমেৰিকাৰ ফালে ফুৰিবলৈ গ'লগৈ। সেই সময়ত দক্ষিণ আমেৰিকাত স্বাধীনতাৰ বাবে ঘোৰ সমৰ চলি আছিল। স্বাধীনতা প্ৰয়াসী বীৰ গেৰিবল্ডিয়ে তৎক্ষণাত সেই যুদ্ধত যোগ দিলে। ১২ বছৰ পৰৰ দেশত পৰৰ স্বাধীনতা ৰক্ষাৰ নিমিত্তে তেওঁ যুঁজ কৰিছিল। কেতিয়াবা সামান্য চিপাহী ভাবে, কেতিয়াবা চোৰাংচোৱা চিপাহীৰ লগত পৰিলাৰ দৰে যুদ্ধ কৰি, কেতিয়াবা দস্যু দলৰ নেতাৰ দৰে, কেতিয়াবা আকৌ 'ঘোৰ চোৰাৰ' চিপাহী দলৰ নেতা স্বৰূপে ধুমুহা বতাহৰ বেগেৰে বিপক্ষ দল কৰি অবিশ্ৰাম যুদ্ধ কৰি কৰি তেওঁৰ খ্যাতি ইমান প্ৰচাৰ হৈ পৰিছিল যে সমগ্ৰ পৃথিৱীয়ে সেই বীৰত্ব কাহিনী তবধ হৈ শুনিছিল। মন্টিভাইদিও ( Montivideo ) নামে ঠাই এডোখৰত অলপ সৈন্যেৰে অসংখ্য অৰাতিৰ লগত ঘোৰ যুদ্ধ কৰি সেই ঠাই বিপক্ষ আক্ৰমণৰপৰা ৰক্ষা কৰি তেওঁ অক্ষয় কীৰ্তি অৰ্জন কৰিছিল। লাহে লাহে তেওঁৰ নামত শত্ৰুদল ভয়ত কম্পমান হৈ পৰিছিল। পৃথিৱীৰ ভিতৰত লেশমাত্ৰ ভয়-হীন পুৰুষ গেৰিবল্ডিও এজন আছিল।

'ছেণ্ট কেঠাৰিণা' উপকূলত জাহাজত ৰহি বিপক্ষ দলৰ আক্ৰমণ প্ৰতীক্ষা কৰি আছে। আগত ভীষণ যুদ্ধ আৰু মৃত্যু বিভীষিকা; এই সময়ত বিপক্ষ দলক দুৰবীক্ষণ যন্ত্ৰেৰে বিচাৰি থাকোঁতে গেৰিবল্ডিৰ চকুত পৰিল ওচৰৰ গাওঁ এখনত এটা কুটীৰৰ সন্মুখত এটি ৰূপহী গাভৰু।

দূৰবীণেৰে লক্ষ্য কৰি চালে যে অতি বলিষ্ঠ আটিল দেহা সেই কুমাৰীটিৰ। কুমাৰীৰ খোজ যেন সিংহিনীৰ খোজ। ক'ত মানুহ দূৰবীণেৰে দেখা যায়, কিন্তু এনে গহীন, এনে ধীৰ অথচ মৃদু পদ-ক্ষেপতো চকুত নপৰে। গেৰিবল্ডিয়ে তৎক্ষণাত এখন সৰু নাৱত উঠি সেই পাৰলৈ গ'ল। অনীতাৰ ঘৰলৈ গৈ বাপেক, মাক, অনীতা আটাইকে দেখা কৰিলে। অপৰাজিত, অপৰাজেয় বীৰ, এইখিনিত প্ৰেমেৰে পৰাজিত হ'ল। অনীতাক সম্মুখত দেখি গেৰিবল্ডিৰ বীৰ-হিয়া বিচলিত হ'ল। কত জন্ম-জন্মান্তৰৰপৰা যেন দুয়ো দুয়োকো চিনি পায়—এনেকুৱা দুয়োৰো মনত ভাব হ'ল। বাপেক-মাকতো বীৰ গেৰিবল্ডিৰ গুণত মুগ্ধ হৈ আছিলেই। তেতিয়াই বিয়াৰ ঠিক-ঠাক হৈ বিয়াও হৈ গ'ল। গেৰিবল্ডিৰ ধন নাছিল, ঐশ্চৰ্য-সম্পদ নাছিল, নিজৰ বুলিবলৈ ভেটি এটিও নাছিল। অনীতাক ক'লে যে তেওঁ নিজকে অনীতাক সম্পূৰ্ণ ৰূপে দান কৰিব পাৰে আৰু যৌতুক দিব পাৰে যুদ্ধ ক্ষেত্ৰৰ বিপদৰাশি। অনীতাই এই প্ৰস্তাৱত সম্পূৰ্ণ উৎসাহেৰে সন্মত হ'ল। যুদ্ধৰ পূৰ্বক্ষণতে দৰা-কইনা আহি জাহাজ পালে আৰু ঘোৰ শত্ৰুৰ আক্ৰমণত বিষম যুদ্ধৰ মাজত প্ৰেমিক-প্ৰেমিকাৰ ফুল-শয্যা হৈ গ'ল। এনে বিয়া জগতত বিৰল। মহাবীৰ স্বামীৰ মহৎ হিয়াখনি অধিকাৰ কৰি গৌৰৱ-মহিমা মণ্ডিতা বীৰ নাৰী অনীতাই নিজকে ৰাজ-ৰাজেশ্বৰীতকৈয়ো বহুত ওখত থকা বুলি ভাবিছিল। প্ৰেমে ভীষণ প্ৰলয়ঙ্কৰী বজ্ৰ কঠোৰ যুদ্ধৰ বাটক সুবৰ্ণ-খচিত কুসুমদাম বিস্তৃত বাটত পৰিণত কৰি-ছিল।

বিয়াৰ পিচত অনীতাই গেৰিবল্ডিৰ ৰঙা চোলা পিন্ধা চিপাহী দলত ভৰ্তি হৈ বন্দুক মাৰিবলৈ শিকিলে আৰু "অৰণ্যে ৰণে দাৰুণে শত্ৰুমধ্যে", অমলে প্ৰান্তৰে সাগৰে ৰাজ গেহে" স্বামীৰ অৰ্দ্ধা-ঙ্গিনী স্বৰূপে তিলেকো এৰা-এৰি হোৱা নাছিল। ঘোঁৰাৰ ওপৰতেই হওক, মাটিতেই হওক, কামানৰ বজ্ৰনাদী যুদ্ধতেই হওক, য'তেই গেৰিবল্ডি ত'তেই অনীতা; হয় হাতত শানিত তৰোৱাল লৈ অকুতোভয়ে শত্ৰু ধ্বংস কৰিছে, নহয় সহস্ৰ গুলীৰ বৰষুণৰ মাজেদি স্বামীৰ লগে লগে সমৰ সাগৰত জাপ দি পৰিছে। কত বিনিদ্ৰ ৰাতি স্বামীৰ লগত অনাহাৰে শত্ৰু সৈন্যৰ বিষম আক্ৰমণৰপৰা ঘোৰ হাবিয়ে-বননিয়ে অনীতা গেৰিবল্ডিৰ ছায়াৰ নিচিনাকৈ ফুৰিছে তাৰ ঠিক নাই। গেৰিবল্ডি সিংহই ভয় কাক বোলে নাজানিছিল। অনীতা সিংহিনী ততোধিকা আছিল। এখন যুদ্ধত এটা বৰটোপৰ গুলী আহি অনীতাৰ ওচৰত থকা তিনিটা সৈনিকৰ ওপৰত পৰিল; তিনিও বাগৰি গ'ল; গোলাৰ টুকুৰাৰ আঘাত আৰু বেগত অনীতা সেই তিনিওৰো ওপৰত পৰিল গৈ। কিন্তু তৎক্ষণাত উঠি যি বিপক্ষই বৰটোপ চলাই ছিল তাৰ ওপৰত আকৌ ৰাইফলৰ গুলী চলাবলৈ আৰম্ভ কৰিলে। এয়েই অনীতা। এখন যুদ্ধত অনীতা এঠাইত আৰু গেৰিবল্ডি এঠাইত ৰ'ল। মাজত অসীম শত্ৰুৰ সাগৰ। পতি-প্ৰাণা সতীয়ে এই বিপদত পতিৰ ওচৰত পতিৰ সহায়িকা স্বৰূপে থাকিবলৈ ব্যগ্ৰ হৈ উঠিল। শত্ৰু সৈন্যক উপেক্ষা কৰি ক্ষুদ্ৰ শিশু সন্তানটিক বুকুত এহাতে ধৰি আনহাতে শানিত তৰোৱাল হাতত লৈ ঘোঁৰাত উঠি অসীম সাহেৰে সিংহিনীয় ঘোৰ হাবিৰ মাজে মাজে কেইবাদিনো অনাহাৰে-অনিদ্ৰাই গৈ স্বামীৰ ওচৰত থয় দিহে শান্তি পালে। 'মেৰিও কটেলি' বুলি শিল্পী এগৰাকীয়ে অনীতাৰ অনিন্দ্য মূৰ্তি এটি তৈয়াৰ কৰিছে। তাত অনীতাৰ এই কাহিনীটোকে দেখুৱাইছে। দেখু-ৱাইছে অশ্বৰ পিঠিত বহুৱেকীয়া যুমন্ত শিশুক অতি সন্তৰ্পণে মাতৃ হিয়াৰ গোটেইখিনি কোমলতাৰে সাবটি লৈ হাতত উন্মুক্ত তৰৱাৰিৰে অপূৰ্ব মহিমা-

মন্ত্ৰী মাতৃ মূৰ্তি। এই মূৰ্তিটো আজি ৰোমত ইটালী দেশবাসী মতা-তিৰোতাৰ হিয়াৰ জপৰ ধন। প্ৰথম শিশু সন্তানটিৰ নাম দিছিল জন্মভূমিৰ হকে অত্যাচাৰী দেশবাসীৰ হাতত প্ৰাণ দিয়া 'মিনোটি'ৰ নামে 'মিনোটি'।

বিদেশত যুদ্ধ কৰি থাকোঁতেও গেৰিবল্ডিৰ মনৰপৰা জনমভূমি ইটালীৰ কথা ক্ষন্তেকৰ বাবেও আঁতৰা নাছিল। ব্ৰাজিলত থাকোঁতেও তেওঁ তাৰে মানুহবিলাকক লৈয়েই ৰঙা চোলা পিন্ধা দল এটা তৈয়াৰ কৰিছিল। এই দলেই 'মণ্টিভাইদিও'ত অসীম বিক্ৰমেৰে যুদ্ধ কৰিছিল।

গেৰিবল্ডিৰ এই অসীম বিক্ৰম কাহিনী ইটালীৰ ঘৰে ঘৰে প্ৰতিধ্বনিত হ'বলৈ ধৰিলে। ইটালীতো স্বাধীনতাৰ প্ৰয়াস আগবাঢ়িবলৈ ধৰিলে। ১৮৪৮ খ্ৰীষ্টাব্দত আকৌ স্বাধীনতাৰ যুদ্ধ—স্বাধীনতাৰ প্ৰয়াস বিপক্ষ অষ্ট্ৰীয়া গৱৰ্ণমেণ্টে যাক ৰাজদ্ৰোহ বুলিছিল—নকৈ লাগি পৰিল। গেৰিবল্ডিয়ে তৎক্ষণাৎ এদল বিশ্বস্ত অনুচৰেৰে সৈতে গৈ ৰোমৰ ৰজাৰ হাতত নিজৰ তৰোৱাল আৰু জীৱন সপি দিলে। গেৰিবল্ডি সাম্ৰাজ্যবাদী নাছিল—আছিল প্ৰজাতন্ত্ৰবাদীহে। সেই দেখি ৰোমৰ ৰজাই তেওঁক লগ ললে যদিও তেওঁৰ ওপৰত এটা ঘৃণাভাব ৰাখিছিল। গেৰিবল্ডিয়ে এদল 'স্বেচ্ছাসেৱক সৈন্য' দল গঠন কৰিবলৈ চেষ্টা কৰি থাকোঁতে অষ্ট্ৰীয়সকলৰ হাতত ৰোমৰ ৰজাৰ সৈন্য 'মেছিয়োৰ' ছুদৰ যুদ্ধত পৰাজিত হ'ল। বাধ্য হৈ গেৰিবল্ডিয়ে ডেৰকুৰিজন মাত্ৰ সৈন্য লৈ আল্পাচ্ পৰ্বত পাৰ হৈ এইবাৰ ছুইজাৰলেণ্ডত আশ্ৰয় ললেগৈ।

১৮৪৯ চনত ৰোমৰ পোপ পলাই গৈ ফ্ৰান্সৰ ৰজাৰ আশ্ৰয় ল'লে। ইফালে মধ্য ইটালীত বিদ্ৰোহৰ অগ্নি জ্বলি উঠিল। ৰোমৰ মানুহবোৰে ইটালীত প্ৰজাতন্ত্ৰ ঘোষণা কৰিলে আৰু মেট্‌চিনী তিনিজন 'ট্ৰায়াম্ভিৰ'ৰ ভিতৰত এজন 'ট্ৰায়াম্ভিৰ' হ'ল। বৰ বগা ঘোঁৰা এটাত উঠি ১২০০ ৰঙা চোলা পিন্ধা অনুচৰেৰে সৈতে গেৰিবল্ডি আহি ৰোম সোমাল। ৰোমৰ মানুহবোৰে তেওঁক বৰ সাদৰেৰে আহ্বান কৰিলে।

প্ৰচণ্ড বিক্ৰমেৰে শত্ৰু সৈন্য আহি ৰোম আক্ৰমণ কৰিলে। ইটালীৰ যত ডেকা, যত বীৰ সকলো আহি গেৰিবল্ডিৰ পতাকাৰ তলত গোট খালে। ইফালে ফৰাচী ৰাজ্যৰ সৈন্যও পোপৰ হকে আক্ৰমণ কৰিলেহি। দুমাহ ৰাতি-দিন ঘোৰ আক্ৰমণ প্ৰতিৰোধ কৰি ফৰাচী সৈন্যক গেৰিবল্ডিয়ে পিছুৱাই দিলে। কিন্তু অসীম অষ্ট্ৰীয়, ফৰাচী আৰু স্পে'নৰ সৈন্য অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত; গেৰিবল্ডিৰ সৈন্যৰ ভাল অস্ত্ৰ নাছিল, সংখ্যাত কম; টকাও নাছিল। কাজেই দুমাহৰ মূৰত গেৰিবল্ডি পৰাজিত হ'ল। ইতিপূৰ্বে এই অৱৰোধৰ আগতে সন্তানসকলক প্ৰতিপালনৰ ভাৰ দি অনীতাক ছুইজাৰলেণ্ডত গেৰিবল্ডিয়ে থৈ আহিছিল। যুদ্ধ যেতিয়া ঘনাই আহিছিল স্বাস্থ্য ভাল নথকাতো পতিব্ৰতা অনীতাই স্বামীক এৰি থাকিব নোৱাৰিলে। ল'ৰা-ছোৱালী হাতক এজনক গতাই দি অনীতা আহি ৰোমত স্বামীৰ কাষত থিয় দিলে। মনত অলপ বেয়া পালেও গেৰিবল্ডিয়ে অনীতাৰ এই প্ৰেমৰ অবাধ্যতা ক্ষমা কৰিছিল।

ৰাজদ্ৰোহী ডকাইত গেৰিবল্ডিক ধৰিবলৈ পুৰস্কাৰ ঘোষণা হ'ল। অষ্ট্ৰীয়াৰ সৈন্য ১৫,০০০, ফৰাচী সৈন্য ৩০,০০০ আৰু স্পেনীয় সৈন্য ৬,০০০, শত্ৰুসৈন্যই গেৰিবল্ডি আৰু তেওঁৰ লগত থকা নিৰ্বাতিত ৪০০০ দেশপ্ৰেমিক, দেশপ্ৰাণ, স্বাধীনতাৰ বাবে যুঁজা মানুহক বেৰি ধৰিছিল। দুই জুলাইৰ দিনা 'পিয়াজা ডেল পিত্ৰোট্ৰা' নামে ঠাইত

তেওঁৰ অনুচৰবৰ্গক গোটাই তেওঁ ইয়াকে কৈছিল, "বন্ধুসকল, দুৰ্ভাগ্যই আমাক আকৌ লগ ললে। অলপতে আমাৰ ভাগ্য আকৌ প্ৰসন্ন হ'ব, কোনো সন্দেহ নাই। মই ৰোম এৰি যাওঁগৈ। বিদেশীৰ লগত যিসকলে যুদ্ধ কৰিব খোজা মোৰ লগত আহাঁহঁক। টকা, খোৱাবস্তু, কাপোৰ-কানি মই একো দিব নোৱাৰিম। মোৰ লগত অহা মানুহে দুখ-দৈন্য, ভোক-পিয়াহৰ জ্বালা, যুদ্ধ আৰু দিন-ৰাতি পৰিশ্ৰম ইয়াকেহে পুৰস্কাৰ পাব। ৰোমৰ যি কাজ আৰম্ভ হৈছিল আকৌ এৰা পৰিল।"

গেৰিবল্ডি আৰু অনুচৰবৰ্গই দিনে-ৰাতি মাৰ্চ কৰি ভেনিছৰ ফাললৈ যাব ধৰিলে আৰু পিচে পিচে ৰক্তলোলুপ স্বাধীনতা হৰণকাৰী তিনিটা শক্তিৰ সেই ৪৩,০০০ মানুহে খেদি যাব ধৰিলে। শেষত ক্ষুদ্ৰ মিত্ৰ ৰাজ্য প্ৰজাতন্ত্ৰ 'চেন মেৰিনোত' গৈ গেৰিবল্ডিয়ে আশ্ৰয় ললেগৈ। তাতে বেছি-ভাগ অনুচৰক এৰি অনীতা, গেৰিবল্ডি আৰু অলপসংখ্যক মানুহ 'এড্ৰিয়াটিক' উপসাগৰৰ উপকূল পালেগৈ। গেৰিবল্ডি ডকাইতক ধৰিবলৈ পুৰস্কাৰ ঘোষিত হৈছে। অসংখ্য সৈনিকে এই ক্ষুদ্ৰ দলটিক শিশুপাল খেদা দিবলৈ ধৰিলে। এই দলটি ভেনিছ পোৱাৰ আগেয়ে এখন নৈৰ পাৰ পালেহি। লক্ষ্মী স্বৰূপিনী সৈনিক বেশী অনীতাই নৈ পাৰত ভোকে-লঘোণে পৰিশ্ৰান্ত দলটিয়ে খাবলৈ আহাৰ প্ৰস্তুত কৰিবৰ কাৰণে জুই ধৰি চৰু বহালে। মৃদু চন্দ্ৰ কিৰণ প্ৰতি-ফলিত হৈ নিৰ্মল ৰূপালী সাজেৰে নৈখনি মনোৰম দেখা গৈছে। অনীতাই ৰান্ধি থাকোঁতেই আমেৰিকাৰ যুদ্ধৰ কাহিনী লগৰীয়াবিলাকক কৈ শুনাব লাগিছে। কেইখনমান নাও ঠিক হৈ আছে এই দলটো পাৰ হৈ যাবলৈ। এনেতে চন্দ্ৰ কিৰণত অষ্ট্ৰীয় সৈন্যই এই দলটিক দূৰৰ-পৰা দেখা পালে আৰু তৎক্ষণাত বিষম গুলি বৰ্ষণ কৰিবলৈ আৰম্ভ কৰিলে। দেখা গ'ল মৃত্যু অৱশ্যম্ভাৱী। নৈৰ ইপাৰ সিপাৰ দুয়ো পাৰৰ বালিত গুলি যেন বৰষুণ পৰা দিছে। গেৰি-বল্ডিয়ে অনুচৰসকলক তৎক্ষণাত নাৱত উঠি নাও মেলি যাবলৈ কলে। ঘোৰ গুলী বৰষুণৰ মাজেদি নাও সিপাৰ হ'ল। নাৱত থাকোঁতেই অনীতাৰ মৰ্মস্থানত গুলী লাগি মূৰ্চ্ছিতা হৈ পৰিল। গেৰিবল্ডিয়ে মহাদেৱে সতীদেহ কান্ধত লোৱাদি সতীৰ মূৰটো কান্ধত লৈ বুকুত অতি মৰমেৰে দেহাটো সাৱটি মাৰি ধৰি গোলা-গুলীৰ বৰষুণৰ মাজেদি ওৰে বালি পাৰ হৈ গ'ল। এবাৰ উজুটি খাই পৰি, বালিত অনীতাৰ দেহা কোলাত লৈ গুলী বৃষ্টিৰ মাজত বহোঁতে অলপ জ্ঞান পাই সতী অনীতাই গিৰিয়েকক সুধিছিল, "আমি কলৈ যাম এতিয়া ?"

"ভয় নাই অনী, তোমাৰ জোছি মই লগতেই আছোঁ নহয় !" অনীতাই গিৰিয়েকক 'জোছি' বুলি মাতিছিল। আকৌ গিৰিয়েকৰ কান্ধত মূৰ থৈ সতীয়ে চকু মুদিলে। তাৰপৰা গেৰিবল্ডিয়ে অনীতাক লৈ ওচৰৰ 'মণ্ড্ৰিয়ল' নামৰ গাঁৱৰ এটা কুটীৰত নি এখন বিচনাত শুৱালে। হাতত ধৰি মুখলৈ চাই থাকোঁতেই গেৰিবল্ডিৰ বীৰ হৃদয় শত খণ্ডে ছিন্ন কৰি নিত্য গৌৰৱময়ী অনীতাই অনিত্য শৰীৰ ত্যাগ কৰি বৈকুণ্ঠলৈ গ'ল।

শোকৰ সময় নাই। জন্মভূমি এতিয়াও পৰাধীনা। যাৰ নিমিত্তে জগতৰ উৎকৃষ্ট বস্তু প্ৰাণৰ প্ৰাণ অনীতাক আজি বলি দিলে সেই মহিমা-ময়ী জন্মভূমি আজিও পদদলিতা। অনীতাই মৰিবৰ সময়ত কৈছিল, "জোছি, তোমাক মই আটাইতকৈ ভাল পাওঁ, তাৰ পিচতেই ভাল পাওঁ ইটালীক।" আমেৰিকাৰ জীয়াৰী অনীতাই ইটা-লীৰ এই বীৰ পুৰুষজনক বিয়া কৰাই নিজকে একেবাৰে পতিৰ দেহত বিলীন কৰি দিছিল।

আই, বোপাই, নিজৰ দেশ আমেৰিকা সকলো পাহৰি স্বামীৰ ভাষাকে নিজ ভাষা, স্বামীৰ দেশকে নিজ দেশ, স্বামীৰ স্বাৰ্থকে নিজ স্বাৰ্থ কৰি লৈছিল। ইটালীক স্বাধীন কৰিবলৈ স্বামীৰ লগত একাগ্ৰচিত্তেৰে পতিপ্ৰাণাই চেষ্টা কৰিছিল। মৰিবৰ সময়ত কৈছিল—"তোমাক বৰ ভাল পাওঁ জোঁছি, আৰু তাৰ পিচতে ইটালীক ভাল পাওঁ।"

এজনে গেৰিবল্ডিৰ কান্ধত হাত দি সোঁৱৰাই দিলে যে ইটালী আজিও পদদলিতা। ইফালে শত্ৰু পাৰ হৈ আহি পাওঁ পাওঁ হ'ল। তেতিয়া অনীতাৰ মৃতদেহ বালিত পুতি থৈ বীৰ দল শত্ৰুৰ আগে আগে যাব ধৰিলে। এইদৰে নিৰ্যাতন, জীৱনৰ বিপদ ইত্যাদি সহি সহি সুদীৰ্ঘ দহ বছৰৰ মূৰত গেৰিবল্ডিৰ মনস্কামনা পূৰ্ণ হ'ল।

অনীতাৰ সমাধিৰ পিচ দিনা এটা গৰখীয়া ল'ৰাই দেখা পালে অনীতাৰ হাত এখন বালিৰ ওপৰত ওলাই থকা। তেতিয়া গাৱঁলীয়া ল'ৰা-বিলাকে দেহাটি তাতে আকৌ ভালকৈ 'কফিন' বাকচত ভৰাই পুতি থৈছিল। তাৰ পিচত অনীতাৰ মৃত দেহৰ অৱশেষ সেই বাকচতে প্ৰায় ছয়বাৰ তুলি তুলি ছয় ঠাইত পোতা হৈছিল।

গেৰিবল্ডিয়ে বেশ সলাই পলাই ফুৰিবলৈ ধৰিলে। ৰোমৰ প্ৰজাতন্ত্ৰ ভাঙি গ'ল। 'নাভাসাৰ' যুদ্ধত ৰোমৰ প্ৰজাও পৰাজিত হ'ল। ইটালীত ঘোৰ মতভেদ হবলৈ ধৰিলে। দলে দলে পুজব ওলাল যি অষ্ট্ৰীয় ৰজাৰ ৰাজত্বৰ তলত থকাতোহে ইটালীৰ পক্ষে যুগুত বুলি ভাবি বিদেশী ৰজাক সহায় কৰিবলৈ ধৰিলে। ৰোমত বিপৰীত সোঁত ববলৈ ধৰিলে। আকৌ দেশপ্ৰেমিকসকলে দহ বছৰ বাট চাব লগাত পৰিল। গেৰিবল্ডিয়ে ই দেশ সিদেশ ঘূৰি ঘূৰি আকৌ আমেৰিকালৈ গৈ এটা মম বাটিৰ কাৰখানাত বনুৱা হৈ কাম কৰিছিল। তাৰ পিচত এখন বেপাৰী সমুদ্ৰ জাহাজত কাম লৈ সমুদ্ৰে সমুদ্ৰে ফুৰিবলৈ ধৰিলে। ১৮৫৪ খ্ৰীষ্টাব্দত এখন জাহাজ শস্য আৰু আটা লৈ ইংলণ্ডলৈ আহিছিল। সেই জাহাজৰ কাপ্তান হৈ আহিছিল গেৰিবল্ডি। গেৰিবল্ডি অহাৰ বাতৰি পাই 'নিউকাচল'ৰ অধিবাসীবিলাকে নিজৰ ভিতৰত পইচা তুলি এখন সুন্দৰ তৰোৱাল গঢ়াই সেই তৰোৱালখন গেৰিবল্ডিক উপহাৰ দিছিল। উপহাৰ দিওঁতে কৈছিল, "এই তৰোৱালৰ মূল্য প্ৰত্যেক পইচাই য়ুৰোপৰ স্বাধীনতাকামী হিয়াৰ একোটা স্পন্দন বুলি জানিব।"

তাৰ পিচত 'জেনোৱা' আৰু 'নাইস্' নগৰ লৈ আহকাল নোহোৱাকৈ তেওঁ গ'ল। এইবাৰ 'চাৰ্দিনিয়া'ৰ ওচৰত এটা দ্বীপ তেওঁ দেখা পালে। এই দ্বীপো ৪ মাইল বহল আৰু ১২ মাইল দীঘল, নাম 'কেপৰৰা'। এই দ্বীপটো দেখি তেওঁৰ বৰ ভাল লাগিল আৰু তাৰে আধা এজন ইংৰাজ জমিদাৰৰপৰা তেওঁ কিনি ললে। তাত নিজ হাতে গেৰিবল্ডিয়ে এটি সৰু ঘৰ তৈয়াৰ কৰি লৈ নিজৰ তিনিটি সন্তানেৰে সৈতে খেতিয়কৰ জীৱন যাপন কৰিবলৈ ধৰিলে। ১৮৫৯ খ্ৰীষ্টাব্দত আকৌ ইটালীত যুদ্ধ লাগি উঠিল। তেওঁ আকৌ এদল সৈন্য গঠন কৰিলে নাম দিলে 'কেক চিয়াটৰে দেলফি আলপি।' কিন্তু এই বেলিও আচল দৰমহা খোৱা চিপাহীবোৰে গেৰিবল্ডিক হিংসা কৰিবলৈ ধৰিলে আৰু সামান্য সামান্য ঠাইবিলাকত তেওঁক যুদ্ধ কৰিবলৈ পঠিয়াবলৈ ধৰিলে। যতে শত্ৰু সৈন্যৰ লগত যুঁজ কৰিছিল ততেই গেৰিবল্ডি জয়ী হৈছিল। কিন্তু প্ৰত্যেক পদে পদে অপমান লাঞ্ছনা পাই পাই তেওঁ একেবাৰে মৃতকল্প হৈছিল। শেষত এদিন হঠাৎ তেওঁ অষ্ট্ৰীয়বিলাকৰ লগত সন্ধি স্থাপিত হ'ল বুলি শুনিলে। সেই সন্ধি মতে ভেনিছ আৰু দক্ষিণ ইটালী অষ্ট্ৰীয়াৰ হাততে ৰ'ল।

আকৌ গেৰিবল্ডি কিছুমান দিন মনে মনে থাকিব লগাত পৰিল। কিন্তু 'চিচিলিৰ' মানুহবিলাকে ফ্ৰান্সৰ তলত নাথাকিবৰ কাৰণে বিদ্ৰোহী হৈ উঠিল । তৎক্ষণাত গেৰিবল্ডিয়ে এদল স্বেচ্ছাসেৱক লৈ সিহঁতৰ সাহায্যৰ নিমিত্তে গ'ল।

পাঁচ মে' তাৰিখে দুখন জাহাজত গেৰিবল্ডিৰ সৈন্যবৃন্দই যাত্ৰা কৰিলে। সকলোৱে তেওঁৰ এইটো মূৰ্খামি বুলি ভাবিছিল যিহেতু চিচিলিত ২৩০০০ সৈন্য আৰু সিফালে সাগৰৰ পাৰত প্ৰায় ১০০,০০০ শত্ৰু সৈন্য সাজু হৈ আছিল। গেৰিবল্ডিৰ সৈন্য আছিল মাত্ৰ এক হাজাৰ। ইয়াৰে বেছিভাগেই কলেজৰ ছাত্ৰ। এনেকি পুৰণা ধৰণৰ বন্দুক আৰু তিনিটা মাত্ৰ কামানেই আছিল তেওঁলোকৰ সমল। ১৫ বছৰীয়া ল'ৰাও সৈনিক শ্ৰেণীভুক্ত হৈছিল। তথাপি ইতিহাসত বহুত সময়ত অসম্ভৱ সম্ভৱ হোৱা দেখা যায়। আৰু এই এক হাজাৰ ছাত্ৰই বৰ্তমান স্বাধীন ইটালী গঢ়িলে। জাহাজেৰে এই এক হাজাৰ দেশপ্ৰেমিক চিচিলিত নামিল। তৰুণ বীৰসকলক অভিযানত ২৩০০০ দৰমহা খোৱা পৰস্বাপহাৰী সৈন্য ধূলিৰ দৰে উৰি গ'ল। জগতে বিস্ময় বিস্ফাৰিত চকুৰে এই অপূৰ্ব কাহিনী শুনিলে। চিচিলি স্বাধীন হ'ল। চিচিলিৰ মানুহবিলাকে গেৰিবল্ডিক ঠিক দেৱতা যেন দেখিছিল। ৰোমান কেথলিক সন্ন্যাসিনীসকলে গেৰিবল্ডিক খ্ৰীষ্টীয়ান দেৱী পবিত্ৰা কুমাৰী ৰোজেলিয়াৰপৰা জন্ম হোৱা বুলি বিশ্বাস কৰিছিল। প্ৰত্যেক যোগিনীয়ে ৰোজেলিয়াৰ পুত্ৰ বুলি গেৰিবল্ডিক ভক্তিভাবে চুমা খাইছিল। গেৰিবল্ডি চিচিলিৰ ডিক্টেটৰ বা অধিনায়ক হ'ল। এইবাৰ সৈন্য লৈ 'নেপলিটান' সৈন্য ইটালীৰ দক্ষিণ খণ্ডত পৰাস্ত কৰি গেৰিবল্ডিয়ে বাস্তৱিকে দক্ষিণ ইটালী অধিকাৰ কৰিছিল। এই বিজয়ৰ পিচত ইটালীৰ ৰজা ভিক্তৰ ইমানুৱেলক তেওঁ অধিকাৰ কৰা সকলো ৰাজ্য অৰ্পণ কৰি ৰাজ ভক্তিৰে ইটালীৰ ৰজা বুলি তেওঁক সম্বোধন কৰিছিল। আকৌ তাৰ ফলত পাইছিল অপমান। ৰজাই গেৰিবল্ডিৰপৰা অধিকাৰখিনি লৈ তেওঁক জনালে যে বাকীখিনি যুঁজ তেওঁৰ নিজ সৈনিকসকলেহে কৰিব আৰু তেওঁক যুদ্ধৰপৰা বিৰত হ'বলৈ আদেশ দিলে। ৰজাই তেওঁক খুব ওখ পদবী দিবলৈ গাত ললে। তেওঁৰ ল'ৰা 'মিনোট্টি'ক এখন জমিদাৰী জীয়েক 'টেৰেচিতা'ক যথেষ্ট যৌতুক, আৰু গেৰিবল্ডিক থাকিবলৈ এটা ৰাজ দুৰ্গ দিবলৈ গাত ললে। গেৰিবল্ডিয়ে সকলো প্ৰত্যাখ্যান কৰি আকৌ 'কেপেৰেৰা' পামলৈ উভতি গ'লগৈ। লগত নিলে এবস্তা শস্যৰ বিধান। এই দৰে নিজ হাতে কাম কৰি কেপেৰেয়াত এবছৰ কটালে। কিন্তু ৰোম আৰু ভেনিছ তেওঁৰ মনৰপৰা মুহূৰ্তলৈয়ো আঁতৰা নাছিল।

১৮৬২ খ্ৰীষ্টাব্দত আৰু এটা স্বেচ্ছাসেৱকৰ দল গঠন কৰি দক্ষিণ দেশৰপৰা উত্তৰে ৰোমৰ ফাললৈ তেওঁ যাবলৈ ধৰিলে। "হয় মৃত্যু নহয় ৰোম।"—এয়েই আছিল যুদ্ধৰ বাণী। কিন্তু নিজৰ দেশৰ ৰজা অৰ্থাৎ ৰোমৰ ৰজায়েই বাটতে তেওঁক প্ৰতিৰোধ কৰি তেওঁক আহত কৰে আৰু তেওঁক কাৰাগাৰত বন্দী কৰি থয়। কিছু দিনৰ পিচত সন্ধিৰ বাবে বন্দীসকলক মুক্তি দিয়াত তেওঁও মুক্তি পায় আৰু আকৌ কেপেৰেয়াত খেতি-বাতিত মন দিয়েহি। এই সময়তে গেৰিবল্ডি এবাৰ ইংলণ্ডলৈ আহিছিল। ইংৰাজ ৰাজপুৰুষবিলাকে তেওঁক যথেষ্ট সম্ভ্ৰম দেখুৱাইছিল। বাস্তৱিক স্বাধীনতা প্ৰয়াসী ইংৰাজসকলে এই স্বাধীনতাকামী পুৰুষজনক বৰ ভাল পাইছিল। এই সম্বন্ধে এটা বৰ ভাল গল্প আছে। অষ্ট্ৰীয় জেনেৰেল 'হাইনুয়ে' স্বাধীনতাকামী ইটালীৰ মানুহসকলক বৰ দুখ দিছিল। আনকি তেওঁ হেনো পুৰুষক বেত দিয়েই এৰা নাছিল, তিৰোতাকো ধৰি ধৰি বেত দিয়াইছিল। আজিকালি যেনেকুৱা কোনো চাহ বাগিচাৰ সভ্য

ইংৰাজে কংগ্ৰেছৰ সভ্য মেম্বাৰসকলক তিকা চেলাই বেত দিবলৈ দিয়ে আৰু দিয়েও এতিয়া সেই ধৰণৰ মানুহ আছিল। জেনেৰেল হাইনু ইংলণ্ডলৈ আহোঁতে বাৰ্কলে 'ভাটিখানা' চাবলৈ গৈছিল। তাত বহুতো বনুৱাই কাম কৰিছিল। সেই কাৰখানাৰ মজদুৰবিলাকে যেতিয়া হাইনুক চিনি পালে আৰু তেওঁৰ কীৰ্তিৰ কথা শুনিলে, বাঢ়নী লৈ এইবোৰে তেওঁক উত্তম-মধ্যম দিলে আৰু মুখত গোবৰ সানি দিলে। কোনো মতে এৱাই উৰ্দ্ধশ্বাসে দৌৰি এই বীৰ পুৰুষজন গৈ এটা হোটেলত সোমাইহে ৰক্ষা পৰিছিল। যিজনে জেনেৰেলৰ মুখত বাঢ়নীৰ কোব দিছিল তেওঁৰ হাত জোকাৰি এটা কাঠৰ মগত ভৰি থাকা এক পাত্ৰ 'এইল সুৰা' লৈ গেৰিবল্ডিয়ে বৃটিছ বনুৱাসকলৰ কল্যাণ কামনা কৰি নিঃশেষ পান কৰি পেলালে। বনুৱাসকলে তৎক্ষণাত সেই মগটি ভাঙি গুড়া কৰি প্ৰত্যেকে তাৰে একোখণ্ড স্মৃতি চিহ্ন স্বৰূপে হিন্দুৱে গঙ্গাজল নিয়াৰ দৰে ভক্তিৰে ঘৰলৈ লৈ গৈছিল।

১৮৬২ চনৰ যুদ্ধত তেওঁ এদল সৈন্য লৈ আকৌ যুদ্ধত নামিছিল। ট্ৰেণ্ট নামেৰে ঠাইত তেওঁ অষ্ট্ৰীয়ানবিলাকক সহজে খেদুৱাইছিল। কিন্তু ৰজাৰ বৃত্তি ভোগী সৈন্যবোৰ হাৰিল। পুনৰ সন্ধি হ'ল আৰু ভগ্ন মনোৰথেৰে নিজৰ দল ভাঙি দি নিজ গামত গৈ গেৰিবল্ডিয়ে খেতিত মন দিলে। তাৰ পিচত ১৮৬৭ খ্ৰীষ্টাব্দত আকৌ এবাৰ ৰোম দখল কৰিবৰ চেষ্টা কৰিছিল, কিন্তু নোৱাৰিলে। ৰোমৰ ৰজা অষ্ট্ৰীয়াৰ লগত যুঁজতে থাকিল। কিন্তু ৰোম তেতিয়াও অষ্ট্ৰীয়াৰ তলতে আছিল।

১৮৭১ চনত এবাৰ ফ্ৰান্সক সহায় কৰিবলৈ জাৰ্মানিৰ বিৰুদ্ধে তেওঁ যুদ্ধ কৰিছিলগৈ।

১৮৮২ চনৰ জুন মাহৰ ২ তাৰিখে এই মহাপ্ৰাণ পুৰুষে ইহ-সংসাৰ ত্যাগ কৰি ওপৰত বৈ থকা প্ৰেমময়ী অনীতাৰ লগ ল'লে। মৃত্যুৰ দিনা বাতি পুৱা দুটি ক'লা সৰু চৰাই আহি তেওঁৰ খিৰিকীত পৰিছিল। গেৰিবল্ডিয়ে চৰাই দুটি খেদিবলৈ হাক্ দিছিল। কৈছিল যে সেই দুটি তেওঁৰ যি মৰমৰ দুজনী জীয়ৰী মৰিছিল তেওঁলোকৰেই আত্মা। দুয়ো বাপেকক আগবঢ়াই নিবলৈ আহিছে। গধূলি অশেষ গৌৰৱমণ্ডিত বীৰে অনন্ত শয্যাত শয়ন কৰিলে। "এই মহাদান পৃথিবীয়ে দিছিলে, বসুন্ধৰী ধন্যা পৃথিবীৰ স্ৰষ্টা প্ৰভুৱে তেওঁৰ সাধু ইচ্ছা ফলৱতী কৰিছিলে।

"ইটালীয়ে গৰ্বেৰে জন্মদাতৃ বুলি তেওঁৰ নাম লয় কিন্তু তেওঁৰ স্মৃতি মহামানৱতাৰ মাজত প্ৰত্যেক মনুষ্য হিয়াত বিৰাজিত থাকিব।"

সিদিনাখন ১৯৩২ চনৰ ২ জুন তাৰিখে গেৰিবল্ডি মৰাৰ ৫০ বছৰৰ পিচত সুন্দৰী ৰোম নগৰীৰ প্ৰধান আলিবাটেদি এটি শোভা যাত্ৰা ধীৰ পদক্ষেপেৰে জেনিকুলিয়ৰৰ চালুৰ ফাললৈ যাত্ৰা কৰিছিল। ৮৩ বছৰৰ পিচত মৃত দেহ লৈ সৎকাৰ কৰিবলৈ যোৱা শুনা নাযায়। কিন্তু অনীতা যে অতুলনীয়া।

ৰোমৰ অবাল বৃদ্ধা আজি আলিৰ দুয়ো কাষে গোট খাইছে। যাত্ৰী দলৰ সম্মুখতে উদং মূৰে শোক সন্তপ্ত হিয়াৰে গৈছে বৰ্তমান যুগৰ বীৰ পুৰুষ মুছলিনী। এই যে বীৰ ললনাটীয়ে বিদেশিনী হৈয়ো ইটালীৰ সন্তান গেৰিবল্ডিৰ নিমিত্তে বিশেষতঃ ইটালীৰ স্বাধীনতাৰ বাবে সৰ্বস্ব দান কৰিছিল এই কথাই আজি ৰোমৰ বীৰ হৃদয়বিলাকক কোমলাইছে।

ৰোমে পৰৰ জীয়াৰীক আপোন কৰি লৈছিল। আজি ৰোম নিজৰ গৌৰৱময়ী এই মহাপ্ৰাণা নাৰীৰ নিমিত্তে শোক কাতৰ। সেই তেজোময়ী সতীমূৰ্তি যি সহস্ৰ বিপদৰ মাজতো পতিৰ কাষ এৰাবো নেৰিলে, যি মৰিবৰ সময়তো কৈ গ'ল—"জোছি, তোমাক বৰ ভাল পাওঁ, তাৰ পিচতে ভাল পাওঁ

ইটালীক।" সেই মূৰ্ত্তিয়ে আজি প্ৰত্যেক নাৰীৰ হিয়াত শোকাবেগৰ মাজতো এটি অপূৰ্ব আলোক সঞ্চাৰিত কৰি দিছে। সহস্ৰ লাল কূৰ্তা পিন্ধা সৈনিকে তেওঁৰ শৱদেহ বহন কৰি নিছে। তেওঁ যে তেওঁলোকৰ লগৰে চিপাহী এজন আছিল লাল কূৰ্তাৰ পল্টন যে তেওঁৰ গিৰিয়েকৰ পল্টন। ধীৰে ধীৰে লাল কূৰ্তা পিন্ধা বীৰ সকলে ৮৩ বছৰ পিচত অনীতাৰ দেহৰ ধূলিমুঠি লৈ গ'ল, সমবেত জন-সংঘই নতশিৰে চকুলো টুকিলে। ধীৰে ধীৰে সতীদেহ নি গেৰিবল্ডিৰ ঘোৰাত উঠা যোদ্ধা পিতলৰ মূৰ্ত্তিৰ ওচৰত সমাধিস্থ কৰিলে। থাকা বীৰ, চিৰকাল প্ৰণয়িনীক লগত লৈ জগতক আদৰ্শ দেখুৱাই থাকা।

অনীতাৰ সমাধি মন্দিৰত কি লেখিছে ক'ব নোৱাৰোঁ, কিন্তু প্ৰত্যেক ইটালীয়ান সতীয়েই অনীতাৰ সেই কথাষাৰ মনত ৰাখিব ঃ "জোছি, তোমাক বৰ ভাল পাওঁ, তাৰ পিচতে ভাল পাওঁ ইটালীক। নিজ সন্তান, আই-বোপাই, জন্মভূমি কাকো ইমান ভাল নাপাওঁ, স্বামী, তোমাক যিমান ভাল পাওঁ। আৰু তুমি ইটালীক ইমান ভাল পোৱা দেখি মম্নো ভাল পাওঁ।"

চাৰি জুনৰ দিনাখন অনীতাৰ প্ৰস্তৰ মূৰ্ত্তি ৰোমৰ ৰজা-ৰাণীৰ আগত মুকলি কৰি দিয়া হ'ল। ৰোমৰ ৰাণীয়ে অনীতাৰ আনিন্দ্য সুন্দৰ মূৰ্ত্তি মুকলি কৰি দিলে। উপস্থিত জন সংঘই অতি সম্ভ্ৰমেৰে মূৰ দোঁৱাই অভিবাদন জনালে। অনীতা ৰোমৰ নিজস্ব নহয়। গেৰিবল্ডিও ৰোমৰ নিজস্ব নহয়। আজি পদদলিত, পৰাধীন জাতিৰ মানুহ মাত্ৰেই তেওঁ জপৰ ধন। বিশেষতঃ জগতৰ পবিত্ৰ বস্তু অনীতা, তুমি নিত্য, তুমি সত্য, তুমিয়েই শক্তিৰূপিণী তুমিয়েই প্ৰকৃতিৰূপিণী। আহা আই! ভাৰতৰ প্ৰত্যেক জীয়াৰীৰ হৃদয়ে হৃদয়ে আবিভূতা হোৱাঁহি।

# অসম ছাত্র-সন্মিলনৰ সভাপতিৰ অভিভাষণ

**নৱম অধিবেশন, শিৱসাগৰ—১০, ১১ অক্টোবৰ, ১৯২৪ চন**

মৰমৰ ছাত্র-বন্ধুসকল, সমবেত ভদ্রমণ্ডলী আৰু আইদেউসকল! আজি মোৰ জীৱনৰ এটা বিশেষ দিন। বহু কাৰণত আজিৰ দিনটো মোৰ পক্ষে এটা বিশেষ দিন বুলি বৰ্ণনা কৰিছোঁ। কিন্তু এই দিনটো মোৰ পক্ষে সুখৰ হলেও আজি যাৰ নিমিত্তে এই আসনখনি অতি আদৰেৰে আপোনালোকে পাতিছিল, তেখেত অনুপস্থিত থকাত নিঃকিন অনুপযুক্ত মই তেখেতৰ আসনখনি বৰ ভয়েৰে, বৰ সন্তৰ্পণেৰেহে গ্ৰহণ কৰিলোঁ। শ্ৰীযুতা নাইডু মোৰ বন্ধু, তেখেতক মই বৰ ভালকৈ চিনি পাওঁ আৰু তেখেতৰ গুণ-গৰিমাও মই বৰ বঢ়িয়াকৈ জানো। তেখেতক ইয়াত পায়ো হেৰুৱাটো নিশ্চয় দুৰ্ভাগ্যৰ কথা। মই আশা কৰোঁ, ভৱিষ্যতে তেখেত এই অসমলৈ এবাৰ আহি অসমবাসীৰ গৌৰৱ ৰক্ষা কৰিব।

শ্ৰীযুতা নাইডু অসমলৈ কেলেই নাহিল তাক আপোনালোকে সকলোৱে নিশ্চয় জানে। যোৱা তিনি সপ্তাহ ভাৰতৰ—জগতৰ এটা ঘোৰ আশঙ্কা, ঘোৰ ভয়, আৰু মহান গৌৰৱৰ দিন। মানুহ জন্মে, মৰে, খায়, ফুৰে, কাম কৰে, আহে আৰু যায়। এই ধৰণে লক্ষ লক্ষ মানৱ জড় জগতৰ পোহৰত পোকে জিকিমিকি কৰাদি, ক্ষন্তেক জিকিমিকি কৰি অনন্ত সমুদ্ৰত বুৰ মাৰে। কাৰো লেখ কোনেও নলয়। কিন্তু বহু শতাব্দীৰ পিচত একোজন মহাজন-মহামানৱ আহি জগতত এক ঝলক পোহৰ দি তাৰ ৰশ্মি দিগ-দিগন্তত বিকীৰ্ণ কৰি শত-শতাব্দী ব্যাপ্ত কৰি থৈ যায়। এনে মানুহ যিটো যুগত জন্মে সেই যুগেই ধন্য—সেই যুগৰ মানুহেই ধন্য। আজি ভাৰতত গান্ধী-যুগ। এই মহামানৱটিৰ মহান কাৰ্য্য আজি প্ৰায় ত্ৰিশ বছৰৰপৰা শুনি অহা গৈছে। বয়সৰ লগে লগে তেওঁৰ ভিতৰৰ মহামানৱত্ব আজি ফুটি উঠিছে। আজি ভাৰতৰ মহাব্ৰত। ভাৰতৰ মহান ঋষিয়ে ২১ দিন মহাব্ৰত কৰি নিজৰ যন্ত্ৰণাৰে, নিজৰ দুখেৰে, নিজৰ তেজেৰে হিন্দু-মুছলমানৰ ভিতৰত সৌহাৰ্দ স্থাপন কৰিবলৈ যত্নবান। অন্তৰ্যামীজনে ভক্তৰ এই ত্যাগ, এই আত্মবলিদান নীৰৱে চাই আছে। ভাই হিন্দু! ভাই মুছলমান! ভাই খ্ৰীষ্টীয়ান! ভাই জৈন, বুদ্ধ আহাঁ, আজি ভক্তিভাৱে ভগৱানক ধন্যবাদ দিওঁ আৰু প্ৰাৰ্থনা কৰোহঁক, মহাত্মাৰ অহিংসা ব্ৰত সুসিদ্ধ হওক, জগতত শান্তি স্থাপিত হওক। এই উৎকণ্ঠাৰ দিনত মহাত্মাৰ মহাপ্ৰিয় নিজ জীয়াৰীৰ নিচিনা শ্ৰীযুতা নাইডু যদিওবা আমাৰ ইয়ালৈ আহিব নোৱাৰিলে, সেই বাবে আমি তেখেতৰ ওপৰত কোনো অভিমান ৰখা নাই। কেৱল আশা ৰাখোঁ যেন ভাল দিনত তেখেত এদিন আহি যায়। এইখিনিয়েই মোৰ বক্তব্যৰ পাতনি।

তাৰ পিচত নিজৰ সম্বন্ধে দু-আষাৰমান কথা আপোনালোকৰ অনুমতি লৈ ক'ম।

**আত্মনিবেদন**—হে মোৰ প্ৰিয়তম বন্ধু আৰু আইদেউসকল! আজি কুমলীয়া অলপ বয়সীয়া তোমালোকক বন্ধু বুলি মাতিবলৈ কিমান ভাল লাগে মই ক'ব নোৱাৰোঁ। বৰ গৌৰৱেৰে কওঁ যে আজিও মোৰ ছাত্ৰ-জীৱন শেষ হোৱা নাই। মোৰ জীৱনৰ আদিত ছাত্ৰ-জীৱন, মোৰ জীৱনৰ মধ্যাহ্নত ছাত্ৰাবাস আৰু ছাত্ৰসকলৰ লগতে সদায় সম্বন্ধ আৰু আজি জীৱনৰ অপৰাহ্নত মোৰ দেশৰ ছাত্ৰবিলাকক লৈয়ে মোৰ জীৱনৰ খেলা। হে মোৰ দেশবাসীসকল! হে মোৰ দেশৰ ভৱিষ্যৎ আশা-ভাৰসাৰ পাত্ৰসকল! হে মোৰ সুজলা-সুফলা শস্য-শ্যামলা জনমৰ ঠাই আই অসম! মোক অকিঞ্চন বুলি মোৰ শত ত্ৰুটী মাৰ্জনা কৰা। মোৰ শত অপৰাধৰ দোষ এৰি দিয়া। মই যে অতি দীন, অতি দুৰ্বল। মই যে মোৰ পতিতা, হতভাগিনী দুখুনী আই ভিন্ন একো নাজানো। মনত পৰিবৰেপৰা ভালপাওঁ মোৰ জন্মদাত্ৰী আইক, বৰ ভাল পাওঁ মোৰ দেশৰ সুনীল আকাশ, নিৰ্মল বতাহ, বৰ ভাল পাওঁ মোৰ দেশৰ বুকুৰেদি বৈ যোৱা উদাৰ বহল ব্ৰহ্মপুত্ৰ নৈখনক। বৰ উলাহেৰে, বৰ আনন্দেৰে চাই থাকোঁ মোৰ দেশৰ উত্তৰে-দক্ষিণে থকা উন্নতশিৰ শ্যামল তৰু-লতাৰে ভৰা পৰ্বতশ্ৰেণী। বৰ তৃপ্তি পাওঁ মোৰ দেশৰ কেতেকী, পাতমাদৈ, কুলিৰ মাত শুনি। বৰ ৰং পাওঁ মোৰ দুখীয়া ভাই-ভনীবিলাকৰ সৰল সহজ জীৱন। আটাইতকৈ ভাল পাওঁ মোৰ সাতামপুৰুষীয়া ভগা পঁজাটিক। মোৰ আই বুঢ়ী আয়ে জহকালি চোতালত পাটী পাৰি বিচনীৰে বিচি বিচি কত সাধুকথা কৈছিল। মই সাধুকথা শুনি শুনি অনিমেষনেত্ৰে আকাশৰ লক্ষ লক্ষ তৰাৰ ফালে চাই চাই আত্মহাৰা হৈ গৈছিলোঁ। মোৰ পঁজাৰ ভগা জলঙাৰ ভিতৰেদি যেতিয়া উষাই নিজ ৰূপৰ অলপমান মোৰ নয়নত আনন্দ দিবলৈ পঠিয়াই দিছিল, সাৰ পায়ে তাক দেখি আনন্দত বিভোৰ হৈ মোৰ দুখুনী আইৰ ডিঙিত সাবট মাৰি ধৰি বালকসুলভ কত কথা কৈছিলোঁ। হে মোৰ জননী জন্মভূমি! তুমি যে মোৰ সেই স্নেহশীলা আইৰো জননী। মোৰ দৰে আই! তোমাৰ ধূলিত বাগৰি, তোমাৰ ধূলিত উমলি, মোৰ পিতৃ-পুৰুষৰ সকলো মানুহেই সুখে-দুখে দিন কটাই দিছিল। মুক্তিত হেনো মানুহৰ বৰ আনন্দ, স্বৰ্গ হেনো বৰ সুন্দৰ। স্বৰ্গত সৰগবাসীয়ে কি কৰে ক'ব নোৱাৰোঁ। মৰ্ত্যত যে মোৰ হিয়াৰ গোটেইখিনি আনন্দ, মোৰ প্ৰাণৰ গোটেইখিনি প্ৰেম, মনৰ সকলো মধুস্মৃতি, মোৰ বাল্যকালৰ আনন্দ, যৌৱনৰ প্ৰণয়, বাৰ্দ্ধক্যৰ বন্ধুত্ব, সকলোখিনি মোৰ জন্মভূমি আই, তোমাৰ লগত সানি থোৱা। জাতীয় গৌৰৱেৰে যে মোৰ দেশ মণ্ডিত। শৰতৰ জোনাকে মোৰ দেশ সপোন-ৰাজ্যত পৰিণত কৰে, বাৰিষাৰ ঝৰ-ঝৰ বৰষুণৰ ধাৰে যে মোৰ দেশত কত বিৰহ-গাঁথা গাই যায়, বসন্তত যে মোৰ দেশ ৰূপে-ৰসে-গন্ধে-গীতে সমুজ্জ্বল হৈ থাকে, হেমন্তৰ শ্যামল ক্ষেত্ৰৰ মাজে মাজে পকা ধানে সোণালী ৰহণ সানি থৈ দিয়ে, মোৰ হিয়াৰ মাজেদিও কত সুখৰ ঢৌ খেলি যায়। এই হেন আইক কিমান ভাল পাওঁ তাক ভাষাৰে বৰ্ণাব নোৱাৰোঁ। মোৰ দুখুনী জননী জন্মভূমি! তুমিয়ে মোৰ স্বৰ্গ, তুমিয়ে মোৰ মোক্ষ, তুমিয়ে মোৰ জগদ্ধাত্ৰী। তোমাৰে দশোদিশক দশভুজ কল্পনা কৰি অসুৰ ভাবক বিনাশকাৰিণী দুৰ্গে বুলি হিন্দুৱে তোমাৰে জ্যোতিৰ্ময়ী মাতৃ মূৰ্তি পূজা কৰে। তোমাতে যে প্ৰকৃতিৰ ৰূপ দেখি হিন্দুৱে তোমাক মায়া-ৰূপিণী "নমস্তে জগৎচিন্ত্যমান স্বৰূপে নমস্তে মহাযোগিনী জ্ঞানৰূপে" বুলি ধ্যান কৰে—তোমাকে ঈশ্বৰ বাসনা বুলি অনুভৱ কৰে। সেইদিনাখন তোমাৰ ৰূপে মোৰ ক্ষুদ্ৰ পঁজাটিৰপৰা বাঢ়ি বাঢ়ি

গৈ বিৰাট আকাৰ ধাৰণ কৰে। সেইদিনাখন আই! তুমি এচিয়া, য়ুৰোপ, আমেৰিকা সকলোখিনি তোমাৰ বিৰাট শৰীৰৰ এটা কোণত কেৱল ঠাই দিয়া। সেইদিনাখন ভকত-সন্তানে তোমাৰ মাজেদি মূৰ্ত ঈশ্বৰ-বাসনাৰ বিশ্বৰূপ দেখা পায়। এয়ে হিন্দু সন্তানৰ কল্পনা। মুছলমান, খ্ৰীষ্টীয়ান বা আন সকলো তোমাৰ প্ৰেমত বন্ধ। আজি মুছলমান ভায়ে একধৰ্মী হিচাপে তুৰ্কীৰ গৌৰৱত গৌৰৱান্বিত হ'ব পাৰে, আজি খ্ৰীষ্টীয়ান ভায়ে প্ৰতীচ্যৰ খ্ৰীষ্টীয়ানবিলাকৰ উন্নতিত মহা সন্তোষ লাভ কৰিব পাৰে কিন্তু সমস্ত দিনৰ পৰিশ্ৰমৰ পিচত বহু দুখ, বহু মনোবেদনা, বহু বিফলতাৰ পিচত মুছলমান, খ্ৰীষ্টীয়ান ভায়ে ক্লান্ত দেহে, ক্লান্ত মনে শান্তিৰ নিমিত্তে কলৈ যায়? তেতিয়া তেওঁৰ ধ্যান কেৱল সেই বাঁহে বেৰি থকা, খাৰেৰে ঘেৰা পঁজাটিৰ ফালেহে যায়। ঘৰত দুখুনী মাতৃয়ে মাটিৰ চাকি জ্বলাই সন্তানটিৰ শুশ্ৰূষাৰ নিমিত্তে স্মিতমুখে অপেক্ষা কৰি আছে। ঘৰ পায়ে যেতিয়া সেই মহিমাময়ী জননীৰ দুখক্লিষ্ট মুখত এটি আনন্দৰ, এটি আদৰৰ, এটি সহানুভূতিৰ জেউতি দেখা পোৱা, তেতিয়া ভাই অসমীয়া খ্ৰীষ্টীয়ান বা মুছলমান, সেই আইক 'মাদাৰ' বা 'মাদাৰে মেহেৰবান' বুলিতো তিমান সুখ নোপোৱা। তেতিয়া মধুৰ আই সম্বোধনটি যে হিয়াৰ তলিৰপৰা মুখ ভৰি ভৰি ওলায়। তেতিয়া অট্টালিকাৰে পৰিপূৰ্ণ তুৰ্কী বা লণ্ডন চহৰলৈতো মনত নপৰে। তেতিয়া যে তোমাৰ পঁজাৰ মজিয়াত এখনি কঠ পাৰি তাতে শ্ৰান্ত দেহটি বিস্তাৰ কৰি দি অসীম শান্তি অনুভৱ কৰা। সেইৰূপ অনুভূতিয়ে যে তোমাৰ দেশমাতৃকাৰ প্ৰেমৰ অনুভূতি। সেই মজিয়াত তোমাৰে পতিব্ৰতা পত্নীয়ে হৃদয়ৰ প্ৰেম গোটেইখিনি দি তোমাকে শুশ্ৰূষা কৰে, সেই পঁজাতেই যে তোমাৰ মধুৰ কণ্ঠৰ ল'ৰা-ছোৱালী ভাণ্ডৰ দীপ্তল হয়। সেই গাঁৱৰে ক্ষুদ্ৰ কুটীৰ এটিক পৱিত্ৰ মচ্‌জিদ পাতি তাতে খোদাতাআক অহৰ্নিশ উপাসনা কৰি, ভাই মুছলমান! তুমি কিয়ামতৰ দিনাখনৰ সেই পৰীক্ষালৈ তৈয়াৰ হোৱাঁ; ভাই খ্ৰীষ্টীয়ান! তুমি প্ৰভু যীশুখ্ৰীষ্টৰ বিশ্বজোৱা প্ৰেম অনুভৱ কৰা। কাজেই জন্মভূমি তোমাৰ শ্ৰেষ্ঠ সাধনভূমি।

**শিৱসাগৰ**—এই শিৱসাগৰ সাগৰৰ পাৰত আজি এই মহা সমাৰোহ! বহুতে কয়, শিৱসাগৰ পিচ পৰা এচুকীয়া ঠাই। কিন্তু শত ৰাজকীৰ্তিৰে, শত গৌৰৱেৰে মণ্ডিত এই ঠাই যে অসমীয়াৰ বৰ গৌৰৱৰ ঠাই। শিৱসাগৰৰ পাৰত সৌৱা শিৱদৌল আজি থিয় দি অসমীয়া পূৰ্বপুৰুষসকলৰ কীৰ্তি ঘোষণা কৰিব লাগিছে। জয়সাগৰৰ জয় দৌল বা পুখুৰী আজি অট্টালিকা হিচাপে সুন্দৰ নহয়, সি যে পৱিত্ৰ কীৰ্তি স্বৰূপে অমৰ। সি যে অসমীয়াৰ বৰ আদৰৰ স্মৃতি, অসমবাসীৰ বৰ গৌৰৱৰ ধন। শিৱসাগৰবাসী! এই শিৱসাগৰ কবিৰ ভাষাৰে "স্বপ্ন দিয়ে তৈৰি, স্বপ্ন দিয়ে ঘেৰা"। এই শিৱসাগৰত মোৰ পূৰ্বপুৰুষসকলে বাস কৰি মোৰ পক্ষে তীৰ্থস্থান কৰি থৈ গৈছে। তাত আজি আপোনালোকক সম্ভাষণ কৰিবলৈ পাইছোঁ, ই মোৰ পৰম সৌভাগ্যৰ বিষয়। এই শিৱসাগৰ অসম মাতৃকাৰ শিৰৰ মুকুত। সমবেত ছাত্ৰমণ্ডলী! বৰ উলাহেৰে, বৰ আনন্দেৰে আজি আহি এই মাতৃ-পূজাত এই শিৱসাগৰত লগ লাগিছোঁহি। আহাঁ, সমবেত সন্তানমণ্ডলী! আহাঁ! ভক্তিভাৱে জন্মভূমিৰ উদ্দেশ্যে নমস্কাৰ কৰোহঁক। আহাঁ ভাই হিন্দু, মুছলমান, জৈন, খ্ৰীষ্টীয়ান! এবাৰ পৰস্পৰে পৰস্পৰৰ প্ৰতি নিভাঁজ নিষ্কপট অন্তৰেৰে অন্তৰৰ প্ৰেম জনাই মাতৃভূমিৰ নাম লওহঁক। কবিৰ ভাষাৰে কওঁ—"একবাৰ তোৰা মা বলিয়ে ডাক জগৎ জনেৰ শ্ৰৱণ জুড়াক" বুলি এই কথাষাৰৰ সত্যতা বৰ্ণে বৰ্ণে অনুভৱ কৰিবৰ কথা। ই অতি সত্য।

আজি সমগ্ৰ জগত উদগ্ৰীৱ উৎকৰ্ণ হৈ ভাৰতৰ

মুখৰ ফালে চাই আছে ভাৰতৰ spiritual forceৰ দ্বাৰা অৰ্থাৎ ভাৰতৰ সাত্ত্বিক শক্তিৰ দ্বাৰাই জগতৰপৰা পশু ভাবৰ তিৰোহিত কৰিবলৈ। জাৰ্মানীয়ে ঘোৰ গোলা-গুলি বৰ্ষণ কৰি যি কৰিব পৰা নাছিল, ভাৰতে সাত্ত্বিকভাৱেৰে কাকো নামাৰি নিকিলাই তাতকৈ বেছি কাম কৰিলে। যুদ্ধপ্ৰিয় জাৰ্মানীৰ ভাৰতৰপৰা এয়ে প্ৰথম শিক্ষা। কিন্তু এই অহিংস দেৱভাবে ভাৰত-জননীৰ নিজ সন্তানৰ ভিতৰত অমিল হলেতো গা কৰিব নোৱাৰে। সেইদেখি কবিয়ে কৈছে—হিংসা, দ্বেষ, ক্ষুদ্ৰ স্বাৰ্থ এৰি ভাৰত-সন্তানে যিদিনাখন সমস্বৰে, মাতৃ-প্ৰেমেৰে ভৰপূৰ হিয়াৰপৰা আই বুলি মাতিব সেইদিনাখনেই জগতবাসীৰ শ্ৰৱণ জুৰাব।

বুঢ়া শালিকাই মাত নলয়। অতীত অতীত হৈ গৈছে। কিন্তু উঠি অহা কুমলীয়া বোপাইহঁত! তোমালোকৰ কোমল অন্তৰ এনেই দেৱ ভাৱেৰে ভৰা। জীৱনৰ এই শিক্ষাৰ সময়ত সকলো শিক্ষাৰ ওপৰ শিক্ষা এই অহিংস দেৱ ভাৱ। ভাৰতৰ ভৱিষ্যত, জগতৰ ভৱিষ্যত তোমালোকৰ হাতত। যি চাম মানুহ গ'ল, বিধাতাৰ ইচ্ছা পূৰ্ণ কৰি মঙ্গলীয়া মানুহ অনন্তত লয় পালে আৰু পাব। তোমালোক কিন্তু যি যুগত যি দিনত উপজিছা, সি এটা বিশেষ যুগ। প্ৰত্যেকে ভাবি লবা—জগতৰ ভৱিষ্যত ৰচয়িতা তোমালোক। তোমালোকৰ চৰিত্ৰ, তোমালোকৰ মহত্ত্ব, তোমালোকৰ ত্যাগৰ ওপৰত অসমৰ, ভাৰতৰ জাতীয়তা নিৰ্ভৰ কৰিছে। এই দিনত নিশ্চেষ্ট হৈ থাকিলে নহ'ব। এই দিনত অন্ধ বিশ্বাস লৈ চলিলেও ন'হ'ব। তোমালোকে ভাৰতৰ এটা ঘোৰ ভাৱৰ আৱৰ্তৰ মাজেদি যাব লাগিছা। তোমালোকৰ ভিতৰত বহুতে দেশ-সেৱা ব্ৰত লৈ নিজৰ ভৱিষ্যতৰ বহু আশাত, বহু ভাৱসাত জলাঞ্জলি দি অসীম যাতনা, লাঞ্ছনা আৰু অপমানৰ বোজা মূৰত লৈ শেষত কাৰাবৰণ পৰ্য্যন্ত কৰি আহিছা। মই সেইবিলাক তপস্যা নামেহে অভিহিত কৰোঁ। যি সকলে এই ধৰণে সেই ভোগ ভুগি আহিছাহঁক, তপস্বী বালকসকল! মোৰ অন্তৰৰ গভীৰ শ্ৰদ্ধা মই বিনয়-নম্ৰমস্তকে তোমালোকক জনাওঁ। যিবিলাকে অন্তৰত ত্যাগৰ ভাব নোহোৱাকৈ হুজুগত পৰি দুখৰ মাজেদি গৈ ওলাই আহি এতিয়া নিজক আৰু আনকো ধিক্কাৰ দিছাহঁক, সেই সকলৰ ওচৰত মই অতি দীনভাৱে ক্ষমা প্ৰাৰ্থনা কৰিছোঁ। সেই সকলৰ দুখ-দুৰ্দশাৰ বাবে আমিয়ে দায়ী। ভগৱানৰ ওচৰতো প্ৰাৰ্থনা কৰাহঁক—দয়াময়েও মোক আৰু মোৰ সহকৰ্মীসকলক যেন ক্ষমা কৰে। যিবিলাকে অসহযোগ আন্দোলন অসাৰ বুলি ভাবি তাৰ ঘোৰ আকৰ্ষণতো ঠিক থকি কৰ্তব্য জ্ঞানেৰে নিজৰ কাম কৰি আছিলাহঁক, সেইসকলেও আজি মোৰ ধন্যবাদ গ্ৰহণ কৰাহঁক। যি কাম কৰিছিলোঁ, সেই কামৰ বাবে মই অলপো লজ্জিত নহওঁ, বৰঞ্চ মোৰ ভিতৰৰ মহামানৱটি যি দুদিনৰ নিমিত্তে ফুটি ওলাইছিল, তাৰ বাবে নিজকে নিজে ধন্যবাদ দিছোঁ। তাতোকৈ 'ধন্যবাদ দিছোঁ আজি তোমালোকক, কাৰণ মোৰ দেশৰ ধ্ৰুৱ-প্ৰহলাদ স্বৰূপ তোমালোকে—মোৰ নিচিনা নিঃকিন অকামিলা মানুহক আজি তোমালোকৰ অন্তৰৰ প্ৰেম-ৰাজ্যৰ এই আসনখনি অধিকাৰ কৰিবলৈ দিয়াত। বোধকৰোঁ তোমালোকৰ কোমল হিয়াত মোৰ পাপ, অহঙ্কাৰ, অপৰাধ বিলাকে দকৈ সাঁচ বহুৱাব নোৱাৰিলে। 'মধুইচ্ছন্তি ষট্পদাঃ।' তোমালোক মধুকৰৰ দৰেই জগতত সত্যস্বৰূপ মধু অন্বেষী। বোধকৰোঁ ভাবিছা—মই অন্ততঃ মোৰ দুখুনী আই জন্মভূমিক বৰ ভালপাওঁ। সেই দেখিয়েই আইৰ নিষ্পাপ সন্তান তোমালোকে মোক আজি এই উখ আসন দিছা। দেৱশিশুসকল! তোমালোকৰ অমূল্য স্বৰ্গৰাজ্যৰপৰা লগত লৈ অহা প্ৰেমৰাজ্যত

ঠাই গোৱাৰ যোগ্য মই কোনোমতেই নহওঁ। কিন্তু দুৰ্বল হলেও, দুখীয়া হলেও, নিৰ্বোধ হলেও —এইখিনি আজি বুকু ফুলাই ক'ম যে মই মোৰ আইক বৰ ভাল পাওঁ। জ্ঞানীসকলে, ধাৰ্মিক-সকলে, বীৰসকলে আইক বহু বস্তু দি, বহু ৰকমে পূজা কৰে। মোৰতো একো নাই। মই সাঁচি থৈ দিছোঁ মোৰ চকুৰ পানীটুপি আৰু মোৰ হিয়াৰ প্ৰেম-পূত ডাঠ তেজটুপি। কৰ্মহীন, জ্ঞানহীন মই—এতিয়া মোৰ আন গান নাই, কাৰণ গানৰ উৎস শুকাই গ'ল। কেৱল হৃদয়-তলিত সুজলা সুফলা মূৰ্তি গঢ়ি থৈ দিছোঁ আৰু এটা সুৰেৰে একাষাৰ কথা দিনে-ৰাতিয়ে হৃদয়-তন্ত্ৰীত বাজি আছে—"হৃদয় শোণিতে দিমহে দিমহে ৰাজীৱ চৰণ বাজি।" তেনে শুভদিন মোৰ জীৱনত আহে নে নাহে ক'ব নোৱাৰোঁ, কিন্তু সেয়ে মোৰ উচ্চতম আকাংক্ষা। এয়ে মোৰ আত্মনিবেদনৰ অধ্যায়ৰ শেষ।

এতিয়া মই বৰ্তমান যুগ আৰু ছাত্ৰ-জীৱন সম্বন্ধে দুআষাৰমান কথা ক'ম। ভাৰতত সত্ত্ব, ৰজ, তম তিনিও গুণ বিশিষ্ট মানুহ চিৰকাল আছিল, আজিও আছে। কিন্তু সকলো জ্ঞান-গৰিমাৰ চৰম লক্ষ্য সাত্ত্বিকতা। সত্ত্বগুণী মানুহৰ লক্ষণ সম্বন্ধে বিবেচনা কৰা মোৰ বক্তব্যৰ মাজত নহয়, কিন্তু ঘোৰ সমৰানলত প্ৰবৃত্ত অৰ্জুনে নিজ বীৰত্বেৰে লক্ষ লক্ষ প্ৰাণী ধ্বংস কৰিও সাত্ত্বিক বুলি খ্যাত। সাত্ত্বিকগুণী হলেই যে আধা-মৰা এলেহুৱা হব লাগিব তেনে নহয়; ত্যাগী হলেই যে কৰ্ম ত্যাগ কৰিব লাগিব সেয়ে নহয়। সকলো কৰ্মকে কৰ্তব্যবোধেৰে কৰি ফলাফল বিভুৰ হাতত এৰি দিব পাৰিলেই সকলো শেষ। গীতাত শ্ৰীভগৱানে "কৰ্মণ্যেবাধিকাৰস্তে মা ফলেষু কদাচন" বুলি যে কৈছিল তাৰো তাৎপৰ্য সেয়ে। জ্ঞান-বুদ্ধিৰে যিটো কৰ্তব্য বুলি জানা, সেইটো কৰ্তব্য বুদ্ধিৰে কৰি যাব লাগে। তাকে নিৰ্লিপ্তভাৱে কৰিব লাগে। য'তে আসক্তি, ত'তে বন্ধন—ত'তে দুখ। ভাৰত ঘোৰ ত্যাগৰ ঠাই আছিল, কিন্তু আলচ্যৰ ঠাই কোনো দিনাই নাছিল। ঋষিসকল মহাত্যাগী আছিল, কোনো বিষয়তে তেখেতসকলৰ আসক্তি নাছিল কিন্তু তেখেতসকলে কৰ্তব্যবোধেৰে পঢ়াশালি পাতি বহু শিষ্যক জ্ঞান শিক্ষা দিছিল, জগতৰ কল্যাণৰ অৰ্থে দিনে-ৰাতিয়ে চিন্তা কৰিছিল। সেই দিনা-খনৰ ভাৰত আজি আমাৰ গৌৰৱৰ আৰু কল্পনাৰ ধন মাত্ৰ। ভাৰতৰ মহাসমৰত ধৰ্ম আৰু অধৰ্মৰ যুদ্ধত ক্ষত্ৰিয় অৰ্জুনে যেতিয়া শোকত অধীৰ হৈ যুঁজ নকৰোঁ বুলিছিল, তেতিয়াও ভগৱানে কৈছিল, "হে অৰ্জুন! ধৰ্মযুদ্ধ ক্ষত্ৰিয়ৰ কৰ্তব্য। নিৰ্লিপ্তভাৱে কৰ্তব্যবোধেৰে যুঁজ কৰি অধৰ্ম যুদ্ধকাৰী শত্ৰুক বিনাশ কৰা।" কাজেই ভাৰত তপস্যাৰ ভূমি হলেও কৰ্মৰো ভূমি। এই ভাৰতত ছাত্ৰসকলক নানা ৰকম শিক্ষা দিয়া হৈছিল। শ্ৰীকৃষ্ণ ভগৱানে প্ৰথমে সান্দীপনি ঋষিৰ ঘৰত ব্ৰহ্মচৰ্য অৱলম্বন কৰি শাস্ত্ৰৰ তত্ত্বযোগৰ মৰ্ম আৰু নানা ৰকম জ্ঞানকৰী বিদ্যা শিকিছিল। তাৰ পিচতহে ক্ষত্ৰিয়ৰ অৰ্থকৰী অস্ত্ৰবিদ্যা শিকিছিল। কি অৰ্থকৰী, কি জ্ঞানকৰী কোনো বিদ্যায়ে ব্ৰহ্মচৰ্য নহলে সুসিদ্ধ নহয়। পুৰণি ভাৰতত সকলো বিদ্যাৰ আদিতে যোগাভ্যাস আছিল। 'যোগশ্চিত্তবৃত্তিনিৰোধঃ'। চিত্তবৃত্তি নিৰোধ কৰিব নোৱাৰিলে মনৰ একাগ্ৰতা নাহে আৰু একাগ্ৰতা নহলে সিদ্ধি নহয়। এই একাগ্ৰতা আত্মসংযম নহ'লে হ'ব নোৱাৰে। আত্ম-সংযম অভ্যাস নহলে নহয়। অভ্যাস নিয়ম-মতে নকৰিলে নচলে আৰু নিয়ম জ্ঞানীজনৰ মুখে নিশিকিলে নহয়। এই কাৰণেই গুৰুগৃহত মহাৰাজ ৰাজেশ্বৰৰ ল'ৰা হলেও সংযম শিক্ষা কৰিবলৈ বাধ্য হৈছিল। ভাবি চাওক, যদুকুল-মণি শ্ৰীকৃষ্ণই খৰি লুৰি মাটিত শুই, কেঁচা কল আৰু আৰৈ চাউলৰ ভাত একেলা খাই চিত্তবৃত্তি নিৰোধ কৰিবলৈ শিকিছিল আৰু জ্ঞানকৰী বিদ্যা শিকিছিল। যোগত যিমান উৎকৰ্ষ হয়, অৰ্থকৰী বিদ্যাতো তিমানেই হৈছিল। এদিন দ্ৰোণাচাৰ্যই

ছাত্ৰবিলাকৰ ধনুৰ্বিদ্যা পৰীক্ষা কৰিবলৈ কুৰু-পাণ্ডৱৰ সকলোখিনি শিকাৰু লগ লগাই লৈ এজোপা গছৰ তললৈ মাতি নিলে। গছৰ ওপৰত এটা চৰাই পৰি আছিল। প্ৰত্যেক শিষ্যক সেই চৰাইৰ চকুলৈ কাঁড় টোঁৱাবলৈ দিলে। প্ৰথমে যিজন আছিল সেইজনে কাঁড় টোঁওৱাৰ পিচত সুধিলে, "কি দেখিছা ?" সেইজনে ক'লে, "চৰাইটো দেখিছোঁ।" আৰু ভায়েকৈ চোৱাঁ বুলি কোৱাত তেওঁ ক'লে, "মোৰ তীৰডাল আৰু চৰাইটো দেখিছোঁ।" দ্ৰোণে সেইজনক আঁতৰি যাবলৈ কলে। এই ধৰণে জনে জনে যত শিষ্য আছিল সকলোৱে একে উত্তৰ দিলে। সৰ্বশেষত আছিল অৰ্জুন। অৰ্জুনেও সেই ধৰণে বাণ টোঁৱালে। দ্ৰোণে সুধিলে, "কি দেখিছা ?" অৰ্জুনে ক'লে, "মোৰ বাণৰ আগটো আৰু চৰাইৰ চকুটো।" দ্ৰোণে সুধিলে, "চৰাইটো দেখিছা নে নাই ?" অৰ্জুনে উত্তৰ দিলে, "চকুটো ভিন্ন মই একো দেখা নাই।" এইখিনিয়ে যোগ-ফলৰ একাগ্ৰতা। আন সকলো চিত্তবৃত্তি নিৰোধ কৰি অকল ধ্যেয় বস্তুত মনোবৃত্তি সংযোগ কৰিব পাৰিলেই যোগ হয়। ব্যক্তিগতভাৱে এই ধৰণৰ যোগ যি সকলে কৰিব পাৰে, তেওঁলোকে সকলোতে কৃতকাৰ্য হ'ব পাৰে। জাতিগত ভাৱেও সেয়ে। জগতৰ যত যত মহাপুৰুষ হৈ গৈছে, সকলোৱে যোগ অভ্যাস কৰিহে কৃতকাৰ্য হৈ গৈছে। মহাপুৰুষ যীশুখ্ৰীষ্ট, ৰছুল মহম্মদ, বুদ্ধদেৱ, চৈতন্যদেৱ, শ্ৰীশঙ্কৰদেৱ সকলোৱে যোগবলৰদ্বাৰা নিজৰ দেহ-মন নিজৰ আয়ত্ত কৰি লৈহে ঈশ্বৰৰ লগত সংযোগ হ'ব পাৰিছিল। 'যোগ' মানে কোনো বিশেষ ক্ৰম বা বিশেষ ধৰ্ম-মতৰ কথা মই কোৱা নাই। মই কৈছোঁ যে সংযম আৰু একাগ্ৰতা এই দুটা আমাৰ ছাত্ৰসকলৰ পূৰ্ণমাত্ৰাই থাকিব লাগিব, নাথাকিলে কেতিয়াও তেওঁলোক জীৱনত কৃতকাৰ্য হ'ব নোৱাৰে, প্ৰকৃত মানুহ বোলাব নোৱাৰে।

মোৰ এই কথা কোৱাৰ উদ্দেশ্য এই যে সংযম সকলো যুদ্ধ, সকলো মহৎ কামৰ প্ৰথম অধ্যায়। আপোনালোকে বোধকৰোঁ নেজানে যে জগতবিখ্যাত মুষ্টিযোদ্ধা অৰ্থাৎ ঘোচাঘোচি কৰা মানুহবিলাকৰ একোজন প্ৰশিক্ষণ দিওঁতা থাকে। ঘোচাঘোচি প্ৰতিদ্বন্দ্বিতাৰ এবছৰমানৰ আগৰে-পৰা প্ৰশিক্ষকজনে শিকাৰুজনক চলাবলৈ ধৰে। কি কি খালে তেওঁৰ চকুৰ তেজ নাইবা মাংস-পেশীৰ বল কমিব পাৰে, সেইবোৰ বুজি লৈ তেওঁৰ খোৱা বস্তুৰপৰা সেইবোৰ একেবাৰে আঁতৰাই থয়। ঠিক কিমানখিনিত কিমান পৰ ব্যায়াম কৰিলে আৰু ফুৰিলে শৰীৰৰ 'ইলাষ্টিছিটী' অৰ্থাৎ তৎক্ষণাত ইফালে-সিফালে ঘূৰাৰ ক্ষমতা বাঢ়ে, তিমান পৰহে সেইবিলাক কাম কৰিবলৈ দিয়ে। স্ত্ৰীসংসৰ্গ এই এবছৰ একেবাৰে নিষেধ। মন-টোত ভয়, ক্ৰোধ, উত্তেজনা যাতে নাহে তাৰ চেষ্টা দিনে-ৰাতিয়ে হৈ থাকে; তেহে লাহে লাহে তেওঁ এবছৰৰ মূৰত ঠিক ঘোঁচা যুঁজাৰু হ'ব পাৰে। ঘোঁৰাদৌৰৰ ঘোঁৰা আৰু 'জকি' চালকৰো একেই দশা। এইবিলাকো যোগ। সংযমেই যোগৰ প্ৰাণ, সাৰ্থকতাৰ প্ৰধান উপাদান। হে মোৰ প্ৰিয় ছাত্ৰ-বন্ধুসকল! সকলোৱে মূল এই সংযম শিক্ষা বৰ্তমান ধৰণৰ ছাত্ৰ জীৱনত তোমালোকৰ কিমানদূৰ হৈছে নিজ অন্তৰত বিচাৰি চোৱাহঁক।

**শিক্ষা কি** — পূৰ্ব কালত প্ৰথমে ঋষি-গৃহত জ্ঞান আৰু ব্ৰহ্মচৰ্য শিক্ষাৰ পিচত প্ৰত্যেকে একোটা উদ্দেশ্য লৈ কাৰ্য কৰিছিল। শিক্ষা-দীক্ষাৰ পিচত সংস্কাৰ আদি শেষ কৰি ব্ৰাহ্মণকুমাৰে যাজন-যজন, অধ্যয়ন-অধ্যাপন গৃহস্থাশ্ৰম আৰু শেষত তপস্যা আৰাধনাদি কৰিছিল। ক্ষত্ৰিয় কুমাৰে যুদ্ধবিদ্যা, ৰাজকাৰ্য ইত্যাদি শিকি সৈনিকৰ ব্যৱসায়, ৰাজ্য-চালনা ইত্যাদি কৰিছিল আৰু

আৱশ্যক হলে দেশৰ নিমিত্তে, ধৰ্মৰ নিমিত্তে সন্মুখ সমৰত প্ৰাণ দিছিল। বৈশ্যকুমাৰে জ্ঞান উপাৰ্জনৰ পিচত অৰ্থকৰী বিদ্যা কিছু দিন কোনো শ্ৰেষ্ঠীৰ লগত থাকি শিক্ষা কৰি, ব্যৱসায়-বাণিজ্য কৰি নিজৰ দেশখন ধনে-বস্তুৱে ভৰপূৰ কৰি দিছিল কিন্তু আমাৰ দেশত শিক্ষা ঠিক কঠালৰ আমসত্ব হোৱা নাইনে? স্কুল-কলেজত শিক্ষা হয় জ্ঞানকৰী বিদ্যা। ল'ৰাই ছেক্সপীয়েৰ, কালিদাস, মলেয়াৰ, গ্যেটৰ কাব্য পঢ়ে, মাটিনিউৰ দৰ্শন পঢ়ে, জ্যামিতি ত্ৰিকোণমিতি পঢ়ে আৰু কত যে মাতিব নোৱাৰা নামৰ কিতাপ পঢ়ে তাৰ সীমা-সংখ্যা নাই। তাৰ পিচত এটা ডিগ্ৰী লৈয়েই হয় উকীল, নহয় ডাক্তৰ, কেৰাণী নাইবা শিক্ষকৰ কামলৈ দৰ্খাস্ত কৰে। অধ্যাপক, হাকিম ইত্যাদি কাম অতি বিৰল। কেৰাণী শিক্ষকে এই দুৰ্দিনত অন্ন-চিন্তা কৰোঁতে কৰোঁতে ইফালে সংসাৰ বাঢ়ি যায়। ঘোৰ দাৰিদ্ৰ্যৰ পীড়নত ছেক্সপীয়েৰ, মিল্টন কেনি উৰি যায়, তাৰ ঠিক নাই। শিকিবৰ দিনকেইটাত অৰ্থকৰী বিদ্যা একো নিশিকিলে। কাজেই জীৱন ভাৰময় হয়। আমাৰ কৃতবিদ্য মানুহৰ ভিতৰত প্ৰায় শতকৰা ৯৯ জনৰ এই দশা। কাজেই যি শিক্ষা স্কুল-কলেজত হৈছে, সেই শিক্ষাক অৰ্থকৰী বিদ্যা বুলিব নোৱাৰি। পূৰ্বকালত জ্ঞানকৰী বিদ্যা ঋষিসকলে শিকিছিল, সেই সকলে আশ্ৰম নাইবা তপোবন পাতি দাৰিদ্ৰ্যক নিত্য সহায় কৰি উচ্চ আকাংক্ষাক একেবাৰে মনৰপৰা বিসৰ্জন দি কেৱল জ্ঞান চৰ্চাতে মগ্ন হৈছিল। আজি কিন্তু জগতৰ অশেষ পৰিৱৰ্তনৰ পিচত সেই ধৰণৰ জীৱন সম্ভৱপৰ নহয়। তথাপি ঋষিসকলে জ্ঞানকৰী বিদ্যা চৰ্চা কৰে, সেইসকলে হয় দেশৰপৰা চিৰজীৱন স্বচ্ছলতাৰে কটাবলৈ কোনো সুবিধা পাব লাগে, নহলে সেইসকলৰ ঘৰত খাবলৈ থাকিব লাগে। সেইসকলৰ দ্বাৰা নিশ্চয় জগতৰ অশেষ কল্যাণ-সাধন হ'ব। কাৰণ জ্ঞান জগতৰ অশেষ মঙ্গলকাৰী শাশ্বত কিন্তু যাৰ ঘৰত চৰু বহাই চাউলৰ নিমিত্তে দুখীয়া আই-বোপাই, ভাই-ভনী বহি আছে সেইজন পাছ কৰি আহি যেতিয়া উকীল হৈ ৫।৬ বছৰলৈকে সুদা হাতে, শুকান মুখেৰে কাচাৰীৰপৰা ঘৰলৈ ঘূৰি আহে, তেতিয়া একোখন ঘোৰ কৰুণ-ৰসাত্মক অভিনয় দিনে দিনে অভিনীত হৈ থাকে। যেতিয়া বিশ্ববিদ্যালয়ৰ ভালকৈ 'পাছ' কৰা লৰাই হাতত দৰ্খাস্ত লৈ অফিচে অফিচে ঘূৰি ফুৰে, অথচ এটা চাকৰি দুবছৰ চেষ্টাৰ ফলতো নিমিলে, তেতিয়া মাক-বাপেক ইত্যাদি আশাধাৰী জীৱসকলৰ যে কি দুখ হয় আৰু কৃতবিদ্যজনৰ হিয়াত যে কি হাঁহাকাৰ উপস্থিত হয়, তাক অন্তৰ্যামী জনেহে জানে।

ইয়াৰ প্ৰতিকাৰ কি? ইয়াৰ কিবা প্ৰতিকাৰ আছেনে? প্ৰাচ্য আৰু প্ৰতীচ্য দুয়োটা বেলেগ। যদিও ইণ্ডিয়ান কবি ৰুডিয়াৰ্ড কিপ্লিঙে কৈছে "East is East and West is West, the Twain shall never meet." প্ৰাচ্য প্ৰাচ্যই আৰু প্ৰতীচ্য প্ৰতীচ্যই এই দুয়োটাৰ কেতিয়াও মিল হ'ব নোৱাৰে, তথাপি মোৰ মনেৰে পুব আৰু পশ্চিমৰ মিলন অসম্ভৱ নহয়। পুবে যদি নিজৰ পুৱত্ব ৰাখি পশ্চিমৰ ওখ ভাবখিনি ল'ব পাৰে, পশ্চিমৰ কাৰ্য-পদ্ধতিৰ আভাসখিনি লৈ তাকে নিজৰ কৰি ল'ব পাৰে, তেন্তে প্ৰাচ্য আৰু প্ৰতীচ্যৰ মহামিলন সেইখিনিতে হ'ব পাৰে আৰু ভাৰতবো বহুত উপকাৰ হ'ব পাৰে। ভাবি চোৱাহঁক য়ুৰোপত অতি ডাঙৰ ডাঙৰ মানুহ বেপাৰী। আজি কাগজৱালা ল'ৰা, কাইলৈ ইঞ্জিন চাফা কৰা কাৰিকৰ আৰু পৰহিলৈ পাৰ্লেমেণ্টৰ মেম্বৰ হৈ তাৰ পিচত প্ৰাইম্ মিনিষ্টাৰ বা প্ৰধানমন্ত্ৰী। প্ৰধানমন্ত্ৰীজনে গৌৰৱ কৰে যে এজন মিস্ত্ৰীৰ তলত তেওঁ বাধ্য হৈ মিস্ত্ৰীৰ কাম শিকি লাহে লাহে তেওঁ নিজৰ অৱস্থা ভাল কৰিছিল। অৱস্থা ভাল কৰিবলৈ ইঞ্জিন ড্ৰাইভাৰৰ এ্যাপ্ৰেণ্টিচ্ হ'বলৈ তেওঁ লাজ কৰা নাছিল। লৰ্ড ৰিডিং আছিল 'কেবিন বয়' অৰ্থাৎ জাহাজৰ কেবিন-বেহেৰা। আজি তেওঁ সেই কথা ক'বলৈ লাজ নাপায়। কিন্তু